# মহিম বৰা

## জীৱনৰ সৰু বৰ আলিয়েদি

পৰিকল্পনা, সংকলন আৰু সম্পাদনা
ত্ৰিদিব গোস্বামী



**MAHIM BORA** ***Jivanar Saro Bar Alledi*** **:** Collected and edited by Tridib Goswami, Lecturer, Batadraba Sri Sri Sankardev College, Nagaon, and Published by Naba Kalita on behalf of Kiran Prakashan, D.K.Market Complex, Dhemaji Chariali, Dhemaji-787057.

Price 120/- only

**প্ৰকাশক** : নৱ কলিতা
কিৰণ প্ৰকাশন, ধেমাজি চাৰিআলি
ধেমাজি। ফোন : ৯৮৫৪০৮৮৬০৪

**প্ৰথম প্ৰকাশ** : ডিচেম্বৰ, ২০০৯ চন



**বেটুপাত** : অৰ্ণৱ গায়ন

**মূল্য** : ১২০.০০ টকা মাত্ৰ

**মুদ্ৰক** : ধেমাজি অফ্‌চেট প্ৰিণ্টাৰ্ছ
ৰতনপুৰ, ধেমাজি -৭৮৭০৫৭
ফোন : ৯৮৫৪০৮৯৩৭৭

# কৃতজ্ঞ হৈ ৰ'লো

## স্বৰ্গগত আৰু জীৱিত সেইসকলৰ ওচৰত

| | |
|---|---|
| নৱ কলিতা | কিৰণ প্ৰকাশন, ধেমাজি |
| মহিম বৰা | নাৰায়ণ চন্দ্ৰ গোস্বামী |
| দিপ্তী ৰেখা বৰা | ৰাম চৰণ ঠাকুৰীয়া |
| ভৈৰৱানন্দ দেৱ গোস্বামী | প্ৰান্তিক গোস্বামী |
| চন্দ্ৰপ্ৰভা গোস্বামী | ত্ৰৈলোক্য কুমাৰ গোস্বামী |
| ড° প্ৰফুল্ল দত্ত গোস্বামী | এম. এন. শৰ্মা |
| দুৰ্গেশ্বৰ শৰ্মা | জি. এম. পাৱাৰ |
| যোগেশ দাস | চাৰু মহন্ত |
| সনৎ বন্দোপাধ্যায় | দিনেশ গোস্বামী |
| নীলমনি ফুকন | ধনী বৰা |
| ৰাধা গোবিন্দ বৰুৱা | আভা বৰা |
| বেণুধৰ শৰ্মা | কবিতা বৰা |
| ফনী তালুকদাৰ | কল্পনা হাজৰিকা গায়ন |
| ড° হীৰেন গোহাঁই | প্ৰহেলিকা কৌশিক |
| ড° নিৰ্মলপ্ৰভা বৰদলৈ | ড° আনন্দ বৰমুদৈ |
| বিশ্বনাৰায়ন শাস্ত্ৰী | কুমুদ বৰা |
| ড° মামনি ৰয়চম গোস্বামী | ৰেৱ বৰা |
| ড° নগেন শইকীয়া | শৈলেন কুমাৰ শইকীয়া |
| অতুল চন্দ্ৰ হাজ ৰিকা | থানেশ্বৰ মালাকাৰ |
| ৰং বং তেৰাং | ভোলা কলিতা |
| ড° ভবেন্দ্ৰ নাথ শইকীয়া | ড° আবু হানিফা |
| নৱকান্ত বৰুৱা | অনামিকা বৰা |
| হোমেন বৰগোহাঁঞি | ইন্দ্ৰেশ্বৰ গোস্বামী |
| শোণিত বিজয় দাস | ৰত্না দত্ত |

ড° লীলা গগৈ
নবাৰুন বৰ্মা
প্ৰফুল্ল বৰা
চন্দ্ৰ প্ৰসাদ শইকীয়া
কমলেশ শইকীয়া
প্ৰফুল্ল চন্দ্ৰ বৰুৱা
বীনা শৰ্মা
অপূৰ্ব শৰ্মা
শৰৎ বৰকটকী
প্ৰদীপ শইকীয়া
ড° নৰেন কলিতা
উৎপল দত্ত
ডাঃ জগত গোস্বামী
তিলক হাজৰিকা
অৰূপ কুমাৰ গোস্বামী
অৰিন্দম বৰুৱা
দীপশিক্ষা বৰুৱা
নয়নতৰা বৰা
স্বামিম নাচৰিন
বিষ্ণু ৰাভ শৰ্মা
পূৰবী বৰুৱা
ৰতি মোহন নাথ
কুসুম বৰা
ইন্দ্ৰ প্ৰসাদ হাজৰিকা
নলিনীধৰ ভট্টাচাৰ্য
জ্ঞানানন্দ শৰ্মা পাঠক

তোষেশ্বৰ শৰ্মা
উজ্জ্বলজ্যোতি দাস
মিতুল গোস্বামী
বনলতা বৈৰাগী
ইদ্ৰিছ আলি
ড° লক্ষহীৰা দাস
গৌৰী বৰ্মন
ভবেন্দ্ৰ নাৰায়ন দত্ত বৰুৱা
শুচিব্ৰতা ৰায় চৌধুৰী
ভবেন বৰুৱা
অৰুন পুৰকায়স্থ
ড° প্ৰফুল্ল কটকী
ক্ষিতীশ বড়া
ড° প্ৰহ্লাদ কুমাৰ বৰুৱা
প্ৰমোদ কুমাৰ বৰদলৈ
Prof. R. P. Maleyvar
জ্ঞানানন্দ শৰ্মা পাঠক
প্ৰফুল্ল চন্দ্ৰ বৰা
প্ৰফুল্ল বৰুৱা
মুনীন কটকী
কেশদা মহন্ত
যতীন গোস্বামী
হীৰেন বৰকটকী
ভবেন শৰ্মা
ৰুনু গোস্বামী শৰ্মা
শৈলেন্দ্ৰ গোস্বামী

| | |
|---|---|
| অভয় বৰুৱা | অমিয়া গোস্বামী |
| প্ৰদীপ শইকীয়া | গোবিন শৰ্মা |
| | নয়নজ্যোতি নেওঁগ |
| ডাঃ প্ৰয়াগ শইকীয়া | জুনু শৰ্মা |
| জ্যোতিষ্মান গোস্বামী | অবিনাশ কৌশিক |
| গিৰিশ দাস | ভোগেশ্বৰ বৰা |
| বীৰেশ্বৰ বৰুৱা | ৰক্তাভজ্যোতি বৰা |
| মহেন্দ্ৰ বৰঠাকুৰ | শুচিব্ৰতা ৰায় চৌধুৰী |
| কৈলাশ ৰাজখোৱা, ক্ৰান্তিকাল | দুলাল বৰা |
| অনন্ত হাজৰিকা, বনলতা | নৰেন বৰা |
| অজয় দত্ত, ষ্টুডেণ্ট ষ্টৰচ্ | গোলাপ বৰা |
| মৃগাংক মাইতি, সবিতা প্ৰকাশন | পদুম ৰাজখোৱা |
| ৰাজেন ভুএগ্রা, পূবোৰ্ত্তৰ প্ৰকাশন | বিউতি ৰহমান |
| বুদ্ধীন্দ্ৰ বৰুৱা, জনগন প্ৰেছ | বিবেকানন্দ ভট্টাচাৰ্য |
| উত্তম শৰ্মা, পাঠাগাৰ | বেনুধৰ কলিতা |
| জ্ঞানদা বৰা | পুলকানন্দ কৌশিক |
| মাধুৰ্য্যমণ্ডিত বৰুৱা | কৌশিক ব্যনাৰ্জী |
| বিৰূপাক্ষ | হিৰকজ্যোতি সভাপণ্ডিত (বুবুলিকন) |

আৰু

এই সময়ত মনলৈ নহা সকলোৰে ওচৰত যিসকলে এই কামটো সোনকালে শেষ কৰি বৰা ছাৰৰ হাতত তুলি দিবলৈ তাগিদা দিছিল।

*ত্ৰিদিব গোস্বামী*

লোক সংস্কৃতি অধ্যায়ন কেন্দ্ৰ, নগাঁও (অসম)

# ৰৱাদেৱৰ অনুভৱ

শ্ৰীমান গোস্বামীৰ লগত প্ৰথম চিনাকী হোৱাৰ দিনৰে পৰা তেওঁ একেটা কথায়েই কৈ আহিছিল যে তেওঁ মোৰ বিষয়ে মোৰ জীৱনৰ সকলো দিশ সামৰা এখন গ্ৰন্থ যুগুত কৰিবলৈ মনতে পাঙি আছে। সেইটো পৰিকল্পনা তেওঁৰ হেনো মোৰ সান্নিধ্যলৈ অহাৰ আগৰে। তেওঁ আৰু এটা আচৰিত কথা কৈছিল — তেওঁ সহজে যাব পৰা কোনো সভাত মই দিয়া বক্তৃতাখিনি পিছৰ বেঞ্চত বহি লিখি গৈছিল আৰু সেইখিনি ছপা কৰাৰ মন এটাও পুহি ৰাখিছিল। মই ক'লো যে কথাবোৰত ভুল থাকিব পাৰে মোক নেদেখুৱাকৈ ছঁপা নকৰিবা। তেওঁৰ উৎসাহত মই চেঁচা পানী ঢালিব খোজা নাছিলোঁ কিন্তু ভিতৰি ভিতৰি আমোদ অনুভৱ কৰিছিলোঁ এই ভাবি যে সেইখন কোনে পঢ়িব বা কাৰ প্ৰয়োজনত আহিব। এতিয়া এবছৰমানৰ ভিতৰতে তেওঁৰ সেই স্বপ্ন দিঠকত পৰিণত হোৱাৰ পথত। ধেমাজি বুক ষ্টলৰ মালিক শ্ৰীযুত নৱ কলিতাই বৃহৎ আকাৰ হ'লেও সেইখন প্ৰকাশ কৰিবলৈ সাজু হৈছে। তাৰোপৰি তেওঁ যুটীয়াভাৱে 'সৃষ্টি আৰু প্ৰেৰণা' — মোৰ একাশীতম্ জন্ম দিৱসত প্ৰকাশ কৰি উলিয়ালে। ('সৃষ্টি আৰু প্ৰেৰণা' — ষ্টুডেণ্ট ষ্টৰচ্ ২০০৪)

সংসাৰৰ নানান যন্ত্ৰণাত জুৰুলা মোৰ মনটোৱে কোনোমতেই ঠন ধৰি উঠিব পৰা নাই আৰু এতিয়া ঠন ধৰি উঠাৰ বয়সো নাই। মোৰ আন্ধাৰ ফালটোলৈ কোনেও চকু নিদি অকল বাহিৰ ফালটোক লৈ যিসকলে আনন্দ পাইছে সেইসকললৈ চিৰকালেই মোৰ আশীৰ্বাদ থাকিব।

শ্ৰীমানৰ কষ্ট কৰিব পৰা ক্ষমতাত মই আনন্দিত আৰু অভিভূত। তেওঁ নিস্বাৰ্থ আৰু সজ প্ৰচেষ্টাই নিশ্চয় ৰাইজৰো শুভেচ্ছা লাভ কৰিব। তেওঁ যে প্ৰকৃত অৰ্থত মোৰ জীৱনৰ বিভিন্ন দিশ সামৰিবলৈ চেষ্টা কৰিছে সেই কথা পাঠক-পাঠিকা সমাজে গ্ৰন্থখনিৰ সূচীপত্ৰখনত চকু ফুৰা লেই জানিব পাৰিব। ভগৱন্তই তেওঁৰ সৰ্বমঙ্গল কৰক আৰু ভৱিষ্যতৰ জীৱন উজ্জলৰ পৰা উজ্জলতৰ হওঁক। ❋❋

# হস্তাক্ষৰৰ চানেকিৰে

**কবিতাৰ পৰা ঃ**



**ভ্ৰমণ কাহিনীৰ পৰা ঃ**

আমি যোৱা সোমবাৰে (২৬/৯/৯৩) তাৰিখে বিশ্বনাথলৈ বুলি ৭ বজাত অমনি বাছ এখন লৈ তীৰ্থ যাত্ৰা কৰিলো। আমি প্ৰায় ২৪ গৰাকী শিক্ষক-শিক্ষয়ত্ৰী আৰু ছাত্ৰী একেলগে গৈছিলো। ৮-৩০ বজাত গৈ তেজপুৰ পালোঁ। আমি পোনে পোনে মহা

ভৈৰৱলৈ গ'লো। মহাভৈৰৱত তেল-চাকি, ধূপ, কল আদি দি সেৱা জনালোঁ। আমি ইয়াত বেছি সময় ৰ'ব পৰা নাছিলোঁ। কাৰণ হলেশ্বৰ, নামশঙ্কৰ আৰু বিশ্বনাথ ঘাটৰ বাবাৰ মন্দিৰলৈ যাব লাগিব। বিশ্বনাথ ঘাটত আমি শৰাই আৰু আৰু ভোগ দিমগৈ। আগতে মই তালৈ যোৱা নাছিলোঁ। সেয়ে বৰ Risk লৈ মই লৈ গৈছো। মহাভৈৰৱতে বাবুল আৰু অমিক ল'গ পালো। আগতে মই চিঠি দি থৈছিলো। চিঠি পাই সিহঁত আহিছিল। ইয়াৰ ওপৰি আমাৰ ছাত্ৰী কৃষ্ণা শৰ্ম্মা, তেওঁৰ ছোৱালী আৰু তেওঁৰ Husband ক ল'গ পালো। আকৌ আমাৰ যাত্ৰা আৰম্ভ হ'ল। অলপ সময় গৈয়ে হলেশ্বৰ পালোগৈ। তাতো সকলো নামি ধূপ, চাকি আৰু ফল-মূল দি সেৱা জনাই নাগ শঙ্কৰলৈ যাত্ৰা আৰম্ভ কৰিলোঁ। গাড়ীত উঠাৰ পিছতে মূষল ধাৰে বৰষুণ বাটত একো মনিব নোৱাৰি। পেটে-পেটে ভয়ো লাগিল। এইদৰে যদি বৰষুণ আহি থাকে। তেন্তে আমাৰ নাগ শঙ্কৰত হয়টো নমা নহ'ব। তথাপিও মনতে তেওঁৰ ওপৰত ভৰষা কৰি গৈ আছো। ভৰলী দলং পাৰ হ'লো। উত্তৰ জামুগুৰি পালোগৈ। কিন্তু আচৰিত কথা বৰষুণ একেবাৰে নাই। ইমান জাক বৰষুণ কলৈ গ'ল। ভগৱানৰ কি আচৰিত মহিমা। তেওঁৰ ওপৰত বিশ্বাস ৰাখিলে তেওঁ ৰক্ষা কৰে। ৰাস্তাৰ দুয়োকাষে সেউজীয়া ৰঙৰ পোহৰ। আকাশত মেঘ। জামুগুৰি পালোঁ। ৰাইজৰ বাবে চহৰীয়া ভাওনা হোৱা পথাৰখন, মেট্ৰিকত ফাষ্ট হোৱা ল'ৰাজনৰ গাওঁখন, হাইয়াৰ চেকেণ্ডাৰী স্কুলখন দেখুৱাই গৈ নাগশঙ্কৰ পালোগৈ। গোটেই বাটত নামৰ ধ্বনি। গাড়ীত উঠাৰ পৰাই নামৰ ধ্বনি। নাগশঙ্কৰতো তেনেকৈ বাবাৰ চৰণত ধূপ চাকিদি আমি পুখুৰীত কাঁছ আদি চাই বিশ্বনাথ বাবাৰ দৰ্শনৰ বাবে যাত্ৰা আৰম্ভ কৰিলো। ১১.৩০ বজাত গৈ বিশ্বনাথ পালোগৈ। ঘাটলৈ যোৱাত বাটত গজৰাজে যেন আমাক আদৰিবৰ কাৰণে বৈ আছে। দুটা হাতী (মাউতৰ সৈতে) আমাৰ গাড়ীৰ আগত থিয় দিলে। আমি কল খাবলৈ দিলোঁ। কল খাই আমাক সুন্দৰকৈ বাট এৰি দিলে। আমি তেওঁক সেৱা জনাই আগবাঢ়িলো। গৈ মন্দিৰ পালো গৈ, মন্দিৰত দেউক সকলো বস্তু চমজাই দি আমি চাঁকি ধূপ দি লৈ যোৱা বস্তু খাই নদীৰ পাৰত ফুৰিবলৈ গ'লো। নদীৰ কি শব্দ, বাৰিষা শিৱ বাবা নদীৰ মাজত থাকে। খৰালি গ'লেহে বোলে তেওঁক দেখা পোৱা যায়। সেয়ে আমি তেওঁলৈ প্ৰণাম জনালো পাৰৰ পৰাই মাঘ মাহত অহাৰ আশা ৰাখি। তাৰ পিচত গনেশ মন্দিৰ, চণ্ডি মন্দিৰ আৰু শিৱ মন্দিৰত সেৱা জনাই আহি নদীৰ কাষত বহিলোগৈ। কি সুন্দৰ দৃশ্য। পাৰত ডাঙৰ ডাঙৰ শিলত বহুতো নাওঁ একেলগে বন্ধা আছে। তাৰে কেইখনমান নাওঁ লৈ মাছ মৰীয়াসকল গৈছে মাছৰ সন্ধানত। ব্ৰহ্মপুত্ৰ কি উত্তাল। ওচৰতে এজন দোকানীয়ে পান তামোলৰ দোকান দিছে, আৰু দুখন মান দোকান আছে। কোনোবা এখনৰ পৰা হিন্দী গানৰ সুৰো ভাঁহি আহিছে, পৰিবেশটো এনে সুন্দৰ। বহুদিনৰ মূৰত যেন মুকলিকে অলপমান সময় আমি উশাহ ল'ব পাৰিছো। চহৰৰ

সীমাবদ্ধতাৰ মাজত থাকি প্ৰকৃতিৰ কোলাত যেন অলপ সময়ৰ বাবে হ'লেও জিৰণি ল'ব পাৰিছো। নানা ধৰণৰ কথা বতৰা পাতি ২-৩০ বজাত মন্দিৰৰ ডবা শঙ্খৰ শব্দ শুনি আমি ঘূৰি আহিলোঁ প্ৰসাদ ল'বৰ বাবে। মাহ প্ৰসাদ, ভোগ আদি খোৱাৰ পাচত আমাৰ ওভতনি যাত্ৰা আৰম্ভ হ'ল। আহোতে বাটত জামুগুৰিত আমাৰ ঘৰত সোমাই ৰাইজক চাহ একাপ খুৱাই ৫১/২ বজাত নগাওঁলৈ যাত্ৰা আৰম্ভ কৰিলোঁ। মা, খুড়ীয়ে আহি গাড়ীৰ পৰাই মানুহক আদৰিলেই। দুল, মণ্টি, জুন, মানিহঁতে চাহৰ যোগাৰ ধৰিলে। বৰ সুন্দৰ পৰিবেশ এটাত আমি আকৌ যাত্ৰা আৰম্ভ কৰিলোঁ। ৰাতি ৮ বজাত আহি ঘৰ পালোঁহি। ইয়াত বৰষুণ যদিও আমি ক'তো তিতিবলগীয়া নহ'ল।

✻ ✻✻✻✻✻✻✻✻✻✻✻✻✻

# জীৱন পঞ্জী

| | |
|---|---|
| ১৯২৪ | ঃ শোনিতপুৰ জিলাৰ ঘোপসাধাৰু চাহবাগানত জন্ম। |
| ১৯২৯ | ঃ কলিয়াবৰৰ হাটবৰ একনং হাটবৰ এল. পি. স্কুলত নাম ভৰ্ত্তি। |
| ১৯৩৬ | ঃ কুৱৰীটোল চি এম. ভি. স্কুলত এম.ই শিক্ষা আৰম্ভ। |
| ১৯৪০ | ঃ এম. ই ৰ শিক্ষা সমাপ্ত। এই বছৰতে বৰাদেৱৰ সম্পাদনাত হাতে লিখা আলোচনী 'মলয়া' প্ৰকাশ। |
| ১৯৪৪ | ঃ কলিয়াবৰ হাইস্কুলৰ পৰা মেট্ৰিক পাছ । |
| ১৯৪৬ | ঃ হাটবৰ অৰুন সেৱা সংঘ স্থাপন, নগাওঁ কলেজত আই. এ ত নাম ভৰ্ত্তি কৰে কলিকতা বিশ্বাবিদ্যালয়ৰপৰা পাছ। |
| ১৯৪৮ | ঃ কটন কলেজৰ পৰা বি.এ. পাছ । |
| ১৯৫০ | ঃ 'ৰংঘৰ'ৰ সহকাৰী সম্পাদক হিচাপে কাম আৰম্ভ কৰে। |
| ১৯৫২ | ঃ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত (সাহিত্য শাখা) ২ য় শ্ৰেণীৰ ৩ য়হৈ উত্তীৰ্ণ হয়। আকাশবাণীৰ ধনবৰকাই হৈ বিশেষকৈ গাৱলীয়া অঞ্চলৰ বাবে অনুষ্ঠান পৰিবেশন কৰে। (অংশকালীন) |
| ১৯৫৩ | ঃ যোৰহাটৰ জে.বি. কলেজত সাত মাহৰ বাবে অস্থায়ীকৈ কামত অংশগ্ৰহণ কৰে। (অসমীয়া বিভাগত) |
| ১৯৫৪ অক্টোবৰত | ঃ নগাওঁ কলেজত প্ৰবক্তা হিচাপে কাম আৰম্ভ কৰে। |
| ১৯৫৫-৫৮ | ঃ মাতৃবিয়োগ। পুথিঘৰ প্ৰেছৰ দ্বাৰা প্ৰকাশিত 'অৰুনাচল'ৰ মুখ্য সম্পাদক। |
| ১৯৫৭-১ মে' | ঃ জামুগুৰিৰ দিপ্তীৰেখা হাজৰিকাৰ লগত বিবাহ পাশত আবদ্ধ। (বৰ্তমান স্বৰ্গীয়) |

১৯৫৮-৬০ ঃ নগাওঁ ছোৱালী মহাবিদ্যালয়ত অংশকালীন প্ৰবক্তা হিচাপে কাম কৰে। এই সময়তে এ.ডি.পি. কলেজৰ প্ৰতিষ্ঠাপক প্ৰবক্তা হিচাপে কাম কৰে। এই সময়খিনিৰ ভিতৰতে ১ ম আৰু ২ য় সন্তানৰ জন্ম হয় আৰু বৰা দেৱৰ পিতৃবিয়োগ ঘটে। ১৯৫৯ ত নগাঁৱত অনুষ্ঠিত অসম সাহিত্য সভাৰ সপ্তবিংশ অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সম্পাদকৰ দায়িত্ব বহন কৰিছিল।

১৯৬১ ঃ প্ৰথম গল্প সংকলন 'কাঠনীবাৰী ঘাট' প্ৰকাশ।

১৯৬২ ঃ চীন ভাৰতৰ যুদ্ধৰ সময়ত, নগাওঁ জিলাৰ শান্তি স্থাপনত সক্ৰিয় অংশ গ্ৰহণ।

১৯৬৫ ঃ নগাওঁত স্থায়ীভাৱে বসবাস কৰিবলৈ আৰম্ভ কৰে।

১৯৭২ ঃ অসম সাহিত্য সভাৰ পৰা ভাষা আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ আৰু ৬২ খনতকৈও অধিক সভাত বক্তৃতা প্ৰদান।

১৯৭৮ ঃ গোলাঘাট সাহিত্যসভাৰ অধিবেশনৰ কবি সন্মিলনৰ সভাপতি।

১৯৮০ ঃ 'ৰাতি ফুলা ফুল' গল্প সংকলনৰ বাবে অসম প্ৰকাশন পৰিষদ বঁটা লাভ।

১৯৮৫-৮৭ ঃ নগাওঁ জিলা সাহিত্য সভাৰ সভাপতি।

১৯৮৯ ঃ অসম সাহিত্য সভাৰ ডুমডুমা অধিবেশেনৰ সভাপতি।

১৯৯৬ ঃ গল্প সমগ্ৰৰ বাবে অসম সাহিত্য সভাৰ ছগনলাল জৈন বঁটা লাভ।

১৯৯৮ ঃ সমগ্ৰ ৰচনাৰ বাবে উইলিয়ামচ এণ্ড মেগৰৰ অসম উপত্যকা বঁটা লাভ।

১৯৯৯ ঃ পত্নী বিয়োগ।

২০০১ ঃ 'এধানী মাহীৰ হাঁহি'ৰ বাবে সাহিত্য একাডেমি লাভ।

২০০৪ ঃ সাহিত্য সভাৰ মধ্যকালীন হোজাই অধিবেশনত ভাষন প্ৰদান।

২০০৫ ঃ ১৬ জানুৱাৰী, ত ২ য় পুত্ৰ ড° অভিজিৎ বৰাৰ বিয়োগ।

## (ক) কৰ্মক্ষেত্ৰ

১। কলিয়াবৰ ছোৱালী হাইস্কুল (হাটবৰ)

২। কামৰূপ একাডমী

৩। গুৱাহাটী অনাঁতাৰ কেন্দ্ৰ।

৪। কলিয়াবৰ হাইস্কুল।

৫। এ. ডি. পি. কলেজ।

৬। জে. বি. কলেজ।

৭। নগাওঁ কলেজ।

৮। নগাওঁ ছোৱালী কলেজ।

৯। কুৱৰীটোল হাইস্কুল। (৪৪-৪৫)

## (খ) সম্পাদনা

১। মলয়া (হাতেলিখা, ৭ ম মান শ্ৰেণীত)

২। ৰংঘৰ (শিশু আলোচনী), সহকাৰী সম্পাদক

৩। অৰুণাচল (পুথিঘৰ প্ৰেছ)

৪। নতুন অসমীয়া, সহকাৰী সম্পাদক

৫। সাপ্তাহিক পূৰ্বাচল জাগৰণ

## (গ) ছদ্মনাম

১। বেক বেন্সাৰ

২। অ-সাহিত্যিক

## প্ৰথম ছপা আকাৰে প্ৰকাশিত কবিতা

১। অকন

১। ভয়।

**********************

মনৰ কথা

# মহিম বৰা ঃ চালৰ তলৰ মানুহজন

ইতিমধ্যেই এক অনুষ্ঠানত পৰিণত হোৱা মহিমা বৰা দেৱৰ জীৱন আৰু কৰ্মৰ মূল্যায়ন কেইবাবছৰো ধৰি বাতৰিকাকত, আলোচনীত হৈ আহিছে। কিন্তু অসমীয়া সাহিত্যলৈ বৰাদেৱৰ যি বৰঙণি, তাৰ তুলনাত এনে লেখা-মেলা খুউব বেছি হোৱা নাই বুলিহে ক'ব পাৰি। অৱশ্যে ডঃ হীৰেন গোহাঁই ছাৰ, ৰঞ্জিত দেৱ গোস্বামী, ভবেন বৰুৱা, জ্ঞানানন্দ শৰ্মা পাঠক, অজিত বৰুৱা- এই সকলে তেখেতৰ সাহিত্যৰ সোৱাদ লোৱাত অসমীয়া পাঠকক সহায় কৰিছিল। এক কথাত তেখেতসকলে দুৱাৰ মুকলি কৰিছিল। বৰাদেৱৰ সম-সাময়িক প্ৰফুল্ল দত্ত গোস্বামী, যোগেশ দাস, নৱকান্ত বৰুৱা আদি সকলেও চিঠিৰ মাধ্যমেৰেই তেখেতৰ লিখাবোৰৰ প্ৰশংসা কৰা আমি পাইছো।

বৰাদেৱৰ সাহিত্য কৃতি বা তেখেতৰ জীৱনৰ ঘটনাবিলাক অসমৰ নতুন পাঠকৰ প্ৰেৰণাৰ উৎস। এইক্ষেত্ৰত গোহাঁই ছাৰে তেখেতৰ গল্প সমগ্ৰ সম্পাদনা কৰিছে। অগ্ৰজ ভাতৃপ্ৰতীম জীৱন নৰহেও তেখেতৰ ৰচনা সমগ্ৰৰ কাম এটা কৰি আছে। ২০০৪ বৰ্ষত তেখেতৰ কিছুসংখ্যক অপ্ৰকাশিত ৰচনাৱলী 'সৃষ্টি আৰু প্ৰেৰণা'ৰ অন্তৰ্গত হৈ প্ৰকাশ হৈছে।

আমাৰ উদ্দেশ্য ঃ

বাতৰি কাকত আলোচনীত প্ৰকাশ হোৱা দুকুৰিতকৈও অধিক প্ৰবন্ধ যি সমূহে বৰাদেৱৰ জীৱন আৰু সাহিত্যক প্ৰতিফলন কৰিছে, সেইসমূহক একত্ৰিত কৰি পাঠকৰ হাতত তুলি দিয়া। সাধাৰণতে দেখা যায় মৃত্যুৰ পছতেই সাহিত্যিক সকলক পাবলগীয়া আসনখন দিবলৈ ৰাজী হওঁ আমিবোৰ। কিন্তু জীয়াই থাকোতেই যদি আমি তাকে কৰিব পাৰো তেতিয়া হ'লেহে আমাৰ প্ৰকৃত উপলব্ধিক সাহিত্যিকসকলে গম পাই।

আমাৰ মনৰ কথাবোৰ ধেমাজি বুক ষ্টলৰ শ্ৰীযুত কলিতাদেৱক কোৱাত তেখেতে ক'লে- 'পটেট' নকৰিব। তিনিশ পৃষ্ঠাৰ কিতাপ এখনৰ কাম কৰিব পাৰে যদি সোনকালে কৰক। মই কৰিম।"

ভিতৰত কি পাব ঃ

'মহিম বৰা-জীৱনৰ সৰু-বৰ আলিয়েদি' এই নামকৰণেৰে কিতাপখনৰ সংকলন আৰু সম্পদনাৰ কাম কৰিববৈলে আৰম্ভ কৰি ভয়ো লাগিছে। কিজানিবা ক'ৰবাত খুঁত ৰয়। তথাপিও- সাহেই সাহিত্য। সেয়েহে ইতিমধ্যে প্ৰকাশত হোৱা আৰু দুই এটা অনুৰোধ কৰি লিখিওৱা মুঠ দুকুৰিৰো অধিক প্ৰবন্ধ, তেখেতলৈ জীৱনৰ বিভিন্ন সময়ত — বেণুধৰ শৰ্মা, ৰাধাগোবিন্দ বৰুৱা, নীলমনি ফুকন, যোগেশ দাস, নৱকান্ত বৰুৱা আদি ব্যক্তিয়ে

লিখা চিঠি, কেইবাটাও সাক্ষাৎকাৰ, জীৱনপঞ্জী, আৰু তেখেতৰ জীৱনৰ উল্লেখযোগ্য ফটোবোৰ ইয়াত সন্নিবিষ্ট কৰা হৈছে।

খুউব দীঘলকৈ নহ'লেও, বৰাদেৱৰ আমাৰ এই কাৰ্যত হোৱা অনুভৱখিনিকো, কিতাপখনৰ আৰম্ভনিতে ৰাখিছো যাতে জীৱনৰ শেষ বয়সত ভৰি দিয়া সাহিত্যিক গৰাকীৰ মনটোক, মনৰ আনন্দখিনিক কিতাপখন লৈয়েই পাঠকে অনুভৱ কৰিব পাৰে।

## কেনেকৈ লিখো মনৰ কথা ঃ

সংকলনটোৰ কাম কৰি যেতিয়া শেষ হৈছে তেতিয়াহে যেন শান্তি পাইছো। যোৱা কেইবামাহো ধৰি ব্যস্ত হৈ এতিয়া শেষ হোৱাত আকৌ ছাৰৰ বেলেগ এটা কাম কৰিবলৈ মন গৈছে। লাগি থকাত, শেষ হোৱাতকৈও যে বেছি মাদকতা আছে তাক উপলব্ধি কৰিছো। শ্ৰীযুত কলিতা (ধেমাজি বুক ষ্টলৰ মালিক) দেৱে উৎসাহিত নকৰা হ'লে বৰা ছাৰে ঘণ্টাৰ পাছত ঘণ্টা মোৰ লগত কথা নাপাতা হ'লে, দাদা, মা, দেউতাই কামটোৰ গুৰুত্ব বুজি যোৱা কেইবামাহো মোক বেলেগ কামত লাগিবলৈ হাগ নিদিয়া হ'লে সংকলনটোৰ কাম হৈ নুঠিলেহেঁতেন। তাৰোপৰি ধেমাজি বুক ষ্টলৰ সকলো কৰ্মকৰ্তাই কামটোৰ গুৰুত্ব বুজি সুন্দৰকৈ প্ৰকাশ হৈ ওলোৱাত সহায় কৰাৰ বাবে মই কৃতজ্ঞ হৈ ৰ'লো। আনকেইখন গ্ৰন্থৰ দৰে এইখনতো বহুপৰিমানে সহায় কৰি দিযাৰ বাবে প্ৰহেলিকা গোস্বামীক নশলাগি নোৱাৰিলোঁ।

শেষত ধেমাজি বুক ষ্টল (কিৰণ প্ৰকাশন)ৰ কলিতাদেৱক এজন সাহিত্যিকক জীৱিত অৱস্থাতেই দেখুৱাব পৰা আৰু দিব পৰা সৰ্বোচ্চ সন্মান কন দিয়াত সুবিধা কৰি দিয়াৰ বাবে কৃতজ্ঞতা জনালোঁ। আশাকৰো, ষ্টুডেণ্ট ষ্টৰছে (গুৱাহাটিৰ) প্ৰকাশ কৰা 'সৃষ্টি আৰু প্ৰেৰণা' ৰ দৰে এই সংকলনটিকো অসমৰ পাঠকে গ্ৰহণ কৰিব।

সংকলনটোত যিসকলৰ কবিতা, প্ৰবন্ধ, সাক্ষাৎকাৰ আদি লোৱা হৈছে সেই সকল আৰু যিসমূহ দৈনিক, সাপ্তাহিক কাকত, মাহেকীয়া আলোচনীৰ পৰা এই লেখাসমূহ সংগ্ৰহ কৰা হৈছে, সেইসমূহ কাকত, আলোচনীৰ সম্পাদকৰ ওচৰত আমি ঋণী হৈ ৰ'লো।

সদ্ইচ্ছাৰে

শ্ৰী ত্ৰিদিব গোস্বামী
লোক সংস্কৃতি অধ্যয়ন কেন্দ্ৰ
মৰঙ্গীয়াল, নগাওঁ (অসম)
৭৮২১৪১
দূৰভাষ ঃ ২২৭০৩৮

# 'কাঠনিবাৰী ঘাট' আৰু 'ৰঙা জিএৰা'ৰ স্ৰষ্টা মহিম বৰা

- পূৰবী বৰুৱা

অসমৰ মাটি আৰু প্ৰকৃতিৰ লগত তেওঁৰ সম্পৰ্ক প্ৰাণৰ। প্ৰকৃতিৰ বৰণীয়া সম্ভাৰৰ সান্নিধ্যত অতিবাহিত হৈছিল তেওঁৰ শৈশব। নীল বৰণীয়া আকাশৰ তলত, সেউজীয়া ঘাঁহনিৰ মাজে মাজে দৌৰি, বিলৰ বুকুৰ ভেট-পদুমৰ শোভা উপভোগ কৰি ক্ৰমে তেওঁ উপলব্ধি কৰিলে — এই পৃথিৱী সুন্দৰ, অনন্য। লাহে লাহে তেওঁ হৈ পৰিল পৃথিৱীৰ প্ৰেমিক, প্ৰকৃতিৰ প্ৰেমিক। প্ৰকৃতিৰ মনোমোহা ৰূপ-লাৱণ্যই তেওঁৰ সৃষ্টিশীল মনটোক জগাই তুলিলে। প্ৰথমে কল্পনা, তাৰ পিছত সৃষ্টি আৰু তাৰ পিছত হ'ল নিৰ্মাণ। আৰু ইয়াৰ ফলতেই তেওঁ হৈ পৰিল আমাৰ সকলোৰে পৰিচিত, সকলোৰে মৰমৰ সাহিত্যিক।

মহিম বৰা। 'ৰঙা জিএৰা'ৰ কবি। একাধাৰে তেওঁ এগৰাকী শক্তিশালী গল্পকাৰ, ঔপন্যাসিক, প্ৰবন্ধকাৰ, আৰু শিশু সাহিত্যিক। তেওঁৰ লেখাত প্ৰতিফলিত হয় অসমৰ গ্ৰামীণ সভ্যতা-সংস্কৃতিৰ ছবিখন। দুচকুৰে দেখি থকা বিভিন্ন ঘটনাৰ ভিন্নৰঙী চৰিত্ৰসমূহক, তেওঁলোকৰ জীৱনবোৰক তেওঁ ৰূপায়ণ কৰে গল্পৰ মাজেদি। তেওঁৰ লেখাসমূহত মানুহৰ সুখ-দুখ, হাঁহি-কান্দোন, ঈৰ্ষা, ঘৃণা, কপটালি-চতুৰালি আশা-আকাংক্ষা, স্বপ্নভংগৰ বেদনাৰ ছবি পৰিস্ফুট। গভীৰ মানৱতাবোধে আৱৰি ৰখা তেওঁৰ হৃদয়ৰ কথা প্ৰকাশ পায় তেওঁৰ ৰচনাত। 'কঠিনবাৰী ঘাট' 'বহুভুজী ত্ৰিভুজ', 'মই পিপলি আৰু পুজা', 'ৰাতি ফুলা ফুল', 'বৰযাত্ৰী', 'হেৰোৱা দিগন্তৰ মায়া', পুতলাঘৰ', 'দেহা গৰকা প্ৰেম', 'এখন নদীৰ মৃত্যু', 'এধানি মাহীৰ হাঁহি' আদিৰ নিচিনা অমূল্য গ্ৰন্থৰ ৰচনাৰে তেওঁ অসমীয়া সাহিত্য-সংস্কৃতিৰ ভঁৰালটি কৰি তুলিছে অধিক চহকী।

..................................................... ......

শোণিতপুৰ জিলাৰ ঘোপ-সাধাৰু চাহ বাগিচা ; এই বাগিচাৰে কৰ্মচাৰী আছিল গজেন্দ্ৰনাথ বৰা। ১৯২৬ চনৰ এটি শুভ দিনত গজেন্দ্ৰনাথ বৰাৰ পত্নী চন্দ্ৰকান্তি বৰাই জন্ম দিলে এটি পুত্ৰ সন্তান। এই সন্তানটিয়েই হৈছে মহিম বৰা। তেওঁৰ শৈশব অতিবাহিত হৈছিল চাহ বাগিছাৰ সেউজীয়া পৰিবেশৰ মাজত। শাৰী শাৰীকৈ থকা চাহ গছৰ শ্যাম সৌন্দৰ্য, চৰাই-চিৰিকটিৰ কূজন, মৌ-ভোমোৰাৰ গুঞ্জনে তেওঁৰ ভাবুক স্বভাৱৰ মনটোক কৰি তুলিছিল ভাবত বিভোৰ। অন্যহাতে, মাক-দেউতাকৰ জীৱনলৈ অহা নানা দুৰ্যোগবোৰে

তেওঁক সৰুৰে পৰা অভাৱ-অনাটনৰ কথা উপলব্ধি কৰিবলৈ বাধ্য কৰাইছিল। তেওঁ শিক্ষা জীৱন আৰম্ভ কৰে হাটবৰ এক নম্বৰ প্ৰাথমিক বিদ্যালয়ত। তাৰ পিছত তেওঁ কুঁৱৰীটোল কমবাইণ্ড মজলীয়া বিদ্যালয়ত পঢ়িবলৈ লয়। মজলীয়া বিদ্যালয় পাছ কৰাৰ পিছত তেওঁ কলিয়াবৰ হাইস্কুলত ভৰ্তি হয়। ১৯৪৪ চনত তেওঁ প্ৰৱেশিকা পৰীক্ষা পাছ কৰে দ্বিতীয় বিভাগত। ১৯৪৬ চনত তেওঁ নগাওঁ কলেজৰ পৰা প্ৰথম বিভাগত ইণ্টাৰ মিডিয়েট পৰীক্ষাত উত্তীৰ্ণ হয়। স্নাতক ডিগ্ৰী লাভ কৰে ১৯৪৮ চনত কটন কলেজৰ পৰা। ১৯৫২ চনত তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা অসমীয়া-বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী লাভ কৰে।

শিক্ষক হিচাপে কৰ্মজীৱনৰ পাতনি মেলা মহিম বৰাই এবছৰমান কলিয়াবৰ হাইস্কুলত শিক্ষকতা কৰিছিল। মাজতে কিছুদিনৰ বাবে তেওঁ কুঁৱৰীটোল হাইস্কুল আৰু কামৰূপ একাডেমী স্কুলতো শিক্ষকতা কৰিছিল। ইয়াৰ পিছত তেওঁ গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ 'গএগ্ৰাৰ মেল' অনুষ্ঠানৰ 'ধনবৰকাই' ৰূপে চাকৰি কৰে। ১৯৫০ চনত তেওঁ যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ত অসমীয়া বিভাগৰ অধ্যাপক হিচাপে নিযুক্ত হয়. ১৯৫২ চনত তেওঁ নগাঁও কলেজত অসমীয়া বিভাগৰ অধ্যাপক হিচাপে কাৰ্যভাৰ গ্ৰহণ কৰি পিছলৈ মূৰব্বী অধ্যাপক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। ১৯৮৭ চনত তেওঁ এই মহাবিদ্যালয়ৰ পৰাই অৱসৰ গ্ৰহণ কৰে।

.............................................

মহিম বৰাই তেওঁৰ সাহিত্যিক, সংবাদিক জীৱনৰ দুৱাৰ মুকলি কৰে সৰুতেই। হাইস্কুলীয়া জীৱনৰ পৰাই তেওঁ সাহিত্য সাধনাত ব্ৰতী হয়। হাইস্কুলৰ সপ্তম শ্ৰেণীত পঢ়ি থাকোঁতে সহপাঠী দেৱেন গগৈৰ সৈতে বিদ্যালয়ৰ পৰা 'মলয়া' নামৰ হাতে লিখা আলোচনী উলিয়াইছিল। এই আলোচনীখনতেই লিখে জীৱনৰ প্ৰথম গল্পটি — নাম 'হাভানাৰ চুৰত'। ১৯৮৫ চনত তেওঁ নগাঁও কলেজত পঢ়ি থকা সময়ত আন এখন হাতেলিখা আলোচনী উলিয়াই 'শেৱালী' নামেৰে। ছপা আখৰত ওলোৱা তেওঁৰ প্ৰথম গল্পটোৰ নাম আছিল 'জইন মৰা'। ১৯৪৫ চনত কোনোবা এটা সংখ্যাত 'বৰদৈচিলা'তে প্ৰকাশ পাইছিল এই গল্পটো। ১৯৪৯ চনত তেওঁ ড° বিৰিঞ্চি কুমাৰ বৰুৱাই সম্পাদনা কৰা শিশু আলোচনী 'ৰংঘৰ' ৰ সহকাৰী সম্পাদক নিযুক্ত হয়। তেওঁ কিছুদিনৰ বাবে 'নতুন অসমীয়া' কাকতখনতো সহকাৰী সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰিছিল। ১৯৫৫ চনত তেওঁ নগাঁৱৰ পৰা প্ৰকাশিত সাহিত্য সংকলন 'অৰুণাচল'ৰ সম্পাদক হয়। ইয়াৰ উপৰি তেওঁ 'ডেকা অসম', ৰামধেনু, আৱাহন' 'জয়ন্তী', 'বৰদৈচিলা' আদিতো প্ৰকাশ কৰে ভালেমান গল্প।

মহিমা বৰাৰ গল্পসমূহ কাব্যিক, ব্যঞ্জনাধৰ্মী। বিশিষ্ট সাহিত্যিক নগনে শইকীয়াই মহিম বৰাৰ গল্প সম্বন্ধে কৈছে— 'মহিম বৰা'ৰ গল্পসমূহ তৈলৰঙী চিত্ৰৰ দৰে। কেতিয়াও পুৰণি নহয়। মহিম বৰাৰ প্ৰতিটো গল্পতে পাঠকক আকৰ্ষণ কৰিব পৰা একোটা কাহিনী থাকে। ভিন্ন পটভূমিত লিখা এই কাহিনীসমূহত তেওঁ ফুটাই তুলিছে ভিন্নধৰ্মী চৰিত্ৰ— বাস্তৱ চৰিত্ৰ। ইয়াৰ উপৰি তেওঁ গল্পসমূহত প্ৰয়োগ কৰা নিভাঁজ অসমীয়া শব্দই প্ৰমাণ কৰে তেওঁৰ ৰচনা-ৰীতিৰ স্বকীয়তা। তেওঁৰ গদ্যৰীতি হাড়ে-হিমজুৱে অসমীয়া। 'তিনিটা খুঁটি পুতিলে। বুঢ়া বহা ঠাইৰ পৰা দুৱাৰমুখেদি পোনে-পোনে দহ হাত আঁতৰত— চোতালত। প্ৰতিটো খুঁটিত তিনিডালকৈ মুগাসূতা দি টাকুৰীত গাঁঠি বান্ধি পকাই বেণুক ধৰি থাকিবলৈ দিলে, যাতে পাক সুলকি নাযায়। তিনিওডাল পকাই হোৱাৰ পাছত তিনিওটা মূৰ একেলগে টাকুৰীৰে হাঁকোটাত বান্ধি পেলালে। এতিয়াহে আচল ডোলডাল বঁটা হ'ব। হাতৰ তৰ্জনী আৰু মধ্যমা আঙুলি দুটা তিনিডাল ৰছীৰ ফাঁকত বুঢ়াৰ নিৰ্দেশ মতে চেনিয়ে এনেভাৱে সুমুৱাই ধৰিলে, যাতে ডোলকেইডালৰ ইডালৰ গাত সিডাল নেলাগে। টাকুৰীৰ পৰা এহাতমান আঁতৰত এইদৰে আঙুলিকেইটা ৰাখি তাৰ এবেগেতমান আঁতৰত টাকুৰীটোৰ ফালে তিনিওডাল ডোল বাওঁহাতৰ তৰ্জনী আৰু বুঢ়া আঙুলিৰ নখেৰে এনেভাৰে টি পা দি ধৰিলে, যাতে ৰছীৰ পাক সেই টিপা পাৰ হৈ আগবাঢ়িব নোৱাৰে। বুঢ়াই টাকুৰীটো পকাই থাকিব। ডোলৰ পাকে গৈ আঙুলিৰ টিপাত প্ৰথমে টান দিব। বুঢ়াই টাকুৰীটো গাৰ ফালে টানি ইংগিত কৰাৰ লগে লগে চেনিয়ে বাওঁহাতৰ আঙুলিৰ টিপাত প্ৰথমে টান দিব। বুঢ়াই টাকুৰীটো গাৰ ফালে টানি ইংগিত কৰাৰ লগে লগে চেনিয়ে বাওঁহাতৰ আঙুলিৰ পিটটো ওপৰলৈ আঁজোৰ মাৰি অনাদি এৰি দিব। লগে লগে কটং শব্দ কৰি পাকবোৰ সোঁহাতৰ আঙুলি থকা ঠাইখিনি পাবগৈ। পাকবোৰ ঠাইত আকৌ বাওঁহাতেৰে টিপা দি সোঁহাতৰ আঙুলিকেইটা এবেগেত আঁতৰত ৰাখিব। গোটেই ৰছীডালত এই ব্যৱস্থা। কেনেবাকৈ যদি টিপা পিছলিল, বা সময়ত এৰি নিদিলে, বা এৰি দিওঁতে কটং কৰে শব্দ নুঠিল, তেনেহ'লে ৰছীও বঁটা হ'ল শাল মাছো খালে, সিহঁতৰ চৌধ্য পুৰুষেও একোটা পিশু পালে।'—— ( কাঠনিবাৰী ঘাট, ১৯৬১)।

'কাঠনিবাৰী ঘাট' মহিম বৰাৰ প্ৰথম গ্ৰন্থ।১৯৪৭ চনৰ পৰা ১৯৬০ চনলৈ লিখা এক ডজন গল্পৰে এই গ্ৰন্থখনি এখন আকৰ্ষণীয় গ্ৰন্থ আৰু ইয়াৰ প্ৰত্যেকটো গল্পয়ে সমানে উপভোগ্য। সুন্দৰ ভাষা, প্ৰকাশভংগী, জীৱন-দৃষ্টি, ক'লা-কৌশলেৰে 'কাঠনিবাৰী ঘাট'ৰ চুটি গল্প বাৰটা অসমীয়া গল্প সাহিত্যলৈ মহিম বৰাৰ অনবদ্য অৱদান।

তেওঁৰ আন এখন গল্প সংকলন হৈছে 'বহুভূজী ত্ৰিভুজ'। এই গল্প সংকলনটিৰ গল্প সমূহৰ মাজেদিও আমি দেখা পাওঁ তেওঁৰ সূক্ষ্ম পৰ্যবেক্ষন ক্ষমতা, ৰসজ্ঞান আৰু মানবতাবোধ। তদুপৰি তেওঁৰ ৰচনা - ৰীতিৰ এটি মূল্যবান গুণ 'প্ৰতিকধৰ্মীতা' এই গল্প

সংকলনটিৰ কেইবাটাও গল্পত দেখা যায়। —– 'পুখুৰীটোলৈ চকু গ'ল। পুখুৰীৰ বুকুৰ পদুমবিলাক তেতিয়াও জয় পৰি যোৱা নাই। –

........ ভোমোৰা, মৌ-মাখি আদিয়ে প্ৰতিপাহ্ পদুমৰ চাৰিওফালে গুণ গুণাই উৰি ফুৰিছে। ' (অনেক ভোমোৰাৰ গুণ্ গুণ্নি)। গল্প সংকলটিৰ মুঠ নটা গল্পৰ প্ৰতিটো গল্পয়ে পাঠকক কৰে মুগ্ধ। তেওঁৰ এখন প্ৰবন্ধ সংকলন 'চিন্তা-বিচিত্ৰা' অসমীয়া চিন্তামূলক সাহিত্যৰ এক উল্লেখযোগ্য সংযোজন। মহিম বৰাৰ 'ৰাতি ফুলা ফুল' নামৰ গ্ৰন্থখনিৰ প্ৰায় প্ৰতিতো গল্পতে তেওঁ দেখুৱাইছে পাদৰ্শিতা। গ্ৰামীন সমাজৰ ছবি, চহৰীয়া জীবন তথা চহৰমুখী গাওঁৰ ছবি, উচ্চ-মধ্য-নিম্নবিত্ত সমাজৰ ছবি আদি তেখেতৰ কলমত হৈ উঠিছে জীৱন্ত। 'মই পিপলি আৰু পূজা' নামৰ গ্ৰন্থখনি তেওঁৰ এখন আকৰ্ষনীয় আৰু সুখপাঠ্য গন্থ। তেওঁৰ ৰচিত উপন্যাসৰ ভিতৰত 'হেৰোৱা দিগন্তৰ মায়' (১৯৭২) 'পুতলা ঘৰ' (১৯৭৩) আৰু 'এধানি মাহিৰ হাঁহি' (১৯৯৮) উলেখযোগ্য। তেওঁৰ শিশু সাহিত্য- 'বত্ৰিশ পুতলাৰ সাধু'। অনুবাদ মূলক গ্ৰন্থ 'ৰাজা ৰামমোহন ৰায়'। ৰম্য ৰচনা - 'মোমাইৰ পদুলিত বান্ধিলো ঘোঁৰা'। তেওঁ এজন নাট্যকাৰ। তেওঁৰ নাটকৰ ভিতৰত 'অমৰ চকুলো', 'পদুম কুঁৱৰী', 'লাডু গোপালৰ বিবাহ', লাডু গোপালৰ ঘৰ-সংসাৰ', 'তিনিৰ তিনিৰ গ'ল', আদি উল্লেখযোগ্য। তেওঁৰ 'কাঠনিবাৰী ঘাট' ইতিমধ্যে হিন্দী, বাংলা আৰু মাৰাঠী ভাষালৈ অনুদিত হৈছে।

গল্পকাৰ মহিম বৰাৰ আন এটা পৰিচয় আছে কবি হিচাপেও। পঞ্চাশৰ দশকৰ কবি তেওঁ। কলিকতাৰ পৰা প্ৰকাশিত 'কুঁহিপাত' আলোচনীত 'অকন আৰু ভয়' নামৰ এটি কবিতাৰে কাব্য জীৱনৰ দুৱাৰ মুকলি কৰা মহিম বৰাৰ প্ৰকাশিত কাব্য গ্ৰন্থ হৈছে ' ৰঙা জিএগ্ৰা'। গ্ৰন্থখনিত থকা 'পুখুৰী', 'মাছ', 'ভৰালী পাৰৰ আবেলি', আৰু 'ৰঙা জিএগ্ৰা' – এই চাৰিটা মহিম বৰাৰ স্মৰণীয় কবিতা —

পলৰীয়া এচেৰেঙা ৰ'দৰ ভৰত দেহা
টলবল
স্থিতিৰ মুক্তিৰ সীমা
টলমল
চপ্ চপ চপ পাৰ ভৰা এটি পুখুৰী ;
অলস মন্থৰ দেহ, প্ৰশান্ত উজ্জ্বল প্ৰাণ
প্ৰতীক্ষা বিহ্বল।........
জীৱনৰ স্তৰে স্তৰে পোৰা কয়লাৰ খাদ

নতুন মৃত্যুৰ গোন্ধ প্ৰতি উশাহত,

কোন এক অভিশপ্ত সাম্বৰ গৰ্ভেৰে

গৰ্ভৱতী পৃথিবী আমাৰ। (পুখুৰী)

অসমীয়া সাহিত্যৰ-সংস্কৃতিৰ উত্তৰণত মহিম বৰাৰ আছে নিৰলস পৰিশ্ৰম আৰু নীৰৱ সাধনা। তেওঁৰ মনে-প্ৰাণে কামনা কৰে অসমীয়া সাহিত্য-সংস্কৃতিৰ সৰ্বাঙ্গীন উন্নতি হোৱাতো। সাহিত্যৰ বাবে উৎসৰ্গিত কৰিছে তেওঁৰ জীৱন। প্ৰায় বিশ খনতকৈও অধিক গ্ৰন্থৰ ৰচনাৰে তেওঁ অসমীয়া সাহিত্যলৈ আগবঢ়াইছে উল্লেখনীয় বৰঙণি।

শ্বুৰেডেনবৰ্গইতো কৈছিল-'সংসাৰ- বৈৰাগী জীৱন এটা কটাই স্বৰ্গৰ জখলা বগাব নোৱাৰি, সংসাৰৰ যাৱতীয় কাৰ্য কৰিহে পাৰি।'

'এধানি মাহীৰ হাঁহি'ৰ ৰূপকাৰ,'ৰঙা জিএলা'ৰ কবিজনায়ো সুচাৰুৰূপে পালন কৰিছিল তেওঁৰ সংসাৰ-ধৰ্ম। ১৯৫৭ চনৰ ২মে'ত তেওঁ স্বৰ্গীয় দীপ্তি বৰাৰ লগত বিবাহপাশত আবদ্ধ হয়। তেওঁলোকৰ দুজন পুত্ৰ- অমিতাভ বৰা আৰু অজিতাভ বৰা। পিতৃ-মাতৃৰ বাবে মহিম বৰা এজন সু-পুত্ৰ,পত্নীৰ বাবেতেওঁ এজন আদৰ্শৱান স্বামী আৰু সন্তানৰ বাবে এজন দায়িত্বশীল পিতৃ। জীৱনত পদে পদে ভোগ কৰি অহা দুখ-দুৰ্দশাই ৰুধিব পৰা নাছিল তেওঁৰ কলমৰ গতি। দুখৰ বাবেই যেন হৈছিল সৃষ্টি। জীৱনৰ সকলো দুখ-কষ্ট নীৰৱে সহ্য কৰি তেওঁ মাথোঁ লিখিছিল— নীৰৱে লিখিছিল। এতিয়া তেওঁ তেওঁৰ স্মৃতিচাৰণ কৰোঁতে কৈছে— 'জীৱনৰ প্ৰকৃত আনন্দ যদি কিবা আছে, তেন্তে মই তাৰ ভাগ পোৱা নাই।' কবিতাৰ মাধ্যমতো প্ৰকাশ হৈছে তেওঁৰ মনৰ বেদনা-

'কাৰো ওচৰত মুখ জুৰাবৰ নাপালো অকণো ঠাই,

লোহা-লক্কৰ, শিল-কংক্ৰীটেৰে আছে ঠাহ খাই খাই।

এবেহা পাতৰ কাণে-বাৰে যদি লাগিও ৰ'ল।

সিও যে ৰেডিঅ' - এক্টিভ হ'ল।'

সামাজিক, সাংগঠনিক কামৰ প্ৰতিও তেওঁৰ আগ্ৰহ আছিল সৰুৰে পৰাই। যেতিয়া তেওঁ হাইস্কুলত পঢ়ি আছিল, তেতিয়াই তেওঁ নিজৰ অঞ্চল হাটবৰত স্থাপন কৰিছিল এটি পুথিভঁৰাল। ইয়াৰ উপৰি তেওঁ নাট্য-সমাজ আৰু সংঘ আদি প্ৰতিষ্ঠা কৰা কামতো আগভাগ লৈছিল। সেই সময়ত তেওঁ সহপাঠী দুই-এজনৰ সৈতে লগ- লাগি প্ৰতিষ্ঠা কৰা বালিকা মজলীয়া বিদ্যালয়খনেই হৈছে এতিয়াৰ কলিয়াবৰ ছোৱালী উচ্চতৰ মাধ্যমিক বিদ্যালয়।

মহিম বৰা অসম সাহিত্য সভাৰ লগতো বহুদিনৰ পৰাই জড়িত হৈ আছে। নগাঁৱত অনুষ্ঠিত সপ্তবিংশ অধিবেশনৰ (১৯৫৯) অভ্যৰ্থনা সমিতিৰ সম্পাদকৰ দায়িত্ব বহন কৰিছিল তেওঁ। অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সদস্যও আছিল তেওঁ। ইয়াৰ উপৰি১৯৮৫ চনৰ পৰা ১৯৮৭ চনলৈকে তেওঁ নগাঁও জিলা সাহিত্য সভাৰ সভাপতি আছিল। গোলাঘাটত অনুষ্ঠিত সাহিত্য সভাৰ হীৰক জয়ন্তী অধিবেশনৰ (১৯৭৮) কবি সন্মিলনৰো তেওঁ আছিল সভাপতি। লগতে তেওঁ শুৱনি কৰিছিল ১৯৮৯ চনৰ ১৬, ১৭, ১৮ আৰু ১৯ ফেব্ৰুৱাৰীৰ' পৰা ডুমডুমাত অনুষ্ঠিত অসম সাহিত্য সভাৰ পঞ্চ পঞ্চাশ্তম অধিবেশনৰ সভাপতিৰ আসনখন।

'ৰঙা জিঞ্জা'ৰ এই কবিজনলৈ ২০০১ চনত আগবঢ়োৱা হয় সাহিত্যৰ ৰাষ্ট্ৰীয় সন্মান সাহিত্য অকাডমি বঁটা । সাহিত্য অকাডেমী বঁটা প্ৰাপ্ত তেওঁৰ গ্ৰন্থখনিৰ নাম 'এধানী মাহীৰ হাঁহি'। ইয়াৰ উপৰি তেওঁ অসম উপত্যকাৰ বঁটা আৰু আৰু ছগনলাল জৈন বঁটাৰেও বিভূষিত হৈছে।

মহিমা বৰা এগৰাকী অতুলনীয় গল্পকাৰ। তেওঁৰ প্ৰতিটো গল্পই অসমীয়া গল্প সাহিত্যৰ ভঁৰাললৈ একো একোটি মুক্তাৰ দৰে উপহাৰ। তেওঁৰ কলমৰ গতি স্তিমিত হ'লেও তেওঁ এতিয়াও মানসিকভাৱে হৈ আছে সক্ৰিয় আৰু সচেতন। মহিম বৰা অনুজসকলৰ বাবে প্ৰেৰণাৰ উৎস। ❋❋

---

(আমাৰ অসম, ২০ নৱেম্বৰ ২০০৪)

# নিপুণ কথাশিল্পী মহিম বৰা

- কেশ বৰা

সাহিত্য ক্ষেত্ৰত প্ৰখ্যাত সাহিত্যকৰ প্ৰথম প্ৰেৰণা আছিল তেখেতৰ মাতৃ। কীৰ্ত্তনৰ পদ, আইনাম, বিয়ানাম আদি নানা কামৰ মাজতেই গাইছিল। কোনো চৰ্চা নোহোৱাকৈ দেউতাকেও মাজে মাজে বৰগীত গাইছিল। সেই বৰগীতৰ সুৰেও স্কুলীয়া ল'ৰাজনক আকৰ্ষিত কৰিছিল। তদুপৰি বংশৰ দুজন ককাইদেৱেকৰ ঘৰত বন্ধাই থোৱা পুৰণি আৱাহান, বাঁহী, পূজা সংখ্যা বংলা আলোচনী আদিও পঢ়িবলৈ পাইছিল। ঘৰৰ পৰা নাতিদূৰত থকা ৰাজহুৱা পুথিভঁৰালটোৰ সেইসময়ত পঢ়িব পৰা প্ৰায় সকলো কিতাপো পঢ়াৰ খক দিনে দিনে বাঢ়ি গৈছিল। প্ৰাইমাৰী স্কুলত পঢ়ি থাকোতেই বন্ধৰ দিনত দৰং জিলাৰ ঘিলাধাৰী, মাজুলীগড় আদি চাহবাগিছাত চাকৰি কৰা ডাঙৰ মোমায়েকৰ লগত থাকোতে অসমীয়া বাতৰিকাকত আৰু আৱাহন পঢ়াৰ সুযোগ পায়। তদুপৰি মামীয়েকে মগাই অনা ৰগৰ, ৰহঘৰা, নাৰীৰত্ন, পদ্মিনী, মৌ-মহাভাৰত আদি পঢ়ে। সাহিত্যিক এজনৰ নিজৰ ভাষাত- "ভোকত ডেৱা-কৰ্কৰা খোৱাৰ দৰে, খকত আৱাহনৰ গল্প অতি কম বয়সতে হজম কৰিবলৈ লাগি গ'লো।' ঘৰতে থকা "ভীমচৰিত, কাণখোৱা, ব্যাধ-চৰিত, তুলসী-চৰিত আদি পুথি পঢ়ি বেলেগ সোৱাদ পালো।" বৰদেউতাকৰ কিতাপৰ বাকচত মিত্ৰদেৱ মহন্তদেৱৰ 'বহাগী বিহুৰ সুৱাগী নাম" নামৰ পুস্তিকাখন চিঞৰি চিঞৰি পঢ়াৰ কাৰণে দেউৰাম গোঁসাইৰ চেকনিৰ কোব-খাইছিল। তৃতীয় শ্ৰেণীত থাকোতেই কবিতা লিখি স্কুলৰ বঁটা বিতৰণী সভাত প্ৰথম পুৰস্কাৰ লাভ কৰাৰ শিহৰণ আজিও অনুভৱ কৰে। হাইস্কুলৰ সপ্তমমানত পঢ়ি থাকোতে সেইসময়ত নিজৰ কঠোৰ আৰু চাৰিওফালৰ মানুহবিলাকৰ জীৱন সত্বাৰ ৰূপটো আৱাহনৰ গল্পত নাপাই ছাত্ৰজনে প্ৰতিজ্ঞা কৰিছিল যে তেওঁ এনে গল্প লিখিব য'ত প্ৰেম নাথাকিব। থাকিব কেৱল জীৱনবোৰৰ আশা-কল্পনা-স্বপ্নৰ কথা। সহপাঠী দেবেন গগৈৰ সহযোগত হাতে লিখা আলোচনী 'মলয়া' উলিয়ালে। সহায় কৰিলে গগৈৰ ভনীয়েক সাবিত্ৰীয়ে। তিনিমহীয়া আলোচনী। বঙলা গল্প এটাৰ ছাঁলৈ 'মলয়া'ত লিখিলে জীৱনৰ প্ৰথম গল্প "হাভানাৰ চুৰট"। গল্প সৃষ্টিৰ আৰম্ভণি সাহিত্য। জীৱন এনেকৈয়ে আৰম্ভ হ'ল।

নগাওঁ জিলাৰ বৃহৎ কলিয়াবৰ অঞ্চলৰ হাটবৰত নিপুন কথা শিল্পী মহিম বৰাৰ পিতৃ- পুৰুষৰ বাসস্থান। বৰাদেৱৰ পিতৃ আছিল ৰাম তামুলী বংশৰ ঁ গজেন্দ্ৰনাথ বৰা আৰু মাতৃ ঁ চন্দ্ৰকান্তা বৰা। চাহবাগানৰ চাকৰি সূত্ৰে পিতৃ-মাতৃ আছিলগৈ দৰঙ জিলাৰ ঘোপা সাধাৰু চাহবাগিছাত। তাতেই জন্ম লাভ কৰে বৰাদেৱে ১৯২৩ চনত। হাটবৰৰ ঘৰত থাকি প্ৰাথমিক শিক্ষা লাভ কৰি ঘৰৰপৰা কেবামাইল দূৰত থকা কলিয়াবৰ হাইস্কুলৰ পৰা ১৯৪৪ চনত প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। সেই বছৰতে নগাঁও চহৰত এখন কলেজ খোলাৰ যো-জা চলিল। কলেজ আৰম্ভ হ'ল। বৰাদেৱে সকাহ পালে। নাম ভৰ্ত্তি কৰি আত্মীয়ৰ ঘৰত থাকি কলেজলৈ অহাযোৱা কৰিলে। পাচত বিখ্যাত শঙ্কৰ মন্দিৰৰ ওচৰত কলেজে ভাৰা লোৱা মেচলৈ আহিল। বৰাদেৱৰ উদ্যোগত মেচৰ বাসিন্দাসকলে মেচটোৰ নাম দিলে "শেৱালী" এখন হাতে লিখা আলোচনী উলিয়ালে। সেই আলোচনীত 'বেক বেণ্ডাৰ' ছদ্ম নামত এটা ছন্দ মিলা দীঘলীয়া কবিতা লিখিলে। গল্পটোৰ নাম আছিল "এঘণ্টা"। "শেৱালী"ৰ তৃতীয় সংখ্যাত সেই ছদ্ম নামতে লিখিলে 'ডফলা কাঁইট" নামৰ এটা গল্প।

১৯৪৬ চনত নগাঁও কলেজৰ পৰা প্ৰথম দলৰ ছাত্ৰ হিচাপে ইণ্টাৰমিডিয়েট পৰীক্ষাত উত্তীৰ্ণ হয়। তাৰ পাচত যাত্ৰা কৰে গুৱাহাটীলৈ। কটন কলেজৰ পৰা স্নাতক ডিগ্ৰী লাভ কৰে ১৯৪৮ চনত। ১৯৪৯ চনত কলিয়াবৰ হাইস্কুলত এবছৰ শিক্ষকতা কৰি পুনৰ ১৯৫০ চনত গুৱাহাটীলৈ গৈ কামৰূপ একাডেমীত শিক্ষকতা কৰে আৰু লগে লগে গুৱাহাটী অনাতাঁৰ কেন্দ্ৰত "গএৱাৰ মেল" অনুষ্ঠানৰ "ধনবৰককাই" ৰূপে কাৰ্য্যনিৰ্বাহ কৰে। ১৯৫২ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা অসমীয়া বিষয়ত স্নাককোত্তৰ ডিগ্ৰী লাভ কৰে। ১৯৫৩ চনত যোৰহাটৰ জগন্নাথ বৰুৱা কলেজত অধ্যাপক হিচাপে যোগদান কৰে। ১৯৫৪ চনত নগাঁও কলেজত অসমীয়া বিষয়ত অধ্যাপক হিচাপে নিযুক্তি লাভ কৰে। ১৯৫৬ চনৰ নগাঁৱৰ প্ৰকাশ হোৱা সাহিত্য সংকলন 'অৰুণোদয়'ৰ মুখ্য সম্পাদকৰ দায়িত্ব পালন কৰে। ১৯৫৭ চনত জামুগুৰি হাটৰ দীপ্তিৰেখা হাজৰিকাৰ লগত বিবাহ পাশত আৱদ্ধ হয়।

১৯৬১ চনত মহিম বৰাদেৱৰ প্ৰথম গল্পসংকলন 'কাঠনিবাৰী ঘাট' প্ৰকাশ হয়। "কাঠনিবাৰী ঘাট" গল্পটোৰ সৃষ্টি সম্পৰ্কে বৰাদেৱে কৈছে – "নাৱৰ সহযাত্ৰী, মোৰ অচিনাকি অথচ দূৰ সম্পৰ্কীয় নবৌগৰাকীৰ সেন্দুৰৰ ফোটটোৱে ব্ৰহ্মপুত্ৰৰ বুকুত আমনি দি আহিছিল কোনো কাৰণ নোহোৱাকৈ, মোৰ ঘনে ঘনে টুনী চৰাইটোৰ বুকুৰ চকৰাটোলৈ মনত পৰিছিল। 'দাদা'ৰ মৃত্যুৰ সংবাদে মোৰ কলিজাৰ ৰঙা চকৰাটো ডগ্‌মগীয়া সেন্দুৰ যেন ৰঙা আওঠা এটা কৰি পেলালে।" এই গল্পটোৱে ১৯৫৬ চনত ৰামধেনুৰ গল্প প্ৰতিযোগীতাত প্ৰতীক বঁটা ১০ টকা লাভ কৰিছিল। কাৰণ ১ ম, ২ য়, ৩ য় পুৰস্কাৰৰ

বাবে কোনো গল্প বাছনিত নুঠিল। কবি হৰেকৃষ্ণ ডেকাৰ মতে 'কাঠনিবাৰী ঘাট" এটা বিৰল অভিজ্ঞতাৰ গল্প। ইয়াত আছে এক গভীৰ উপলব্ধি।

১৯৬৭ চনত বৰাদেৱৰ "দেহা গৰকা প্ৰেম", "মই পিপলি আৰু পূজা", "বহুভুজী ত্ৰিভুজ" (গল্প সংকলন), আৰু মোমাইৰ পদূলিত বাঞ্ছিলো ঘোঁৰা" (লাহতি ৰচনা) প্ৰকাশ হয়। "এখন নদীৰ মৃত্যু" গল্প সংকলন প্ৰকাশিত হৈছিল ১৯৭২ চনত। এই গল্প সংকলনত সন্নিবিষ্ট "এখন নদীৰ মৃত্যু" গল্পত এটা বাস্তৱ সমস্যা উপখাপন কৰা হৈছে। লেখকে কলংপৰীয়া মৎস্য জীৱি লোকসকলৰ সমস্যা ওচৰৰ পৰা প্ৰত্যক্ষ কৰিছে। অদূৰদৰ্শী মানুহৰ কাৰ্য্য বাৱস্থাৰ কাৰণেই এখন জীৱন্ত নদী মৃত্যু গৰাহত পৰিল আৰু তাৰ ফল স্বৰূপেই এদল শ্ৰমজীৱি লোকৰ জীৱন বিপন্ন হ'ল। গল্পটোত লেখকৰ এচাম মানুহৰ প্ৰতি গভীৰ সহানুভূতি পৰিলক্ষিত হৈছে।

১৯৭৭ চনত কথা শিল্পী মহিম বৰা 'ৰাতি ফুলা ফুল' গল্প সংকলন প্ৰকাশ হ'ল। কবি হৰেকৃষ্ণ ডেকাৰ মতে— "ৰাতি ফুলা ফুল"তো ফুল কেইপাহ ফুলাৰ ৰুদ্ধশ্বাস মুহূৰ্ত্ত ত তাৰ বৰ্ণনা বিচিত্ৰ ব্যঞ্জনাৰে সমৃদ্ধ হৈ পৰিছে। এটা প্ৰতীক মূৰ্ত্তিমান হৈ উঠাব গুৰিতে আছে অৰ্থঘন শব্দৰ ভাৱসঞ্চাৰী ক্ৰিয়া। ফুলকেইপাহে যেন মানবীয় খোপনি লৈ ঠিয় হৈ আছে।" এইখন গল্প সংকলনে অসম প্ৰকাশন পৰিষদ বঁটা লাভ কৰিবলৈ সক্ষম হ'ল। ১৯৮০ চনত প্ৰকাশ হয় আন এখন গল্প সংকলন "বৰযাত্ৰী"। (১৯৮৭চনত প্ৰকাশ হয় তেখেতৰ "মোৰ প্ৰিয় গল্প সংকলন।) ১৯৯৩ চনত প্ৰকাশিত বৰা দেৱৰ গল্প সমগ্ৰই ছগনলাল জৈন বঁটা লাভ কৰে।

বৰা দেৱৰ "মাছ আৰু মানুহ" নামৰ গল্পটো পাঠক সমাজৰ এটা প্ৰিয় গল্প। স্বৰ্গীয় হেম বৰুৱাই এই গল্পটো ইংৰাজীলৈ অনুবাদ কৰি ইলাষ্টেটেড উক্‌লি অফ্ ইন্দিয়াত প্ৰকাশ কৰিছিল। হেমিংৱেৰ 'Old man and the sea' নামৰ বিখ্যাত উপন্যাসখনৰ ছাঁ লৈ গল্পটো লিখা বুলি বহুতে ক'ব খোজে। কিন্তু বৰা দেৱৰ মতে "হেমিংৱেৰ সেই উপন্যাসখন পঢ়িয়েই মোৰ এই মৌলিক গল্পটো লেখাৰ প্ৰেৰণা পাইছিলোঁ। প্ৰেৰণা আৰু 'প্ৰভাৱ দুটা সুকীয়া প্ৰক্ৰিয়া।" "মাছ আৰু মানুহ" গল্পৰ দৰে বৰা দেৱৰ "ৰস", "টোপ" আৰু "চক্ৰৱৎ" গল্পকেইটা সাৰ্থক গল্প। কাৰণ ইয়াত গল্পকাৰৰ ভাষা প্ৰাণৱন্ত হৈছে।

কাব্য প্ৰতিভাৰ অপূৰ্ব নিদৰ্শন পোৱা যায়। বৰাদেৱৰ এক মাত্ৰ কবিতা সংকলন "ৰঙা-জিঁয়া"। তেখেতে যদি কবিতাৰ ৰাজ্যখনতে সমগ্ৰ জীৱন বিচৰণ কৰিলেহেঁতেন তেন্তে নিজকে এজন প্ৰখ্যাত কবি হিচাপে পৰিচয় দিব পাৰিলেহেঁতেন। সমালোচক অধ্যাপক ৰঞ্জিৎ কুমাৰ দেৱ গোস্বামীয়ে বৰাদেৱক "গল্পকাৰ-কবি" হিচাপে অভিহিত

কৰি এটা প্ৰৱন্ধত তেখেতৰ গল্প সম্পৰ্কত কবিতাৰ আলোচনা আগবঢ়াইছিল। ১৯৭৮ চনত গোলাঘাটত অনুষ্ঠিত অসম সাহিত্য সভাৰ কবি সন্মিলনত সভাপতি নিৰ্বাচিত কবি হিচাপে স্বীকৃতি দিয়ে।

বৰাদেৱ এজন প্ৰৱন্ধকাৰো। কলেজৰ অধ্যাপনা জীৱনৰ বিভিন্ন অভিজ্ঞতাৰে তেখেতে অনেক তথ্যপূৰ্ণ প্ৰৱন্ধ ৰচনা কৰিছিল। সেই প্ৰৱন্ধসমূহৰ তেৰটা সাহিত্য-সংস্কৃতি বিষয়ক প্ৰবন্ধ সংকলনেই "চিন্তা-বিচিত্ৰা"। ১৯৭৫ চনত এইখন প্ৰবন্ধ সংকলন প্ৰকাশ হয়। তেখেতৰ আনখন প্ৰবন্ধ সংকলন হ'ল "সাহিত্য-বিচাৰ"। "ৰাজা ৰাম মোহন ৰায়"ৰ জীৱনী অনুবাদ কৰি তেখেতে প্ৰকাশ কৰিছিল। "পাখিলগা দিন" তেখেতৰ শৈশৱৰ সোঁৱৰণী।

বৰাদেৱে শিশু সাহিত্যতো হাত দিছিল। "বত্ৰিশ পুতলাৰ সাধু" "তেজিমলা আৰু চিগেঁৰিলা" আৰু "বীৰ বগীৰাম" তেখেতৰ দ্বাৰাই ৰচিত শিশু সাহিত্য।

"শ্ৰীশ্ৰী শংকৰদেৱৰ নাট্যাৱলী" নামকৰনেৰে বৰাদেৱে এখন গ্ৰন্থ সম্পাদনা কৰিছে।

মহিম বৰাদেৱ এজন সাৰ্থক গল্পকাৰ ৰূপে পঢ়ুৱৈ সমাজত পৰিচিত। কিন্তু তেখেতে কেইবাখনো উপন্যাসো ৰচনা কৰি প্ৰকাশ কৰিছিল। সেইকেইখন হৈছে "পুতলাৰ ঘৰ" (১৯৭১), "হেৰোৱা দিগন্তৰ মায়া" (১৯৭৩), "এধানি মাহীৰ হাঁহি" (১৯৯৭)। এইখন উপ্যানাসৰ বাবে তেখেতে সাহিত্য একাডেমী লাভ কৰিছে। তেখেতৰ দুখন উপন্যাস হাতে লিখা অৱস্থাতে আছে। সেই দুখন উপন্যাস হ'ল — "প্ৰথম প্ৰেমৰ জন্ম" আৰু "চাহ বাগানৰ গান"

১৯৫৪ চনত পৰা নগাঁও কলেজত অসমীয়া বিভাগত অধ্যাপনা কৰি ১৯৮৭ চনত কৃতি শিক্ষক হিচাপে স্বীকৃতিৰে মুৰব্বী অধ্যপক হিচাপে অৱসৰ গ্ৰহণ কৰে।

১৯৮৯ চনত আজীৱন সাহিত্য সেৱাৰ স্বীকৃতি স্বৰূপে অৰ্হতাৰ নিপুন কথাশিল্পী আৰু কবিক অসমৰ সৰ্ব্ববৃহৎ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ পঞ্চপঞ্চাছতম্ ডুমডুমা অধিবেশনৰ সভাপতি হিচাপে বৰণ কৰে। অধিবেশন উপলক্ষে অসমৰ বিভিন্ন স্থানৰপৰা তাত সমবেত হোৱা সাহিত্য-সংস্কৃতিৰ পূজাৰীসকলক, সমবেত সুধীসজ্জনক সম্বোধন কৰি বৰাদেৱে উদ্বাত্ত কণ্ঠে আহ্বান জনাইছিল — "আহক, আমি সকলোৱে একমুঠ হৈ এই মহান দেশৰ মহান ঐতিহ্য ৰক্ষা কৰোঁ। সুকীয়া সুকীয়াকৈ, গাই-গোটা পেটে ভঁৰাল হৈ আমাৰ অসংখ্য প্ৰজাতি, ধৰ্ম-গোষ্ঠীৰ, ভাষা গোষ্ঠীৰ লোক কেতিয়াও তিষ্ঠি থাকিব নোৱাৰিব, কাল লুইতে সকলোকে উটুৱাই লৈ যাব।

আমি ভাগৰি পৰিলে নচলিব, আমি শুই পৰিলে সেয়ে হ'ব আমাৰ শেষ শয়ন, আমি মৰি মৰি জী উঠিব লাগিব। আমি পৰি পৰি থিয় হ'ব লাগিব।" সাহিত্যাচাৰ্য্য

যজ্ঞেশ্বৰ শৰ্মাদেৱে তেখেতৰ তিনিজন প্ৰাক্তন ছাত্ৰ অসম সাহিত্য সভাৰ সভাপতি হোৱাৰ কাৰণে গৌৰৱ বোধ কৰিছিল। সেইকেইজন শ্ৰী যতীন্দ্ৰ নাথ গোস্বামী, চৈয়দ আব্দুল মালিক আৰু শ্ৰী মহিম বৰা।

পৰম পিতাৰ ওচৰত গভীৰ বিশ্বাস ৰাখি স'ততে ৰাইজৰ পদধূলি কামনা কৰা এইজন বৰেণ্য কথা শিল্পীয়ে যোৱা ৬ জুলাইত চাৰিকুৰি বছৰৰ দুৱাৰদলিত ভৰি দিলে। স্বাস্থ্যজনিত কাৰণ আৰু সাংসাৰিক বিপৰ্য্যয়ত জৰ্জৰিত হৈ স্থবিৰ হোৱা কলমে যেন পুনৰ সৃষ্টি কৰে। ❋❋

---

(সাহিত্য সভাৰ হোজাই মধ্যকালীন অধিবেশনৰ (ফে ঃ২০০৪) মুখপত্ৰিকা 'কপিলী যমুনা'ত প্ৰকাশিত)

# মহিম বৰা মানুহজন

ত্ৰিদিব গোস্বামী

মহিম বৰা ছাৰৰ সমূহ গ্ৰন্থ মই নিকিনাকৈ দেউতাই ইতিমধ্যে গোটাইছিল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ দেওঁনা পাৰ কৰি আহি শিক্ষকতা সূত্ৰে বটদ্ৰৱা মহাবিদ্যালয়ত সোমালোঁ, মাজতে এবছৰ নগাঁও মহাবিদ্যালয়টো অংশকালীন প্ৰবক্তা হিচাপে কাম কৰিলো। কিন্তু ১৯৯৯ চনৰ পৰা বৰ্ত্তমানলৈকে মোৰ যিটো কাম মুখ্য কাম হিচাপে পৰিগনিত হ'ল সেইটো হ'ল মহিম বৰা ছাৰে ভাষণ দিয়া সভাবোৰত উপস্থিত থাকি ভাষণবোৰ টুকি যোৱা। এইদৰে কাৰোতে কৰোতে দহৰ ওপৰ হ'ল। ছাৰে গম পাই মাতি নিলে। দিন-বাগৰাৰ লগে লগে কিবা এটা আচৰিত শক্তিয়ে ছাৰৰ লগত মোক গাঁঠি পেলালে। জন্মৰ পাছৰ পৰা এতিয়ালৈকে শিক্ষা, স্বাধীনতাৰ দিন, প্ৰেম, বিবাহ, জীৱন দুৰ্বিসহ কৰা ঘটনা, শিক্ষকতা, সাহিত্য আৰু বহুতো বিষয়ৰ ওপৰত ছাৰে কয়, মই শুনো, লিখো। এনেকৈয়ে লিখোতে লিখোতে বহুত হ'ল। 'ক্ৰান্তিকালত' প্ৰকাশ হোৱা 'দণ্ডধাৰী' (চমাৰচেট মমৰ The verger ৰ অনুবাদ আৰু বিনোদন কাকলি'ত প্ৰকাশ হোৱা 'ব্যস্ত ব্ৰোকাৰৰ প্ৰেমৰ (অ' হেনৰীৰ গল্পৰ অনুবাদ) বিষয়ে ছাৰক কথা প্ৰসঙ্গত কোৱাত ছাৰে ভাল পাইছিল। পিছত ২০০২ আৰু ২০০৩ চনৰ জুন মাহৰ ভিতৰত নগাঁওৰ পাঁচখন কিতাপ ইংৰাজীলৈ ভাঙনী কৰি প্ৰকাশ কৰাত ছাৰে মোক মূৰত হাত দি কৈছিল— 'তোমাৰ ওপৰত ভগৱৎ কৃপা পৰিছে, পিছলৈ চাব নালাগে, কাম কৰি যোৱা।' ছাৰৰ পৰা আশীৰ্বাদ পোৱাৰ পাছত মোক পাই কোনে। 'চিন্তা-বিচিত্ৰাৰ' দহটা প্ৰবন্ধ ভাঙনীৰ কাম আৰম্ভ কৰিলো। ছাৰক কথাটো ক'লো। ছাৰে বৰ ভাল পালে। ক্ৰান্তিকাল প্ৰকাশনৰ ৰাজখোৱাৰো কানত কথাটো পেলালো। মহিম বৰা ছাৰৰ 'চিন্তা বিচিত্ৰা'ৰ দহটা প্ৰবন্ধ 'Selected Essays From Mahım Bora' বুলি ভাঙনী কৰিছো। সময়ত কাষ চাপিম। প্ৰকাশ কৰিব লাগিব। **<u>ছালৰ তলৰ মানুহজন</u>ঃ** ছালৰ তলৰ মানুহজন মানুহে দেখা মানুহজনতকৈ বেলেগ। কথা নাপাতিলে আতঁৰৰ পৰা মানুহজনৰ বৰ খঙাল বুলি ভাবে। এদিন কথা প্ৰসঙ্গত ছাৰক কোৱাত মোক ক'লে— "খং নুঠি কি হ'বহে, যেতিয়া যিটো কথা। ভাতৰ

সময়ত ভাতৰ কথা, চাহৰ সমযত চাহৰ কথা। লেক্‌চাৰ এটা পিপিয়াৰ কৰি যাবা, ক্লাছত হুলস্থুল কৰি থাকিব ল'ৰা-ছোৱালীয়ে। খং নুঠিব কাৰ। কিন্তু কি জানা সেই যে কলেজত কাম কৰোতেই ইমেজ এটা হ'ল সিয়েই কাল হ'ল। তুমি জানো মোক খঙাল পাইছা কেতিয়াবা ?"

**গ্ৰন্থ উন্মোচনৰ কথা ঃ** ১৯৯৯ চনৰ কথা। নগাওঁ জিলা সাহিত্য সভাৰ গ্ৰন্থ উন্মোচনী সভাত মোৰ প্ৰথম গ্ৰন্থ 'ভাৰতৰত্ন গোপীনাথ বৰদলৈ' উন্মোচন হ'ল। উন্মোচন কৰিলে মহিম বৰা ছাৰে। ছাৰে উন্মোচনী ভাষণত ক'লে — 'নতুন চামক উলিয়াই আনিব লাগে, নল মৰে গজালী উঠে ইত্যাদি.... ...'। সভাত উপস্থিত থকা দুই এজন ব্যক্তিয়ে মোক প্ৰশ্ন সুধি অবস্থা নাইকীয়া কৰিলে। মই কিয় গোপীনাথ বৰদলৈৰ বিষয়ে লিখিলো, বেলেগ মানুহ নাই নেকি আৰু বহুতো। পিছত কথা প্ৰসঙ্গত ছাৰক ক'লো-- 'ছাৰ মোৰ সেইদিনা অবস্থা এনেকুৱা হৈছিল।' -- ছাৰে ক'লে-- সেইবিলাকক গুৰুত্ব নিদিবা। নিজৰ কাম কৰি যোবা, মুনিনাঞ্চ মতিভ্ৰম। মইয়ো সাহিত্য সভাৰ সভাপতি হ'ম বুলি ভবা নাছিলো। আমাৰ অসমীয়া মানুহে উৎসাহ দিব নাজানে বুজিছা। তুমি তোমাৰ কাম কৰি যোবা। ফলাফল ফলদাতা বিভুৰ হাতত। <u>**শ্ৰুত-লেখন, লাহুতী ৰচনাঃ**</u> মহিম বৰা ছাৰৰ ১৯৬৭ চনত প্ৰকাশ হোৱা "মোমাইৰ পদুলিত বান্ধিলোঁ ঘোঁৰা" খনক লাহুতী ৰচনা বুলি কয়, কৈ ভাল পায। এই শব্দটো প্ৰয়াত যজ্ঞেশ্বৰ শৰ্মাদেৱে নিৰ্বিবাদে মানি লোৱাৰ কথাটো মোৰ আগত কৈছে। গুৱাহাটীৰ পৰা প্ৰকাশ হোৱা 'ছাত্ৰ সাৰথি' নামৰ আলোচনী খনৰ বাবে ছাৰৰ পৰা লিখা এটা আনিবলৈ গ'লো। লিখা মানে ছাৰে কৈ যাব, মই লিখিম। সেইমতেই কাম। লিখাৰ শেষত ছাৰে ক'লে— 'ত্ৰিদিব, মই কৈ গ'লো তুমি লিখি গ'লা, তাৰমানে এইটো অনুলেখন হ'ল। কিন্তু তুমি 'অনুলেখন' শব্দটোৰ ঠাইত 'শ্ৰুত লেখন' শব্দটো ব্যৱহাৰ কৰিবাহে।' শব্দটো মই ব্যৱহাৰ কৰিলো। ড° শিৱনাথ বৰ্মনে শব্দটোৰ ব্যৱহাৰ ভাল পালে। অতুলচন্দ্ৰ হাজৰিকাৰ জন্ম শতবৰ্ষৰ শ্ৰদ্ধাৰ্ঘ সংখ্যাৰ 'সাকোঁ'ত মহিম বৰা ছাৰৰ মই লিখি অনা শ্ৰুত-লেখন এটা প্ৰকাশ হ'ল। ছাৰৰ বৰ ফুৰ্ত্তি। শব্দটো গজ-গজীয়া হ'ল। ছাৰৰ দুটা শব্দই স্থান পালে। <u>**গোৰক্ষপুৰৰ ৰাষ্ট্ৰীয় সাহাৰা ঃ**</u> উত্তৰ প্ৰদেশৰ গোৰক্ষপুৰলৈ গৈছিলো। উদ্দেশ্য 'গীতা প্ৰেছ'ৰ পৰা কিতাপ কিনা আৰু কুশ্ৰীনগৰ ভ্ৰমন কৰা। কুশ্ৰীনগৰ বুদ্ধদেৱৰ কাৰণে বিখ্যাত। তাত থকা এমাহত মই প্ৰায়েই দৈনিক ৰাষ্ট্ৰীয় সাহাৰা নামৰ হিন্দী কাকতখনৰ অফিচলৈ গৈছিলো। শক্তি প্ৰকাশ শ্ৰীবাস্তৱক লগ পাইছিলো তাতে। কাকতখনৰ সম্পাদনা সমিতিৰ লগত জড়িত তেওঁ। তেওঁৰ লগত অসমৰ সাহিত্যৰ বিষয়ে আলোচনা প্ৰসংগত তেওঁ মহিম বৰা ছাৰৰ "কাঠনিবাৰীৰ ঘাট", মামনি ৰয়চম গোস্বামীৰ আধা লিখা 'দস্তাবেজ' আৰু নৱকান্ত বৰুৱাৰ কবিতাৰ কথা কৈছিল। গোৰক্ষপুৰৰ পৰা 'দস্তাবেজ' বুলি এখন বাতৰি কাকত প্ৰকাশ

হয়। মই শ্ৰীবাস্তৱৰ পৰা দস্তাবেজৰ অৰ্থ জানিছিলো। মহিম বৰা ছাৰৰ ভাষণাৱলী, জীৱনৰ ঘটনা আদিৰ বিষয়ে কোৱাত তেওঁ সেইবোৰৰ হিন্দী অনুবাদ কৰিব পাৰিম নেকি সুধিছিল। মই প্ৰথমতে অসমীয়াত প্ৰকাশ কৰি পাছত তেওঁলৈ পঠিওৱাৰ প্ৰতিশ্ৰুতি দিছিলো। শংকৰদেৱ-বটদ্ৰৱাৰ পৰা 'নৰ্থ ইষ্ট টাইমছ' কাকতৰ বাতৰি যোগনীয়াৰ হিচাপে কাম কৰি আছো। বটদ্ৰৱা থানৰ গৱেষণা কেন্দ্ৰত শংকৰদেৱৰ বিষয়ে এখন আলোচনা চক্ৰ আছিল। মহিম বৰা ছাৰক কোৱাত ছাৰ সন্মত হ'ল। মই বাতৰি প্ৰস্তুত কৰা আৰু ভাষণ সংগ্ৰহ কৰা দুয়োটা কথাৰ বাবে উপস্থিত থাকিলো সভাত। ছাৰৰ ভাষণৰ সাৰমৰ্ম আছিল এনেধৰণৰ "শ্ৰীকৃষ্ণ, ইটালীৰ লিওনাৰ্ড ড্যা ভিঞ্চি আৰু আমাৰ শংকৰদেৱ ঠিক একেটা পথেৰে গতিকৰা তিনিজন মহাপুৰুষ, মানৱতাবাদী সকলৰ ভিতৰত এজন। বিশ্ব সাহিত্যত Pearl ৰ (পাৰ্ল) যি স্থান শংকৰদেৱৰ 'স্যমন্ত হৰন'ৰো একেই। ভালদৰে লক্ষ্য কৰিলে সাদৃশ্য খিনি অনুভৱ কৰিব পাৰি। কিন্তু শংকৰদেৱৰ জন্ম হ'ব লাগিছিল উৰিষ্যাত বা বেংগলত। ইয়াত তেওঁৰ ৰছনাৱলীৰ সুক্ষ্ন বিচাৰ হোৱা নাই।" <u>**ভগৱৎ কৃপা, মন্ত্ৰ তাবিজ ঃ**</u> ছাৰে ভগৱানৰ কৃপাত খুউব বিশ্বাস কৰে। এই ক্ষেত্ৰত ছাৰৰ মন্তব্য হ'ল-- অনুপ্ৰেৰণা সাহিত্য সাধনাৰ সময়ত বিভিন্নজনৰ পৰা পাব পাৰি কিন্তু 'ভগৱৎ-কৃপা' লাভ কৰাটো বৰ কঠিন কাম আৰু এবাৰ এই কৃপা লাভ কৰিব পাৰিলে তেওঁৰ জয় জয় ময় ময়।

ডেকা অৱস্থাত ছাৰে মন্ত্ৰ, তাবিজ এইবিলাক মুঠেই বিশ্বাস কৰা নাছিল। কিন্তু নগাঁৱৰ ঘৰত যেতিয়া ৫৬ টা তাবিজ ওলাল তেতিয়া ছাৰে কুমন্ত্ৰৰ বিষয়ে বিশ্বাস কৰা হ'ল। এদিন কথা প্ৰসঙ্গত মোক কৈছিল-- 'বুজিছা এইবিলাক বিধিৰে বিধান, কিন্তু মানুহৰ ইমান হিংসা, মই জ্ঞান বুদ্ধি থকা অৱস্থাত মানুহৰ অন্যায় কৰা নাই অথচ এটাৰ পাছত এটা ঘটনা ঘটি আছে। বাইদেউৰাৰ মৃত্যুও স্বাভাৱিক মৃত্যু নহয়।' <u>**চায়েটিকা, পেণ্ট ...ঃ**</u> ছাৰক ফটোতহে পেণ্ট পিন্ধা অৱস্থাত দেখিছো। এনেয়ে চুৰিয়া পিন্ধা অৱস্থাত সদায়ে পাওঁ। নগাঁও মহাবিদ্যালয়ত কাম কৰোতে তেখেতে পেণ্ট পিন্ধিছিল। সেই সময়ত এ. ডি. পি. কলেজতো ৰাতিৰ ভাগত ক্লাছ কৰিছিল। সেই সময়ত চায়েটিকাৰ বিষে ছাৰক কোঙা কৰি ৰাখিছিল। সেয়েহে গৰম কাপোৰৰ পেণ্ট চোলা পিন্ধিছিল ছাৰে। সেই সময়ত শ্বিলংত উঠা এখন ফটো দেখুৱাই ছাৰে হুমুনিয়াহ কাঢ়িছিল-- "এই দিনবিলাক ক'তনো ঘূৰি আহিব।' ৰবি ঠাকুৰৰ ভাষাৰে -- 'মৰিতে চাহিনা আমি সুন্দৰ ভুবনে, মানৱেৰ মাজে আমি বাসিবাৰ 'চাই' এই শেষৰ দিন কেইটাই বৰ কষ্ট দিছে কিন্তু তোমালোকৰ নিচিনা এচামে মোৰ লিখাবোৰ পঢ়ে, পঢ়ি ভাল পাই, তাতেই মোৰ আনন্দ। মোৰ আচৰিত কৰি দিলা ঃ মহিম বৰা ছাৰৰ বৰ্ত্তমান বয়স আশীত সোমাইছে। মোৰ ভাবন লিখি যোৱা কাৰ্য্যই ছাৰক বৰ আচৰিত কৰিছে। তাতকৈ আচৰিত কৰিছে দেউতা ৰ দ্বাৰা সংগ্ৰহ কৰা

তেখেতৰ গ্ৰন্থাৱলীয়ে। ছাৰৰ ঘৰত নথকা ছাৰৰ কিতাপ আমাৰ ঘৰত আছে। এদিন কথাৰ প্ৰসঙ্গত ব্ৰাউনিংৰ কবিতাৰ লগত ছাৰৰ কবিতাৰ সাদৃশ্য দেখুৱাই দিয়াত আৰু বানাৰ্ডশ্বৰ কেণ্ডিডাৰ তিনিকোনীয়া প্ৰেমৰ প্ৰভাৱ ছাৰৰ লিখনিতো স্পষ্ট বুলি মই বুদ্ধিৰে দেখুৱাই দিয়াত ছাৰে ক'লে—"তুমি মোক আচৰিত কৰি দিলা, ১৫/২০ বছৰৰ আগতে তোমাৰ দৰে ল'ৰা এজন পোৱা হ'লে ভাল আছিল।" ❋❋

# সপোন নেদেখিবা ....
# মিঠা মিঠা স্মৃতি আঁত ধৰি

- উজ্জ্বল জ্যোতি দাস

সত্তৰ দুহেজাৰ এক চনৰ ছয় নবেম্বৰ তাৰিখে নগাঁও নাট্য মন্দিৰত আয়োজিত এক উপাধি প্ৰদান অনুষ্ঠানত পুস্তিকা উন্মোচনী ভাষণত শ্ৰদ্ধেয় মহিম বৰা ছাৰেই (তেখেত আমাৰ ছাৰ তুল্য) অতি আক্ষেপেৰে কৈছিল ঃ- "অসমখন এতিয়া প্ৰতিভাৰ মৰাশালিত পৰিণত হৈছে -। এজনত পিছত এজনকৈ অতি কম সময়ৰ ভিতৰতে ইতিমধ্যে আমি কেইবাজনো বিৰল প্ৰতিভাক হেৰুৱাব লগা হৈছে।" কথাষাৰৰ সত্য সত্যতা অস্বীকাৰ কৰাৰ ধৃষ্টতা সেইসময়ত (আৰু আজিও)আমাৰ নাছিল যদিও সেইসময়ত অন্য এটি কথাহে ভাবি বুকুখন এবাৰলৈ মোৰ বিষাই গৈছিল। প্ৰতিটো প্ৰজন্মই প্ৰতিজন প্ৰতিভাক ওচৰত এবাৰলৈ হ'লেও নোপোৱাৰ দুখ। ই ঈশ্বৰে এক চিৰাচৰিত নিয়ম যদিও তেনে প্ৰতিভাৰ পোহৰে একোটা প্ৰজন্মক স্পৰ্শ লাভৰ পৰা বঞ্চিত কৰি প্ৰজন্মটিকে যেন বিচলিত কৰিছে, ব্যক্তিগতভাৱে এনে এটি ধাৰণাকে বন্ধপ্ৰেক্ষা গৃহটিত পোষন কৰিছিলো- - সংগোপনে। দুখ লাগে, যেতিয়া নগাঁৱৰ ˇৰত্নকান্ত বৰকাকতী, ˇচন্দ্ৰফুকন,ˇ ইক্ৰামুল মজিদ আদি উজ্জ্বল নক্ষত্ৰ সকলৰ অৱদানৰ কথা কেতিয়াবা কোনোবাজন গুণী লোকে অকপট প্ৰকাশে। তেওঁলোকৰ সান্নিধ্যলৈ অহাহেঁতেন আমিও হয়তো আজি আৰু কিছু কৰিব পাৰিলোহেঁতেন নেকি-নতুনকৈ ভাৱ হয়। কেতিয়াবা ভাব হয় অন্ততঃ ˇযজ্ঞেশ্বৰ শৰ্মা, ˇ ড° সৰ্বেশ্বৰ ৰাজগুৰু, ˇ প্ৰণৱ বৰুৱা অথবা এতিয়াৰ মহিম বৰা ছাৰৰ দৰে স্বনামধন্য ব্যক্তিসকলৰ ওচৰত যে এখন্তেক বৈ মত বিনিময়ৰ কিম্বা আশীষ লাভৰ সুযোগকনকে পাইছো ইও প্ৰজন্মটোৰ বাবেই জানো এক গৌৰৱৰ বিষয় নহয়? প্ৰচণ্ড নিৰাশৰ মাজতো?? যি দৰে মহিম বৰা ছাৰে তেজপুৰৰ বানৰঙ্গমঞ্চত ড° ভূপেন হাজৰিকাক পায় জ্যোতিপ্ৰসাদ, বিষ্ণুৰাভাক দিঠকত বিচাৰি পোৱাৰ কথা সেই মিটিংখনতে অ কপতে প্ৰকাশিছিল। ছাৰে নিজৰ ভাষণত সেইদিনা এইবুলিও কৈছিল "মোৰ সৰুৰে পৰাই এটি হীনমান্যতাবোধ আছিল যে অসমীয়াৰ মাজৰ পৰা ভাল ডক্টৰেট, ভাল গীতিকাৰ,

সুৰকাৰ, কবি সাহিত্যক নোলাব নেকি? ভূপেন হাজৰিকাক লগ পোৱাৰ পিছত মনত সেই ধাৰণা ভালেখিনি দূৰ হ'ল....।"

সেয়া যি কি নহ'ওক এটা দিনৰ কথা বিশেষ ভাৱে আজি মনলৈ আহিছে। ডায়েৰীখন উলিয়াই চালো তাৰিখটো ১৬ জানুৱাৰী ২০০২ চন। সহকৰ্মী (মুক্ত সাংবাদিক মূলতঃ) বাইদেউ তুল্য ফুলগুৰিৰ গীতাঞ্জলি মেধিৰ সৈতে ছাৰৰ বৰ্ত্তমানৰ ঘৰলৈ এবাৰ গৈছোঁ। অসমীয়া খবৰ কাকতখনত জ্যেষ্ঠ লেখিকা তথা অধিবক্তা আভা বৰা বাইদেউৱে 'তৰা'ৰ মহিম বৰা বিশেষ সংখ্যটিৰ ওপৰত কৰা সুদীৰ্ঘ পৰ্য্যলোচনাটিৰ কপি এটি দিবলৈ। গীতাঞ্জলী বাইদেৱে ছাৰৰ বিষয়ে আমাৰ অসমৰ "বহু বচন" শিতানত লিখা লিখাটিৰ কঁপি এটি দিবলৈ গৈছিল। গধূলি গোঁসাই ঘৰৰ পৰা ওলায়ে ছাৰ পোনে পোনে আমাৰ ওচৰলৈ আহি ওচৰৰ চকীখনতে গাঁটো এৰি দিলে। মোক কঁপিটো ওলিয়াই দিয়াত আগ্ৰহেৰে চাই তেখেতে ক'লে "খবৰখন ভাল হৈছে বহুতে কৈছে। আভা বৰাইও নিশ্চয় ভালে লিখিছে।" "পিছত ভালদৰে পঢ়িম" বুলি টেবুলখনৰ ওপৰতে কঁপিটো থৈ এইবাৰ নিজে নিজেই তেখেতে ক'লে– "বঁটাটো পোৱাৰ পিছত (সাহিত্য একাডেমী) চিঠিৰে বহুতে অভিনন্দন জনায়ে আছে।" ৰবা, চিঠি দুখনমান আনোগৈ বুলি ভিতৰলৈ এবাৰ সোমাই গৈ হাতত কেইখনমান চিঠি লৈ এইবাৰ এইখিনি আমাৰ হাতত তুলি দিলে। আমিও চালো বেচ্ আন্তৰিকতাৰে লিখা চিঠি। এখন চিঠি সম্ভৱতঃ জ্ঞানদা শৰ্মা পাঠকৰ আছিল। তেওঁ মহিম বৰাৰ ছাৰলৈ বহু পলমকৈ এই সন্মানটি অহাৰ বাবে বঁটাটিকে প্ৰত্যখান কৰিবলৈ অনুৰোধ কৰিছিল--প্ৰতিবাদ স্বৰূপে লিখা ডিগবৈৰ পৰা চিঠি এখনত। "এধানি মাহীৰ হাঁহিৰ" খাঁচ অসমীয়া শব্দ তথা ভাষা প্ৰয়োগৰ উপৰি নিখুঁত অসমীয়াৰ সমাজ অংকনৰ পাৰদৰ্শিতাক ভূয়সী প্ৰসংশা কৰিছিল। কিঞ্চিৎ বিৰক্তি প্ৰকাশেৰে এইবাৰ তেখেতেই ক'লে-"একাডেমী বঁটাটি পোৱাৰ পিছত দিনে তিনিটামানকৈ সাক্ষাৎকাৰ দিব লগা। এই বয়সত অলপ কষ্টও দিয়ে এইবোৰে, বহুতে মৰমতে আকৌ লিখিবলৈ কয়-কিন্তু আজিকালি ভাল চৰিত্ৰই বিচাৰি নাপাওঁ দেখোন। আগৰ গল্প বিলাক আছিল চৰিত্ৰ প্ৰধান-এতিয়া ঘটনা প্ৰধান। স্কুল-কলেজবোৰতো ভাল চৰিত্ৰ বুলিবলৈ এতিয়া বিচাৰিকে নাপাওঁ দেখোন। লুবুয়ে (নাতি) সিদিনাখন অকস্মাৎতে মোক সুধিছিল– "ককা মাহী ক'ত? সি 'এধানী-মাহী' বুলি সকলোৱে কৈ থকা শুনি হঠাতে সিদিনা মোক এইদৰে শুধিছে বুজিছা –। মই এধানী মাহিৰে মাথো এটি চৰিত্ৰ অংকণ কৰিব বিচৰা নাছিলোঁ — সেইসময়ৰ সমাজখনকো গল্পটোৰে দাঙি ধৰিব খুজিছিলোঁ।" গীতাঞ্জলি বাইদেউক এইবাৰ তেওঁ কাকতত লিখা কথাখিনি পঢ়ি শুনাই দিবলৈ ছাৰে ক'লে। তেওঁ একমনে কথাখিনি শুনি উঠাৰ পিছত ক'লে– "মোৰ ছাত্ৰী হিচাপে তুমি জনাখিনিয়ে লিখিছা। মোক কিছুৱে আজি বঁটাটি গ্ৰহণ কৰাৰ বাবে বেয়াও পাইছে। কিছুৱে 'এধানী মাহিৰ হাঁহি' উপন্যাসখনিয়ে এই বঁটাৰে

সন্মানিত হোৱাৰ বাবে ভালো পাইছে। বয়সৰ কথাও আছে দিয়া চোন— সকলো সময়তেতো এনেধৰণেৰে লিখিব নোৱাৰি। মইনো কি ক'ম কোৱাচোন বঁটাটে দিছে গ্ৰহণ কৰিছোঁ............।"

'তৰা'ৰ কথা নিলিখিলে ছাৰৰ লগত মোৰ ব্যক্তিগত সম্পৰ্কৰ মূল যোগসূত্ৰটিকে আওকান কৰা হ'ব। 'তৰা'ৰ তেখেতৰ নামত উৎসৰ্গিত বিশেষ সংখ্যাটিৰেই তেখেতৰ ওচৰ চাপিবলৈ বিশেষভাৱে সক্ষম হৈছিলো। বিশেষ সংখ্যাটি প্ৰকাশেৰে সেই সময়ত আমি যে খুব ডাঙৰ কিবা এটা কাম কৰিছিলো তাক স্বীকাৰ কৰাৰ সাহস নাথাকিলেও জীয়াই থাকোতেই সাহিত্যিক - গল্পকাৰ গৰাকীক অগতানুগতিক ভাৱে অকন প্ৰেৰণা দিয়াটোকে যে বিচাৰিছিলো তাত দুনাই নিশ্চয় উল্লেখ নকৰিলেও হ'ব। তেখেত পিছত "চেটিচ্‌ফাইড্" হোৱা বুলি বিভিন্ন জনৰ মুখেৰে শুনি অপাৰ আনন্দ পাইছিলো। স্মৰ্তব্য যে, এতিয়ালৈকে এইখনেই তেখেতৰ বিষয়ে আজি পৰ্য্যন্ত প্ৰকাশিত একমাত্ৰ বিশেষ সংখ্যা। কোনো এদিন ছাৰেই পৰামৰ্শ প্ৰদানৰ সুৰৰে কৈছিল — "উজ্জল", 'তৰা'ৰ পাচোঁটিমানকৈ কপি পলিথিনেৰে ভালদৰে মেৰিয়াই ভৱিষ্যতলৈ বুলি ৰাখিবা। অন্ততঃ ১০/১২ বছৰৰ পিছত কোনোবাই পুনমুদ্ৰনৰ বাবে বিচাৰিলে যথেষ্ঠ সহায় হ'ব। ইয়াত কামৰ মূল্য সহজে পোৱা টান।।"

প্ৰসঙ্গতে তেখেতে কোৱা মনত পৰে — "আজি মানুহবোৰে যেনেদৰে মোক উৎসাহ, প্ৰেৰণা যোগাইছে লিখি থকা সময়ত এইকন পোৱাহেঁতেন আৰু অলপ হয়তো কিবা কৰিব পাৰিলোহেঁতেন। ভাল লাগিছে আজিৰ চামটোৱে পুনৰ 'এধানি মাহিৰ হাঁহি', 'কাঠনিবাৰীৰ ঘাট', পঢ়িবলৈ লৈছে। নৰ্থ-ইষ্ট টাইম্‌ছে মোৰ কেইবাটিও গল্পৰ অনুবাদ প্ৰকাশৰ কথা ভাবিছে। দুটানে এটামান ইতিমধ্যে কাকতখনত প্ৰকাশো হৈছে। তোমালোককো কৈছো পাৰাখিনি এতিয়াৰ পৰাই ভালদৰে কৰিবলৈ লোৱা (লিখা-মেলাবোৰ), সপোন নেদেখিবা ভৱিষ্যতে ইটো কৰিম-সিটো কৰিম বুলি............।

'তৰা'ৰ বেটুপাত অকোঁৱাৰ কথা মনত পৰিছে। সকলোৰে পৰা হিয়া উজাৰি মৰম-শ্ৰদ্ধা আদায় কৰিব পৰাৰ বিস্ময়কৰ ব্যক্তিত্ব থকা শ্ৰদ্ধাৰ প্ৰণৱ বৰুৱায়ে এখন সাধাৰণ, অস্পষ্ট ফটোৰ পৰা এটি অনন্য সুন্দৰ স্কেচ্ (মহিম বৰাৰ ছাৰৰ) আঁকি দি আমাক কৃতাৰ্থ কৰিছিল। তেখেতে স্কেচ্‌টিত ছাৰৰ চুলিবোৰ অলপ উৰি থকাৰ দৰে দি এক নান্দনিক ৰূপ প্ৰদান কৰিছিল। মন কৰিবলগীয়া যে এইটি স্কেচ্‌েই ছাৰৰ প্ৰথম আৰু এতিয়ালৈকে শিল্পী বৰুৱাই আঁকা একমাত্ৰ স্কেচ্। ছাৰৰ লগত বিগত দিনত শ্ৰুতলিখনৰ কামত জড়িত হোৱাৰ সৌভাগ্যও আমাৰ হৈছে। 'তৰা' আলোচনীৰ 'সৰ্বেশ্বৰ ৰাজগুৰু- - স্বৰ্ণ বৰাৰ বিশেষ' সংখ্যাটিত সন্নিবিষ্ট ড° ৰাজগুৰু আৰু স্বৰ্ণ বাইদেউৰ বিষয়ে লিখা ছাৰৰ বিশেষ লিখা দুটিৰ শ্ৰুতলিখন আমিয়েই কৰা।। 'তৰা'ৰ এই বিশেষ সংখ্যাটিৰ

উন্মোচনী সভালৈ গুৱাহাটীৰ থকা এখন বিশেষ সভাৰ বাবে (পূৰ্বে নিদ্ধাৰিত) আহিব নোৱাৰি এটি লিখিত ভাষনকে আমৰ হাতত তেখেতে দি পঠাইছিল ; যিটি উন্মোচনী সভাতে পাঠ কৰি দিয়া হৈছিল। ক্ষুদ্ৰাদিক্ষুদ্ৰ 'তৰা' আলোচনীৰ বিষয়ে লিখিত ভাষনটিত তেওঁ লিখিছিল– 'তৰা' আলোচনীৰ তৃতীয় বছৰৰ দ্বিতীয় সংখ্যাটো এটি বিশেষ গুৰুত্বপূৰ্ণ সংখ্যা। ইয়াত নগাঁৱৰ দুজনা সাহিত্যপ্ৰেমীক, দেশপ্ৰেমীক আৰু মানৱপ্ৰেমীলোকৰ জীৱন বৃত্তান্ত আৰু কৰ্মৰাজি খুব চমুকৈ উল্লেখ কৰা হৈছে। 'তৰা' আলোচনীয়ে এইট্যো অতি মহত্বপূৰ্ণ আৰু তাৎপৰ্য্যপূৰ্ণ কাম কৰিছে। তেওঁলোকে কৰ্মীৰ কৰ্মৰ স্বীকৃতি আৰু গুনৰ আদৰ দেখুৱাই অহাৰ এই আদৰ্শ আমাৰ ভৱিষ্যতৰ কাৰণেও মংগলজনক হ'ব..........।

বন্ধুবৰ ত্ৰিদিব গোস্বামীয়ে ছাৰক আকৌ এবাৰ বিশেষভাৱে ৰাইজৰ মাজলৈ উলিয়াই অনাৰ বাবে সঁচাকৈয়ে আমি সুখী হৈছোঁ। জীৱিতাবস্থাতে প্ৰাপ্য সম্মানকণ দিয়াৰ এই সুন্দৰ প্ৰচেষ্টাই সাহিত্যিক গল্পকাৰ গৰাকীকো এমুঠি নতুন প্ৰেৰণা দিয়ক। ❋❋

---

(❋ প্ৰথম প্ৰকাশ)

# মহিম বৰা ছাৰৰ - 'পাখি লগা দিন',- ল'ৰালিৰ আঁচফুল বুটলি

-প্ৰহেলিকা কৌশিক গোস্বামী

বৰা চাৰৰ ল'ৰালিৰ স্মৃতি বিজড়িত 'পাখি লগা দিন' খন পঢ়ি কিবা অলপ লিখাৰ প্ৰয়াস কৰিলো। এইটো মৰসাহ নে দুঃসাহস ক'ব নোৱাৰো। আচলতে ছাৰক বৰ ওচৰৰ পৰা পোৱাৰ সুযোগ পাইছো আৰু হয়তো সিয়েই মোক উৎসাহিত কৰিছে। তাতোতকৈও বেছি উৎসাহিত কৰিছে মোৰ স্বামী ত্ৰিদিব গোস্বামীৰ তাগিদাই। অন্যথা এই লেখা হৈ নুঠিলহেঁতেন। ছাৰৰ প্ৰকাশিত-অপ্ৰকাশিত বহুতো লেখা এলাগী হৈ পৰি থকাৰ পৰা উদ্ধাৰ কৰিছে ত্ৰিদিব গোস্বামীয়ে আৰু হয়তো তেওঁ মোক সুবিধা নিদিয়াহেঁতেন ময়ো এই উদ্ধাৰ কাৰ্যত যৎকিঞ্চিত হ'লেও সহায় কৰিব নোৱাৰিলোহেঁতেন। যি কি নহওঁক বৰা ছাৰৰ দৰে বিজ্ঞ জনৰ লেখাৰ ওপৰত দুআষাৰ লেখাৰ কঠোৰ দায়িত্ব সাৰতি ল'লেও ভুল-ত্ৰুতি ৰৈ যোৱাটো স্বাভাৱিক।

সৰু কালছোৱাৰ বিভিন্ন কাৰ্য-কলাপ তেওঁ স্পষ্ট আৰু সৰল ভাষাৰে এনে সৰ্জীৱকৈ বৰ্ণনা কৰিছে যে পাঠকৰ নিজৰ ল'ৰালি কালৰ প্ৰতিফলন ইয়াৰ মাজেৰে ফুটি উঠে সেইবোৰৰ ভিতৰত কিছুমান এনে কাণ্ডও কৰিছিল যিবোৰে এতিয়া পাঠকক ৰসৰ সোৱাদ যোগায়। তেওঁ নিয়মীয়াকৈ পঢ়া ল'ৰা পুথিৰ কথা ক'বলৈ গৈ আচলতে কিতাপ পঢ়াৰ চখতকৈ কিতাপৰ নতুন গোন্ধটোয়ে তেওঁক বেছি আকৰ্ষিত কৰিছিল বুলি উল্লেখ কৰিছে। আকৌ 'লুজেন' খোৱা আৰু ডিঙিত লাগি ধৰাৰ অভিজ্ঞতাৰ কথাও তেওঁ বৰা সাৱলিলভাৱে বৰ্ণনা কৰিছে। শ্ৰীযুত মোহিম মেধি যাক তেওঁ দাদা সম্বোধন কৰিছিল, তেওঁ ছাৰক আঠুত বহুৱাই লৈ ভৰিটো কঁপাই থকা সময়খিনিত বৰা ছাৰে অশ্বাৰোহনৰ আনন্দ উপভোগ কৰাৰ কথা উল্লেখ কৰিছ। ছাৰৰ সৰস্বতী সাক্ষাৎৰ কাহিনী বৰ বিতোপন। এবাৰ 'ল'ৰাপুথি' খন ঘৰৰ কাঠৰ খুটা এটা আৰু বেৰ খনৰ মাজত থকা সামান্য ফাককশত বহি দুই আঢ়ৈ বছৰীয়া ছোৱালীয়ে পঢ়ি থকাত মাক-দেউতাকৰ ওচৰত অভিযোগ দিয়াত কোনেও বিশেষ কৌতুহ'ল নেদেখুৱালে, মাত্ৰ কিতাপখনহে আনি দিলে। দেউতাকে আৰু ক'লে যে তেওঁ কিতাপ ফালি, মোহাৰি সামৰি পেলোৱাৰ কাৰণেহে সৰস্বতীয়ে নিজে কিতাপখন লৈ পঢ়িছিল। তেতিয়াৰ পৰা হেনো ছাৰে কিতাপ নফলা হ'ল।

'ৰাম-তামুলি চুবুৰি' য'ত লেখকে শৈশৱ কৈশোৰৰ সোনালী দিনবোৰ পাৰ কৰিছিল,

পাঠশালা স্কুলৰ কাষেৰে বৈ যোৱা কলং য'ত তেওঁ গা ধুইছিল, বৰশী -নাওঁ বাইছিল, সাঁতোৰ শিকিছিল, 'হঠাৎ মোখোৰা হোৱা কলঙৰ পাৰ' নামৰ 'ৰামধেনু'ত প্ৰকাশিত হোৱা ৰোমণ্টিক কবিতা লিখিছিল, মাক-বৰমাকহঁতৰ পিছে পিছে লিক্‌চৌ হৈ সৰু বাল্টি, লোটাৰে পুখুৰীৰ পানী অনা, দ্বিতীয়বাৰ গা-নোধোৱাৰ বাবে সন্ধিয়া পিৰালিৰ্‌ পৰাই অ' হৰি অ' ৰাম কৰা আদি দৈনন্দিন কামৰ তালিকাৰ বৰ্ণনাও তেওঁৰ শৈশৱৰে। ঘৰৰ প্ৰতিজন মানুহৰ নিৰ্দিষ্টকৈ থকা কামৰ বৰ্ণনা তেওঁ বৰ মনোগ্ৰাহীকৈ উল্লেখ কৰিছে। ওচৰ-সমনীয়া, সম্বন্ধীয়া অকনমান, চেনিমাই, পুটুমাই, বয়সস্থ কদমী আই সকলোৱে জোনাক ৰাতি চোতালত বহি সাধু -শুনা, জাৰকালি মাজৰ কোঠাত বাঁহৰ মূঢ়া, কাঠ, জেংখৰিৰে চোতালৰ একাষত বা কাঠিত ডাঙৰলৈ জুই ধৰা, বাৰিষা হ'লে ভিতৰত গপ মৰাৰ অভিজ্ঞতা শৈশৱৰ সুন্দৰ বৰ্ণনা। এনে অভিজ্ঞতা কাৰো অচিনাকী নহয়, কিন্তু বৰ্ণনা কৌশলে তেওঁৰ শৈশৱৰ স্মৃতি সজীৱ কৰি তুলিছে। সেই সময়তে তেওঁ পঢ়া 'নীতি-পাঠ' নামৰ কিতাপৰ 'জোনবাই এ তৰা এটি দিয়া' নামৰ কবিতাটো তেওঁ লগাই দিলেই বাকী সকলোৱে সুৰ লগাই চিঞৰাৰ কথাও আমি জানিবলৈ পাওঁ। তেওঁ তেওঁৰ প্ৰথম কবিতাটোও তেনে সময়তে মুখে মুখে ৰচনা কৰে —

"পাৰই কোঁৎ কোঁৎ পানী খায়
বাঁহৰ তলে উৰি যায়।"

এবাৰ খুড়াকে চেনীৰ চৰা দামৰ বাবে ল'ৰা-ছোৱালীক জলাপনত চেনি দিয়া বন্ধ কৰাৰ কথা কৈছিল। তেনে সময়তে তেওঁলোকৰ ঘৰত এটা ঘটনা ঘটিছিল। দুটা ল'ৰা তেওঁলোকৰ মাজেদি তীব্ৰ গতিৰে দৌৰ দি ভিতৰলৈ সোমাই গৈছিল। আয়েকে ৰান্ধনীঘৰত থকা বৰমাকক চিঞৰি কৈছিল – 'চাবি অ' অম্বিকা, চেনিৰ টোপোলা সামৰ। চেনিৰ গোন্ধ পাই ভুবন, মহিম গৈছে।" (ভুবন, ছাৰৰ বৰদেউতাকৰ একমাত্ৰ ল'ৰা) কিন্তু ভুবন-মহিম, তাতেই বহি আছিল পৰিয়ালৰ আন সদস্যৰ লগত। পিছত সকলোৱে বিচাৰ খোচাৰ কৰিও ল'ৰা-দুটাৰ কোনো শুংসূত্ৰ উলিয়াব নোৱাৰি কেইবাদিনলৈকো ভয়াৰ্ত হৈ থাকিল।

ছাৰৰ পেহাদেউৰেকৰ (বিনোদ হাজৰিকা) ছোৱালী পুটুমাই বাইদেউৰ কথা ক'বলৈ গৈ সেইসময়ৰ তিনি চাৰি বছৰীয়া ছোৱালীহঁতেও যে চাদৰ -মেখেলা পিন্ধিব লগা হৈছিল সেই কথা 'তোমৰ কবিতা পঢ়ি' নামৰ কবিতাত তেওঁ উল্লেখ কৰিছে। সেই সৰু ছোৱালীহঁতে পিন্ধা মেখেলাবোৰ বিশেষ ভাৱে বোৱা কপাহী অৰ্থাৎ মজলীয়া সূতাৰ মেখেলা কিন্তু ফুল বছা। সেই মেখেলাবোৰক সৰু অৰ্থত তেওঁ 'মেখেলি' বুলি কৈছে- - 'কন কন মেখেলিৰ পাতলি বা ত। জিকাৰি জিকাৰি কঁপে কৈঁতুৰিৰ থোৰ ..................।।'

তেওঁ উল্লেখ কৰা সেই পুটুমাই বাইদেৱে ১৯৩১ চনৰ আন্দোলনতে কলিয়াবৰৰ

বিখ্যাত গান্ধীবাদী আৰু স্বাধীনতা সংগ্ৰামীসকলৰ আগৰণুৱা দম্পতী শ্ৰদ্ধেয় গনেশ্বৰ শৰ্মা আৰু শ্ৰদ্ধেয়া গুনবালা দেৱীৰ লগত অসহযোগত যোগ দিয়ে আৰু পুলিচৰ মাৰ খোৱাৰ উপৰিও জেললৈ যায়। তেখেতে আক্ষেপেৰে ইয়াকো উল্লেখ কৰিছে যে বাৰ-তেৰ বছৰতে জেললৈ যোৱা ছোৱালী হিচাপে নগাঁৱৰ স্বাধীনতা সংগ্ৰামৰ বুৰঞ্জীত 'পুটুমাই' বাইদেউৰ নামটো চকুত নপৰিল।

ধনমাই (বৰদেউতাকৰ ছোৱালী), পুটুমাই, অকনমানহঁতৰ লগত ঢোপ খেল, সিউ সিউ, কুক-ভা, ভাত-আঞ্জা, ইৰিকটি-মিৰিকটি আকৌ কেতিয়াবা "লুকা-ভাকু-ভাল নালাগে খেলো কন্যা দৰা"। তেওঁলোকৰ লগত এইবোৰ খেল খেলিলে খেল-ধেমালিও পাগ লয় হেনো। তেওঁৰ 'পুৰনি ভেটি'ত ইয়াৰ প্ৰতিফলন দেখা যায় এনেদৰে —

"দৰা কন্যা সাজি বিয়া ঘৰ পাতো
কোৰোকাত বান্ধো বালিৰ ভাত
কেতুৰি গছৰ বেই কলা পুলি
আমাৰতো নাথাকে তৰণি গাত।"

আকৌ সঁচাসঁচি হালধিৰে দৰা কন্যা নোওৱাৰ উদ্দেশ্যে বাৰীৰ পৰা হালধী খান্দি চুপে-চাপে ঢেঁকীত খুন্দিবলৈ যাওঁতে মধ্যমা আঙুলিৰ প্ৰথম পাবতে পৰাত মুখেৰে চিঞৰ ওলোৱাত মাকহঁতে আহি হালধি বান্ধি দিলে যদিও পিঠিত কেইটামান বাঘ ঢকাও সোধালে। তাকেই তেওঁ গেলাতে টেঙা দিয়া বুলি উল্লেখ কৰিছে।

'বন্দে মাতৰম্', 'মহাত্মা গান্ধী কি জয়' ধ্বনিৰে সাত আঠজনীয়া সমদলৰ ঝণ্ডাধাৰী হৈ ৰামাতামুলী চুবুৰিৰ আকাশ-বতাহ কঁপাই তোলা ছাৰৰ ঝণ্ডাখন আছিল নতুন চুৰিয়াত মিলৰ নাম থকা আৰু প্ৰতিষ্ঠাপক জনৰ ছবি থকা ৰঙীন, চিকমিকিয়া গোলাকৰ প্ৰতীক কাগজ, যিখন ইকৰা এডালৰ আগত বান্ধি লৈছিল। তেওঁ আৰু উল্লেখ কৰিছে কেনেকৈ সেই সমদল পুলিচৰ মুখা-মুখি হৈ চাৰক তাতে এৰি ফাঁহি চিটিকা দিলে। ছাৰৰ নাজল-নাথল অৱস্থা, কিন্তু পুলিচজনে ছাৰলৈ চাই মিচিকিয়াই গুচি গ'ল। খুড়াকে পিছত সেইজন 'ডাকোৱাল' বুলি কোৱাতহে তেওঁৰ ভুল ভাগিছিল।

নতুন ভেটিলৈ অহাৰ পিছৰ কথা। কচুপাতক নেওঁতা শিকাই শৈশৱতে শিক্ষকতাৰ বীজ মনৰ মণিকোঠাত ৰোপন কৰা ছাৰ পিছৰ জীৱনত প্ৰকৃততে এজন সাৰ্থক শিক্ষক হিচাপে পৰিগণিত হৈছিল। তেওঁ আলি খাৱৈৰ কাষৰ কচুপাতবোৰক হাতমেলি থকা ছাত্ৰ-ছাত্ৰীৰ লগত তুলনা কৰিছে যাক তেওঁ নেওঁতা সুধি ব্যতিবাস্ত কৰি তোলে আৰু সিৰিপনিৰ সৰৌপ সৰৌপ কোব দিয়ে।

১ নং হাটবৰ স্কুলত পঢ়ি থাকোতে এবাৰ গৰমৰ বন্ধত এশখন'ৰা অধিক কলপাত

লিখিবলৈ দিছিল। কিন্তু ঘূৰা-ফুৰা আৰু ৰং ধেমালিত লাগি থাকোতে কলপাত লিখা হৈ নুঠিল। সেযে জুইত সেকি লেৰেলাই প্ৰথম পাঁচখন ভালদৰে লিখি বাকী বিলাকত আঁকবাঁক কৰি গোঁসাই দেউক (দেউৰাম মহন্ত) দিলেগৈ। কিন্তু কোনোবা পাষণ্ডই লগাই দিয়াত ডাক্তৰে মানে আমাৰ ছাত্ৰে (ডাক্তৰ, গোঁসাইদেৱে দিয়া উপনাম) দীঘলীয়া লেকেচিৰ সোৱাদ পাই গ'ল। অংক টান পোৱা ছাত্ৰে মাটি পেঞ্চিল ভেটি দি কাষৰ ল'ৰাটোৰ পৰা অংক কৰি গোঁসাইদেউক দেখুৱাইছিল। এদিন পেঞ্চিল নিবলৈ পাহৰাত ভেটি দিব নোৱাৰাৰ বাবে অংক নকল কৰিব নোৱাৰি বিপদত পৰিল। পিছে জুকিয়াই -মুকিয়াই অৱশেষত নিজেই কৰিলে। শিক্ষকে সকলোবোৰ শুদ্ধ কৰি কৰাত আচৰিত হৈ সোধাত কাষৰ ল'ৰাটোৱে তাৰ পৰা চাই কৰা বুলি ক'লে। কিন্তু ছাত্ৰক বটাই দিবলৈ কোৱাত ধুনীয়াকৈ বটাই দিলে। তেতিয়াৰ পৰা আত্মবিশ্বাসো বাঢ়িল।

এবাৰ পেটৰ কামোৰৰ ভাওঁ জুৰি স্কুল নগ'ল। বৰদেউতাকৰ কাঠৰ বাকচ মনে মনে খানতালাচ কৰি "বহাগী বিহুৰ সুৱাগী নাম" (মিত্ৰদেৱ মহন্তৰ) নামৰ কিতাপখন পাই চোতালত বহি পঢ়া আৰম্ভ কৰিলে। সোনকালে শেষ হোৱাৰ ভয়ত নিজস্ব ঠৈউকী লগাই দুই তিনিবাৰ মান গায়ো কাৰো প্ৰশংসা নাপাই অৱশেষত সামৰি থ'লে। পিছদিনা বৰদেউতাক অৰ্থাৎ স্কুলৰ প্ৰেচিডেণ্টে গৈ গোঁসাইদেউক ক'লে যে আগদিনা বিহু মাৰি থকাৰ বাবেহে তেওঁ স্কুললৈ নাহিল। ছাত্ৰে তেতিয়াহে হেনো গম পালে সেইখন বিহুগীতৰ কিতাপ' বুলি। সেইদিনা স্কুলত ছাত্ৰৰ মৌখিকৰ পাল আছিল। প্ৰকৃত কথা জানিব পাৰি গোঁসাইদেৱে সোধোৱা প্ৰতিটো চাটতে তেওঁ যিকেইটা দেহ-ভঙ্গী দিছিল ছাত্ৰৰ ভাষাৰে সেয়া যিকোনো নৃত্য শিল্পীৰে অনুকৰণীয় ভঙ্গী হ'লেহেঁতেন আৰু কাৰ্টুনিষ্টৰ বাবেও মূল্যবান সম্পদ হ'লহেঁতেন। তাৰ পাছত সপ্তম কোবত মই 'মুতিলো' বুলি চিঞৰি ঘোষণা দিয়াতহে লিচিকনিৰ কোব বন্ধ হ'ল আৰু লগৰীয়া তথা পেহীয়েকৰ পুতেক ঘনক লগত লৈ স্কুলৰ পিছফালৰ কলঙঘাটলৈ নি ধুৱাই আনিবলৈ ক'লে। তেতিয়াহে আমাৰ ছাত্ৰৰ মুখেৰে আচল সত্য বাহিৰ হ'ল— 'অকল সৰু পানীয়েই নহয়, আচল বিধো।" তেহে ঘনৰ এৰিয়াচাদৰ পিন্ধি পেণ্ট ধুই স্কুলৰ বাকৰিত ৰ'দত শুকুৱালে। সেইদিনা গোঁসাইদেৱে তেওঁক ঘনৰ সৈতে সোনকালে ঘৰলৈ পঠিয়াই দিলে আৰু দুয়ো গৈ গোবৰত পিছল খাই পৰি পেণ্ট লেতেৰা হোৱাত তেনে হ'ল বুলি ফাঁকি মাৰি সাৰিল। কিন্তু বহুদিন গা নোধোৱাত গেঞ্জীৰ গোন্ধ ওলোৱাত মাকে টানি-আজুৰি গেঞ্জী খোলাতহে আচল সত্য উদ্ধাৰ হ'ল।

সহপাঠী বাবুলিৰ মুখত বাবা বানেশ্বৰৰ থানৰ কালিকাৰ কথা শুনি চাৰেও এবাৰ হাতী পোৱালী এটা বিচাৰিবৰ মানেসৰে ঘৰৰ সকলোকে লৈ বনভোজৰ আয়োজন কৰিবলৈ মাকক খাটনী ধৰিছিল। পিছতহে গোমৰ ফাঁক ওলাই পৰিছিল। আকৌ এবাৰ

পেহাকে বিলত পলৰে মাছ মাৰি থাকোতে এটা বৰ ডাঙৰ মাছ পাইছিল। কিন্তু কোনোবা এবাৰত মাছটোৱে পেহাকক পলৰে সৈতে বিলৰ মাজলৈ টানি নিলে। বাকী মাছ মাৰি থকা ৰাইজে, সমনীয়াই পল মাৰিবলৈ এৰি চিঞৰিবলৈ ধৰিলে। "এৰি দে' এৰি দে', দ পানী।" ভয়খাই-পেহাকে পল এৰি উভতি গৈছিল। পিছদিনা দুজন সমনীয়াৰ লগত গৈ বিলখনৰ আনটো মূৰৰ পৰা পলটো উদ্ধাৰ কৰিলে। এই কাহিনী আৰু হেমিংৱেৰ 'অল্ড মেন এণ্ড দা চী' উপন্যাসৰ কাহিনীয়ে তেওঁক 'মাছ আৰু মানুহ' গল্প লিখিবলৈ উৎসাহিত কৰিছিল।

আয়েকৰ কাহিনী চাৰে বৰ সুন্দৰভাৱে মুকলি মুৰীয়াকৈ বৰ্ণনা কৰিছে। মাকে আয়েকৰ আৰোগ্য কামনা কৰি গোঁসাই ঘৰত চাকি বান্তি, গুৱা-পান আগবঢ়োৱা দেখি ছাৰে হোনো পিৰালিৰ পৰাই সেৱা জনাই কৈছিল— "হে প্ৰভু, আইক ভাল কৰিব নালাগে। মাৰা। গুন আৰু মই মানুহ কেনেকৈ মৰে কেতিয়াও দেখা নাই, আজি দেখুৱা প্ৰভু।" ভগৱানে হোনো তেওঁলোকৰ প্ৰাৰ্থনাহ শুনিলে। সেইদিনাই দুপৰীয়ালৈ আয়েক ঢুকাল। তাৰপাছত ওচৰ-চুবুৰীয়া, মিটিৰ কুটুম্ব সকলোৰে চকুত পানী। গুনই ছাৰক ক'লে "আমাৰ চকুত পানী নেদেখিলে নাই কন্দা বুলি, আই মৰাত আমি ভালপোৱা বুলি ভাৱিব। কান্দ কান্দ! চকুত মুখৰ সেপ লগাই দে।" তাৰ পাছত ছাৰে চকুত সেপ দি কান্দিলে। সঁচাই শৈশৱৰ এনে সুন্দৰ বৰ্ণনাই আমাক আপ্লুত কৰে। আয়েকৰ আচল নাম ছাৰে নাজানে, চলন্তি নাম হেনো ভেদুৰি। ককাদেউতাকৰ নাম টেংৰাই তামুলী হাজৰিকা— ৰজাঘৰীয়া নাম, পিছলৈ দিহিঙৰ গোঁসায়ে 'বৰা' উপাধি দিয়াত সেই উপাধিয়ে গ্ৰহণ কৰিলে। বৰদেউতাকে দিহিং সত্ৰৰ সত্ৰাধিকাৰ প্ৰভুৰ 'কাকতি' ৰাব পাইছিল। বিধবা হোৱাৰ পাছত পিতৃ-মাতৃ দুয়োৰে দায়িত্ব ল'ব লগা হোৱা বাবে আয়েকৰ ব্যৱহাৰত হেনো পুৰুষৰ লক্ষনেই বেছি আছিল। তদুপৰি বোৱাৰীৰ ওপৰতো তেওঁৰ শাসন আছিল অতি কঠোৰ। আন্ধাৰ পোহৰতে বাহি ঘৰ সাৰি মচি শৌচ-শুদ্ধি হৈ মুৰ তিয়াই গা ধুব লাগিছিল। খোজ কাঢ়োতে মেখেলাৰ চটচটনি হ'ব নোৱাৰিব। দেওৰেক, শাহুৱেকৰ আগত ওৰণি লাগিবই। এই কথাফাঁকি চৌধাৰীদেৱৰ 'গোলা প' কবিতাৰ লগত তুলনা কৰিছে আমাৰ 'ৰঙা জিয়া'ৰ কবিয়ে। এইগৰাকী আয়েকৰ বিপৰীতে নিজৰ মাতৃদেৱীক প্ৰশংসা কৰি তেওঁ কৈছে – "হাতীচুং কুজীদাঁহৰ ভূঞাৰ ঘৰৰ ছোৱালী মাৰ তেজত বাৰ ভূঞা ক্ষত্ৰিয়ৰ তেজ, গঢ়-পিতত আমাৰ প্ৰভাৱ, ওখ, মিহি, লাহী, পৰিপাটি, বগা, জোঙা দীঘল আঙুলি, খোজ-কাটলত, কথা বাৰ্তাত সহজ অভিজাত্যৰ প্ৰকাশ। স্বৰ্গীয় সঞ্জয় ভূঞাৰ দ্বিতীয় কন্যা, ঘৰতে বৰ্ণমালা শিকি, ভীম চৰিত, স্যমন্ত হৰন, শিশুলীলা, ভালদৰে পঢ়িব পৰা, আনকি দেউতালৈ চিঠি লিখিব পৰা বিদ্যাৰ উপৰি অত্যাধিক বুদ্ধিমতী। মানুহক সহজে চিনিব পাৰে, মাৰ ভাষাত 'হাঁ কৰোতে হুমুনিয়াহ' ধৰিব পাৰে। .......... অযুক্তিকৰ কথাত

প্ৰতিবাদ কৰে।" আনহাতে শিক্ষা-সংস্কৃতিৰ গভীৰ প্ৰভাৱৰ অভাৱত বা পৰিপাৰ্শ্বিকতাৰ লগত নিজক খাপ খুৱাই ল'ব নোৱাৰাৰ বাবে আয়েক গৰ্বী আছিল বুলি তেখেতে নিজ মুখে স্বীকাৰ কৰিছে। এইদৰে নিজ পৰিয়ালৰ হ'লেও অপ্ৰিয় সত্য কথাবোৰ বিনাদ্বিধাই প্ৰকাশ কৰিব পৰা ব্যক্তিত্বৰ বাবে ছাৰ সঁচাকৈয়ে প্ৰশংসনীয়। ব্যক্তিগতই হওঁক বা পৰিবাৰিকেই হওঁক কোনো কথা লুক-ঢাক নকৰাকৈ স্পষ্ট ভাষাৰে বৰ্ণনা কৰিব পৰা মানুহ খুউব বিৰল। কিছু কিছু ক্ষেত্ৰত আমি দেখা পাওঁ পৌৰাণিক বিশ্বাসবোৰ ছাৰেও সম্পূৰ্ণৰূপে বিশ্বাস কৰিছিল। উদাহৰণ স্বৰূপে এইখিনিতে উল্লেখ কৰিব পাৰি ছাৰৰ ঘৰত সোমোৱা সোনগুইৰ কথা। প্ৰচলিত আছে যে ভিতৰত সোনগুই সোমালে বেয়া। সেয়ে নুমলীখুড়াক, আযেক, ককায়েক ভুবন অদিসকলৰ মৃত্যু ইযাৰেই ফল বুলি তেওঁ উল্লেখ কৰিছে। তেওঁ পৰিয়ালৰ সৰু বৰ কাহিনীবিলাক মাঘীৰাম বৰদেউতাকৰ পুতেক ডিম্বেশ্বৰ বৰাৰ চিঠিসমূহৰ পৰা জানিবলৈ পোৱাৰ কথাও ব্যক্ত কৰিছে।

মাতৃৰ প্ৰশংসাত পঞ্চমুখ সন্তানে পিতৃকো বৰ শ্ৰদ্ধা কৰিছিল। সেযে তেওঁ কৈছে — "দেউতা আছিল মোৰ মানত হিৰো, দেউতাৰ সমান জ্ঞানী, বিদ্বান আৰু কোনো নাই, সাহসীও নাই ।" আযেকে দেউতাকক এবাৰ কুকুৰ বোলাত আমাৰ ছাৰে খুন্দনা মাৰিৰে আযেকৰ মূৰত টঙনিবলাৰ কথা ভাবিছিল। আয়েকে কথাটো গম পাই ছাৰক চেপাত পাইহে অনা বুলি কৈছিল আৰু দেউতাক আয়েকৰ ল'ৰা বাবে যি ইচ্ছা তেওঁ তাকে কৰিব পাৰে বুলিও কৈছিল। চেপাত পাই অনা কথাটো শুনি ছাৰে ঘৰৰ সকলোকে প্ৰশ্ন সুধি ব্যতিব্যস্ত কৰি তুলিছিল।

ছাৰক থুৱাই থকা বেমাৰে লগ দিছিল। পেলুৰ আৰু অন্যান্য ঔষধ পাতি কৰিছিল। কিন্তু ফল নিদিযাত কাৰোবাৰ পৰামৰ্শ মতে বৌমাছৰ পিতত আৰৈ চাউল সুমুৱাই এসপ্তাহ ৰ'দত শুকুৱাই তিনি চাৰিটা চাউল খুউৱাতহে ছাৰৰ ভাল হ'ল। নহ'লে বোলে শুকাই-খীনাই হাড়-ছাল ওলাইছিল।

স্কুলৰ ইন্‌ছপেক্সন আহিলে ছাৰৰ সমনীয়াহঁতৰ সুদিন কাৰণ বৰশীবোৱাৰ সুযোগ মিলে। বৰদেউতাকেও বৰশী বায, ছাৰহঁতকো লগত নিযে। মাকৰ মুগাৰ সূতাৰ মহুৰাৰে বৰশী ডোল বটি দিয়ে বৰদেউতাকে। পিছলৈ ছাৰে নিজেই ডোল বটিব জনা হৈছিল। বাঁহতল, বাৰী আদিত পিত্‌পিতাই ভলুকাবাঁহৰ টোপ, কলাপৰুৱাৰ বাঁহ ভাঙি 'কোকাটোপ' আমৰলি পৰুৱাৰ টোপ, বৰলটোপ আদি গোটাই পুখুৰী, নৰ্দমা, খাবৈ আৰু আনকি কলঙতো বৰশী বোৱাৰ অভিজ্ঞতা আছে ছাৰৰ, যাক তেওঁ 'টোপ' নামৰ গল্পৰ জৰিয়তে প্ৰকাশ কৰিছে। এনেদৰে বৰশী টোপাই ঘূৰি আহোতে এবাৰ স্কুলঘাটত নখন বাখৰৰ এটা সোনৰ আঙুঠি পালে। আঙঠি পাই ছাৰৰ গাত ত'ত নাই। কিন্তু ঘৰ আহি পোৱাৰ

লগে লগে যেই ফুল, তুলশী, আৰৈ চাউল, সোন দিয়া পানীত কাপোৰ কানি তিৎাই গা ধুব লগা হ'ল তেতিয়াহে তেখেতৰ উৎসাহ জয় পৰিল আৰু কেতিয়াও সোনৰ পৰি থকা বস্তু পালে নলম বুলি প্ৰতিজ্ঞা কৰিলে। বৰাদেৱৰ গ্ৰন্থৰ পৰাই আমি 'অশৰণীয়া' আৰু 'দোৱা শৰণীয়া'ৰ অৰ্থোদ্ধাৰ কৰো। দেউতাক আৰু বৰদেউতাকৰ পেহাদেৱেকৰ লগত হোৱা কথা কটাকটিৰ উল্লেখ কৰোতে পৰা গালিৰ অ·শ বিশেষ সেইদুটা শব্দ। 'অশৰণীয়া' মানে শৰণ নোলোৱা আৰু 'দোৱা শৰণীয়া' মানে এঠাইত শৰন লোৱাৰ পিছত সেই গোঁসাই এৰি আন এজন গোঁসাইত শৰণ লোৱা। দেউতাক আৰু বৰদেউতাক অশৰনীয়া আৰু পেহাদেৱেক দোৱা-শৰণীয়া।

মাঘৰ বিহুত হাৰলি ঘৰ সঁজা, প্ৰতি বিহুতে 'পানী হিলৈ' ফুটোৱা আদিৰ অভিজ্ঞতাও ছাৱে সুন্দৰভাৱে বৰ্ণনা কৰিছে। পানীহিলৈত পানী জোখমতে দিব লাগে। মুখৰ পাতিটোত চাৰিওফালে গোবৰৰ লেও দি ভিতৰৰ বতাহ (গেচ) বাহিৰ ওলাব নোৱাৰা কৰিব লাগে, জুই সমানে থাকিব লাগিব আৰু মাছ-বাকলিয়া হোৱালৈকে ল'ৰাই থাকিব লাগে। থিক সময়ত আঁতৰ হ'ব নোৱাৰিলে হেনো বহুত ওপৰলৈ গৈ ফুটা পানীহিলৈৰ উতলা পানীয়ে পুৰি সৰ্বনাশ কৰিব পাৰে।

শিশু অৱস্থাত নোৱাৰা কাম কৰিবলৈ বৰ আগ্ৰহ থাকে। ছাৱো তাৰ ব্যতিক্ৰম নাছিল। মাকৰ তাঁতৰ শালত বহি মনে মনে ফুল তোলা, মহুৰা ফুৰোৱা, মাকো মাৰা আৰু সূতা ছিঙি কলাফুল ফাটি সাঁচ বান্ধি যোৱাকৈ মাৰ খোৱাৰ অভিজ্ঞতা বৰ সাৰুৱকৈ বৰ্ণনা দিছে। বাৰীয়ে পথাৰে ঘুৰি টেটেলিৰ সোৱাদ লোৱা, আম বিছাৰি ভৰদুপৰীয়াও অলৌ-তলৌ কৈ ঘুৰি ফুৰা গাৱৰ জীৱনৰ সুন্দৰ বৰ্ণনা জীপাল হৈ উঠিছে তেখেতৰ "পাখি লগা দিনত।"

"জীৱনৰ ধামখুমীয়াত পৰি মোৰ জীৱন, বটৰীয়া, উভঁহা আৰু হুটা-গোটা হৈয়ে ৰ'ল। জীৱনত যদি সাৰ বস্তু কিবা আছিলো প্ৰতিকুল পৰিপাৰ্শ্বিকতাৰ হেঁচাত অবিকাশিত হৈ ৰ'ল" — এইদৰে জীৱনৰ বহু ছবি প্ৰত্যক্ষ কৰি, ঘাট-প্ৰতিঘাট অতিক্ৰম কৰি শৈশৱৰ অভিজ্ঞতা বুটলা ছাৱে ক্ষোভ উজাৰি দিছে।

ছাৱৰ ল'ৰালিৰ দুষ্টামিবোৰ আৰু ইয়াৰ সৰস বৰ্ণনাই শ্ৰীকৃষ্ণৰ বালক ৰূপলৈ মনত পেলাই দিয়ে। শংকৰ মাধৱৰ বৰগীতবোৰ শিশু কৃষ্ণৰ চল-চাতুৰীৰ বৰ্ণনাই উপজীব্য হোৱাৰ বাবে ৰমনীয় আৰু উপভোগ্য হোৱাৰ দৰে ছাৱৰ শৈশৱৰ বৰ্ণনা খচিত এই গ্ৰন্থখনিও ৰসাল আৰু উপেভোগ্য হৈ উঠিছে।*

---

(* প্ৰথম প্ৰকাশ)

# শৈশৱ যাৰ জীৱনৰ মধুৰতম সময়

- কবিতা বৰা

শৈশৱৰ পৰা ল'ৰাটিৰ কিতাপ পঢ়াত খুব চখ। সপ্তাহত একোখনকৈ কিতাপ নহ'লে তেওঁৰ যেন নহৈছিল। তিনিবছৰীয়া ল'ৰা। আখৰৰ সৈতে পৰিচয় নাই। মাথোঁ কিতাপৰ গোন্ধ লয় আৰু ছবি চাই পাত লুটিয়ায়। এনেদৰে এসপ্তাহতে কিতাপৰ নতুন গোন্ধো শেষ হয় আৰু কিতাপো জৰাজীৰ্ণ হয়। পিতাকে প্ৰতি দেওবাৰে চাৰিআলিৰ পৰা একোখনকৈ নতুন কিতাপ আনি ল'ৰাটিৰ আবদাৰ পুৰায়। সেই সময়ত অনবৰতে লগত লৈ ফুৰোৱা কিতাপখন আছিল ল'ৰাপুথি'। এদিন কিতাপখন কলৈ এটা আচৰিত কাণ্ড ঘটিল। সন্ধিয়া সময়। ঘৰৰ সকলোটি কামে কামে ব্যস্ত। মাক পাকঘৰত। পিতাক সম্ভৱতঃ বাহিৰলৈ গৈছে। কেঁচুৱা ভনীয়েক টোপনিত। হাৰিকেনৰ উজ্জ্বল পোহৰত কোঠাটোৰ সকলোবোৰ বস্তু ফটফটীয়াকৈ জিলিকিছে। অলপ আগলৈকে পালেঙত শুই শুই পঢ়ি থকা 'ল'ৰাপুথি'খন থোৱা ঠাইত নাই। ইফালে সিফালে চকু ফুৰাওতে দেখিলে এজনী ছোৱালীৰ হাতত কিতাপখন। ছোৱালীজনী অচিনাকি। বয়স দুই বা আঢ়ৈ বছৰ। বিছনাৰ কাষত কোঠাৰ চুকত থকা কাঠৰ খুটাটোৰ আৰু বেৰখন মাজত থকা সামান্য ফাঁক কনত আৰামেৰে বহি ভৰি পতা দুখন ভাঁজ থকা খুঁটাটোত লগাই আঠু দুটা ভাঁজ কৰি আঠুৰ ওপৰত কিতাপখন লৈ পঢ়ি আছে। ছোৱালীজনীৰ মুখখন গলধনলৈকে পৰা এজপৰা কেকোৰা চুলিৰে ঢাকি থ'লেও যি অংশ ওলাই আছে তাৰ পৰাই আন্দাজ কৰিব পাৰি যে তাইৰ মুখখন সুগোল আৰু বগা ৰঙৰ। পিন্ধনত ফ্ৰক জাতীয় এটা চোলা, ভৰিৰ সৰু গাঁঠিলৈকে ঢাক খোৱা। কিতাপখন নোসোধাকৈ নি পঢ়ি থকাৰ বাবে খণ্ডত অগ্নিশৰ্মা হৈ ল'ৰাটি একেলৰে মাকৰ কাষ পালেগৈ। সেইমতে মাকো তৎক্ষণাত কোঠা পালেহি। কিন্তু তাতচোন ছোৱালীজনী নাই। মুহুৰ্ততে ছোৱালীজনী অন্তৰ্ধান হ'ল। পিছে কথাটোত মাকে কোনো গুৰুত্বই নিদিলে। অলপ পাছতে পিতাকো আহিল। পিতাকেও কথাটোত কিঞ্চিৎমানো গুৰুত্ব নিদি সাধাৰণ কথাৰ দৰে মাথোঁ কৈ থ'লে যে তেওঁৰ কিতাপ ফালি, মোহাৰি-সামৰি পেলোৱাৰ কাৰণেহে সৰস্বতীয়ে নিজে লৈ

কিতাপখন পঢ়িছিল। ছোৱালীজনীয়ে আচলতে আন কোনো নহয়, সৰস্বতীহে আছিল।

শৈশৱতে সৰস্বতীক দেখা পোৱা শিশুটিয়ে হ'ল প্ৰসিদ্ধ গল্পকাৰ মহিম বৰা। শৈশৱৰ স্মৃতি সাঙুৰি ৰচনা কৰা 'পাখি লগা দিন'ত সৰু কালৰ সেই অবিস্মৰণীয় কাহানিটো লিপিবদ্ধ হৈ আছে। 'কাঠনিবাৰী ঘাট'কে ধৰি চক্ৰৱৎ, ৰস, পোক, স্মৃতিগন্ধা দেহ গৰকা প্ৰেম আদি প্ৰায়কেইটা বিখ্যাত গল্পৰ স্ৰষ্টা এইজনা কথাশিল্পীক বিচাৰিব লাগিলে "পাখি লগা দিন"ৰ সোৱাদ ল'বই লাগিব। তাহনিতে Reader's digest ত তেনেধৰণৰ এটি ৰচনা পঢ়ি আপ্লুত হৈছিল। ফৰাচী লেখকৰ ইংৰাজী ভাঙনি "Those day's were very short" পঢ়ি ইমানেই অভিভূত হৈ পৰিছিল যে পাছত লিখি উলিওৱা 'মেমৰইচ'খনৰ নামকৰণো কৰা হৈছিল সেইখনৰ শিৰোনামাতে।

প্ৰতিগৰাকী স্ৰষ্টাৰ সৃষ্টিৰ মূল উৎস হৈছে শৈশৱ। সংবেদনশীল লেখক মহিম বৰা ইয়াৰ ব্যতিক্ৰম নহয়। সৰুকালৰ মধুময়' স্মৃতিৰে সুন্দৰকৈ সজোৱা 'পাখি লগা দিন'খন মেলি চালেই দুচকুৰ আগত উদ্ভাসিত হৈ উঠে মহিম বৰাৰ ল'ৰালিৰ ছবিখন। এগৰাকী লেখক জন্মতে লেখক হৈ নোপোজে। জীৱনৰ বিভিন্ন ঘাত-প্ৰতিঘাত, সংঘাত, আঘাতে, তিলতিলকৈ গঢ়ি তোলে লেখক হিচাপে। সেয়ে হ'লেও সংবেদনশীল মনটো, সুক্ষ্মাদিসুক্ষ্ম দৃষ্টিভংগী, ভাবানুভূতি এইবোৰ জন্মগত। জন্মতে পোৱা সেইখিনিকে লৈ এগৰাকী ব্যক্তি লেখক হিচাপে প্ৰতিষ্ঠিত হওঁতে কেনেধৰণৰ কষ্ট স্বীকাৰ কৰিব লগা হয় সেই কথা লেখকগৰাকীৰ বাদে আন কোনোও গভীৰভাৱে উপলব্ধি কৰিব নোৱাৰে। বাগিছাৰ সৰু সৰু গছ পুলিবোৰ সাৰ পানীদি ডাঙৰ কৰাৰ যি কষ্ট সেয়াতো কেৱল মালীজনেহে উপলব্ধি কৰিব পাৰে। লেখকৰ সৃষ্টিশীল ৰচনাৰ বেলিকাও সেইধৰণে ভাবিবৰ থল আছে। কথাষাৰৰ সত্যতা আৰু বেছি গভীৰভাৱে উপলব্ধি কৰিছিলোঁ যেতিয়া 'পাখি লগা দিন' পঢ়িছিলো। এটি এটি ঘটনাক মনৰ মাজত পাগুলি থকাৰ পাছত কেতিয়া কোন মুহূৰ্তত গল্পৰ ৰূপ লৈছিল তাৰ উমান পাব পাৰি গ্ৰন্থখনিৰ জৰিয়তে। বিভিন্ন সময়ত বিভিন্ন কাৰ্যত মনোনিবেশ কৰি থাকিও মনৰ মাজত এটা চিন্তাকে কিদৰে পাগুলি থাকে? বছৰ বছৰ ধৰি একোটা গল্পৰ প্লট মন-মগজুত কি দৰে বহন কৰে? তেওঁ কৈছিল, "বৰ কষ্টকৰ বুইছা, লেখক হোৱাৰ যন্ত্ৰণা বৰ কষ্টকৰ। সংবদেনশীল লেখকৰ বেলিকা ইয়াতকৈ যন্ত্ৰণাদায়ক আন একো নাই।' মহিম বৰা প্ৰকৃতাৰ্থত সংবেদনশীল লেখক। নহ'লেনো নিষ্প্ৰাপ টুনী চৰাইজনীৰ বুকুৰ চকৰটোৰ পৰাই তেওঁৰ মনত ভাবানুভূতিৰ সঞ্চাৰ ঘটেনে? সেই যে মেট্ৰিক পৰীক্ষা দি উঠোতেই অন্তৰৰ অন্তস্থলীত সংগোপনে বহি ৰৈছিল দুখবোধটো তাৰ পাছত এম. এ পাচ কৰি উঠাৰ পাছতহে তাৰ পূৰ্ণ বিকাশ ঘটিছিল। কেৱল 'কাঠনিবাৰী ঘাট' গল্পতে নহয়, তেওঁৰ প্ৰায় অধিকাংশ গল্প সৃষ্টি হৈছিল বহু বছৰৰ ফলশ্ৰুতিত। আশ্চৰ্যজনকভাৱে তেওঁ সৰুকালতে যিবোৰ দেখিছিল, যিবোৰ

শুনিছিল সেইবোৰ হুবহুকৈ মনৰ মাজত সাঁচি ৰাখিব জানিছিল আৰু পাছৰ কালত গল্প ৰচনা কৰোতে প্ৰকাশ কৰিছিল। আন নালাগে তেওঁৰ বিখ্যাত গল্প 'মাছ আৰু মানুহ'টোকে চোৱা যাওঁক। গল্পটোৰ নায়কৰ আঁৰৰ মানুহজন সম্পৰ্কত তেওঁৰ পেহাক। জুহালৰ কাষত বহি তাহানিতে এদিন এইজন পেহাকৰ মুখতে শুনিছিল তেওঁৰ চেঙেলীয়া কালৰ এটি কাহিনী। ম'হ খুঁলি নে গটঙ্গা কোনোবা এখন বিলত মাছ মাৰিবলৈ গৈ বিনোদ পেহাকৰ যি দুৰ্গতি হৈছিল তাক হুবহুকৈ বৰ্ণনা কৰিছিল তেওঁলোকৰ আগত। বহল পানীৰ বুকুত অকলে অকলে মাছটোৰ লগত যুঁজি থকা পেহাকৰ ছবিখন তেওঁৰ মনোচেতনাত দ সাঁচ বহুৱাইছিল। এইখিনিতে এটা কথা উল্লেখ কৰিব লাগিব যে স্বৰ্গীয় মহেশচন্দ্ৰ দেবগোস্বামীয়ে তেওঁৰ বিয়াত হেমিংৱেৰ বিখ্যাত 'অল্ড মেন এন দ্যা চী'খন উপহাৰ দিছিল। উপন্যাসখন পঢ়ি উঠাৰ পাছত তেওঁৰ মণিকোঠাত সংপৃক্ত হৈ থকা পেহাকৰ কাহিনীটো জীৱন্ত হৈ উঠিছিল। ফলশ্ৰুতিত বিয়াৰ প্ৰায় চাৰিবছৰৰ পাছত সৃষ্টি হৈছিল 'মাছ আৰু মানুহ' গল্পটো। এইদৰে তেওঁ প্ৰতিটো গল্প ৰচনা আঁত বিচাৰিলে কঠোৰ সাধনা আৰু সীমাহীন শ্ৰম যে গল্পসমূহৰ মূল সেই কথা পৰিষ্কাৰকৈ বুজিব পাৰি। জীৱনৰ কষটি শিলত ঘঁহি মাজি ৰচনা কৰা গল্পসমূহৰ সৰ্বাধিক জনপ্ৰিয়তাৰ প্ৰকৃত কাৰণো হয়তো ইয়াৰ মাজতে নিহিত।

গল্প আৰু কবিতা দুযোটা সমান্তৰালভাৱে লিখি গ'লেও তেওঁৰ গল্পতকৈ কবিতাৰ সংখ্যা তাকৰ। 'ৰঙা জিঁযা' তেওঁৰ একমাত্ৰ কাব্য সংকলন। কেৱলমাত্ৰ 'সাগৰ দেখিছা'খন লিখিয়ে যিদৰে কলংপৰীয়া কবি দেবকান্ত বৰুৱা চিৰযুগমীয়া হৈ ব'ল ঠিক সেইদৰে মহিম বৰা 'চিৰযুগমীয়া হে ৰ'ব 'ৰঙা জিঁয়া'ৰ কবি ৰূপেই। কথাশিল্পী মহিম বৰাক প্ৰথমতে এগৰাকী কবি তাৰ পাছতহে গল্পকাৰ বুলিবৰ মন যায়। অধ্যাপক ৰঞ্জিত কুমাৰ দেৱগোস্বামীয়ে তেওঁক গল্পকাৰ, কবি বুলি অভিহিত কৰাটো উল্লেখনীয়। তেওঁৰ গল্পসমূহ গভীৰ মনোযোগেৰে অধ্যায়ন কৰি গ'লে কবিতাৰ দৰে এটা স্পৰ্শকাতৰ অনুভৱে হৃদয়ৰ অন্তঃস্থলীত চুই চোৱা যেন লাগে। পদ্যৰ জৰিয়তে তেওঁৰ সাহিত্যজগতত আত্মপ্ৰকাশ ঘটিছিল। তৰুণৰাম ফুকনৰ মৃত্যুত ব্যথিত হৈ তেওঁ লিখিছিল 'তৰুণ তৰুণ', বনৰ চিকাৰী/চিকাৰ বিচাৰি ফুৰ বনে বনে ঘূৰি/কিয় তই হৰিলি নিষ্ঠুৰ বিধি/কিনো কাৰ্য তই কৰিবি সিদ্ধি' জীৱনৰ প্ৰথমটো কবিতা মুখে মুখে ৰচিত হৈছিল। কিতাপৰ প্ৰতি থকা অদম্য প্ৰীতিৰ লক্ষ্য ৰাখি বৰপিতাকে 'নীতি পাঠ' আনি দিছিল। তাত থকা 'জোনবাই এ তৰা এটি দিয়া' জোনাক ৰাতি চোতালত বহি পদ্যটো তেওঁ গাই যায় আৰু বাকী লগৰীয়াসকলে সুৰ লগাই চিঞৰে। সেই সময়তে জীৱনৰ প্ৰথম পদ্য মুখে মুখে ৰচনা হৈছিল। 'পাৰই কোঁৎ কোঁৎ পানী খায়/ বাঁহৰ তলে উৰি যায়।'

জীৱনৰ সুদীৰ্ঘ পৰিক্ৰমাত সাহিত্যত মনোনিৱেশ কৰি অহা মহিম বৰাৰ কলম

আজি ৰুদ্ধ। শেহতীয়া কলম মোচা উপন্যাস 'এধানি মাহীৰ হাঁহি'ৰ পাছৰ পৰা তেওঁৰ লেখা-মেলা প্ৰায় বন্ধ হোৱাৰ দৰেই। বিগত কেইবাছৰ ধৰি চকুৰ অসুখ আৰু মাইগ্ৰেনে তেওঁক ধাৰাশায়ী কৰিছে। এইবোৰক বাদ দি জীৱনৰ অন্যান্য দুখ, যন্ত্ৰণাবোৰতো আছেই। এসময়ত অফুৰন্ত কাল্পনিক শক্তিৰ অধিকাৰী এইগৰাকী কথা শিল্পীয়ে জীৱনত কেতিয়াবা সুখ অনুভৱ কৰিছিলনে বাৰু? মোৰ শৈশৱ মোৰ জীৱনৰ আটাইতকৈ মধুৰতম সময়। শৈশৱক পাখী লগা দিন বুলি কৈঁহে ভাল পাওঁ।' সচাঁকৈয়ে শৈশৱ আৰু শিশুৰ প্ৰতি দুৰ্বাৰ প্ৰেম অনুভৱ কৰা তেওঁ এতিয়া জীৱনৰ বিয়লি বেলা নাতিৰ উমাল সান্নিধ্যত দিন অতিবাহিত কৰিছে। নাতিৰ সংস্পৰ্শত পাহৰি গৈছে জীৱনৰ য'ত দুখ। 'জীৱনত নাতিৰ-সান্নিধ্য পোৱা ককাক সকলেহে অনুভৱ কৰিব পাৰে নাতিৰ সৈতে ওমলাৰ সুখ; কিয়নো নাতিৰ মাজত ককাকে তেওঁৰ হেৰোৱা শৈশৱটো বিচাৰি পায়।' তেওঁৰ কথাষাৰৰ সত্যতা আমিও উপলব্ধি কৰো। হয়, নাতিৰ প্ৰসংগত অথবা নিজৰ শৈশৱৰ কথা যেতিয়া ক'বলৈ আৰম্ভ কৰে তেওঁৰ মুখাবয়ব উজ্জ্বলি উঠে সুখ আৰু আৱেগৰ লহৰত। তাৰ পৰাই অনুমান কৰিব পাৰি মহিম বৰাৰ সুখৰ খনিটো ক'ত লুকাই আছে। "এৰা চিৰকাল যেন ওমলি ফুৰিম অজান শিশুৰ দৰে ৰঘুনাথ চৌধুৰীৰ দৰে' কথাষাৰময়ো ভাবো; চোঁ মাৰি উৰি যোৱা কাড়ৰ দৰে গুচি যোৱা সেইদিনবোৰৰ কথা জীৱনৰ শেষ বয়সত বেছিকৈ মনলৈ আহে।' সৃষ্টিশীল ৰচনা ৰাজিত মনঃসংযোগ ঘটাব নোৱাৰিলেও আমি আশা ৰাখিম নাতিৰ লগতে ওমলি-জামলি জীৱনৰ শেষ দিনকেইটা সুন্দৰভাৱে অতিবাহিত কৰক।✳✳

(✳ অসমীয়া খবৰ, ২৩ ফেব্ৰুৱাৰী, ২০০৩)

# মহিম বৰা ঃ এটা প্ৰফাইল

-ৰতিমোহন নাথ

অসমৰ যশস্বী কবি আৰু গল্পকাৰসকলৰ ভিতৰত অধ্যাপক মহিম বৰা প্ৰতিষ্ঠিত আৰু পৰিচিত। কৃতি সৃষ্টিশীল সাহিত্যিক মহিম বৰাৰ সাধনা প্ৰসূত সাহিত্যৰাজিৰ মহত্ত্বই আজি তেখেতক মহীয়ান কৰি তুলিছে। জীৱন সংগ্ৰামত ক্ষত-বিক্ষত অথচ অক্লান্ত মহিম বৰা এগৰাকী ৰঙীয়াল মনৰ মানুহ আৰু সেইবাবেই ৰঙীয়াল মন আৰু ৰসাল কথাই যিদৰে সকলোকে অতি সহজতেই মুগ্ধ কৰিব পাৰে সেইদৰেই মানুহৰ হিয়া মন- চুই যোৱা ভাব-ভাষাৰে পৰিপুষ্ট তেখেতৰ গল্প কবিতাবোৰেও জনপ্ৰিয়তা লাভ কৰিবলৈ সক্ষম হ'ব পাৰিছে। আনহাতে অত্যাধুনিক জীৱন চৰ্চা কিম্বা ব্যয়বহুল বিলাসিতাৰ পৰা সদায়েই আঁতৰি থকা অধ্যয়নবিলাসী মহিম বৰাৰ সহজ-সৰল জীৱনদৰ্শন লগতে উদাৰ দৃষ্টিভংগী আৰু সৰলতা আদিয়েই হৈছে তেখেতৰ শক্তিশালী ব্যক্তিত্বৰ এক উজ্জ্বলতম দিশ। এনে এগৰাকী মহৎ ব্যক্তিক সমগ্ৰ অসমবাসীয়ে অসম সাহিত্য সভাৰ দৰে বিশাল আৰু মহান অনুষ্ঠানৰ সভাপতিৰ আসনলৈ নিৰ্বাচিত কৰাত যোগ্যজনৰ প্ৰতি সুযোগ্য আসন আগবঢ়োৱা হৈছে বুলি নিঃ সন্দেহে ক'ব পৰা যায়।

সু-সাহিত্যিক মহিম বৰাৰ পিতৃপুৰুষসকলৰ ঘৰ আছিল নগাওঁ জিলাৰ কলিয়াবৰ অঞ্চলৰ হাটবৰত। তেখেতৰ দেউতাকৰ নাম আছিল স্বৰ্গীয় গজেন্দ্ৰ নাথ বৰা আৰু মাকৰ নাম স্বৰ্গীয় চন্দ্ৰকান্তি বৰা। দেউতাক গজেন্দ্ৰ নাথ বৰাই পত্নীক লগত লৈ গৈ দৰঙৰ সাধাৰোঘোপ চাহ বাগিচাত চাকৰি কৰি থাকোঁতেই ১৯২৬ চনত মহিম বৰাৰ জন্ম হয় সেই ঘোপসাধাৰো চাহ বাগিচাৰ বাসভৱনত।

## শিক্ষা আৰু কৰ্মজীৱন

বৰাৰ পঢ়াশলীয় শিক্ষা আৰম্ভ হয় হাটবৰ ১ নং এল, পি স্কুলত। হাটবৰত শিক্ষা সমাপ্ত হোৱাত কুঁৱৰীটোল কমবাইনড এম, ভি স্কুলত পঢ়ে। ইয়াৰ পাছত কলিয়াবৰ হাইস্কুলত (বৰ্তমানৰ কলিয়াবৰ উচ্চতৰ মাধ্যমিক বিদ্যালয়লৈ উন্নীত হৈছে।) দশম মানলৈকে পঢ়ি তাৰ পৰাই ১৯৪৪ চনত হাইস্কুল শিক্ষান্ত পৰীক্ষা দি ২ য় বিভাগত উত্তীৰ্ণ হয়। সেই সময়তে নগাঁৱত নগাঁও মহাবিদ্যালয় প্ৰতিষ্ঠা হোৱাত সেই মহাবিদ্যালয়ৰ প্ৰথম দ ল ছাত্ৰ-ছাত্ৰীৰ এজন আছিল মহিম বৰা। তেতিয়া নগাওঁ মহাবিদ্যালয়ৰ অধ্যক্ষ আছিল অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি যজ্ঞেশ্বৰ শৰ্মা। নগাওঁ মহাবিদ্যালয়ৰ পৰাই মহিম বৰাই ১৯৪৬ চনত তেতিয়াৰ আই, এ পৰীক্ষা দি প্ৰথম বিভাগত উত্তীৰ্ণ হৈ কটন

কলেজত নাম লগায়। কটন কলেজৰ পৰা ১৯৪৮ চনত বি. এ পৰীক্ষাত উত্তীৰ্ণ হৈ গুৱাহাটী বিশ্ববিদ্যালয়ত নাম ভৰ্তি কৰি ১৯৫২ চনত অসমীয়া বিভাগত 'ক' শাখাক এম. এ পাছ কৰে। তেতিয়াই গুৱাহাটী বিশ্ববিদ্যালয়ত ডঃ সূৰ্য কুমাৰ ভূঞা, ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, ডঃ মহেশ্বৰ নেওগ আৰু ডঃ সত্যেন্দ্ৰনাথ শৰ্মাকে আদি কৰি বহুকেইজন কৃতিবিদ্য লোকৰ লগ পায় মহিম বৰাই। সেইফালৰ পৰা তেখেত ভাগ্যবান।

মন কৰিবলগীয়া যে, মহিম বৰাই গুৱাহাটীত এম, এ. পঢ়ি থকা সময়তে এইবোৰৰ বাহিৰেও অনাতাঁৰ কেন্দ্ৰৰ পৰা প্ৰচাৰিত 'গাৱলীয়া ৰাইজলৈ অনুষ্ঠান' নামৰ কাৰ্য্যসূচীৰ পৰিচালক 'ধনবৰকাই' ৰূপে চাকৰি জীৱনৰ পাতনি মেলে। ইয়াৰ পাছত এম. এ পাছ কৰি আহি যোৰহাট জগন্নাথ বৰুৱা মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপকৰূপে ১৯৫৪ চনত যোগদান কৰে আৰু এই মহাবিদ্যালয়ৰ পৰাই তেখেতে ১৯৮৭ চনৰ অৱসৰ লয়। অকল ইমানেই নহয় এইবোৰৰ মাজে মাজে মহিম বৰাই কলিয়াবৰ হাইস্কুল আৰু কুঁৱৰীটোল হাইস্কুলত কিছুদিন শিক্ষকতাও কৰিছিল। ইয়াৰ বাহিৰে গুৱাহাটিৰ কামৰূপ একাডেমিতো বৰাই এবছৰ কাল শিক্ষকতা কৰিছিল।

## সমাজ সেৱক বৰা

ও দুপৰি মহিম বৰাই সামাজিক কিছুমান কাম কাজতো হাত নিদিয়াকৈ থকা নাছিল। সমাজ সচেতন বৰাই সমাজ আৰু স্বদেশৰ হকে ত্যাগ আৰু সেৱাৰ মনোভাৱ লৈ কাম কৰিবলৈ যোৱাটো নিজৰ এটা নৈতিক কৰ্তব্য আৰু দায়িত্ব বুলি সদায়েই অনুভৱ কৰিছিলো। সেয়ে, ১৯৫৪ চনতেই নিজৰ পিতৃভূমি হাটবৰত বালিকা মধ্য ইংৰাজী বিদ্যালয়ৰ পৰা উচ্চ মাধ্যমিকলৈ উন্নীত হোৱা বিদ্যালয়খনি প্ৰতিষ্ঠা কৰাৰ ক্ষেত্ৰত মহিম বৰা আছিল অন্যতম উদ্যোক্তা। ইয়াৰ বাহিৰেও হাটবৰত "কনকলতা পুথিভঁৰাল" আৰু ভাস্কৰ নাট্য সংঘৰো বৰা আছিল অন্যতম প্ৰতিষ্ঠাপক। ৰাইজৰ লগতে থাকি ৰাইজক অনুপ্ৰেৰণা দিবৰ কাৰণেই গাঁৰৰ ৰাইজৰ সৈতে নাটক আদি অভিনয়তো তেখেতে অংশ গ্ৰহণ কৰিছিল। গাঁৱলীয়া জীৱনত লাভ কৰা অভিজ্ঞতাখিনিকে সম্বল হিচাপে লৈ তেখেতে অনাতাঁৰ নাট্যাভিনয়তো অংশ গ্ৰহণ কৰিবলৈ সুযোগ পাই দক্ষতাৰ পৰিচয় দিছিল। এইবোৰৰ বাহিৰেও নগাওঁ মহাবিদ্যালয়ৰ অধ্যাপক হৈ থকা সময়তে নগাওঁ ছোৱালী মহাবিদ্যালয়ৰ অসমীয়া বিভাগত প্ৰতিষ্ঠাপক অধ্যাপকৰূপে সেৱা আগবঢ়াইছিল। সেই কথা নগাঁৱা ৰাইজে কেতিয়াও পাহৰিব নোৱাৰে।

## সাহিত্যিক জীৱনৰ পাতনি

জনপ্ৰিয় সাহিত্যিক মহিম বৰাই সাহিত্য চৰ্চাৰ পাতনি মেলে প্ৰাথমিক বিদ্যালয়ৰ তৃতীয় শ্ৰেণীত পঢ়ি থকা সময়ৰে পৰাই। তেতিয়াই তেখেতে পদ্যজাতীয় কিছুমান ৰচনাৰ

মাজেদি কবি জীৱনত ভৰি দিয়ে। সপ্তম শ্ৰেণীত পঢ়ি থকা সময়তেই হাটবৰৰ পৰা প্ৰকাশিত হাতেলিখা আলোচনী 'মলয়া'ৰ অন্যতম সম্পাদক আছিল মহিম বৰা। 'মলয়া'ৰ অন্য গৰাকী সম্পাদক আছিল বৰাৰ সহপাঠী দেবেন গগৈ। তেতিয়াই সেই ছাত্ৰাৱস্থাত মহিম বৰাই এটি বঙলা গল্পৰ আধাৰত ৰচনা কৰা 'হাভানাৰ চুৰট' নামৰ প্ৰথম গল্পটো 'মলয়া'ত প্ৰকাশ পোৱাত শিক্ষাগুৰুসকলে পঢ়ি বৰ ভাল পাইছিল আৰু বৰাৰ উজ্জ্বল ভৱিষ্যতৰ এক সম্ভাৱনাৰ উমান পাই আশীৰ্বাদ কৰিছিল। ইয়াৰ বাহিৰেও স্বৰ্গীয় মাধৱ বেজবৰুৱাৰ দ্বাৰা সম্পাদিত আৰু কলিকতাৰ পৰা প্ৰকাশিত 'কুঁহিপাত' নামৰ আলোচনীত প্ৰকাশ পোৱা মহিম বৰাৰ 'অকণ আৰু ভয়' নামৰ কবিতাটোৱেই আছিল প্ৰথম ছপা আকাৰে প্ৰকাশিত কবিতা। দশমমান শ্ৰেণীত পঢ়ি থকা সময়তে বৰাই সমসাময়িক বিভিন্ন প্ৰসঙ্গক লৈ ৰচনা কৰা কেইবাটাও প্ৰবন্ধ 'ডেকা অসম'ত প্ৰকাশ পাইছিল। 'ৰংঘৰ' শিশু আলোচনীৰো বৰা আছিল সহকাৰী সম্পাদক। এইবোৰৰ বাহিৰেও আৱাহন, ৰামধেনু, জয়ন্তী, পুবেৰুণ, বৰদৈচিলা আৰু আকাশী গঙ্গা নামৰ বিভিন্ন আলোচনী আৰু কাকতসমূহতো তেখেতৰ সৃষ্টিশীল সাহিত্যৰাজিয়ে প্ৰকাশ লাভ কৰি পঢুৱৈ সমাজৰ সৈতে এক ঘনিষ্ঠ সম্পৰ্ক স্থাপন কৰিবলৈ সক্ষম হৈছিল। উল্লেখযোগ্য যে নগাওঁ মহাবিদ্যালয়ত অধ্যাপকৰ কামত যোগদান কৰাৰ পাছতেই ১৯৫৫ চন মানতেই নগাঁৱৰ পৰা প্ৰকাশিত বৃহৎ আকাৰৰ সাহিত্য সংকলন 'অৰুণাচল'ৰ সম্পাদনা কৰিছিল মহিম বৰাই।

## সাহিত্য কৃতি

অধ্যাপক মহিম বৰা একেধাৰে গল্পকাৰ, কবি, প্ৰবন্ধকাৰ, নাট্যকাৰ, শিশু সাহিত্যিকো। তেখেতৰ একমাত্ৰ কবিতাৰ পুথি 'ৰঙা জিয়া'ৰ কবিতাসমূহ পঢ়াৰ পাছত শান্তি নিকেতনৰ ক্ষিতীশ ৰায়ে মন্তব্য কৰি লেখিছিল — "ৰঙাজিয়া'ৰ কয়েকটি কবিতা পাঠ কৰে মনে হ'ল - "সকলেই কবি নয়-কেই কেই কবি।" আনহাতে 'ৰঙা জিয়া'ৰ কবি মহিম বৰা ডাঙৰীয়া এগৰাকী সাৰ্থক গল্পকাৰো। বাস্তৱ জীৱনৰ সৈতে মুখামুখি হোৱা সৰ্বসাধাৰণ মানুহৰ সঁচা জীৱনৰ নিখুঁত চিত্ৰণেই হৈছে বৰাৰ গল্পশৈলীৰ স্বকীয় বৈশিষ্ট্য। মানুহৰ সংঘাতময় জীৱনৰ চৰম সত্য তেখেতৰ গল্পত সুস্পষ্ট হৈ উঠা দেখা যায়। অলপতে অধ্যাপক শৰৎ বৰকটকীয়ে লোৱা সাক্ষাৎকাৰত বৰাই তেখেতৰ গল্পৰ মাজেদি Tragic irony of life প্ৰকাশ পোৱাৰ কথা নিজেই স্বীকাৰ কৰিছে। বৰাৰ প্ৰথম প্ৰকাশিত গল্পৰ পুথি 'কাঠনিবাৰীৰ ঘাট' লৈ যি সকলে এবাৰমান পাক মাৰিবলৈ সুযোগ পাইছে তেওঁলোকে সেই ঘাটৰ কথা সহজে পাহৰিব নোৱাৰে।।

প্ৰচাৰ বিমুখ মহিম বৰাই 'জীৱনৰ প্ৰকৃত আনন্দ যদি কিবা আছে, মই তাৰ ভাগ

পোৱা নাই” বুলি আক্ষেপ কৰিলেও নাইবা ব্যক্তিগত কিম্বা পাৰিবাৰিক জীৱনত কেতিয়াবা কোনোবাখিনিত ব্যৰ্থ হোৱা বুলি ভাবিলেও সাহিত্য সাধনাৰ ক্ষেত্ৰত স্বকীয় প্ৰতিভাৰ বিকাশ আৰু প্ৰকাশৰ বেলিকা বৰাই যে সাৰ্থকতা লাভ কৰিব পাৰিছে সেই কথা নিশ্চয় সকলোৱেই স্বীকাৰ কৰিব লাগিব। সৃষ্টিশীল সাহিত্যৰ ফুলনিত ফুলি উঠা মহিম বৰাৰ “ৰাতি ফুলা ফুল” ৰ পাহিবোৰ যিদৰে সদায় জিলিকি আছে সেইদৰেই তাৰ সুগন্ধিয়েও সকলোকে মোহিত কৰি ৰাখিছে। সেইবাবেইতো মহিম বৰাৰ হাতত ফুলি উঠা সেই “ৰাতি ফুলা ফুল”ৰ মালী মহিম বৰালৈ ১৯৮০ চনত “প্ৰকাশন পৰিষদ বঁটা” আগবঢ়াইছিল। সাহিত্য কাননত সেই ফুলপাহ কেতিয়াও মৰহি নেযায় বুলিয়েই ভাবিবৰ স্থল আছে। ইয়াৰ বাহিৰেও তেখেতৰ ‘মই, পিপলি আৰু পূজা’ ‘বহুভূজী ত্ৰিভূজ’, এখন নদীৰ মৃত্যু’, ‘দেহা গৰকা প্ৰেম’, ‘মোৰ প্ৰিয় গল্প’, নামৰ গল্পৰ পুথিবোৰৰ কথাও ইমানতে উল্লেখযোগ্য। অকল গল্প কিম্বা কবিতাৰ মাজতেই বৰাৰ সৃজনী প্ৰতিভা সীমাবদ্ধ হৈ থকা নাই। ‘হেৰুৱা দিগন্তৰ মায়া’ আৰু ‘পুতলাঘৰ’ নামৰ উপন্যাসিকাও তেখেতৰৰ প্ৰকাশ পায়। এইবোৰৰ বাহিৰেও ‘অমৰ চকুলোঁ’, ‘লাডু গোপালৰ প্ৰেম’ আদি নাটক, বত্ৰিশ পুতলাৰ সাধু’ নামৰ শিশু সাহিত্য আদিৰ লগতে বৰাৰ ৰম্যৰচনাৰ পুথি ‘মোমাইৰ পদূলিত বান্ধিলো ঘোঁৰা’ আৰু ‘বৰযাত্ৰী’ আদিও প্ৰকাশ পায়। তদুপৰি সাহিত্য বিষয়ক চিন্তাগধুৰ প্ৰবন্ধ ৰাজিৰে সমৃদ্ধ তেখেতৰ ‘চিন্তা বিচিত্ৰা” নামৰ আন এখনি গ্ৰন্থ প্ৰকাশ পায়। সম্প্ৰতি বৰাই সম্পাদনা কৰা মহাপুৰুষ শংকৰদেৱৰ ছয়খন অংকীয় নাট প্ৰকাশ কৰিবৰ বাবে অসম প্ৰকাশন পৰিষদে দায়িত্ব গ্ৰহণ কৰিছে। ‘শংকৰদেৱৰ অংকাৱলী’ নামেৰে যন্ত্ৰস্থ হৈ থকা এই গ্ৰন্থখনত পত্নীপ্ৰসাদ , কেলি গোপাল, পাৰিজাত হৰণ, কালিদমন, ৰুক্মিণী হৰণ আৰু ৰাম বিজয় নামৰ ছয়খন অংকীয় নাট আছে।

## লিখনিত পাশ্চাত্যৰ প্ৰভাৱ

মন কৰিবলগীয়া যে বহু বিচিত্ৰ অভিজ্ঞতাৰে পৰিপূৰ্ণ অধ্যাপক বৰাৰ জীৱনৰ গতিধাৰা যিদৰে নানা ছন্দেৰে ছন্দোময় সেইদৰে তেখেতৰ অধ্যয়ন আৰু চৰ্চাৰ গতিধাৰাও কোনো এক নিৰ্দিষ্ট ধাৰাৰে প্ৰৱাহিত হোৱা দেখা নেযায়। হাভানাৰ চুৰটৈ’ৰে আৰম্ভ কৰা গাল্পিক জীৱনৰ প্ৰথম ছোৱাত লক্ষ্মীনাথ বেজবৰুৱাৰ লেখাসমূহে আৰু তাৰ পাছত ৰমা দাস, কৃষ্ণ ভূএগ, মহীচন্দ্ৰ বৰাৰ গল্পসমূহে আৰু শেষত লক্ষীধৰ শৰ্মা আৰু আব্দুল মালিকৰ গল্পই বৰাৰ গল্প লেখাৰ ক্ষেত্ৰত যথেষ্ট সমল যোগাইছে। সেইদৰে ক’লা কৌশলৰ ক্ষেত্ৰতো অ’ হেনৰি, আমেৰিকাৰ ষ্টেইনবেক্ আৰু হেমিংওৱে আদি প্ৰখ্যাত ব্যক্তিসকলৰ ওচৰত বৰাৰ গল্পৰ কলাশৈলী কিছু পৰিমাণে ঋণী বুলি তেখেতে নিজেই স্বীকাৰ কৰিছে। পৰিতাপৰ বিষয় যে, জীৱন সংগ্ৰামৰ আক্ৰান্ত সৈনিক বৰাই নিজৰ ভগ্নস্বাস্থ্যৰ কাৰণে বিগত দহটা বছৰৰ ভিতৰত কোনো বিশেষ ধৰণৰ সৃষ্টিশীল সাহিত্য ৰচনাত হাত দিব

পৰা নাই। ভাগ্য বিশ্বাসী বৰাৰ মতে "দৈৱিক প্ৰেৰণা বা কৃপা নহ'লে মোৰ কাৰণে সৃষ্টি অসম্ভৱ। বাহিৰৰ প্ৰেৰণাই ভিতৰৰ তাঁৰডাল কঁপাব নোৱাৰে।"

যি কি নহওক, সাাহিত্য সৃষ্টিত বৰকৈ লাগি থাকিব নোৱাৰিলেও তেখেতে স্বদেশ আৰু স্বজাতিৰ হকে সভা সমিতিৰ জৰিয়তে সদায়েই সেৱা কৰি আহিছে। ১৯৮৫ চনৰ পৰা ১৯৮৭ চনলৈকে দুবছৰ কালৰ বাবে মহিম বৰাই নগাওঁ জিলা সাহিত্য সভাৰ সভাপতিৰ আসনত থাকি অনুষ্ঠানটিক গতিশীল কৰি তুলিবৰ বাবে আৰু গঠনমূখী কাৰ্য্যসূচী কাজৰ বাবে সদায়েই সাৰগৰ্ভ বুদ্ধি পৰামৰ্শৰে সকলোকে অনুপ্ৰাণিত কৰিছিল। সেইদৰে অসম সাহিত্য সভাৰ গোলাঘাটত বহা অধিবেশনতো কবি সম্মিলনৰ সভাপতিৰূপে সন্মানিত কৰা হৈছিল। অকল ইমানেই নহয় সুদীৰ্ঘ কাল ধৰি তেখেতে অসম সাহিত্য সভাৰ সৈতে ঘনিষ্ঠভাৱে জড়িত থাকি স্বদেশ আৰু স্বজাতিৰ সেৱাত নিজকে ব্ৰতী কৰি ৰাখিছে। অসম আৰু অসমীয়া ভাষা-সংস্কৃতিৰ সেৱাত ব্ৰতী হৈ থকা অসম সাহিত্য সভাৰ পৰা অসমৰ ৰাইজে বহুতো কিবা আশা কৰে। সু-সাহিত্যিক বৰাৰ সভাপতিত্বত অসমৰ ৰাইজে অহা বছৰটোৰ ভিতৰতো সাহিত্য সভাৰ পৰা তেনে বহুতো অপূৰ্ণ আশা পূৰণ হ'ব বুলি নিশ্চয় বাট চাই থাকিব।**

---

(* নতুন দৈনিক, ১৯৮৮)

# এখন পুৰস্কাৰপ্ৰাপ্ত গ্ৰন্থ আৰু এখন সমাজৰ সংকট

- ধনী বৰা

যি কেইজন লিখকে তেওঁলোকৰ নতুন আংগিক (form) আৰু ভাৱবস্তু (content)ৰ যোগে অসমীয়া গল্পৰ পৰিবৰ্তন আৰু আধুনিকীকৰণ কৰিছে তেওঁলোকৰ ভিতৰত মহিম বৰাৰ নামটো বিশেষভাৱে উল্লেখনীয়। মহিম বৰাই তেখেতৰ 'কাঠনিবাৰী ঘাট' (১৯৬১) গল্প সংকলনতেই আৰম্ভ কৰিছিল নতুন ৰূপ আৰু ৰসৰ অনুসন্ধান। বিশেষকৈ ইয়াৰ গীতিময় আবেদন আধুনিক অসমীয়া গল্প সাহিত্যত অভিনৱ। তেখেতৰ গল্পৰ এই বিশেষ গুণটো 'বহুভুজী ত্ৰিভুজ' সংকলনৰ এটা গল্পতো বৰ সুন্দৰকৈ প্ৰকাশ পাইছে। শ্ৰীবৰাৰ গল্পৰ প্ৰসংগত আন এটা উল্লেখনীয় দিশ হ'ল তেখেতে 'কাঠনিবাৰী ঘাট'ৰ দিনৰে পৰাই সদায় গাঁৱলীয়া সমাজ জীৱনৰ পটভূমিত গল্প লিখি আহিছে। যিহেতু অসমৰ বা ভাৰতৰ শতকৰা আশীভাগ লোক গাওঁ অঞ্চলৰ বাসিন্দা, সেয়ে তেওঁলোকৰ জীৱন আৰু সমাজৰ প্ৰতি থকা বৰাৰ আন্তৰিকতা আৰু মানৱীয় সহানুভূতিও এই একেটা পৰিপ্ৰেক্ষিততে বিচাৰ্য।

১৯৮০ চনৰ অসম প্ৰকাশন পৰিষদ পুৰস্কাৰ প্ৰাপ্ত গ্ৰন্থ 'ৰাতি ফুলা ফুল'ৰ সকলো কেইটা গল্পই গাঁৱৰ সমাজ জীৱনৰ পটভূমিত ৰচিত। কিন্তু 'কাঠনিবাৰী ঘাট'ত থকা ৰূপ আৰু ৰসৰ অনুসন্ধান, বৈচিত্ৰ্য, বোধ, অনুভূতি— এতিয়াৰ গল্পবোৰত পোৱা টান। অৱশ্যে এতিয়া বৰাই কোনো এখন গাঁৱকেই গাওঁ হিচাপে আৱিষ্কাৰ কৰিব পৰা নাই। সামাজিক, সাংস্কৃতিক, অৰ্থনৈতিক সকলো দিশতে ভয়ংকৰ অবক্ষয়ৰ যুগ চলিছে অসমৰ প্ৰতিখন গাঁৱত। বুৰ্জোৱা সমাজ আৰু পুঁজিবাদৰ সৰ্বগ্ৰাসী প্ৰভাৱৰ পৰা কোনোখন গাৱেঁ এতিয়া মুক্ত নহয়। বুৰ্জোৱা সমাজে বিয়পোৱা সকলোবোৰ ব্যাধি গাঁৱে গাঁৱে বিয়পি পৰিছে। প্ৰতিখন গাওঁ এতিয়া অন্তঃসাৰশূন্য, ৰুগ্ন, নগৰীয়া অপসংস্কৃতিৰ বলি হৈছে। সেই হৃদয়বান, সহজ-সৰল, অকৃত্ৰিম মানুহবোৰ এতিয়া চহৰ-নগৰৰ মানুহৰ দৰেই হৈ পৰিছে যান্ত্ৰিক, কৃত্ৰিম। বুৰ্জোৱা শিক্ষাৰে অৰ্দ্ধ-শিক্ষিত ডেকাচামৰ ফালৰ পৰাও দেখা দিছে হতাশা, আশঙ্কা, নানান সংকটে। এইবোৰ ঘটনাই লেখকক নিশ্চয় যন্ত্ৰণা দিছে, নিশ্চয় তেখেতে নতুনকৈ সচেতন হৈছে, নতুন ক্ষেত্ৰৰ আৱিষ্কাৰ কৰিছে।

'এই নদীৰ সোঁতে' গল্পটোৰ নায়ক প্ৰবোধৰ প্ৰতিক্ৰিয়া এনে ধৰণৰ ——

'নগৰীয়া হাৱা আহি গাওঁ পাইছেহি, আজি ঘৰে ঘৰে ঢোদ, ধিতিঙা, দায়িত্বজ্ঞানহীন ল'ৰা-ছোৱালী কিছুমানৰ জন্ম হৈছে, এজনৰ উপাৰ্জনত দহ জনেই খাইছেই, এনেকুৱা একোগৰাকী মানুহৰ হাড়ভঙা পৰিশ্ৰমৰ ওপৰত টিঘিল ঘিলাই আছে।' (পৃঃ৩)

'সি থৰ হৈ ৰৈ গ'ল।নবৌয়েকেও বহুত কথা জানে। অন্যায়, অধৰ্ম, এইবিলাকলৈ যোৱাটো বেয়া কথা নহয় বুলিয়ে বিশ্বাস কৰে। নবৌয়েকৰ কথাৰ মাজেদিয়ে যেন আজিৰ অসমীয়া মানুহবোৰৰ জীৱনদৰ্শনটো ব্যক্ত হৈ পৰিছে। টকা লাগে, বাহিৰা দু পইচা, ওপৰতে অহা, — তাৰ বাবে সুকীয়া পৰিশ্ৰম কোনেও নিবিচাৰে।' (পৃঃ ১৪)

ইঞ্জিনীয়াৰ প্ৰবোধে অন্যায় অধৰ্মৰ বিপৰীতে যাব খোজে, দুৰ্নীতি, কুসংস্কাৰৰ বিৰুদ্ধে, থিয় হ'ব খোজে — কিন্তু সিমানেই। তেৰোঁ অতি সোনকালেই 'অন্যায় অধৰ্ম'ৰ ওচৰত পৰাজিত হৈছে। প্ৰবোধেও ঠিকাদাৰে দিয়া সোণ লৈছে, গাৱঁৰ ঘৰলৈ যাবৰ কাৰণে ঠিকাদাৰৰ জীপখন লৈছে আৰু এটা ধনী পৰিয়ালৰ ছোৱালী কুঁৱলীক বিয়া কৰিবলৈ ওলাইছে যিখন বিয়াত খৰচ কৰিবৰ কাৰণে ছোৱালীঘৰৰ পৰা টকা দিয়াৰো বন্দোবস্ত কৰিছে তেওঁৰ দেউতাকে। বিশেষকৈ 'মান-সন্মান'ৰ কথা ভাবি তেওঁ এনে বিয়া নকৰিব বুলি ছোৱালীৰ ঘৰত জনাবলৈ গৈছিল যদিও ছোৱালীৰ দেউতাকৰ লগত হোৱা যুক্তি তৰ্কত তেওঁ সহজে পৰাজিত হ'ল —

'প্ৰবোধ বহি থাকিল। অকল বহি থকাই নহয়, চোফাখনৰ সৈতে গোটেই মানুহটোৱেই যেন কোনোবা এটা সুৰঙ্গইদি গৈ ব্ৰহ্মপুত্ৰৰ পাৰ পালেগৈ। প্ৰবল গৰ্জন তুলি দীঘল দীঘল ঢৌবোৰে হাত মেলি মেলি তাৰফালে আগবাঢ়ি আহিছে। আৰু ঠিক তাৰ কাষতে, তাৰ গাত গা লগাই থিয় হৈ আছে কুঁৱলী, কুঁৱলী বৰবৰা নহয়, কুঁৱলী খাটনিয়াৰ। সিহঁতৰ সন্মুখৰ মাটিবোৰ চপৰা-চপৰে খহি পৰিছে। সিহঁতৰ চকুৰ আগতেই। ব্ৰহ্মপুত্ৰৰ পাৰৰ বতাহৰ সোঁতত কুঁৱলীৰ মেখেলাচাদৰবোৰে উৰা মাৰিব খোজা পাতিহাঁহৰ ডেউকাৰ দৰে ঢপ্‌ঢপাই ঘনে ঘনে আঘাত কৰিছে, তাকো লগতে উৰিবলৈ উৎসাহ দি। সি কিন্তু ডেউকা জপাই ৰাখিছে সুদৃঢ়ভাৱে, সি নুৰে। ........ কিন্তু সিহঁতৰ ভৰিৰ তলৰ মাটিখিনিও যে লুইতৰ ঢৌৱে কঁপাই তুলিলে এতিয়া যে সিহঁতৰ নিস্তাৰ নাই। কুঁৱলীয়ে ভয়তে তাক সাবটি ধৰিছে। কিন্তু সিহঁতৰ আঁতৰি যোৱাৰ শকতি নাই, কাৰণ সিহঁতৰ ভৰিবিলাক মাটিৰ ভিতৰত পোত খাই আছে। সিহঁতৰ কেনিও পৰিত্ৰাণ নাই, লুইতৰ এই প্ৰচণ্ড গৰ্জনে সিহঁতক সামৰি ল'বই, উটাই নিব সিহঁতক দূৰদূৰণিলৈ। ..........(পৃঃ ৩২)

সমাজ পৰিবৰ্তন বিচৰাটো কিন্তু আপোচবাদী, প্ৰতিক্ৰিয়াশীল, নিলিপ্ত দৃষ্টিভংগী এৰিব নোৱাৰাটো মধ্যবিত্ত আৰু নিম্নমধ্যবিত্ত শ্ৰেণী চৰিত্ৰৰ এটি দিশ। পুঁজিবাদী সমাজ ব্যৱস্থাই যে নগৰে-চহৰে, গাৱেঁ ভূঞে সকলো শ্ৰেণীৰ মানুহৰ সামাজিক, নৈতিক সাংস্কৃতিক, অধঃপতন ঘটাইছে, সকলোকে আত্ম-কেন্দ্ৰিক, স্বাৰ্থম্বেষী, সংকীৰ্ণ, ক্ষুদ্ৰ মনোভাবাপন্ন

কৰি তুলিছে, তাৰেই চিত্ৰ এখন ইয়াত পোৱা যায় ; ইয়াতকৈ বেছি বিচাৰিলে অৱশ্যে পাঠক হতাশ হ'ব। গল্পৰ নায়ক প্ৰবোধৰ চৰিত্ৰটোতো একো নতুনত্ব নাই। 'অন্যায় অধৰ্ম'ৰ বিৰুদ্ধে তেওঁৰ প্ৰতিক্ৰিয়া সাধাৰণ অসন্তুষ্টিৰ পৰ্য্যায়তে থাকিল। 'অন্যায় অধৰ্ম'ৰে ভৰা শ্ৰেণী সমাজৰ গতানুগতিকতাৰ সোঁতৰ বিপৰীতে সাতুৰিবলৈ তেওঁ কোনোদিন শিকা নাই, নাইবা তেওঁ একো ত্যাগ কৰিবলগীয়াও হোৱা নাই। সেয়ে এনে গতানুগতিকতাৰে সোঁতত তেওঁ উটি যোৱাটোৱে আমাৰ মনত কোনো নতুন বোধ অনুভূতিৰ সৃষ্টি কৰিব নোৱাৰে।

গাঁৱৰ যিবোৰ সামাজিক, নৈতিক, সংস্কৃতিক সংকটে দেখা দিছে বুলি ওপৰত উল্লেখ কৰিছোঁ সেইবোৰৰ চিত্ৰ এখন বৰাৰ 'ৰাতি ফুলা ফুল' সংকলনৰ আটাইকেইটা গল্পতেই কম বেছি অনুপাতে বিশেষ গুৰুত্বসহকাৰে প্ৰকাশ পাইছে। 'পইতা চোঁৰা' গল্পটোত আমি পাওঁ —

"তিনপাট্টাও সোমাইছেনে?"

"সোমাইছেনে? তই সুধিছ? তইনো ইমান দিন ক'ত আছ? ............ আজিকালি টুৱেণ্টি নাইন নিৰামষ ; তিনপাট্টা, ফিছ, ৰামি।" (পৃঃ ৪৫)

'আবুৰ' গল্পটোত পাওঁ —

"চিলঙেই বোলা বা জকাইচুকেই বোলা সকলোতে একেটা হাৱা। ............ সিদিনা ছোৱালীজনীৰ টেবুলত কিবা ইংৰাজী কাকত এখন দেখি এনেয়ে পাতটো লুটিয়ালোঁ। মোৰ চকু থিৰ। দেখিলে পৰাচিত হ'বলগীয়া দৃশ্য।" ...... ............... (পৃঃ ৭৫.৭৬)

সেই একেটা পৰিপেক্ষিততে আটাইকেইটি গল্পতে গল্পকাৰে দেখুৱাবলৈ যত্ন কৰিছে কেনেকৈ গ্ৰাম্য-সমাজতো এতিয়া পুৰণি মানবীয় মূল্যবোধ হেৰাই গৈছে আৰু তাৰ ঠাইত যে কোনো নতুন মানবীয় মূল্যবোধ সৃষ্টিও হোৱা নাই। বুৰ্জোৱা সমাজ আৰু পুঁজিবাদৰ প্ৰসাৰৰ লগে লগে গুৱাহাটী বা জকাইচুক সকলোতে মানুহৰ অৰ্থনৈতিক, সামাজিক, নৈতিক, সংস্কৃতিক সংকটে ভয়ংকৰ ৰূপ ধাৰণ কৰিছে। সকলো শ্ৰেণীৰ মানুহকে যান্ত্ৰিকতাই শাসন কৰিবলৈ লৈছে, সকলো শ্ৰেণী মানুহ স্বাৰ্থান্ধ হৈ ব্যক্তিকেন্দ্ৰিক হৈ পৰিছে। 'এই নদীৰ সোঁতে' গল্পটোত বৃদ্ধসকলৰ মুখত প্ৰবোধে শুনিছে —

............ "বোপা কলি কাল, কলিকালত সকলো একাকাৰ হ'ব, অন্নযোনীৰ বিচাৰ নাথাকিব। মানুহৰ টকাৰ থক বাঢ়িল, এটা টকাৰ কাৰণে মানুহে মানুহৰ প্ৰাণ মাৰিব পাৰে।"........... (পৃঃ ৬-৭)

গাঁৱৰ সমাজ জীৱনত বুৰ্জোৱা সমাজ আৰু পুঁজিবাদৰ প্ৰসাৰৰ প্ৰতিক্ৰিয়া বিভিন্ন গল্পত মন কৰিবলগীয়া। প্ৰবোধৰ নবৌয়েকেও 'অন্যায় অধৰ্ম', এই বিলাকলৈ যোৱাটো

বেয়া কথা নহয় বুলিয়ে বিশ্বাস কৰে।' (পৃঃ ১৪)

"প্ৰবোধৰ দেউতাকে দুটকা পোৱাৰ আশাত নিজৰ পুতেকৰে 'মান-সন্মান চেছ কৰি' দিছে .......... (পৃঃ ১৬) শিক্ষিত নিবনুৱা বল্লভক মাকে গালি দিছে এই বুলি —

" ......... নিজে নিজে ঘৰ গৃহস্থ কৰি টাউন-চহৰত ঘৰ-দুৱাৰ কৰি নিজৰ কথা ভাবগৈ। আমি গৈ তেতিয়া দিগদাৰ নিদিওঁ, আমাকো দিগদাৰ দিব নালাগে।" (পৃঃ ৪৮)

বেছি উপাৰ্জন কৰা ডেকা এজনক নিজৰ জীয়েকক বিয়া দিবলৈ চেষ্টা কৰোঁতে বসন্তৰ জেঠায়েকৰ পৰিবৰ্তন মন কৰিবলগীয়া —

' .......... সি জেপৰ পৰা চিগাৰেটৰ পেকেটটো উলিয়াবলৈ তৃতীয়বাৰ চেষ্টা কৰি ক'লে, "আজি কালি আৰু খাব পায়, নহয় জানো।"

"খা বোপাই, নিজে ঘটিছ যেতিয়া কিয় নাখাবি? মাত্ৰ মদ-পানীতহে মুখ নিদিবি।"

..................................

"সি কিন্তু দুই-এটোপা ধৰে। আগৰ কথা আগতীয়াকৈ ক'লো।"

"সেইটোনো কি বৰ দোষৰ কথা আজিকালি? মাতাল নহ'লেই হ'ল। হাকিম, মণ্ডুপ, এম. এল. এ, প্ৰফেছাৰ সকলোৱেই ধৰে হেনো আজিকালি। .............. সেয়েহে নালাগে তিৰোতাবোৰেও বোলে ক্লাব পাতি একোটুপি ধৰা হ'ল। দেশৰ হাৱা যেনেকুৱা। .........

"চিগাৰেটত আকৌ এটা দীঘলীয়া টান দি সি ক'লে, "লগতে কিন্তু ইটো-সিটো দোষো আছে। হাতত টকা আছেতো, কলিকতা-দিল্লী ঘুৰি ফুৰে —।"

"সেইটোও সিমান ধৰিবলগীয়া নহয় দেচোন, হাতত টকা-পইচা থাকিলে ....... আৰু............... পুৰুষৰ চৰিত্ৰৰ নো কি দোষ থাকে .... অলপ চঞ্চলেই....... মানে ছোৱালীৰ ক্ষেত্ৰতহে মানুহে সকলো চাই—" .........

বসন্তই হাতত লৈ থকা চিগাৰেটটো মুখত লগাবলৈ নি সি মুখখন আধামেলা কৰিয়ে ৰৈ গ'ল। ইমান সহজে জেঠায়েকে সকলো কথা মানি লব বুলি তাৰ ধাৰণাই নাছিল।" ....... (পৃঃ৫৫-৫৬)

ইয়াত বসন্তৰ জেঠায়েকৰ কথাখিনিৰ লগত প্ৰবোধৰ নবৌয়েকৰ কথাবোৰৰ সৈতে সাদৃশ্য আছে। প্ৰবোধৰ নবৌৱেকে কৈছিল —

......... "তাকে, ভেটী নোখোৱা নাই, এনেকৈ লোকে উপযাচি দিবলৈ আহিলে ভৰিৰে ঠেলিব নাপায়।" ........... (পৃঃ১৪)

পচিব ধৰা আৰু ব্যাপক অবক্ষয় আৰম্ভ হোৱা আমাৰ সমাজখন বান্দৰৰ দৰে

অনুকৰণকাৰী হৈ পৰিছে। সৃষ্টিশীল মানৱীয় বোধ অনুভূতি, চিন্তা চেতনা, কল্পনা, জিজ্ঞাসা আৰু কৰ্ম —— এইখন সমাজত দেখা পোৱা টান। এইখন সমাজ হ'ল চৌখিনতাৰ, বাহ্যিকতাৰ উপাসক, বিজ্ঞাপন নিৰ্ভৰ। বৃদ্ধ বৰঠাকুৰৰ মুখতো সমাজৰ এই অধঃপতনৰ কথাকে প্ৰকাশ পাইছে এইদৰে ——

............" বাটলৈ ওলাব নোৱাৰি, কি অশ্লীল ভাষা, চিনেমা এখন চাব নোৱাৰি, কি বান্দৰ নাচ, ৰেল মটৰত যাব নোৱাৰি.......... ।" (পৃঃ৭৬)

যেনিয়েই চোৱা যায় এইখন সমাজৰ ধ্বংসৰ, অবক্ষয়ৰ চিনহে চকুত পৰে। কুৰুচিপূৰ্ণ প্ৰত্যেকৰে মন। অশ্লীল, নিৰ্লজ্জ, পাগল এখন সমাজ গঢ়ি উঠিছে আমাৰ চাৰিওদিশে। এই সমাজত মানুহৰ প্ৰয়োজন হৈছে এটা নীতিবোধ, এক মানৱীয় সন্মানবোধ, ঔচিত্যবোধ বা মাত্ৰাজ্ঞান। গল্পকাৰ বৰাৰ ভাষাত ই হ'ল 'আবুৰ'। শ্ৰীবৰাৰ 'আবুৰ' শব্দটোৱে আমাক অশ্লীলতা, নিৰ্লজ্জতা, উলংগতাৰ প্ৰতি এক সতৰ্কবাণী শুনাই দিছে।

'ৰাতি ফুলা ফুল' সংকলনৰ গল্পবোৰত প্ৰকাশ পোৱা কেন্দ্ৰীয় বিষয়বস্তু হ'ল আমাৰ সমাজত বিশেষকৈ গ্ৰাম্য সমাজত দেখা দিয়া সামাজিক, অৰ্থনৈতিক সংকট, যি অনিবাৰ্যভাৱে নৈতিক সাংস্কৃতিক সংকটো হৈ পৰিছে। এই সংকটে চহৰ নগৰত ইতিমধ্যে মানুহক অতি তুচ্চ, মনুষ্যত্বহীন প্ৰাণীত পৰিণত কৰিছে। নীতিবোধহীন ভ্ৰষ্টাচাৰী এই নগৰীয়া সমাজ জীৱনকে পুৰণি কলীয়া হ'লেও দৃঢ় নীতিবোধৰ, আচাৰ আচাৰণৰ ওপৰত জোৰ দিয়া আৰু বিশ্বাস কৰা গ্ৰাম্য সমাজৰো ডেকা-চামে বান্দৰৰ দৰে অনুকৰণ কৰিবলৈ আৰম্ভ কৰিছে। গতিকে 'চিলঙৈই বোলা বা জকাইচুকেই বোলা সকলোতে একেটা হাৱা' ......। পুঁজিবাদ আৰু বুৰ্জোৱা সমাজে সৃষ্টি কৰা অৰ্থনৈতিক, নৈতিক আৰু সংস্কৃতিক সংকটৰ প্ৰভাৱ আনকি বল্লভৰ মাক, প্ৰবোধৰ দেউতাক, বসন্তৰ জেঠায়েকহঁতৰ ওপৰতো কমকৈ, লাহেকৈ হ'লেও পৰিছেগৈ। কিন্তু লেখক হিচাপে বৰাৰ ব্যৰ্থতা হ'ল তেখেতে এই গোটেই ঘটনাবোৰকে এক সাংবাদিকতাৰ দূৰত্বৰ পৰা চাইছে আৰু লিখিছে। তেখেতক সম্পূৰ্ণ নিৰ্লিপ্ত বুলি আমি ক'ব খোজা নাই। বৰ্তমান মানুহৰ সামাজিক পৰিস্থিতিয়ে তীব্ৰ প্ৰতিক্ৰিয়া নকৰা হ'লে তেখেতে হয়তো এইবোৰ গল্প নিলিখিলেহেঁতেন। কিন্তু তেখেতৰ এই প্ৰতিক্ৰিয়া আৰু অসন্তুষ্টিৰ ভাৱে আমাৰ মনত কোনোধৰণৰ নতুন আশা আৰু অনুপ্ৰেৰণা নজগায়, ইতিবাচক নতুন দিশৰ সৈতে পৰিচয় কৰাই নিদিয়ে। তেখেতৰ প্ৰতিক্ৰিয়া, অসন্তুষ্টি আৰু সমাজ সচেতনতাই কোনো দিশ নিৰ্ণয় কৰিব নোৱাৰে। এজন লেখকৰ কাৰণে এইটো কম ডাঙৰ ব্যৰ্থতা নহয়।

অসম প্ৰকাশন পৰিষদ পুৰস্কাৰ লাভ কৰাৰ পিছত 'প্ৰকাশ' আলোচনীত দিয়া এটা সাক্ষাৎকাৰত শ্ৰী বৰাই 'মোৰ চৰিত্ৰবিলাক সদায় সংগ্ৰামী' বুলি কৈছে (প্ৰকাশ, এপ্ৰিল,

১৯৮১)। তেখেতৰ কিছুমান চৰিত্ৰ নিশ্চয় সংগ্ৰামী। 'কাঠনিবাৰী ঘাট'ত কিছুমান চৰিত্ৰও; যদিও ইয়াৰ Perspective তেখেতৰ এতিয়াৰ গল্পবোৰৰ পৰা ভিন্ন। সেইদৰে তেখেতৰ 'বহুভূজী ত্ৰিভূজ' সংকলনৰ 'তিনিৰ তিনি গ'ল' গল্পত পূৰ্ণকান্তই নিজকে এক সংগ্ৰামৰ সৈতে জড়িত কৰি ৰাখিছে। পূৰ্ণকান্তই ত্যাগ কৰিব পাৰে, দুখ-কষ্টৰ পথ স্বেচ্ছাই বাচি ল'ব পাৰে, কিন্তু কিছুমান মানৱীয় সম্পৰ্ক ধ্বংস হ'বলৈ নিদিয়ে। নিজৰ ল'ৰাইতৰ মুখৰ পৰা কাঢ়িও হাটলৈ অনা তিনি আৰি মালভোগ কলৰ একাৰি হলধৰ দোকানীয়ে তেওঁৰ দোকানত এদিন বাকী খোৱাৰ কথা মনত পেলাই বিনা পইচাতে নিলেই (হলধৰ দোকানীৰ পৰা পূৰ্ণকান্তই বাকী নাখায় যদিও এদিনৰ কাৰণে দিছিল। কিন্তু পূৰ্ণকান্তই ভাবে – 'বুঢ়াই ধৰ্মক গুণি বাকী দিলে')। বাকী থকা দুআৰি কলৰে একাৰি পূৰ্ণকান্তই ৰহমান ডাক্তৰক বিনা-পইচাতে দিছেঃ

"একাৰি লৈ যাওক ছাৰ" – কল একাৰি দাণ্ডি ডাক্তৰৰ আগত ধৰিলে।

"দাম কিমান কৈছে?"

"বাৰীৰ বস্তু, নালাগে দাম।" এই ডাক্তৰে সিবাৰ ডাঙৰ ল'ৰাটোৰ অসুখত কেবাবাৰো গৈ ঔষধৰ দামটো লৈ বেজী দিছিল, চিকিৎসা কৰিছিল। ভিজিত বুলি গামোচা এখনমাত্ৰ ঘৈণীয়েকে দি কান্দি কান্দি কৈছিল, "আপুনি দেৱতা – নহ'লে মোৰ ল'ৰা ক'ত বাচিলহেঁতেন। আজি সেই ডাক্তৰৰ পৰা দাম ল'ব পাৰিব জানো? উচিত নহ'ব। ..........

কিছুমান মানৱীয় বিবেচনা আৰু সম্পৰ্কৰ ওপৰত বিশ্বাস আৰু প্ৰমূল্যবোধ পূৰ্ণকান্তই আজিও হেৰুওৱা নাই। কিন্তু আমি ইয়াকো যেন নাপাহৰোঁ যে এনে সম্পৰ্ক আৰু বিবেচনা পূৰ্ণকান্তৰ দৰে সাধাৰণ, দৰিদ্ৰ শ্ৰেণীৰ মানুহৰহে সাধাৰণতে আছে। এই পৰিপেক্ষিততে আমি কৈছোঁ যে পূৰ্ণকান্তই এক সংগ্ৰাম কৰিছে। কিন্তু প্ৰবোধ, বল্লভ, বৰঠাকুৰ, বসন্ত – তেওঁলোকে কিহৰ বিৰুদ্ধে সংগ্ৰাম কৰিছে? কিহৰ কাৰণে সংগ্ৰাম কৰিছে? একেটা সাক্ষাৎকাৰতে গল্পকাৰে কৈছে যে 'এক অদৃশ্য শক্তিয়ে আমাৰ জীৱনৰ প্ৰতিটো কাৰ্যক পৰিচালিত কৰে' .......। এনেধৰণৰ অন্ধবিশ্বাসৰ ফল এজন লেখকৰ কাৰণে অতি বেয়া আৰু তেওঁৰ সৃষ্টি-প্ৰতিভাৰ ক্ষেত্ৰত ই বৰ ডাঙৰ বাধা। বৰাৰ এই 'অদৃশ্য শক্তি'য়ে প্ৰথমে তেখেতকেই প্ৰতাৰণা কৰিব আৰু বিপথে নিব। ❊❊

(❊ সাপ্তাহিক নীলাচল, ২৯ এপ্ৰিল, ১৯৮১)

# মহিম বৰাৰ এধানী মাহীজনী

- নয়নতৰা বৰা

'কাঠনিবাৰী ঘাট'ৰ স্ৰষ্টা মহিম বৰাৰ শেহতীয়া সৃষ্টি 'এধানী মাহীৰ হাঁহি'য়ে ২০০১ চনত সাহিত্য একাডেমী বঁটা লাভ কৰিলে। এই সৰু উপন্যাসখনে দুবছৰমানৰ আগতেই অসমৰ গ্ৰন্থ জগতত ভুমুকি মাৰিলে যদিও এতিয়াহে ই সকলোৰে বাবে চৰ্চাৰ বিষয়ে হৈ পৰিছে। সম্পূৰ্ণ গাঁৱলীয়া পটভূমিত লিখা উপন্যাসখনে ঘাইকৈ ১৯২৫-৪০ চনৰ সময়ছোৱাৰ সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক আদি জাতীয় জীৱনত ঘটা ঘটনাৰ চিত্ৰায়ন কৰিছে।

সহজ-সৰল ভাৱাপন্ন, প্ৰেম-ভালপোৱা, সংযম, দায়িত্ববোধেৰে উপন্যাসখনৰ কেন্দ্ৰীয় চৰিত্ৰ এধানী কিছু ব্যতিক্ৰম ধৰ্মী চৰিত্ৰ। অভিজ্ঞ কথাশিল্পী গৰাকীয়ে তেওঁৰ নিজৰ কথনভংগীৰে চৰিত্ৰটি জীৱন্ত কৰি তুলিছে। তাৰ উপৰিও লেখকে মাহীয়েক-ভাগিনীয়েকৰ সম্পৰ্কটো অতি সুন্দৰভাৱে উপন্যাসখনৰ যোগেদি পাঠকৰ আগত উপস্থাপন কৰিছে।

ককাদেউতাক-বুঢ়ীমাকৰ ঘৰত থাকি মইনাৰ স্কুলত পঢ়া দেউকণ চাৰিটা বছৰ মাহীয়েক এধানীৰ আপদালত ডাঙৰ হয়। অতীতৰ সেই চাৰিটা বছৰত পোৱা এধানী মাহীয়েকৰ নিভাঁজ অন্তৰভৰা মৰমে দেউকণক আৱৰি ৰাখিছিল। তাৰ ফলত দেউকণৰ স্মৃতিৰ মণি কোঠাত এধানী মাহিয়ে নিগাজিকৈ থিতাপি লৈছিল।

পঢ়িবলৈ বুলি ককাক-বুঢ়ীমাকৰ ঘৰত উপস্থিত হোৱাৰ লগে লগে এধানীৰ ওপৰতে দেউকণৰ চোৱা চিতাৰ দায়িত্বভাৰ পৰিল। দেউকণক ৰাতিপুৱা সোনকালে জগাই দি খুৱাই-বুৱাই স্কুললৈ পঠিওৱাৰ পিছতহে এধানী মাহীয়ে স্বস্তিৰ নিশ্বাস পেলায়। কোনো কথা লুকুৱালে এধানী মাহীয়ে উমানতে ধৰিব পাৰে। মাহীৰ ভাষাত, 'কোনোবাই মোৰ আগত 'হা' কৰিলেই 'হুমুনিয়াহ' টো ধৰিব পাৰো অ' দেউকণ, তই মোৰ আগত কি লুকুৱাব পৰিবি।'

লাহী, ওখ, নিমজ বৈ পৰা মুখ, সামান্য ভোটা নাক, ডাঙৰ চকু দুটাৰ লগত ৰজিতা খুৱাই ধেনুভিৰীয়া চেলাউৰি আৰু দীঘল চুলিৰ এধানী মাহীজনীয়ে চিৰ পৰিচিত

হাঁহিটো মাৰি দেউকণৰ বহুত কামৰ আউল ভাঙে। ৰাতিপুৱা শুই উঠাৰে পৰা এধানীৰ কামৰ অন্ত নাই। ককাদেউতাকৰ প্ৰকাণ্ড ঘৰটোৰ সমস্ত দায়িত্ব এধানীৰ। এধানীয়ে ঘৰখনৰ প্ৰতিটো বস্তুৱেই সাৰি মচি থানথিত লগাই 'ফু মাৰি ভাত খাব পৰা' কৰি থয়। আমাৰ গাঁৱলীয়া সমাজত প্ৰচলিত খাৰণীৰে কাপোৰ ধোৱা, মাটিমাহ পিহি ঔ টেঙাৰ বীজৰ লগত মিহলাই মূৰ ধোৱা, দাঁত পোকে নাখাবৰ বাবে সৰিয়হৰ তেলৰ লগত নিমখ মিহলাই দাঁত ঘঁহা আদি কামবোৰৰ কথাও এধানীৰ চৰিত্ৰটোৰ যোগেদি লেখকে প্ৰকাশ কৰিছে। আজৰি সময়ত এধানীৰ লগৰী হ'ল তাঁতশালৰ কাপোৰত এধানীয়ে সৰগ ৰচে। তাঁতৰ কেনা লাগিলে গোটেই গাঁৱৰ মহিলাসকলে এধানীৰ ওপৰতে নিৰ্ভৰ কৰে এধানী আছে যেতিয়া চিন্তা নাই, ঠিক হৈ যাব। 'এধানী' মাহীয়ে যিথন তাঁতৰ আমনি ভাঙিব নোৱাৰে, তেতিয়াহে গৃহস্থ ঘৰে তিনিমাইল দূৰৰ তুলাই বেজক খবৰ দিয়েগৈ। অৰ্থাৎ কুমন্ত্ৰৰ কাম।'

লিখা-পঢ়া নজনা গাঁৱলীয়া ছোৱালী যদিও প্ৰবল আত্ম সন্মান থকা এধানীয়ে নিজৰ বিয়াৰ সম্পৰ্কত কৈছে 'পূৰ্ব জনমৰ সংস্কাৰ' লাগে। তিৰোতা মানুহে কাৰ তেল সেন্দুৰ ল'ব, কাৰ চাউল-মাহ খাব আগতে ঠিক কৰা থাকে। মাহীয়েৰক যদিও ঈশ্বৰে এলাগী গেন্ধেলী কৰি চৰ্জিলে মনটো কৰি দিলে বেলেগ। মোৰ মনৰ লগত খাপ খোৱা নহয়। আহিছিল কেইবা যোৱাও, মোৰ মনে নক'লে। ছোৱালীৰ একোটা বয়স আছে, সেই বয়সত যদি বাচ পৰি যায়, 'থুপৰী' আবিঐ' হৈ থাকিব লাগে জীৱন ভৰ। তলৰ বয়সত ছোৱালীৰ বিয়া হ'লেই মানুহে এওাবলৈ ধৰে। তেতিয়া এজনী মৰা বৰলাহে আছে।' অৱশেষত এধানী মান্তি হৈছিল নিজ আদৰ্শৰ সৈতে মিলা গান্ধীবাদী ভোলনাথ কলিতাৰ লগত বিবাহপাশত আবদ্ধ হ'বলৈ। মাহীৰ মতে 'সাঁতোৰ সাঁতোৰ বাউসিৰ বলে, সাঁতুৰিব নোৱাৰিলে যা ৰসাতলে।' দেউকণৰ বুকু শুদা কৰি যশোদাৰূপী এধানী নিজৰ স্বামীৰ লগত আশ্ৰমলৈ গুচি গ'ল। কিয়নো 'স্বামীয়ে সধবাৰ জীৱন'। শান্তি আশ্ৰমত ব্যক্তিত্বসম্পন্ন এধানী সকলোৰে প্ৰিয়পাত্ৰী হৈ পৰিল। নিপুণ শিপিনী তথা কামে-বনে পাকৈত এধানীক কোনেও এৰি দিব নোখোজা হ'ল আৰু আশ্ৰমৰ অন্যান্য বাসিন্দাসকলে তাতে থাকিবলৈ এধানীক কাতৰ অনুৰোধ জনালে। কাৰণ সম্পূৰ্ণ গান্ধীজীৰ অহিংসা নীতিত থাকি জনকল্যাণৰ কামত আত্ম নিয়োগ কৰিব পৰা কৰ্মী তেওঁলোকক লাগে।' এধানীৰ মনটো আশ্ৰমমুখী হ'ল। নিজৰ সৰু সংসাৰখন সুখৰ কৰি লওঁতেই এধানীৰ স্বামী ভোলানাথৰ আকস্মিক মৃত্যু ঘটিল। এধানী মুক বৈ পৰিল, তেওঁৰ স্বপ্নৰ সংসাৰখন থানবান হৈ খহি পৰিল। তথাপি তেওঁ আশ্ৰম ত্যাগ নকৰিলে। মই মহাদেউৰৰ কামখিনি সম্পূৰ্ণ কৰিব লাগিব। আশ্ৰমখনেই তেখেতৰ প্ৰাণ। যুদ্ধ আহি ওচৰ পালেহি। ইংৰাজ হাৰিবই, নেতাজীয়েও বোলে 'আজাদ হিন্দ ফৌজ' গঠন কৰিছে। গান্ধীজীয়ে বৰ

ডাঙৰ আন্দোলন আৰম্ভ কৰিব এইবাৰ। মুনিহ, তিৰোতা সমানে ওলাব। মহাদেৱেৰে মোৰ ভয় ভাঙি দি গৈছে। দৃঢ়মনা দেশপ্ৰেমিক এধানীয়ে গান্ধীজীৰ অহিংসা ব্ৰতত ব্ৰতী হৈছে। তেওঁৰ একান্ত আশা আমাৰ দেশে স্বাধীনতা লাভ কৰিবই। বিষয় বিলাসৰ প্ৰতি মোহহীন এধানীয়ে নিজৰ আদৰৰ সোণৰ অলংকাৰখিনিও পো সম ভাগিনীয়েক দেউকণৰ বাবে থৈ যায়।

চাহ বাগানৰ চা কৰিয়াল দেউকণৰ বাবে নিজে পছন্দ কৰি ছোৱালী বন্দোবস্ত কৰি এধানী মাহী পুনৰ আশ্ৰমলৈ গুছি যায় কাৰণ 'অ' মোৰ চিন্তা বাঢ়িব — আশ্ৰমৰ যি সেৱাৰ কামত আমি জীৱন ত্যাগ কৰিলো, মহাদেৱেৰে জীৱনটোকে শেষ কৰি গ'লহে মহাদেৱৰ আত্মাটোৱে শান্তি পাব সৰগত। নৰনাৰায়ণৰ সেৱাই ডাঙৰ সেৱা, সেয়াই ঈশ্বৰ সেৱা................'। দেউকণৰ পৰা বিদায় লৈ এধানী মাহী আশ্ৰমলৈ ঘূৰি আহি কলেৰাত আক্ৰান্ত মানুহবোৰক শুশ্ৰূষা কৰি নিজেও কলেৰাৰ চিকাৰ হৈ চিৰদিনৰ বাবে পৃথিৱীৰ মায়াৰ বন্ধন ছিঙি গুছি গ'ল। লোকৰ সুখত সুখী, দুখত দুখী হোৱা এধানীৰ জীৱনটো দুখ-যন্ত্ৰণা আৰু বেদনাৰে ভৰা যদিও তেওঁ সেইবোৰ নিজৰ অন্তৰৰ মাজত লুকুৱাই ৰাখি আনৰ আগত হাঁহিৰ সঁফুৰা মেলিছিল। সদায়েই সপ্ৰতিভ এধানীয়ে নিজৰ মনৰ কথাৰ উমান পাবলৈ কাকো নিদিছিল আনকি দেউকণকো। কিন্তু নিজে মানুহৰ মুখৰ চেহেৰা চায়েই অন্তৰৰ কথাৰ উমান পাব পাৰিছিল।

এগৰাকী গাঁৱৰ সৰল অথচ দৃঢ়মনা, সহনশীল, উদাৰ কষ্ট সহিষ্ণু নাৰী হিচাপে এধানী মাহীৰ ছবিখন ফুটাই তোলাত ঔপন্যাসিক মহিম বৰা সঁচাকৈয়ে সফল হৈছে। এধানী মাহীৰ সময়, তেওঁৰ চৌদিশৰ পৰিৱেশ আৰু মানুহবোৰ তেওঁৰ আশা-নিৰাশা, জীৱন সংগ্ৰাম, একান্তই সাৱলীল ভাষাৰে প্ৰসিদ্ধ কাহিনীকাৰজনে দাঙি ধৰিছে।

বোধকৰো, এধানী মাহী এসমীয়া উপন্যাসৰ এটি স্মৰণীয় নাৰী চৰিত্ৰ হৈ থাকিব।✳✳

..................................

( ✳ দৈনিক জনমভূমি, ১৬ জুন,২০০২)

# ককা আৰু নাতি একেলগে বহি

- কল্পনা হাজৰিকা গায়ন

এজনে জীৱনৰ প্ৰায় চাৰি কুৰি বছৰজোৰা সুদীৰ্ঘ পথ পৰিক্ৰমা অতিক্ৰম কৰি আহি যেতিয়া সন্ধিয়াৰ আকাশত চুচুক-চামাককৈ সন্ধিয়া নমা দেখা পায়, তেতিয়া আনজনে পুৱতিৰ কোমল ৰহণ গাত সানি লৈ জীৱন-যুঁজৰ আখৰা কৰে। ককা আৰু নাতি ল'ৰাৰ খেল এয়া। ককাই সাধু কয় মহাভাৰতৰ। ভীমৰ বাহুবলৰ কথা কৈ থাকোতে যেতিয়া তাহানিৰ কুৰুক্ষেত্ৰখনেই নিজৰ দু চকুত জীৱন্ত হৈ উঠে তেতিয়া নাতি মিতিলে প্ৰশ্ন কৰেঃ

ককা, শক্তিমানক ভীমে মাৰি পেলাব পাৰিব নেকি?

এয়া সাধু কথা নহয়। কলঙৰ পাৰত নিতৌ অনুষ্ঠিত হোৱা এটি ঘৰুৱা পৰিৱেশ ৰঙাজিয়াৰ কবি মহিম বৰাৰ ঘৰৰ। জীৱনৰ নানা ঘাত-প্ৰতিঘাতত জুৰুলা হৈ সাহিত্য সেৱাৰ মাজেৰে জীৱনৰ অন্তিম সময়খিনি পাৰ কৰাৰ কথা ভাবি থাকোতেই কবিগৰাকীয়ে পালে জীৱনৰ আটাইতকৈ ডাঙৰ দুঃসংবাদ - তেওঁৰ পত্নী বিয়োগ খবৰটিৰ। যি সময়ত পোন হৈ খোজ কাঢ়িবলৈ তেওঁ এডাল লাখুটি বিচাৰিছিল, সেই সময়তে হেৰাই গ'ল যেন হাতৰ দহোটি আঙুলি।

তথাপি তেওঁ কুঁজা হৈ নগ'ল। হাতৰ দুয়োকাষে থিয় হ'লহি দুটি নাতি ল'ৰা মিতিল আৰু লুবু। ককাই হুমুনিয়াহ কাঢ়িবলৈ আহৰিকে নাপালে। নাতি ল'ৰাই ককাক মহিম বৰাক আনি দিলে সঞ্জীৱনী সুধা। কলম-কাগজ সামৰি থৈ ককা এইবাৰ সাজু হ'ল নাতিৰ স'তে বালিঘৰ সাজিবলৈ। পাহৰি গ'ল পত্নী বিয়োগৰ গভীৰ ব্যথাৰ কথা।

ককাই ভাবিছিল ৰামায়ণ, মহাভাৰত, পুৰাণৰ সাধু কৈ বঢ়াই তুলিব নাতিহঁতৰ কল্পনা শক্তি। কিন্তু পুৰণিখিনিকে লৈ সন্তুষ্ট নহয়, কণমানি মিতিলহঁত। সিহঁতে ভাবে ককাকে 'এনাকোণ্ডা' দেখা হ'লে কালীনাগৰ গুণ-কীৰ্তনত ব্যস্ত নহ'লহেঁতেন। ককাৰ আপত্তি নাই, প্ৰয়োজন হ'লে তেওঁ 'এনাকোণ্ডা', 'শক্তিমান' চৰেই চাব। কাৰণ তেওঁ পাইছে আজিৰ প্ৰজন্ম অতীত প্ৰজন্মতকৈ বুদ্ধিমান। গতিকে কণাহাঁহক পতান ধান দিয়াৰ নীতিৰে সিহঁতক ঠগিব পৰা নাযায়।

সৰু নাতি বৰ আলসুৱা। কোনোপধ্যেই মানিব নোখোজে আনৰ কথা। কাঠনিবাৰী

ঘাট গল্পখ্যাত এইজনা মহান গল্পকাৰে এতিয়া নাতিৰ মৰমৰ অত্যাচাৰত নিচুকণি গীত গাব লাগে, নাচিব লাগে, অভিনয় কৰিব লাগে। তথাপি ভাগৰি পৰা নাই তেওঁ। তেওঁৰ ভাষাত "সিহঁতৰ মাজতেই বিচাৰি পাইছো মই মোৰ অতীত জীৱন।" সিহঁতৰ লগত খেলি থাকোতে মই সেই তাহানিৰ অতীতটোত মই মোক সজাই লওঁ।'

সপোনৰ পিচে পিচে দৌৰি ফুৰা কবিৰ অন্তৰেও জীৱনৰ বিয়লি বেলাত হাহাকাৰ কৰি উঠে? তেওঁৰো এটি অৱশিষ্ট সপোন আছিল — তেওঁ যে লিখিছিল মানুহৰ কথা, মাটিৰ কথা, ঝাড়ুৱালীজনীৰ কথা, কাঠনিবাৰী ঘাটৰ কথা — এই আটাইবোৰ একেলগে থুপাই এখন বৃহৎ গ্ৰন্থ প্ৰকাশ কৰাৰ সপোন। কিন্তু সেই সপোন এই ভাগো, এই ভাগো। কোনো প্ৰকাশক আগবাঢ়ি অহা নাই এই কামৰ বাবে।

কবিৰ জীৱনাকাশত সন্ধিয়াৰ হেঙুলী আভা পৰিছে। ইন্দ্ৰিয় অৱশ হৈছে। দেহাই কামৰ লগত অসহযোগিতা কৰিছে। নাতিহঁতৰ কিন্তু এই কথা বুজি পাবৰ বয়স হোৱা নাই। সেয়েহে সিহঁতে ককাকক খেলাৰ লগৰি পাতি অলৌগুটি-তলৌগুটি খেলিছে। ভগৱানে এজনক আঁতৰাই নিলে কাষলৈ আন এজনক পঠায়। নাতিহঁতে পুৰাই পেলাইছে গোটেইখিনি অভাৱৰ ঠাই।

সঁচাকৈয়ে এইজনা মহান সাহিত্যিক এতিয়া সুখী নে? এতিয়া তেওঁক কোনো এটি ৰঙজিয়াই আমনি নকৰনে? তেওঁ পাহৰি পেলাবপাৰিছেনে যুগ্ম জীৱনৰ সুখৰ অনুভূতি? নে দুখৰ অনুভূতিবোৰক দমাই ৰাখিবৰ বাবেই নাতিহঁতৰ স'তে তেওঁৰ এয়া নিখুঁত অভিনয়? নে' দেহা গৰকা প্ৰেম'ৰ এৰিয়া চাদৰখনৰ দৰে তেঁৱো লুকুৱাই ৰাখিছে ক'ৰবাত অতীত প্ৰেমৰ সঞ্চিত সুবাস।

পত্নী বিয়োগৰ কেইবাবছৰো আগতে কবিয়ে কটাব লগা হৈছিল নিঃ সংগ জীৱন। চাকৰিসূত্ৰে পত্নী দীপ্তি বৰা তেওঁক এৰি থৈ আঁতৰি থাকিব লগা হৈছিল। কবি বেদনাত দগ্ধ হৈছিল। কিন্তু চৰকাৰী হিচাব-নিকাচৰ লগতে অন্তৰৰ দৰ-দাম নহয়। তেতিয়াৰ এইজনা সাহিত্যিকে হেৰুৱাই পেলালে মনৰ উদ্যম। এতিয়াও তেওঁৰ ভাব হয়। চাকৰিৰ দায়িত্ব, জীৱিকাৰ তাগিদাত পত্নীক ক'ৰবাত আঁতৰি আছে — সময় সুবিধা পালে আকৌ তেওঁৰ কাষলৈ আহিব।

ভাব হয় যেন সাহিত্যৰ মাজেৰে আনৰ সুখ মোচন কৰিবলৈ বিচৰা লেখকজন এতিয়া নিজেই এখন নীলা বেদনাৰ সাগৰ হ'ল। নব প্ৰজন্মৰ প্ৰতি কবিৰ আশা ন-পুৰুষে তেওঁৰ লিখাবোৰ কেনেকুৱা দৃষ্টিৰে লৈছে— সেই কথা জানিবলৈও তেওঁ ভীষন আগ্ৰহী।

কলঙৰ নিজান পাৰত যৌৱনৰ মাদকতা বিচাৰি ঘূৰি ফুৰাৰ দৰে আজিও কবিয়ে

নাতিহঁতক লগত লৈ কলঙৰ পাৰত ফুৰিবলৈ আহে। কলঙৰ বোঁৱতি সোঁতত দৃষ্টি নিবদ্ধ কৰি কবি মৌন হৈ ৰয় সময়। হেম বৰুৱাৰ আইতা গৰাকীৰ দৰে কবিয়েও বিচাৰে নেকি কলঙৰ পাৰত জীৱনৰ, যৌৱনৰ কুৰিটা বছৰ? কবিৰ স্বপ্ন ভাগে নাতিৰ কোমল মাতত-

ককা, শক্তিমানৰ কিল্‌ভিচে ৰামায়ণৰ ৰাৱণক বধ কৰিব পাৰিবনে?

ককাৰ চকুৰেদি বাগৰি যায় এটি অৰ্থপূৰ্ণ হাঁহি। নাতিক বুকুৰ মাজত সাৱটি ধৰি কয়—

"সোণাই, তইঁতে বহু কথা বুজিব পৰা হোৱাই নাই। কিল্‌ভিচ আৰু ৰাৱণ দুয়ো আন্ধাৰৰ প্ৰতীক। সিহঁতৰ মাজত কেতিয়াও যুদ্ধ নহয়। যুদ্ধ হয় — ভালৰ লগত বেয়াৰ, পোহৰৰ লগত এন্ধাৰৰ, জ্ঞানীৰ লগত অজ্ঞানীৰ। গতিকে তেনেবোৰ যুদ্ধত ৰাৱণ, কিল্‌ভিচ এফালে হ'ব, আনফালে ৰাম আৰু শক্তিমান থাকিব।"

তেতিয়া কোন জিকিব ককা?

ৰাম আৰু শক্তিমান।

বাঃ কেনে মজা হ'ব। তোমাৰ ৰাম আৰু আমাৰ শক্তিমান জীয়াই থাকিলে আমি বহুত কাম কৰিব পাৰিম।

নাতিহঁতে হাঁহি হাঁহি ককাক সাৱটি ধৰিলে। তেতিয়া কলঙৰ পশ্চিমত বেলিটো ডুবিবৰ হৈছিল। ককাই দুই হাতত নাতি দুটাক ধৰি লৈ ক'লেঃ

"ব'লা, ঘৰলৈ যাওঁ। ময়ো তোমালোকক ধৰি লওঁ, তোমালোকেও মোক ধৰি ল'বা। যাতে আন্ধাৰত কোনেও উজুতি নাখাওঁ।" ❋❋

---

(❋আজি, ১৭ জুলাই, ২০০০)

# মহিম বৰাৰ ৰসিকতা

-ইদ্ৰিছ্ আলি

ব্যক্তিগত সান্নিধ্যলৈ অহাসকলে ভালদৰেই জানে যে ৰসিকতা মহিম বৰাদেৱৰ চৰিত্ৰৰ অন্যতম বৈশিষ্ট্য। নিজৰ জীৱনত ঘটা, খুটি-নাতি কথাবোৰক কেন্দ্ৰ কৰিয়েই তেওঁ ৰসিকতা কৰে। যিটোক ক'ব পৰা যায় Humour at his own cost.। য'তেই লগ নেপাওঁক কিয় বৰাদেৱে আপোনাক এমুখ হুহুৱাইহে এৰিব। পিছে নিজৰ ভগ্নস্বাস্থ্যৰ বাবে বৰাদেৱৰ হা-হুমুনিয়াহ কিছু তাৰ আগতে হজম কৰিব লাগিব।....

এবাৰ আব্দুছ্ চাত্তাৰ দেৱক লগত লৈ বৰাদেৱৰ ঘৰলৈ গৈছিলোঁ। আমি দুয়োকে দেখাৰ লগে লগে তেওঁ চাত্তাৰদেৱক উদ্দেশ্য কৰি ক'বলৈ ধৰিলে, "এস্ আপুনি কিয় আহিল মিছাকে। মই পেকেটটো আপোনাৰ টেবুলৰ দেৰাজতে থৈ আহিলোঁ। চেঃ চেঃ আপুনি কিয় অযথা ইমান কষ্ট খালে। আহিবৰ পৰত অপোনাক লগ নাপাই আপোনাৰ দেৰাজতে পেকেটটো থৈ আহিছোঁ। মোৰেই ভুল হ'ল বুজিছে নে? কাগজ এখিলা লিখি থৈ অহা হ'লে এনেটো নহয়। বেয়া নাপাবা। চেঃ চেঃ ... ....... "। বৰাদেৱ মানুহজন অস্থিৰ হৈ পৰিল। আমি দুয়ো কিন্তু হতবাক। মোতকৈয়ো চাত্তাৰদেৱ হতভম্ব হৈছে অধিক। মই পিচ মুহূৰ্ততে উৰহীৰ ওৰ বিচাৰি পালোঁ। বৰাদেৱে গোটেই কথাখিনি কৈছে চাত্তাৰক মোৰ মোমাইদেউ তফজ্জুল আলি বুলি ভুল কৰিহে। আগদিনাখন বৰাদেৱ গুৱাহাটী বাণিজ্য মহাবিদ্যালয়ত থকা পৰীক্ষাসমূহৰ জ'নেল অফিচত মুখ্য পৰীক্ষক ৰূপে কাম সমাৰ্পণ কৰি ঘৰ পাইছিলহি। জ'নেল অফিচতে বৰাদেৱে প্ৰশ্নোত্তৰ কাকতৰ টোপোলা এটা পৰীক্ষা কৰি চাই মোমাইদেউলৈ বুলি দেৰাজাতে থৈ আহিছিল। সেইটো বিচাৰি নেপাই মোমাইদেউ বৰাদেৱৰ ঘৰ ওলাইছেহি বুলি ভাবি তেওঁ আৰম্ভ কৰি দিলে জ'নেল অফিচৰ বহীৰ পেকেটৰ ওপৰত এক যতি বিৰামহীন ভাষণ। বৰাদেৱে চাত্তাৰক চিনি নোপোৱা নহয়; মোমাইদেউৰ স'তে একেলগে কেবাদিনো জ'নেল অফিচত কাম কৰি আহিছে। অথচ এই গোলমাল। বোধহয় মোৰ লগত অপ্ৰত্যাশিতভাৱে চাত্তাৰদেৱক লগ পোৱাৰ বাবেই এই ভ্ৰম ঘটিল। দেখাত অৱশ্যে দুয়োগৰাকীৰ কিছু সাদৃশ্য নোহোৱা নহয়। সি যি কি নহওক ভেদ ভঙাৰ পিচত পৰিস্থিতি পুনৰ সহজ আৰু সৰস হৈ পৰিল। প্ৰায়

একে ধৰণৰ ঘটনা এটা ঘটিছিল নগাওঁ মহাবিদ্যালয়ৰ অধ্যাপকসকলৰ জিৰণি কোঠাত। সিদিনা বৰাদেৱকে প্ৰমুখ্যে চাৰিগৰাকীমান অধ্যাপকৰ একেলগে অৱসৰ গ্ৰহণ কৰাৰ উপলক্ষে বিদায় সভা বহিব। মোৰ লগতে বহি আছে কটন মহাবিদ্যালয়ৰ অধ্যাপক দেবেন দত্তদেৱ। আমাৰ তালৈ যোৱাৰ উপলক্ষে বিদায় সভা নহয়। স্থানীয় এটা সাংস্কৃতিক গোষ্ঠীয়ে আয়োজন কৰা কবিতা-আবৃত্তি প্ৰতিযোগিতাৰ বিচাৰক ৰূপেহে আমি গৈছোঁ। আমি জিৰণি কোঠাত বহি থাকোঁতেই সোমাই আহিল মহিম বৰাদেৱ। বৰাদেৱে স্বাভাৱিক অন্যমনস্কতাৰে অধ্যাপক দেবেন দত্তদেৱক নিজৰে এগৰাকী বিশেষ সহকৰ্মী বুলি ভুল কৰি দত্তদেৱে প্ৰসঙ্গৰ আঁত নোপোৱা কথাৰ জেৰাটানি আলাপ আৰম্ভ কৰিলে। দত্তদেৱে নিশ্চয় কিছু অপ্ৰস্তুত হ'বলৈ আৰম্ভ কৰিছিল। পূৰ্বৰ অভিজ্ঞতাৰে কথা মনত পৰাত অধিক অগ্ৰসৰ হ'বলৈ নিদি মই অধ্যাপক দত্তৰ উপস্থিতৰ কথা সঁকিয়াই দিয়াতহে পৰিস্থিতি সিমানতে আয়ত্ত্বধীন হ'ল।

অন্যমনস্কতাৰ চমত্কাৰ ঘটনা এটাৰ কথা বৰাদৰে নিজেই এদিন আমাক কৈছিল। বৰাদেৱ হেনো কিবা লেখা-পঢ়া কামত ব্যস্ত আছিল। এনেতে চকামকাকৈ দেখিলে মাহেকীয়া মালবস্তু খোৱা দোকানৰ মালিকৰ (বৰাদেৱৰ ব্যক্তিগত বন্ধু) ল'ৰাটো হাতত মোনা এটা লৈ ভিতৰ সোমাইছেহি। মৎস্য-বিলাহী দেখি বৰাদেৱে লগে লগে মনতে ভাবিলে সিদিনা দুপৰীয়াৰ সাজত ফিচাৰিৰ মাছেৰেই ভোজন-বিহাৰ হ'ব। পিচে দুপৰীয়া ভাতৰ পাতত মাছৰ 'ম' নেদেখি গৃহিনীক সুধিলে, "কিহে মুকুলে অনা মাছ নেৰান্ধিলা নেকি? শ্ৰদ্ধেয়া বৰানী আকাশৰ পৰা পৰাদি পৰিল। অৱশ্যে পিচ মুহূৰ্ত্তে বুজি উঠিল কথাটোনো কি? মাহেকীয়া মালখোৱা দোকানৰ মালিকৰ ল'ৰা মুকুলে আচলতে মাছ অনা নাছিল। আগদিনা গধূলি দোকানৰ গাদ্দীত বহি উঠি আহিবৰ সময়ত ভুলতে বৰাদেৱে মালিকৰ চেণ্ডেলযোৰকে পিন্ধি গুছি আহিছিল। মালিকৰ ল'ৰাই মোনাত ভৰাই বৰাদেৱৰ দোকানত এৰি অহা চেণ্ডেলযোৰ ওভতাই দি দেউতাকৰ যোৰ লৈ গৈছিলহি মাত্ৰ। দোকানৰ মালিকৰ যিহেতু মাছ পোহা পুখুৰী আছে গতিকে পুৰাই হাতত মোনাৰে মালিকৰ ল'ৰা মুকুলক দেখিয়েই বৰাদেৱৰ মনত মাছৰ উজান উঠিল।

আকৌ এবাৰ জোতাক কেন্দ্ৰ কৰিয়েই বৰাদেৱৰ জীৱনত এটা আমোদজনক ঘটনা ঘটিছিল। বৰাদেৱে বাটা কোম্পানীৰ ৰিডাকচন (ৰেহাই) মূল্যৰ জোটা এযোৰ কিনিলে। পিছ দিনাখন নতুন জোতা পিন্ধি কলেজলৈ আহিছে। দেখিয়েই অধ্যক্ষ ডাঃ ডঙৰীয়াই বৰাৰ নতুন জোতাৰ প্ৰশংসা কৰি ক'ৰ পৰা ল'লে, কিমান দামত ল'লে ইত্যাদি প্ৰশ্ন কৰিলে। বৰাদেৱৰ পৰা উত্তৰ পাই তেওঁ হাঁহি সম্বৰণ কৰিব নোৱাৰিলে। বৰাদেৱে অধ্যক্ষ ডাঙৰীয়াৰ হাঁহিৰ কাৰণ সোধাত তেওঁ ক'লে — "এই যোৰকে মই কালি কিনিবলৈ লৈটো এৰি আহিছোঁ। কাৰণ জোটাযোৰৰ এপাট এটা নম্বৰৰ আৰু আনপাত আন এটা

নম্বৰৰ। আপুনি পিন্ধি অ সুবিধা পোৱা নাইনে?" এইবাৰ বৰাদেৱ আকাশৰ পৰা পৰাদি পৰিল। অৱশ্যে বেলেগ বেলেগ নম্বৰৰ দুপাত জোতাৰ এযোৰ জোতাৰে তেওঁ কেনেকৈ কাম চলালে তাৰহে হাদিছ নেপালোঁ।

সেইবাৰ বিশ্ববিদ্যালয় অনুদান আয়োগে নিৰ্দ্ধাৰণ কৰা নিৰিখত কলেজ শিক্ষকসকলে বেতন পোৱাৰ কথা প্ৰথমবাৰৰ বাবে অসম চৰকাৰে মানি ল'লে। সেইবাৰেই বৰাদেৱেও বহু প্ৰত্যাক্ষিত এড়িয়া চাদৰ এখন বাকীকৈ কিনিলে। কাৰণ অধ্যাপকসকলে বহু টকা 'এৰিয়াৰ' হিচাপে পোৱাৰ কথা। বেতন দিয়াৰ কথা চৰকাৰে ঘোষণাহে কৰিলে কিন্তু কেবাবছৰলৈ নতুন নিৰিখত দৰ্মহা দিয়াৰ কোনো ব্যৱস্থা নকৰিলে। এড়িয়া চাদৰৰ বাকীৰ পয়চাও হয়তো তেনেদৰেই অনাদায় হৈ পৰি থাকিল। বাকী মৰাত পলম কৰাৰ বাবেই এদিন দোকানীয়ে সন্মানেৰে এড়িয়া চাদৰৰ পয়চাৰ কথা মনত পেলাই দিলে। বৰাদেৱে, স্বাভাৱিক মৰমসনা ধমক এটা মাৰি ছাত্ৰ সদৃশ দোকানীক ক'লে — "তোমালোকৰ দোকানৰ পৰা নিয়া কাপোৰৰ নামেই হ'ল গৈ এড়িয়া চাদৰ। 'এৰিয়া' নেপালে এড়িয়া চাদৰৰ পয়চা পাবা ক'ৰ পৰা?" দোকনীৰ মাত হুৰিল।✳

---

(✳ নতুন দৈনিক, ১৯৮৯)

# মহিম বৰাৰ 'কাঠনিবাৰী ঘাট' ঃ অনুভৱ আৰু আবেগৰ শৈল্পিক প্ৰকৰণ

- স্বামিম নাছৰিন

গল্পকাৰ মহিম বৰাৰ গল্প সম্ভাৰে অসমীয়া পাঠকৰ মন-প্ৰাণ আপ্লুত কৰাৰ বতৰা এতিয়া আৰু নতুন হৈ থকা নাই। দৰাচলতে যোৱা প্ৰায় দুটামান দশকত মহিম বৰাৰ সৃষ্টি প্ৰবাহ লক্ষণীযভাৱেই কমি গৈছে। উল্লেখিত সময় ছোৱাৰ ভিতৰত অসম সাহিত্য সভাৰ সভাপতি হোৱা, 'এধানি মাহীৰ হাঁহি' উপন্যাসখনে 'সাহিত্য অকাডেমী' পুৰস্কাৰ লাভ কৰা আদি বিভিন্ন ধৰণৰ সাংগঠনিক আৰু সৃষ্টিশীল কাম কৰিছে যদিও 'গল্প লিখা'ৰ পৰা তেওঁ আঁতৰি থকাটোক নিঃসন্দেহে অসমীয়া সাহিত্যৰ ভঁৰালৰ বাবে অপূৰণীয় ক্ষতি বুলি ক'ব পাৰি।

মহিম বৰাৰ গল্পকাৰ জীৱনটো প্ৰায় ছটা দশক জুৰি বিস্তৃত। (শেহতীয়াভাৱে আশীত ভৰি দিয়া বৰাই কুৰি বছৰমান বয়সৰ পৰাই গল্প লিখিবলৈ লৈছিল।) প্ৰথম তিনিটা বা চাৰিটা দশকত ৰচিত গল্পসমূহৰ মাজেদিয়েই অসমীয়া পাঠকৰ মনত তেওঁ এখন স্থায়ী আসন লাভ কৰিবলৈ সক্ষম হৈছে। সেয়ে হ'লেও আজিৰ চাম পাঠকৰ মাজতো মহিম বৰাৰ গল্পৰ জনপ্ৰিয়তা ঈৰ্ষণীয়। (তেওঁৰ একাধিক গল্পসংকলনেই কেইবাটাকৈও সংস্কৰণৰ মুখ দেখাকেই ইয়াৰ প্ৰমাণ স্বৰূপে ল'ব পাৰি। ব্যৱসায়ীক সফলতাৰ নিশ্চয়তাৰ বাবেই হৈছে।) এটা কথাত বা এটা মাত্ৰ গল্পৰ উল্লেখেৰে মহিম বৰাৰ পৰিচয় দিয়া-লোৱাৰ প্ৰাসংগ আহি পৰিলে আজিও পিছে, আজিৰ পৰা প্ৰায় অৰ্দ্ধশত বছৰ পূৰ্বে (ৰচনা কালঃ ১৯৫৫) ৰচনা কৰা 'কাঠনিবাৰী ঘাট' গল্পটোকে নাম লোৱা হয়। বিভিন্ন প্ৰজন্মৰ পাঠকৰ মাজত অৱশ্যে গল্পটো পাঠ্যক্ৰমত অন্তৰ্ভূক্তি হোৱাৰ বাবে অধিক পৰিচিত হৈ যোৱাৰ প্ৰাসংগিক কথাটোও এইখিনিতে উল্লেখ কৰিবলগীয়া। (কিমানবোৰ যে স্মৰণীয় আৰু সফল গল্পও পাঠ্যক্ৰমত অন্তৰ্ভূক্তি নোহোৱাৰ বাবে বা পায়ো হেৰুৱাবলগীয়া হোৱাৰ বাবে পাঠকৰ পৰা দূৰ হৈ গৈছে, সেই কথাৰ উল্লেখ যথেষ্ট দুখজনক।) সংখ্যাৰ ফালৰ পৰা বৰাই প্ৰায় দুই শতাধিক গল্প লিখিলেও চূড়ান্ত বিচাৰত বা পাঠকৰ বাচনিত বাৰে বাৰে উল্লিখিত গল্পটোৱেই কিয় ঠাই কৰি ল'বলৈ সক্ষম হৈছে সেই বিষয়ে নিতান্তই

কৌতুহলবশতঃ এই ৰচনাৰ অবতাৰণা। সেইফালৰ পৰা সকলো ধৰণৰ বিচাৰ গল্পটোক লৈয়েই সীমাবদ্ধ হৈ থাকিব। তেওঁৰ গল্প সমগ্ৰৰ আলোচনাৰ কোনো অবকাশ নাথাকিব।

'কাঠনিবাৰী ঘাট' — এটা নৈৰ পাৰঘাটৰ নাম। নামটোৰ মাজতেই গল্পটোৰ পটভূমি বা দৃশ্যপটৰ ইংগিত সুস্পষ্ট হৈ আছে। নদীৰ পাৰঘাট সম্পৰ্কে চাক্ষুষ অভিজ্ঞতা নথকা পাঠকৰ বাবে ইয়াত গল্পকাৰে সুক্ষ্মাদিসুক্ষ্ম বৰ্ণনা আৰু স্পৰ্শ গন্ধময় পৰিৱেশ ভংগীৰে এটা অনুভৱে ঢুকি পোৱা (মনত সাজি ল'ব পৰা) পাৰঘাটক আনি উপস্থিত কৰোৱাইছেহি। সাধাৰণতে কোনো অচিনাকি (বা চিনাকি হোৱাৰ সুবিধা নথকা) ঠাইৰ ভৌগলিক অথবা বিভিন্ন অংশ বা দিশৰ অনুপুংখ বিৱৰণেই কেতিয়াবা একোখন ঠাইক সঠিক অৰ্থত চিনাকি কৰি দিব নোৱাৰে। ইয়াৰ জৈৱিক দিশবোৰ বা সহজ অৰ্থত কোনোবা বিশেষ ব্যক্তিৰ অনুভৱতাৰ সৈতে জড়িত হৈ থাকিলেহে সেয়া আমাৰ মণিকোঠাত সজীব হৈ ৰোৱাৰ সুবিধা লাভ কৰে। কাঠনিবাৰী ঘাট সেইফালৰ পৰা লেখকৰ বা লেখকৰ মানস পুত্ৰ 'মই'—জনৰ 'অনুভৱ অভিজ্ঞতা আৰু বাসনাই প্ৰকৃতাৰ্থত জৈৱিক ৰূপত দাঙি ধৰা এখন বিশেষ ঠাই হৈ পৰিছে। যিখন বৰ্তমানত আছেও, নাইয়ো। হয়তো বাস্তৱতকৈ অধিক পাঠকৰ মনে মনে তাৰ প্ৰকৃত অৱস্থান।

গল্পটোত বৰ্ণিত সময় সম্পৰ্কে কোনো ধৰণৰ ইংগিত গল্পটোৰ মাজত 'লেখকে দিয়া নাই। বৰ্ণনা ভংগীৰ ফালৰ পৰাও সেয়া সুদুৰ অতীত বা ভৱিষ্যতৰ যেন নালাগে। সেয়ে গল্পটো লেখাৰ সমসাময়িক সময়ৰ (১৯৫৫ আশে পাশে) বুলিয়েই ধৰি ল'লে বৰ ভুল কৰা নহ'ব। মন কৰিবলগীয়া যে, বৰ্তমান প্ৰায় অচল হৈ পৰা (থাকিলেও পূৰ্বৰ কৌলিন্য হেৰুৱা) নৌপৰিবহনক বিতংকৈ আৰু অতীৱ প্ৰয়োজনীয় হিচাপে দেখুৱাৰ লগতে তাৰ সৈতে জড়িত অৰ্থনৈতিক প্ৰেক্ষাপটৰ এখন প্ৰামাণ্য চিত্ৰ ইয়াৰ মাজেদি প্ৰকাশিত হৈছে। ঘাইকৈ— 'চাহ বাকচ অনা আৰু কয়লা নিয়া চাহ-বাগানৰ মটৰবিলাকেই ইমান সময় কাঠনিবাৰী ঘাটক জীয়াই ৰাখিছিল' বুলি কথকজনে দিয়া বৰ্ণনাৰ মাজত চাহ-অৰ্থনীতিৰ সৈতে জড়িত দিশটো সুস্পষ্ট হৈ উঠিছে। তদুপৰি ঘাটৰ পৰা দূৰণিৰ চাহ বাগিচাৰ কল ঘৰৰ ধোঁৱা দেখা, নায়িকাৰ দেউতাকে জোঁৱায়েকৰ এক্সিডেণ্টৰ খবৰ দুদিনৰ আদতে পায়ো 'বাগানৰ পাতৰ সময়, চীজন টাইম' হোৱা বাবে ছুটি ল'ব নোৱাৰাত তেওঁক থবহি নোৱাৰাৰ উল্লেখ তথা কথকজনৰ 'বাগানে বাগানে চাকৰি বিচাৰি ফুৰা' ভেগাবণ্ড জীৱনৰ উল্লেখে এই প্ৰেক্ষাপটৰ বিভিন্ন দিশ উন্মোচিত কৰা দেখিবলৈ পোৱা যায়। ইয়াৰ মাজতে বিশাল ব্ৰহ্মপুত্ৰৰ উজনি নামনি তথা উত্তৰ-দক্ষিণ পাৰক সংযোগ কৰা ফেৰী সেৱাৰ অনিশ্চয়তা, বিপদ সংকুলতা আৰু ফেৰীঘাট কেন্দ্ৰীক জীৱনবোধ, চিন্তা-চৰ্চা আৰু বাস্তৱিকতাই বৰ্তমানৰ দ্ৰুতবেগী, কেৱল পুঁজিনিৰ্ভৰতাৰে মানবিকতাৰহিত

কল্পনা আৰু এড্‌ভেঞ্চাৰৰ পৰা অদূৰত পৰিকল্পিত সুপৰিচালিত ব্যৱসায়িক প্ৰেক্ষাপটৰ পৰা ভিন্নতৰ এখন জগতক পাঠকৰ আগত উন্মোচিত কৰি দিছে। তথাকথিত পৰিবহন যাতায়ত ব্যৱস্থাৰ উন্নতি আৰু অন্যান্য আৰ্থ-সামাজিক মনস্তাত্বিক দিশৰ দ্ৰুত আৰু অমূল পৰিবৰ্তনৰ পাছত 'কাঠনিবাৰী ঘাট'ৰ মাজত সামগ্ৰিক পৰিবেশৰ বাবে যিদৰে কথকে (বা লেখকে) সময়ৰ সহযোগিতা লাভ কৰিছিল, সেয়া এতিয়া কোনোবা সৌভাগ্যবান লেখকৰ বাবেও দুৰ্লভ। সেই বাবেই ইয়াৰ মাজেদি প্ৰকাশিত লেখকৰ ৰমন্যাসিক দৃষ্টিভংগী আৰু আবেগৰ উচ্ছাসিত প্ৰকাশে এছোৱা বিশেষ সময়ৰ 'সম্ভাৱনীয়তা'ৰ মাজত সীমাবদ্ধ হৈ ৰোৱাৰ বাবে পাঠকৰ মনত একে সময়তে প্ৰাপ্তি আৰু অপ্ৰাপ্তিৰ সুখ আৰু দুখ বোধক জাগ্ৰত কৰি তুলিব পাৰে। এয়া যেন বাস্তৱ হৈয়ো কোনো ৰূপকথাৰ দেশৰ সাধুকথাহে। বাস্তৱতাৰ প্ৰতি সম্পূৰ্ণৰূপে দায়বদ্ধ হৈয়ো এনেদৰে অতি বাস্তৱিক এখন জগতৰ কল্পনা তুলিব পৰাটোক সেয়ে লেখকৰ বিশেষ কৃতিত্ব বুলি উল্লেখ কৰিবই লাগিব।

ভাষাৰ ব্যৱহাৰৰ ক্ষেত্ৰত গল্পকাৰে সাধাৰণ বৰ্ণনাভংগী এটা কেই ঘাইকৈ তুলি ধৰিবলৈ চেষ্টা কৰা দেখিবলৈ পোৱা যায়। তাৰ বাবে পৰম্পৰাগত গল্পকথন ৰীতি অনুসৰণ কৰি বৰ্ণনা (ইয়াত গল্পকাৰে আত্মকথাৰ ভংগীৰে উত্তম পুৰুষত সামগ্ৰিকভাৱে গল্পটো কৈ গৈছে) আৰু সেই বৰ্ণনাৰ মাজত চমৎকাৰিত্ব অনাৰ বাবে সংলাপ উভয়ৰে ব্যৱহাৰ কৰিছে। এই দুয়োটা কৌশলকে নাটকীয় উৎকণ্ঠা গঢ়া আৰু তাৰ বিকাশ সাধন কৰাৰ ক্ষেত্ৰত প্ৰয়োগ কৰা দেখা যায়। কিন্তু তাৰ মাজে মাজে গল্পকাৰে ব্যৱহাৰ কৰা কিছুমান বিশেষ ধৰণৰ বাক্যই ভিন্নতৰ কিছুমান ধাৰণা আৰু সম্ভাৱনা সৃষ্টি কৰাৰ লগতে সামগ্ৰিক ভাৱে গল্পটোৰ ভাষা ৰীতি আৰু প্ৰকাশভংগীক অন্য এটা মাত্ৰা প্ৰদান কৰা দেখিবলৈ পোৱা যায়। উদাহৰণস্বৰূপে দিনে-পোহৰেই আহি মই ঘাট পালোহি। চাওঁতে চাওঁতে সৰু টৌবিলাকে সৰু সৰু আঙুলিৰে সেন্দুৰবিলাক টপাটপ সানি ক'ৰবাত 'মৌ-মেল' চাবলৈ লৰ ধৰিলে। কোনোবাই খণ্ডত যেন গোটেই সেন্দুৰখিনি থেকেচা মাৰি সিহঁতৰ গাতে পেলাই দিলে। উকা কপালৰ তিৰোতা এগৰাকী যেনেই লাগিল!'[১] 'ক'ৰবাত, পাৰৰ এৰাই থকা চপৰা এটা লৰ মাৰি গৈ পানীত জাপ দিলেগৈ। টাপুং।[২] অথবা 'হঠাৎ চকুত পৰিল বৰুণৰ বাইদেৱেকৰ ফোটটো তেজৰ দৰে দগমগাবলৈ ধৰিছে। নাৱৰ পৰা মূৰটো অলপ হলাই দিয়াত টৌবোৰে যেন ফোটটো ভাগ বাটি লৈ যাব!'[৩] ইত্যাদি। মন কৰিবলগীয়া যে এনে প্ৰতিটো বৰ্ণনাৰ শেষত সদায় লেখকে ভাব বোধক চিন ব্যৱহাৰ কৰিছে। স্পষ্টভাৱে তাৰ জৰিয়তে সেয়া অন্য বৰ্ণনামূলক বাক্য সমূহতকৈ ভিন্নতাৰ (মনৰ অনুভৱৰ) প্ৰকাশ হৈ উঠিছে। বিশেষকৈ 'ব্ৰহ্মপুত্ৰৰ সিপাৰৰ কাজিৰঙাৰ এদ্ধাৰৰ মাজত বাঘ এটাই চিকাৰৰ বাটত জোপ লৈ আছে। (নিশ্চয়) দুৰণীৰ বালিচাপৰিত কাঁইয়া

আৰু ঝাও বনৰ মাজত ব্ৰহ্মপুত্ৰৰ বহল ক'লা পানীধাৰাত একোটা ৰহস্য শুই শুই চকু পিৰিকিয়াব লাগিছে। তৰা কেইটামান জুম বান্ধি ৰহস্যটোনো কি, ভুমুকিয়াই ফুৰিছে। বুটৰ নিচেই কাষতে থকা পাৰটোতে বহি বহি 'জুটুলাজুটুলি' চুলিৰে ধুবুনী ছোৱালী কেইজনীমানে কাপোৰ থুকুচিব লাগিছে। "ছপ্-ছপ্-ছপাৎ" ধেৎ টৌবোৰহে।' ৬ আমাৰ ধাৰণা এয়া গল্পকাৰ বা চৰিত্ৰ 'মই' ৰ ভাব বিলাসী (কল্পনাপ্ৰৱণ) মনস্তাকিতাৰেই বাহ্যিক প্ৰকাশ। এই ভাব বিলাসীকতা চৰিত্ৰটোৰ বৈশিষ্ট্য হোৱাৰ লগতে সামগ্ৰিকভাৱে মূলঘটনাটোৰ জৈৱিক (অনুভূতিক) উপলব্ধিৰ বাবে প্ৰয়োজনীয় এটা কৌশলৰূপেই প্ৰয়োগ কৰা হৈছে। সেয়া যথাৰ্থ আৰু কাৰ্যকৰী ৰূপত গৃহীত হোৱাৰ জৰিয়তে গল্পটোৱে পাঠকৰ মানসত অনন্য অনুভৱৰ জন্ম দিব পাৰিছে।

এডগাৰ এলেন পোয়ে ক'বৰ দৰে চুটি গল্প একেবাৰে প্ৰথমটো বাক্যৰ পৰাই আৰম্ভ হয়। (From the very intitial sentence) 'কাঠনিবাৰী ঘাট' গল্পটোত গল্পকাৰে গল্পকথকতাৰে এই নিটোল বৈশিষ্ট্য ৰক্ষা কৰিব পাৰিছে। অকল সেয়াই নহয় বৰ্ণনাৰীতি আৰু সংযত তথা ঘনবদ্ধ কাহিনী ৰূপায়ণেৰে পাঠকৰ মনক একেবাৰে শেষত দেখুৱা চূড়ান্ত (ট্ৰেজিক) পৰিণতিৰ ফালে ৰুদ্ধশ্বাসেৰে আগবাঢ়িবলৈ বাধ্য কৰিব পাৰিছে। 'ৰুদ্ধশ্বাস' শব্দটো ইয়াত ইচ্ছাকৃতভাৱে প্ৰয়োগ কৰা হৈছে। সাধাৰণতে 'ছাছপেন্স' ধৰ্মী গল্পত একোটা অনিৰ্ণেয় ৰহস্য বা এটাৰ পাছত এটাকৈ আহি থকা নতুন আৰু অভিনৱ ঘটনাৰ অভিঘাতে পাঠকৰ মনত চূড়ান্ত মুহূৰ্তৰ বাবে অধীৰ আগ্ৰহৰ জন্ম দিয়ে। এইটো গল্পত সেইধৰণৰ কৌশল বা কাহিনীগত বৈশিষ্ট্য ৰক্ষা কৰা হোৱা নাই। বৰঞ্চ তেনেই সাধাৰণ আৰু আপেক্ষিক অৰ্থত গুৰুত্বহীন যাত্ৰাৰ বৰ্ণনা এটাহে লিপিবদ্ধ কৰা হৈছে। ইয়াৰ সকলোতকৈ অধিক ক্ৰিয়াশীল আৰু উদ্দীপক যদি কিবা আছে সেয়া হৈছে কথক বা মই চৰিত্ৰটোৰ নিজস্ব আবেগ - অনুভূতি, ইচ্ছা-অনিচ্ছাৰ প্ৰকাশ আৰু তাৰদ্বাৰা চালিত হৈ নবপৰিণীতা যুৱতী গৰাকীৰ প্ৰতি অনুভৱ কৰা কৌতুহল। মন কৰিবলগীয়া যে উক্ত চৰিত্ৰটোৰ চকুৰে দেখা (কব পাৰি চৰিত্ৰটোৰ চকুৰে পাঠকে নিজে দেখা) গাভৰুগৰাকীৰ অতীত - বৰ্তমান ভৱিষ্যত জানিবলৈ চেষ্টা কৰা নামহীন কৌতুহলেই গল্পটোৰ পৰিণতিৰ ফালে পাঠকক ৰুদ্ধশ্বাসে লৈ যাবলৈ সক্ষম হয়। সেয়ে গল্পটোৰ পৰিসমাপ্তিৰ পাছতো পাঠকৰ মনত এটা কৌতুহল আৰু সম্ভাৱনাৰ মিশ্ৰিত চিন্তা বা ধাৰণা অক্ষুণ্ণ হৈ থকা দেখা যায়।

এফালৰ পৰা চাবলৈ গ'লে কোনো এটা চৰিত্ৰৰে পূৰ্ণ উন্মোচন বা বিকাশ দেখুৱাৰ ক্ষেত্ৰত গল্পকাৰে প্ৰচেষ্টা চলোৱা নাই। তাৰ বিপৰীতে তেওঁৰ কুশলী বাক আৰু বৰ্ণনা ভংগীৰে প্ৰথমৰ পৰাই এটা কৌতুহলৰ ভাৱ ধৰি ৰাখিবলৈ যত্নপৰ হোৱা (যিটোক ঘাটত অন্য সাধাৰণ বৈশিষ্ট্য বিহীন উপকৰণসমূহৰ মাজত হঠাতে আহি উপস্থিত হোৱা চৈ

দিয়া গৰুগাড়ীখনৰ সেউজীয়া পৰ্দাখনে সূচনা কৰিছিল।) দেখা গৈছে। ইয়াৰ পাছৰ পৰাই কথক 'মই' জনৰ মনত সৃষ্টি হোৱা কৌতুহল বোধেই সামগ্ৰিহকভাৱে পাঠকৰ মনৰ মাজলৈ সঞ্চাৰিত হৈছে। সেই বোধকে শেষলৈকে ধৰি ৰাখিব পৰাতেই গল্পটোৰ সাৰ্থকতা নিৰ্হিত হৈ আছে বুলিব পাৰি।

**প্ৰাসংগিক টোকা ঃ** (১) গল্পটো লেখকৰ প্ৰথমখন গল্প সংকলন 'কাঠনিবাৰী ঘাট' (প্ৰথম প্ৰকাশ - ১৯৬১)ত সংকলিত হৈছিল। এই ৰচনাত সংকলনখনৰ পঞ্চম সংস্কৰণ (২০০০) ব্যৱহাৰ কৰা হৈছে। ২। পূৰ্বোক্ত গ্ৰন্থঃ পৃঃ ১,৩। পূৰ্বোক্ত গ্ৰন্থ পৃঃ১।, ৪। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ২,৫। পূৰ্বোক্ত গ্ৰন্থ, পৃঃ ১০,৬। পূৰ্বোক্ত গ্ৰন্থ পৃঃ৭।✳✳

---

(✳ দৈনিক জনমভূমি, ১৩ জুলাই২০০৩)

# মহিম বৰাৰ 'ৰাতি ফুলা ফুল' ঃ

## নাৰী মনৰ এক সাৰ্থক উপলব্ধি

- কল্পনা হাজৰিকা গায়ন

'ইঞ্জিনৰ বিৰাট ধপ্‌ধপ্ আৱাজ কৰি মটৰ চাইকেল এখন 'পদূলিয়েদি সোমাই আহি যান্ত্ৰিক জীৱনৰ গৌৰৱ ঘোষণা কৰোঁতেই 'ৰাতি ফুলা ফুল' ৰ কাহিনী আৰম্ভ হৈছে। সমালোচকৰ দৃষ্টিৰে কাঠানিবাৰী ঘাট, টো প, চক্ৰৱৎ আৰু ৰাতি ফুলা ফুল আদি কেইবাটাও গল্প সাৰ্থক গল্প হিচাপে আলোচিত হৈছে যদিও এজন পুৰুষৰ দৃষ্টিৰে এগৰাকী কন্যাদায়গ্ৰস্ত মাতৃৰ মানসিক চিত্ৰখন কিমান নিখুঁত আৰু জীৱন্ত হৈ উঠিছে তাকেহে এই আলোচনাত দেখুৱাবলৈ বিচাৰা হৈছে।

বসন্তৰ মটৰ চাইকেলখনৰ মাত শুনাৰ লগে লগে গা-ধোৱা ঘৰত সোমাই থকা নমিতাৰ মাকৰ বুকুৰ ভিতৰখনত 'দুখন' মটৰ চাইকেল গৰ্জন কৰি উঠিল। এইখিনিতে মন কৰিব লাগিব যে বসন্তৰ এখনৰ উপৰি আৰু এখন মটৰ চাইকেলে তেওঁৰ বুকুত গৰ্জন কৰি উঠিল। দ্বিতীয়খন কাৰ? প্ৰকৃতাৰ্থত এইখন তেওঁৰ মানসপটত ভাঁহি উঠা অলেখ সংশয়জনক প্ৰশ্নৰ এটি প্ৰতীকী ৰূপ। ইয়াৰ মাজত লুকাই থাকিব পাৰে অধিক ব্যঞ্জনা। বসন্তৰ লগত ল'ৰাটো আহিছেনে? সি নমিতাক পছন্দ কৰিবনে? যদি কৰে! আৰু যদি .......... ! এনে অলেখ প্ৰশ্নই সৃষ্টি কৰিছে সেই অতিৰিক্ত ধ্‌পধপ্ শব্দ।

বসন্তৰ লগত ল'ৰাটো আহিছে বুলি গম পোৱাৰ পাছত মাক নলিনীৰ কথামতে জীয়েক প্ৰমীলাই ড্ৰয়িং ৰুমটো সজাবলৈ বুলি ওলাই গ'ল। কিন্তু প্ৰমীলাই 'জিভাৰ আগটো উলিয়াই অকণমান শিয়াৰি লাৰুৰ সহায়ত ইখন গালৰো টেমুনা উঠাই' দেখুৱাৰ দৃশ্যই পৰম্পৰাগত সমাজ-জীৱন আৰু বায়েকৰ বিয়াৰ সম্পৰ্কত এক ভ্ৰূকুটি প্ৰদৰ্শন কৰি গ'ল। বয়সত ডাঙৰ নহ'লেও ঘৰত বাৰম্বাৰ অনুষ্ঠিত হৈ থকা এইখন নাটকৰ দৃশ্য তাইৰ চিনাকী হৈ পৰিছে।

আজিলৈকে কিমানবাৰ ড্ৰয়িংৰুম সজাইছে, কিমান নতুন আলহী আহি দকচি খাই বাইদেৱেকৰ হাতৰ কামৰ প্ৰশংসা আৰু ছোৱালী অপছন্দ কৰি গৈছে। গতিকে এইবাৰৰ

এই প্ৰচেষ্টাও যে ফলৱতী হোৱা সম্ভাৱনা কম সেই কথাৰ ইংগিত পোৱা গৈছে প্ৰমীলাৰ মুখৰ সেই আংগিক অভিনয়ত।

'বসন্তৰ মুখেৰে নমিতাৰ মাকে গম পালে যে ছোৱালী চাবলৈ বুলি ল'ৰাটো অৰ্থাৎ তপন কন্যাঘৰলৈ নাহে।' কেইবা ঠাইতো ছোৱালী চাই সি বদনামৰ ভাগী হৈছে। গতিকে সি বিয়া ঘৰতে নমিতাক চাব যদি পছন্দ হয়, তেন্তে ঘৰলৈ আহিব আৰু পকা-পকি যাব। যদি নহয়, সি ঘৰলৈ নাহে আৰু তাতেই বুজিব লাগিব।'

গতিকে মাকৰ একমাত্ৰ চিন্তা যি কোনো প্ৰকাৰে ল'ৰাটোক এবাৰ ঘৰলৈ আনি নমিতা সম্পৰ্কে তাৰ মনত এটা ইতিবাচক ধাৰণা জগাই তোলা। নমিতাৰ লগৰ ছোৱালীবোৰ ইতিমধ্যে এজাক ল'ৰা-ছোৱালীৰ মাক হ'ল। নিৰ্দিষ্ট বয়সত নমিতাৰ বাবেও পাত্ৰ ওলাইছিল। কিন্তু বেছি ওপৰলৈ মূৰ কৰি থাকোঁতে তেওঁলোকে তলৰ পৃথিৱীখন দেখা নাপালে। গতিকে এক আপোচমুখী মনোভাবৰ যোগেদি নমিতাৰ মাকে এইবাৰ বসন্তক স্পষ্টকৈয়ে জনাই দিলে ঃ

সেইটোনো কি বৰ দোষৰ কথা আজি কালি। মাতাল নহ'লেই হ'ল।

তেন্তে মইনো কিয় খাব নালাগে?

ত হঁতে নাখাবি অ' সোণ —

মাত্ৰ এই এটি কাতৰ অনুৰোধতে মাতৃ হৃদয়ৰ গোটেই খিনি যন্ত্ৰণা উজাৰ খাই উঠিছে। যদিও নিজৰ জীয়েকৰ নিৰাপত্তাৰ খাতিৰতে তেওঁৰ আজিৰ সময়ৰ লগত হাত মিলাবলৈ বাধ্য হৈছে। তথাপি তেওঁৰ ভাবি জোঁৱায়েকে মদ-চিগাৰেট খোৱাৰ উপৰিও দিল্লী, কলিকতা ঘূৰি ফুৰে বুলি জানি ভাগিনীয়েক বসন্তক আশ্বস্ত কৰিছে –

সেইটোও সিমান ধৰিবলগীয়া নহয় দেচোন, হাতত টকা-পইচা থাকিলে .... আৰু পুৰুষৰ চৰিত্ৰৰ নো কি দোষ থাকে ........................ অলপ চঞ্চলেই ..... মানে ধৰচোন ছোৱালীৰ ক্ষেত্ৰতহে মানুহে সকলো চায় .......

এই সংলাপেৰে নলিনীয়ে পুৰুষ তান্ত্ৰিক সমাজ ব্যৱস্থাৰ প্ৰতি তীব্ৰ তাচ্ছিল্যৰ লগতে মাতৃ হৃদয়ৰ এক অসহায় ৰূপ ফুটাই তুলিছে। লগে লগে কিছু এৰা ধৰাৰ মনোবৃত্তি এটা গ্ৰহণ নকৰিলে জীয়েকজনী আজীৱন ঘৰতে বুঢ়ী হৈ কটাব লাগিব বুলি ভয়ত তেওঁ মানৱীয় মূল্যবোধৰ এউ অবক্ষয়ক মানি ল'বলৈ বাধ্য হৈছে।

যি কোনো এটা ল'ৰাক প্ৰথম সাক্ষাততে আকৰ্ষিত কৰিব পৰাকৈ নমিতা ধুনীয়া নহয়। বসন্তৰ মতে সবিতাৰ লগত নমিতা একেলগে থিয় হৈ থকাত 'কনট্ৰাষ্ট' টো বৰ বেয়া ধৰণে চকুত লগা হৈ পৰিছিল, আনকি তাৰ চকুতো গুখ, লাহি সবিতাৰ ওচৰত

মণ্ডহাল, চাপৰ, মিঠাবৰণৰ নমিতাক ফুল আৰু পাতৰ লগত তুলনা কৰিব পৰা ধৰণৰ হৈছিল।” কিন্তু সকলো পিতৃ-মাতৃয়ে নিজৰ সন্তানক ধুনীয়া দেখাৰ দৰে নমিতাৰ মাকেও জীয়েকক ধুনীয়া দেখে— বৰণটো অকণমান ক'লা, ওখই অলপমাপন কম ; পাছফালৰ পৰাই তাইৰ ঠগটো কিমান গঢ়িত, চাই থাকিলে চাই থাকিবৰ মন যায়। ধুনীয়া নহয় নে বাৰু তাইৰ ঠগটো ?

মাকৰ মনত সন্দেহ থাকি যায়। যদি এই পিছফালৰ ঠগটোৱে তপনক আকৰ্ষিত কৰিব নোৱাৰে তেন্তে ‘ৰূপেনো কি কৰে, গুণহে সংসাৰ তৰে’ জাতীয় পুৰণা ধাৰণা এটাৰে তপনক বশীভূত কৰাৰ কল্পনা কৰিছে— ‘বিয়া ঘৰত কি চোৱা হ'ব, কি কথা-বাৰ্তা হ'ব ? ইয়ালৈ আহিলে চাহ কাপকে দিব পাৰিম। আনকি তেওঁ কৰ্মফল বিশ্বাসেৰে ধৰি লৈছে যে অন্ততঃ সুকৰ্মৰ ফল কেতিয়াও তিতা হ'ব নোৱাৰে। নমিতাৰ দেউতাকে পৰৰ ছোৱালীৰ বিয়াৰ বাবে যিমান খিনি কৰি দিয়ে, তাৰ গুণতেই নমিতাৰ বিয়াখন হৈ যোৱা সম্ভাৱনা এটা দেখা পোৱা গৈছে। কিন্তু অভিজ্ঞতাৰে পুষ্ট নমিতাৰ মাকে কোনো সিদ্ধান্ততেই আশ্বস্ত হ'ব পৰা নাই। কাৰণ আধুনিক সমাজ ব্যৱস্থাক সম্পূৰ্ণ ৰূপে মানি ল'ব নোৱাৰিলেও এই সময়ৰ ধ্যান-ধাৰণাৰ বিষয়ে তেওঁ কিছু পৰিমাণে জানিব পাৰিছে।

গল্পটোত মাতৃ হৃদয়ৰ আটাইখিনি যন্ত্ৰণা উবুৰি খাই পৰিছে তেতিয়া — যেতিয়া তেওঁ বুজি উঠিছে যে দৃষ্টিবেদ্য সৌন্দৰ্য্যৰে নমিতাই তপনক জয় কৰিব নোৱাৰিবও পাৰে। যদিহে বাহ্যিক সৌন্দৰ্য্যৰে তাই তপনক বশ কৰিব নোৱাৰে, তেনেহ'লে প্ৰেমৰ অনুৰাগ সৃষ্টি কৰিবলৈ আনটো কৌশল প্ৰয়োগ কৰিব লাগিব। বাহ্যিক সৌন্দৰ্যৰে আকৰ্ষণ কৰিব নোৱাৰিলে স্পৰ্শৰ অনুভূতিৰে শিহঁৰণ জগাই তোলাত আপত্তি, কি — ‘চাহ্‌কাপ দিওঁতে, তামোলৰ বঁটাটো দিওঁতে কেনেবাকৈ যদি আঙুলিত আঙুলি লাগি যায়, গাটো জিকাৰ খাই যায়, কেনেবাকৈ যদি চকুৱে চকুৱে পৰি চকুত বিজুলীৰ চমক খেলি যায়— - তেনেকৈয়ে ভাল পোৱা হৈ নাযায় জানো ?”

পৰম্পৰাগত মূল্যবোধক সাৱটি লৈ মধ্যবিত্তৰ জীৱন কটোৱা কোনো এগৰাকী মাতৃয়ে নিজৰ জীয়েকক লৈ এনে এটি দৃশ্য আশা নকৰে। কিন্তু যৌৱনে সলনি মাগিবলৈ লোৱা জীয়েকৰ জীৱনৰ এটি সুখময় সমাধান বিচাৰি নমিতাৰ মাক এনেদৰে উদ্বাউল হৈ পৰিছে যে নিজৰ পুত্ৰতুল্য বসন্তৰ আগত এইখিনি কথা খোলাখুলিকৈ ক'বলৈ তেওঁ কুণ্ঠাবোধ কৰা নাই। কেৱল নমিতাৰ মাকেই নহয়, আন হাজাৰ গৰাকী মাতৃয়ে জীয়েকৰ জীৱনৰ নিৰাপত্তাৰ খাতিৰতে এইখিনিকে কৰিবলৈ বাধ্য হ'লহেঁতেন। এই নিৰ্মম বাস্তৱৰ ছবিখন ইমান নিখুঁত আৰু জীৱন্ত হৈ পৰিছে যে ইয়েই গল্পটোত গভীৰ বেদনাৰ সৃষ্টি কৰিছে।

বিয়াঘৰত নমিতাৰ লগত তপনৰ দেখাদেখি হ'ল যদিও নমিতাই বুজি পালে 'প্ৰথম পৰিচয়ে তপনৰ অন্তৰত কোনো চমকৰ সৃষ্টি কৰা নাছিল।' গতিকে 'ৰাতিফুলা ফুল দেখুৱাৰ উদ্দেশ্যেৰে বসন্তই তপনক নমিতাহঁতৰ ঘৰলৈ অনাৰ বন্দোৱস্ত কৰিলে। এইখিনিতে লেখকে এক নাটকীয় মঞ্চসজ্জাৰ নিৰ্দেশনাৰে গল্পটো অধিক ব্যঞ্জনাময় কৰি তুলিছে – 'সন্ধিয়া বসন্ত আৰু প্ৰমীলা আহি ফুলৰ টিংটো ধৰাধৰিকৈ আনি বাৰান্দাত উঠালেহি। প্ৰমীলাই ফটা কাপোৰ এখন তিয়াই লৈ টিংটোৰ গাত লাগি থকা বোকা-বালিবোৰ মচি চাফ-চিকুণ কৰিবলৈ চেষ্টা কৰিলে। ........... প্ৰমীলা, নমিতা আৰু জেঠায়েকে ফুলজোপাৰ চাৰিওফালে চকী, মূঢ়া পাতি বাৰান্দাত প্ৰাগ পইণ্টৰ পৰা টেবুল-লাইট এটা জ্বলাই ফুলজোপাৰ ওপৰত পোহৰ পৰাকৈ বাৰান্দাৰ খুটাটোৰ ওপৰত বান্ধি দিলে।"

যথাসময়ত তপন নমিতাহঁতৰ ঘৰলৈ আহিল। ফুলকেইপাহৰ সৌন্দৰ্যই তাক এনেদৰে মুহি পেলালে যে গছজোপাৰ যত্ন লোৱা গৰাকীৰ কথা ভাবিবলৈ সি আহৰিকে নাপালে। নমিতাহঁতে সজাই ৰখা মঞ্চত নাচি নাচি 'সুসজ্জিতা সুন্দৰী নৰ্তকীৰ দৰে ত্ৰিছপাহ ফুল পাতৰ ভিতৰৰ পৰা সম্পূৰ্ণকৈ ওলাই আহি সূক্ষ্ম তাঁৰ এডালৰ দেহত মৃদু কম্পন লৈ চাৰ্কাচৰ ছোৱালী বিলাক থিয় হৈ থকাৰ দৰে পাতৰ জোঙা আগবিলাকত ফোপনি লৈ থিয় হৈ ৰ'ল।

গল্পটোৰ কাহিনীভাগ নমিতাৰ বিয়াক কেন্দ্ৰ কৰিয়েই আগবঢ়াই নিলেও লেখকে ইমান সময়লৈকে তাইৰ বয়স সম্বন্ধে পাঠকক জানিবলৈ দিয়া নাছিল। কিন্তু ধাৰণা হয় পাতৰ ভি তৰৰ পৰা ওলাই অহা ত্ৰিছ পাহ ফুলে নমিতাৰ পাৰ হৈ যোৱা ত্ৰিছটা বছৰক প্ৰতিনিধিত্ব কৰিছে। কিন্তু ৰাতিৰ আন্ধাৰত ফুলি উঠা মাত্ৰ এৰাতিৰ বাবে জীৱনকাল লাভ কৰা সেই ৰাতিফুলা ফুলৰ যিদৰে ফুলৰ বজাৰত গুৰুত্ব নাই, ঠিক সেইদৰে সকলো গুণেৰে বিভূষিত অথচ বাহ্যিক সৌন্দৰ্যহীন নমিতাৰো আজিৰ বিয়াৰ বজাৰত মূল্য নাই। কাৰণ "আজিৰ পুৰুষে ফটোৰ চেহেৰাটোকে ভাল পায়, ভি তৰৰ মানুহজনী চাবলৈ নিবিচাৰে।"

সকলোৱে বহি নীৰৱে ফুলৰ সৌন্দৰ্য্য উপভোগ কৰি থাকোঁতেই বিজুলীৰ চমকৰ দৰে এচমকা পোহৰ ফুলবোৰৰ ওপৰেদি পাৰ হৈ গ'ল। তপনে তাৰ কেমেৰাৰে ধৰি ৰাখিলে, খন্তেকৰ বাবে ফুলা ফুলৰ চিৰস্থায়ী ৰূপ। লগে লগে নমিতাহঁতৰ পৰা বিদায় লৈ বিয়াঘৰলৈ যাবলৈ ওলাল। যাবৰ সময়ত নমিতাক কৈ গ'ল " ........ নমিতা, ফুল কেইপাহমান ছিঙি লোৱা. তোমাৰ বন্ধুৰ ফটো উঠাব লাগিব নহয়।"

তপনে ফুল কেইপাহ ছিঙি ল'বলৈ কৰা অনুৰোধে নমিতা, বসন্ত, নলিনীহঁতক এক

কঠোৰ বাস্তৱৰ মুখামুখি কৰাইছে। ফুলৰ পুলি এটা ৰুই ডাঙৰ-দীঘল কৰি ফুলজোপা ফুলি উঠালৈকে এই দীঘলীয়া সময়ছোৱাত অশেষ যত্ন, প্ৰতিপাল, শ্ৰম আৰু ধৈৰ্য্যৰ প্ৰয়োজন হয়। অনন্ত অপেক্ষাৰ পিছত ফুলজোপা ফুলে। এজনী ছোৱালীৰ জীৱনতো এই একেখনি কথাই প্ৰযোজ্য হয়। জন্ম দি, লালন-পালন কৰি, শিক্ষা-দীক্ষাৰে উপযুক্ত কৰি এগৰাকী মাতৃয়ে বাট চাই কাৰোবাৰ মাত্ৰ 'হা, না' বাক্যত শেষ হৈ যাব পাৰে এগৰাকী কন্যাৰ, এগৰাকী মাতৃৰ সকলো আশা-আকাংখ্যা। ভাগি পৰিব পাৰে কল্পনাৰ কাৰেং ঘৰ। নমিতাৰ মাকৰো সেয়ে হ'ল। বাহ্যিক সৌন্দৰ্য্যত ভোল যোৱা তপনৰ মনত নমিতাৰ ভিতৰৰ সৌন্দৰ্যই আলোড়নৰ সৃষ্টি কৰিব নোৱাৰিলে। লগে লগে চৰম কাৰুণ্যৰে সমাপ্তি ঘটিল এগৰাকী কন্যাদায়গ্ৰস্ত মাতৃৰ সকলো সপোন।**

---

(* নতুন দৈনিক, ২৭এপ্ৰিল ২০০৩)

# কবি-কবিতা-ককা আৰু নাতি ল'ৰা

- দীপশিখা বৰুৱা

বাৰাণ্ডাত ভৰি দিয়েই গম পালো আমাৰ লগৰে এগৰাকী ইতিমধ্যে আহি চাৰৰ লগত কথোপকথনত ব্যস্ত। নমস্কাৰ জনাই আমিও সমানে আসনত বহিলো। পৰিয়ালৰ, দেশৰ, সাহিত্যৰ আলোচনাৰ অন্তত আমি চাৰৰ ওচৰলৈ অহাৰ উদ্দেশ্য অবগত কৰিলো। চাৰে আমাক শলাগিলে আৰু একে আষাৰতে 'বৰ ভাল কথা, বৰ ভাল কথা' বুলি আমাৰ লগত কবিতাৰ আলোচনাত বহিব বুলি কথা দিলে।

নিৰ্দ্ধাৰিত তাৰিখ মতে যোৱা ১৯ চেপ্তেম্বৰ দেওবাৰে নগাওঁ চৰকাৰী উচ্চতৰ মাধ্যমিক বালিকা বিদ্যালয়ৰ এটি শ্ৰেণী কোঠাত সমবেত হ'ল। সময় দিয়া মতেই ঠিক তিনিবজাত মাননীয় চাৰ শ্ৰেণী কোঠাত উপস্থিত হ'লো। একেবাৰে ঘৰুৱা পৰিবেশত চাৰে চন্দ্ৰ কুমাৰ আগৰৱালাৰ "তেজীমলা" কবিতাৰ আৰম্ভ কৰি ৰঘুনাথ চৌধুৰীৰ "গোলাপ", হেমচন্দ্ৰ গোস্বামীৰ "পুৱা" কবিতাৰ অৰ্ন্তনিহিত ভাৱৰ সাৰুৱা মন্তব্য আগবঢ়ালে উপকৃত হোৱাৰ লগতে অনাসঙ্গিক বহু নজনা কথা জানিব পাৰিলো।

কবিতাৰ আলোচনা সবিশেষ দাঙি ধৰাটো আমাৰ এই ৰচনাৰ উদ্দেশ্য নহয়। আন এটা দিশৰহে, যিটোত আমি বেছি আপ্লুত হৈছিলো। সেইটো হৈছে ককা দেউতাৰ মৰমত নাতিৰ ধৈৰ্য্য।

বৰ্তমান সমাজত আগৰ দৰে যৌথ পৰিয়াল পাবলৈ নাই। মাক-দেউতাক, এটি বা দুটা সন্তানেৰেই ঘৰ এখন কৰি থকাটোহে আজিৰ সমাজৰ সংস্কৃতি। পো-বোৱাৰী নাতি-পুতি থাকিলেও পৌঢ় অৱস্থাত হুমনিয়াহ টানি ইটিয়ে সিটিলৈ চাই দিন কটোৱা ককা আইতাৰ অকলশৰীয়া সংসাৰ কৰাৰহে যুগ এতিয়া-অৱশ্যে তাৰ মাজতো ব্যতিক্ৰম নোহোৱা নহয়।

আমি চাৰক লগ কৰাৰ দিনা দুই নাতি দুকাষে বহি আমাৰ আলোচনাত ভাগ লৈছিল। মাজতে দুই এটা কথা চাৰক সোধেও, সিহঁত দুটাক লৈয়ে চাৰ বৰ্তমান ব্যস্ত বুলি আমাক ক'লে। ককাকক কোনোবাই লৈ যায় বুলি সিহঁতৰ বৰ ভয়। এয়া ককাৰ সাধুৰ থুনপাকত সোমোৱা নাতি ল'ৰা। আমাৰ কবিতাৰ আলোচনালৈ আহোতেও দুই নাতি দুহাতে, চকীত

বাহোঁতেও দুই কাষে দুখন চকী। গুৱনি কৰিছিল কণমানি দুই নাতি'য়। আমাৰ চিন্তা হৈছিল ইহঁতে আমনি কৰিলে আমাৰ অসুবিধা হ'ব। নাই শান্ত পৰিৱেশ, আধা ঘণ্টামানৰ পাছত দুয়োটা উঠি গৈ শ্ৰেণী কোঠাত থকা ব্লেক বৰ্ডত ছবি অঁকাত ব্যস্ত। নাই কোনো মুখৰ মাত, সুন্দৰকৈ ছবি অঁকাত ব্যস্ত দুয়ো। আনফালে ককাকে আমাক কবিতাৰ মৌ ৰস পান কৰাইছে। সম্পূৰ্ণ দুঘণ্টা এই সৰু নাতি দুটাই সিহঁতে বুজি নোপোৱা আলোচনাত ধৈৰ্য্যৰে, শান্ত হৈ আছিল মাথো ককাকৰ মৰমত। আলোচনাৰ অন্তত চাহ খাবৰ সময়ত মাথো সৰু নাতিয়ে কথা মইও চাহ খাম বুলি কোৱাহে শুনিলো। ইয়াকো দিয়াহে চাহ বুলি চাৰে ক'লে আৰু আগৰ আসনত দুয়ো বহিলে। এইটো এটা সাধাৰণ কথা যদিও লিখিবলৈ মন গ'ল এইবাবে যে সাম্প্ৰতিক কালত আগৰ দৰে চোতালত বহি ককাক আইতাকৰ মুখৰ মহাভাৰত, ৰামায়নৰ কাহিনী শুনাৰ নাতিহঁতৰ সময় নাই, শ্ৰদ্ধা-ভক্তি মৰমো যেন সিমিত। কাৰোবাৰ পঢ়াৰ বাবে, কাৰোবাৰ খেলা ধূলাৰ বাবে, কাৰোবাৰ টিউচনৰ বাবে, বিশেষকৈ আজি কালি ককা-নাতিৰ সম্পৰ্কটোত যেন কেৰোণ লাগিছে।

বাৰু, যিয়েই নহওক আমাৰ একেবাৰে ঘৰুৱা পৰিৱেশত অনা আনুষ্ঠানিক আলোচনাত সৌষ্ঠৱ বঢ়ালে মাননীয় প্ৰদীপ শইকীয়া চাৰ, ডঃ নৰেন কলিতা চাৰ, স্বৰ্ণ বৰা বাইদেউৰ উপস্থিতিয়ে।

ককা-নাতিৰ কথা ভাবি থাকোতে ক'বলৈ পাহৰিছোলেই আমিবোৰেনো কোন? নগাঁও লেখিকা সমাৰোহ সমিতিৰ সদস্যসকল। ককাদেউতা, নাতি ল'ৰাৰ মৰমৰ এনাজৰী দালেৰে বান্ধ খাই থকা ককা আমাৰ সকলোৰে শ্ৰদ্ধাৰ মহিম বৰা চাৰ আৰু নাতিদ্বয় নৱকমল আৰু সমুদ্ৰনীল। নাতিৰ মৰমৰ প্ৰেৰণাতে ককা (আমাৰ চাৰ) সু-স্বাস্থ্যৰ গৰাকী হৈ অসমীয়া সাহিত্যৰ ভড়াল আৰু যেন চহকী কৰে তাৰ বাবে ভগৱানৰ ওচৰত কৰযোৰে প্ৰাৰ্থনা কৰিলো।✳✳

---

( ✳ কলংপাৰ,২০০১)

# অসম সাহিত্য সভাৰ নৱ-নিৰ্বাচিত সভাপতি শ্ৰীমহিম বৰা মানুহজন

- শৈলেন কুমাৰ শইকীয়া

ব্যক্তিগত জীৱনৰ নানা ঘাত-প্ৰতিঘাতৰ মাজতো নিজৰ কৰ্তব্যৰ পৰা বিচলিত নহৈ সাহিত্যচৰ্চাৰ জৰিয়তে চিৰ চেনেহী ভাষা জননীৰ সেৱাত ব্ৰতী হৈ ৰোৱা, 'কাঠনিবৰী ঘাট'ৰ দৰে লিখনীৰে পঢ়ুৱৈৰ মনত সাঁচ বহুৱাব পৰা, সাহিত্য জগতৰ নমস্য ব্যক্তি শ্ৰী মহিম বৰা অসম সাহিত্য সভাৰ ৫৫ তম্ (ডুমডুমা) অধিবেশনৰ সভাপতি নিৰ্বাচিত হোৱাটো সাহিত্য প্ৰেমীসকলৰ লগতে সমগ্ৰ অসমীয়া জাতিৰ বাবে মন হৰ্ষিত কৰা খবৰ।

সপ্তমমান শ্ৰেণীত পঢ়ি থাকোতেই হাতে লিখা আলোচনী "মলয়া"ত প্ৰকাশ পোৱা "হাভানাৰ চুৰট" নামৰ গল্পটোৰে চুটি গল্পৰ পাতনি মেলা শ্ৰীবৰাৰ বৰ্তমানলৈকে প্ৰকাশিত গল্প-উপন্যাসবোৰৰ ভিতৰত নিজা জীৱনৰ অভিজ্ঞতাৰ ভেঁটিত গল্প ৰূপ দিয়া "কাঠনিবাৰী ঘাট" ক ইতিমধ্যে পাঠক সমাজে শ্ৰেষ্ঠ গল্প হিচাপে স্বীকৃতি দিছে। অন্যহাতে এই নামৰ গল্প-সংকলনটি দিল্লীৰ নেচনেল বুক ট্ৰাষ্টে হিন্দী, মাৰাঠী আৰু বঙালী ভাষালৈকো অনুবাদ কৰিছে। ১৯৫৫ চনত ৰামধেনু গল্প প্ৰতিযোগিতাত এই গল্পটোৱে "প্ৰতীক বঁটা" পাইছিল।

১৯৮০ চনত শ্ৰী বৰাই তেওঁৰ গল্প-সংকলন 'ৰাতি ফুলা ফুল' ৰ বাবে অসম প্ৰকাশন পৰিষদৰ বঁটা লাভ কৰিছে।

বৰ্তমানলৈকে প্ৰকাশ পোৱা শ্ৰী বৰাৰ গল্প সংকলনবোৰ হৈছে — মোৰ প্ৰিয় গল্প, ৰাতি ফুলা ফুল, বহুভূজী ত্ৰিভূজ, মই পিপলী আৰু পূজা, এখন নদীৰ মৃত্যু, বৰ যাত্ৰী আৰু দেহাগৰকা প্ৰেম। তেওঁৰ দীঘল চুটি গল্পৰ সংকলনটি হৈছে "পুতলা ঘৰ"। তেওঁৰ

প্ৰকাশিত আন গ্ৰন্থ সমূহৰ ভিতৰত আছে লাহৃতী ৰচনাৰ সংকলন "মোমাইৰ পদূলিত বান্ধিলোঁ ঘোঁৰা", প্ৰবন্ধ সংকলন "চিন্তা বিচিত্ৰা"।

শ্ৰীবৰাই কবি হিচাপেও সাহিত্য জগতত প্ৰতিষ্ঠা লভিছে। তেওঁৰ কবিতা 'অকন আৰু ভয়" স্বৰ্গীয় মাধব বেজবৰুৱাৰ সম্পাদনাৰ "বাঁহী"ত প্ৰকাশিত জীৱনৰ প্ৰথম প্ৰকাশিত কবিতা। একমাত্ৰ কবিতা সংকলন "ৰঙাজিয়াঁ"। 'বত্ৰিশ পুতলাৰ সাধু' শ্ৰীবৰাৰ এখন শিশু সাহিত্য।

শ্ৰীমহিম বৰা এজন নাট্যকাৰো। তেওঁৰ অনাতাঁৰ নাটক লাডু গোপালৰ প্ৰেম, লাডু গোপালৰ বিবাহ, লাডু গোপালৰ সংসাৰ, অমৰ চকুলোৱে যথেষ্ট জনপ্ৰিয়তা অৰ্জন কৰিছে। কলেজীয়া জীৱনৰ পৰাই তেওঁৰ বিভিন্ন আলোচনী আদিত বিভিন্ন বিষয়ৰ ৰম্য ৰচনাও প্ৰকাশ পাই আহিছে।

জীৱনত কোনো এটা বিশেষ ধাৰাতে একাণপটীয়াকৈ থাকিব নোৱাৰা শ্ৰীবৰাৰ দৃঢ় আদৰ্শ, সদাচাৰ, সদালাপি, কৰ্তব্যপৰায়ণতা .তেওঁৰ ব্যক্তিত্বৰ অন্যতম বৈশিষ্ট্য।

ইতিহাস প্ৰসিদ্ধ ঠাই নগাঁৱৰ কলিয়াবৰৰ হাটবৰত ১৯২৬ চনত শ্ৰী মহিম বৰাই জন্ম গ্ৰহণ কৰিছিল। তেওঁ শিলঘাটৰ কলিয়াবৰ মাধ্যমিক বিদ্যালয়ৰ পৰা ১৯৪৪ চনত মেট্ৰিক পাছ কৰি নগাওঁ মহাবিদ্যালয়ৰ পৰা আই. এ, কটন মহাবিদ্যালয়ৰ পৰা ১৯৪৮ চনত বি, এ, আৰু গুৱাহাটী বিশ্ববিদ্যালয় পৰা ১৯৫২ চনত অসমীয়া বিষয়ত এম. এ. পাছ কৰে।

এম, এ, পাছ কৰাৰ পিছত কৰ্মক্ষেত্ৰ হিচাপে শিক্ষকতাকে তেওঁ বাচি লয়। সৰুৰে পৰা সাহিত্য চৰ্চাৰ অনুৰাগ জন্মা শ্ৰীবৰাই ১৯৫৪ চনত নগাঁও মহাবিদ্যালয়ত প্ৰৱক্তা হিচাপে যোগদান কৰাৰ পিছতো অধ্যাপনাৰ লগতে সাহিত্যকো সমানে আগুৱাই নিছে। লগতে জীৱনত সামাজিক অন্যান্য কামকাজতো বিশেষভাৱে জড়িত হৈ পৰিছে।

শ্ৰীমহিম বৰাই চতুৰ্থমান শ্ৰেণীত পঢ়ি থাকোতেই হাটবৰৰ এখন বিদ্যালয়ত কবিতা লিখি পুৰস্কাৰ লাভ কৰে। তেতিয়াৰ পৰাই তেওঁ কবিতা লিখা আৰম্ভ কৰে। ইয়াৰ পিছতো কলিয়াবৰ উচ্চ মাধ্যমিক বিদ্যালয়ৰ হাতে লিখা আলোচনী 'মলয়া'ত নিয়মীয়াকৈ কবিতা লিখিবিলৈ লয়।

১৯৪৮ চনত কটন কলেজৰ পৰা বি. এ. ডিগ্ৰী লোৱাৰ পিছত কলিয়াবৰৰ এখন বিদ্যালয়ত অলপ দিনৰ বাবে শিক্ষকতা কৰে যদিও ইয়াৰ পিছত গুৱাহাটী অনাঁতাৰ কেন্দ্ৰৰ কামত যোগদান কৰে । গুৱাহাটী কেন্দ্ৰৰ "গাওঁৱা বাইজৰ অনুষ্ঠান"ৰ পৰিচালনা কৰাৰ দায়িত্ব পায়। সেই সময়তে অসমৰ কেইবাগৰাকীও বৰেণ্য ব্যক্তিৰ অনুপ্ৰেৰণাত তেওঁৰ ছদ্ম নামত অনাঁতাৰ নাটক লিখা আৰম্ভ কৰে। তেওঁৰ ৰচনা "তিনিৰ তিনি গ'ল"

শ্ৰোতাৰ অন্যতম প্ৰিয় অনাঁতাৰ নাটক।

আনহাতে বি, এ, পাছ কৰাৰ পিছতে শ্ৰীমহিম বৰাই ১৯৪৯-৫০ চনত ডঃ বিৰিঞ্চি কুমাৰ বৰুৱাৰ সম্পাদনাৰ শিশু আলোচনী "ৰংঘৰ"ত সহকাৰী সম্পাদকৰ কাম কৰিছিল। অন্যহাতে "নতুন অসমীয়া" কাকততো অলপ দিনৰ বাবে তেওঁ সহকাৰী সম্পাদকৰ কামকৰিছিল তাৰ ওপৰিও বি, এ, পাছ কৰাৰ পিছত গুৱাহাটীৰ কামৰূপ একাডেমী বিদ্যালয়তো অল্প দিনৰ বাবে শিক্ষকতা কৰে।

১৯৫২ চনত এম, এ, পাছ কৰাৰ পিছত শ্ৰী বৰা যোৰহাটৰ জে, বি, মহাবিদ্যালয়ৰ অসমীয়া বিভাগত যোগদান কৰে যদিও কেইটামান মাহৰ পিছত বিদায় লয়। ইয়াৰ পিছত ১৯৫৪ চনত নগাওঁ মহাবিদ্যালয়ৰ অসমীয়া বিভাগত যোগদান কৰে।

অসমীয়া সাহিত্য জগতৰ চুটি গল্পৰ অন্যতম আগশাৰীৰ ৰচক শ্ৰীবৰাৰ জীৱনৰ পাৰিবাৰিক কিছুমান ঘাত প্ৰতিঘাতে বহু সময়ত সাহিত্য চৰ্চাত ব্যাঘাত জন্মাইছে।

আধুনিক চুটি গল্পৰ লেখক শ্ৰী মহিম বৰাৰ গল্পসমূহৰ ভিতৰত পাঠক সমাজে 'কাঠনিবাৰী ঘাট' গল্পটো শ্ৰেষ্ঠ গল্প হিচাপে স্বীকৃতি দিছে যদিও শ্ৰীবৰাৰ মতে তেওঁৰ বাবে আটাইতাকৈ প্ৰিয় গল্পটো হ'ল "চক্ৰৱৎ"। এই গল্পটো তেওঁৰ ব্যক্তিগত জীৱনৰ ভেটিত নিৰ্মিত।

নগাঁও মহাবিদ্যালয়ত অধ্যাপনা আৰম্ভ কৰাৰ পিছত নগাঁওৰ এ, ডি, পি, মহা বিদ্যলয়, নগাঁও ছোৱালী মহাবিদ্যালয়তো প্ৰতিষ্ঠাতা শিক্ষক (আংশিক ) হিচাপে তেওঁ অধ্যাপনা কৰিছিল।

১৯৫৫ চনতে অসম সাহিত্য সভাত যোগদান কৰি নগাঁও জিলা সাহিত্য সভাখন শ্ৰীবৰাৰ দিনতে পুনৰ সজীৱ কৰি তোলে। আগেয়ে কেইবাবাৰো তেওঁ জিলা সাহিত্য সভাৰ সভাপতি পদো পাইছে। তেতিয়াৰ পৰাই সাহিত্য সভাৰ লগত জড়িত হৈ এই অনুষ্ঠানটোৰ হকে সদায় দেহে-কে হে খাটি আহিছে। এই ক্ষেত্ৰত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি শ্ৰী যজ্ঞেশ্বৰ শৰ্মাৰ পৰা পাই অহা প্ৰেৰণাৰ কথা তেওঁ শ্ৰদ্ধাৰে সোঁৱৰে।

ভাৰতীয় "সাহিত্য একাডেমী"ৰ উপদেষ্টা পৰিষদৰ বাবে তিনিবাৰ সদস্য মনোনিত হৈ শ্ৰী বৰাই অসমৰ বাহিৰত অনুষ্ঠিত হোৱা সাহিত্য সম্পৰ্কীয় আলোচনা চক্ৰতো যোগদান কৰি আহিছে।

জীৱনৰ সুদীৰ্ঘকাল নগাঁও চহৰত স্থায়ী হিচাপে কটোৱা শ্ৰীমহিম বৰা যোৱা ৮৭ চনৰ মধ্যভাগত কৰ্মক্ষেত্ৰৰ পৰা অৱসৰ পায় নিজকে প্ৰচাৰৰ পৰা আঁতৰাই ৰখা, সদায় শুভ্ৰ বগা সাজ পৰিহিত বিনয়ী আৰু স্বল্পভাষী এই মানুহগৰাকীৰ ব্যক্তিত্বই সকলোৰে অন্তৰত শ্ৰদ্ধা ওপজাব পাৰে।

এই জনা সাহিত্য সংস্কৃতিৰ পূজাৰীয়ে অসম সাহিত্য সভাৰ দৰে সাহিত্য সংস্কৃতি মূলক অনুষ্ঠানৰ আটাইতকৈ সন্মানীয় আসনখন তথা গুৰুত্ব পূৰ্ণ দায়িত্ব পোৱাতো সচাঁকৈয়ে ঐকান্তিক সুখৰ খবৰ। তেওঁৰ ওপৰত অৰ্পিত হোৱা এই দায়িত্ব পালনৰ বাবে ঈশ্বৰে যেন শ্ৰী বৰাক মানসিক শাৰীৰিক শক্তি প্ৰদান কৰে। এয়ে শুভ কামনা।✳✳

---

(✳ অগ্ৰদূত, ডিচেম্বৰ, ১৯৮৮)

# “তৰা’ৰ পাতত মহিম’ বৰা

- থানেশ্বৰ মালাকাৰ

নগাঁৱৰ পৰা প্ৰকাশিত “মিনি আলোচনী” তথা “তৰা”ৰ দ্বিতীয় বছৰ দ্বিতীয় সংখ্যাটো যোৱা ২৩ আগষ্টত উন্মোচন কৰিলে ৰামধেনু যুগৰ বিশিষ্ট গল্পকাৰ শ্ৰীযুত অপূৰ্ব শৰ্মাদেৱে। এই সংখ্যাটো “মহিম বৰা’ৰ নামত বিশেষ সংখ্যা হিচাপে প্ৰকাশ কৰা হৈছে। পকেটত লৈ ফুৰিব পৰা সৰু আলোচনীখনৰ ৬৪ টা পৃষ্ঠাতে অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি কবি, গল্পকাৰ মহিম বৰাৰ বিশাল ব্যক্তিত্বৰ বিষয়ে যি দৰে ডাঙি ধৰিব বিচৰা হৈছে তাক ভাৱিলে “হাতী মাৰি ঢুকুকাত ভৰোৱা” “কাহিনীটোলৈ মনত পৰে। ‘তৰা’ৰ সম্পাদক উজ্জ্বল জ্যোতি দাসে এক অসাধ্য সাধন কৰিলে। সম্পাদকৰ ভাষাত, “বিশেষ সংখ্যা”- তাকো মহিম বৰা দেৱৰ ওপৰত। স্বাভাৱিকতে আমি কিছু আনন্দত লগতে সংশয়ৰ সন্মুখীন হৈছিলো। ‘তৰা’ৰ দৰে সৰু কেনভাচ’ত মহিম বৰাৰ বিশাল ব্যক্তিত্ব আৰু পাণ্ডিত্যক তুলি ধৰাটো যে সাধাৰণতেই এক কঠিন কাম অকপটে ইয়াকো আমি স্বীকাৰ কৰো।

.............. বিভিন্ন জনৰ দৃষ্টি কোনেৰে মহিম বৰাদেৱক চোৱাৰ এট প্ৰয়াস যদিও, অসম বাসীৰ হৈ তেখেতক একাজলি শ্ৰদ্ধা আগবঢ়োৱাহে আমাৰ মূল উদ্দেশ্য।” একেবাৰে সঁচা কথা নিজৰ জীৱনকালতে এগৰাকী সাহিত্যিকক বিৰল সন্মান জনাই ‘তৰা’ই এটা দৃষ্টান্ত ডাঙি ধৰিলে। মহিম বৰাৰ গল্প, কবিতা, উপন্যাস, প্ৰবন্ধৰ আলোচনা লগতে তেখেতৰ ব্যক্তিগত জীৱন, সুখ-দুখ ইত্যাদিৰ ছবিও বাঙময় হৈ উঠিছে “তৰা” ৰ এই শৰৎ সংখ্যাটোত। এই সংখ্যাতে লিখিছে — থানেশ্বৰ মালাকাৰ, কুসুম বৰা, অভয় বৰুৱা, শিবানন্দ কাকতি, ইন্দেশ্বৰ গোস্বামী, ফণীন্দ্ৰ নাথ গায়ন, প্ৰদীপ শইকীয়া, জ্যোতিৰ্ময় চক্ৰৱৰ্তী, ৰেব বৰা, জ্যোতিৰ্মান জানা, তোষেশ্বৰ শৰ্মা, কল্পনা হাজৰিকা গায়ন, বুদ্ধীন্দ্ৰ কুমাৰ বৰুৱা, কমল চন্দ্ৰ গোস্বামী, পূৰ্ণকান্ত নাথ, জীৱেশ্বৰ গোস্বামী, সাধনা বৰুৱা, প্ৰয়াগ শইকীয়া, মুনমুন বৰা, মিতালী দাস, বিমল চন্দ্ৰ বৰুৱা, গীতাঞ্জলী মেধি আৰু কবিতা বৰা আদিয়ে। আলোচনীখন ছপা কৰিছে প্ৰকাশন গোষ্ঠী গীগাবাইটচে। বেটুপাত

অংকন কৰিছে "বিষ্ণু ৰাভা বঁটা বিজয়ী প্ৰখ্যাত শিল্পী প্ৰণৱ বৰুৱাই। "তৰা" ৰ এই বিশেষ সংখ্যাটো সম্পৰ্কত মহিম বৰাৰ দেৱৰ প্ৰতিক্ৰিয়া জানিব বিচাৰোতে মোক কৈছিল, "সাংঘাটিক কাম কৰিলে। মই বৰ ইম্‌প্ৰেছড। নিজৰ কথা কওঁ কেনেকৈ ? আনৰ বিষয়ে হোৱা হ'লে কলোহেঁতেন বা লিখিলোহেঁতেন।"

"তৰা"ৰ এই নম্ৰ প্ৰয়াসৰ বাবে আন্তৰিক অভিনন্দন আৰু শুভেচ্ছা থাকিল।✳✳

---

(✳ কলংপাৰ, ২৫ অক্টোবৰ, ২০০০)

# মহিম বৰাৰ মনৰ কথাবোৰ....

- আবু হানিফা

'কাঠনিবাৰী ঘাট', 'ৰাতিফুলা ফুল' আদি অন্যান্য গল্প সংকলন, 'ৰঙাজিয়া'ৰ দৰে কাব্য গ্ৰন্থৰ স্ৰষ্টা মহিম বৰাৰ সাহিত্যপ্ৰতিভাৰ বিষয়ে নতুন পৰিচয়ৰ নিশ্চয় প্ৰয়োজন নাই। সমাজ-অচেতন, জটিল মানৱীয় সমস্যাৰ কলাত্মক বিশ্লেষণত দক্ষ সাহিত্যিক বৰাই অসমীয়া গল্প-সাহিত্যত নিঃসন্দেহে এক উচ্চ আসন লাভ কৰি আছে। গল্প, উপন্যাস, কবিতা— সাহিত্যৰ এই আটাইবোৰ দিশতে এক স্বকীয় প্ৰতিভাৰে প্ৰতিভাত বৰাক এইবাৰ অসম উপত্যকা বঁটাৰে সন্মনিত কৰা হৈছে। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি-গৰাকীয়ে 'ৰাতিফুলা ফুল' গল্প সংকলনৰ বাবে প্ৰকাশন পৰিষদ বঁটাও লাভ কৰিছিল। সহজ জীৱনবোধ, গভীৰ মানৱীয় গুণেৰে সমুজ্জ্বল এইজন সাহিত্যিকৰ জীৱনচৰ্য্যা উত্তৰসূৰীৰ বাবে নিশ্চিতভাৱে প্ৰেৰণাস্বৰূপ।

অলপতে পত্নী বিয়োগ ঘটা, মহিম বৰা নিজেও এতিয়া বিভিন্ন ৰোগত আক্ৰান্ত। প্ৰধানতঃ চকুৰ অসুখৰ বাবে তেওঁৰ বৰ্তমান পঢ়া-লেখা দুয়োটা কামেই স্তব্ধ প্ৰায়। অলপতে অসম উপত্যকা বঁটা লাভ কৰা খবৰটো প্ৰচাৰিত হোৱাৰ লগে লগে কলঙৰ পাৰত থকা তেওঁৰ ঘৰখন ভৰি পৰিছিল বিভিন্ন গুণমুগ্ধৰ উপস্থিতিৰে। কোনোবাজন গৈছে কোনোবা সংস্থাৰ হৈ আৰু কোনোবাজন ব্যক্তিগতভাৱে। কোনোবাজন লৈ গৈছে এখন গামোচা, কোনোবাজনে এখন অভিনন্দন পত্ৰ। কোনোবাই নমস্কাৰ জনাইছে, কোনোবা জনে সেৱা যাঁচিছে। প্ৰতিজন অতিথিকেই চাহ-জলপানেৰে আপ্যায়িত কৰিছে তেওঁ। সকলোৰে লগত মনৰ ভাব বিনিময় কৰিছে। সাহিত্যৰ কথা, দেশৰ কথা, সমাজৰ কথা, তাৰ মাজতে সাংবাদিকসকলৰ স'তেও ব্যস্ত হৈছে কথোপকথনত। তেওঁৰ মতে টকাই আৰাম দিয়ে, কিন্তু প্ৰেৰণা ব্যক্তিয়েহে দিয়ে।

পৰিবেশ সংৰক্ষণৰ বিষয়ে মতামত ব্যক্ত কৰি সাহিত্যিক বৰাই কয় যে দুষ্প্ৰাপ্য চৰাই, পশু আদিৰ চিকাৰ বন্ধ হ'ব লাগে। বিশুদ্ধ পানী যোগানৰ ব্যৱস্থা হ'ব লাগে। তেওঁ

আৰু কয় যে নগাওঁ চহৰৰ মাজেৰে বৈ যোৱা কলংখন ৰাজহুৱা নৰ্দমাত পৰিণত হৈছে, এই কাম বন্ধ হ'ব লাগে। চৰকাৰে ৰাজহুৱা শৌচাগাৰ, প্ৰস্ৰাৱগাৰ নিৰ্মাণ কৰি [illegible] ৰ ওপৰত তেওঁ গুৰুত্ব আৰোপ কৰিলে।

নগাওঁ চহৰৰ ৰাইজৰ বাবে একমাত্ৰ মুকলি ঠাই আছিল কলঙৰ পাৰকেইটা— য'ত কিছু বিশুদ্ধ বায়ু পাব পাৰি, য'ত বহি পাতিব পাৰি কিছু মনৰ কথা, য'ত বহি কবিয়ে লেখিব পাৰে এটি সুন্দৰ কবিতা। এতিয়া সেই কলঙৰ পাৰত মুকলি ঠাই নাই। ৰাজহুৱা অনুষ্ঠানৰ নামত কেতিয়াবাই আৱণ্টিত হৈ গৈছে কলঙৰ পাৰৰ খালি মাটি। এতিয়া কলঙৰ পাৰত গঢ়ি উঠিছে কংক্ৰিটৰ উদ্যান, অৱশ্যে তাৰ মাজতো নতুনকৈ এখন উদ্যান সাজি উলিওৱাটো নিশ্চয় আনন্দৰ কথা। বৰাৰ মতে কলঙৰ পাৰত সাহিত্য সভাৰ দৰে অনুষ্ঠানক মাটি দিয়াটো বেলেগ কথা, কিন্তু মন্দিৰ আদিৰ বাবে মাটি আৱণ্টন দিয়াটো অন্যায়। বৰ্তমান যিখিনি খালি মাটি আছে সেই মাটিখিনি মুকলিকৈ ৰাখিবৰ বাবেও তেওঁ কতৃপক্ষক আহ্বান জনালে।

তেওঁ লগতে আৰু কয় যে কলংখন খন্দাৰ ব্যৱস্থা কৰিব লাগে। এই কাম ঠিকাদাৰক দিয়াৰ সলনি মাটি খান্দি ৰাইজক বিক্ৰী কৰাৰ ব্যৱস্থা কৰিব পাৰিলে ভাল হয়। তেওঁ কলঙৰ পাৰত পুখুৰী খান্দি মীন পালনৰ ওপৰত গুৰুত্ব আৰোপ কৰে।

অসমৰ জনজাতি সমস্যা সম্পৰ্কে মতামত ব্যক্ত কৰি তেওঁ কয়, 'মই জনজাতি সমস্যা বুলি নকওঁ, এই সমস্যাটো জনগোষ্ঠীয় সমস্যাহে। এসময়ত অসমত বিভিন্ন জনগোষ্ঠীৰ সৰু সৰু ৰাজ্য আছিল আৰ প্ৰত্যেক ৰাজবংশই অসম তথা এই দেশখনৰ উন্নতিত বৰঙণি আছিল। মানৰ আক্ৰমণ, মোগলৰ আক্ৰমণ, পৰাধীনতা আৰু গৃহযুদ্ধই এই দেশখনক বহুত ক্ষতি কৰিলে। এতিয়া প্ৰতিটো জনগোষ্ঠী, ধৰ্মগোষ্ঠীয়েই একো একোটা দ্বীপ।

অসমীয়া এটা জনগোষ্ঠী নহয়— বড়ো, ৰাভা, আহোম আদিহে জনগোষ্ঠী। অসমৰ সকলো জনগোষ্ঠীয়েই পিছপৰা তাৰ কাৰণ দূৰদৃষ্টিৰ অভাৱ, কৰ্ম সংস্কৃতিৰ অভাৱ আৰু পৰাধীনতা। তেনেহ'লে কোনেনো কাক শোষণ কৰিছে? এতিয়া আৰু ত্ৰয়োদশ শতিকাৰ অসমলৈ ঘূৰি যাব নোৱাৰি।'

প্ৰাক্তন সভাপতিজনে জনগোষ্ঠীয় ৰাইজৰ আত্মসন্তুষ্টিৰ বাবে সদনত তেওঁলোকৰ উচিত প্ৰতিনিধিত্বৰ পোষকতা কৰে। বৰাৰ মতে চাকৰি, ঠিকা আদিৰ সংৰক্ষণ মাত্ৰ ফুটা কলহত পানী দিয়াৰ দৰে।

অসমৰ আৰ্থিক বিকাশৰ বাবে অসম উপত্যকা বঁটা বিজয়ী সাহিত্যিকগৰাকীয়ে কুটীৰ শিল্প বিকাশৰ প্ৰয়োজন বুলি ভাবে। ভজা চাউল, কোমল চাউল আদিৰ পেকেট

কৰি বিক্ৰী কৰিলে আন মানুহৰ লগতে সৈনিকসকলৰো সুবিধা হ'ব। গুড়ৰ টেকেলীও বিক্ৰী কৰিব পাৰি। (এসময়ত ফুলগুৰিৰ গুড়ৰ টেকেলী বেছ বিখ্যাত আছিল।) তদুপৰি আমাৰ তাঁতশালখনো আমি কেতিয়াও এৰিব নোৱাৰিম বুলি বৰাই মন্তব্য কৰে।

বৰাই আৰু কয় যে সকলোকে বিনামূলীয়া পাঠ্যপুথি দিয়াটো এটা ভুল সিদ্ধান্ত আছিল। তেওঁ শিক্ষা কৰ, স্বাস্থ্য কৰ, তামোল, নাৰিকলত গছতে কৰ লগোৱাৰ, দুটা সন্তানতকৈ বেছি সন্তান হ'লে কৰ লগোৱাৰ পোষকতা কৰে।

এটা নিৰ্দিষ্ট মানৰ শিক্ষা নহ'লে পুৰুষৰ ভোটাধিকাৰ ৰদ কৰাৰো তেওঁ পক্ষপাতী।

মহিম বৰাই শেহতীয়াকৈ এখন কাকতৰ সম্পাদনাৰ স'তেও জড়িত আছিল। (বৰ্তমান কাকতখনৰ প্ৰকাশ বন্ধ হৈ আছে।) তেওঁৰ মতে বাতৰি কাকতৰ প্ৰভাৱ সমাজত যথেষ্ট আছে। কিন্তু অযথা উত্তেজনা সৃষ্টিৰ তেওঁ পক্ষপাতী নহয়, শব্দ প্ৰয়োগত সাৱধান হ'বলৈকো তেওঁ আহ্বান জনায়। তেওঁৰ মতে অপ্ৰিয় সত্যও প্ৰিয়ভাৱে লিখিব পাৰি।

বৰ্তমান অসমৰ বিভিন্ন ঠাইত আয়োজিত গ্ৰন্থমেলা সম্পৰ্কে তেওঁ কয়, ১৯৭৮চনত ভাস্কৰ প্ৰকাশে নগাঁৱত আয়োজন কৰা গ্ৰন্থমেলাখনেই অসমৰ প্ৰথম গ্ৰন্থমেলা। এতিয়া অসমৰ চুকে-কোণে সম্প্ৰসাৰিত এই মেলা, খণ্ড সাহিত্য সভাত পৰিণত হৈছে, জাতীয় উৎসৱত পৰিণত হৈছে। মূলে মূলে হ'লেও এই মেলা চলি থকাটো তেওঁ কামনা কৰে।✳✳

(✳ অসমবাণী, ১ মাৰ্চ ১৯৯৯ )

# কবিতা হোৱা সন্ধিয়া এটিৰ কথাৰে ...

(অসম সাহিত্য সভাৰ সভাপতি তথা কথা সাহিত্যিক মহিম বৰাৰ ৬ জুলাইৰ দিনা জন্মদিন উপলক্ষে)

- বিমল ডেকা

তোমাৰ চাইকেলৰ চকাৰ টায়াৰ খুলি গৈছে। বন্ধ কৰা।

— ককা, টায়াৰটো নিজে নিজে আকৌ লাগি গ'ল।

নাতিয়েকৰ কথাত হাঁহি উঠিল। আমাৰো হাঁহি উঠিল। বাৰান্দাৰ গ্ৰীলৰ মাজেৰে দেখিলো নাতি ল'ৰাই ইতিমধ্যেই তিনিচকীয়া চাইকেলখন চলাই চলাই সৰু চৌহদটোৰ সিটো মুৰ পালেগৈ। আগা-পিচাকৈ সি তাতে কিছুপৰ খেলি থাকিল।

কিমান আপোন-মনে যে খেলে এই সৰু ল'ৰা-ছোৱালীবোৰে। ইমান পবিত্ৰ। ক'তো খতিখুন নাই। পৃথিৱীৰ বাহিৰৰ কোনো অতিভৌতিক জগতৰ পৰাহে যেন সিহঁত নামি আহে পৃথিৱীৰ বুকুত ফুল ফুলাবলৈ। এই হিংসা ক্লেশপূৰ্ণ সময়ৰ ভিতৰতে সিহঁত ইমান স্বপ্নময় ; প্ৰতিটো উশাহতে যেন প্ৰকট হৈ পৰে উজ্জ্বল দিনৰ কুশল বাৰ্ত্তা। সঁচাই শিশু বিনন্দীয়া, শিশুৱেই মন্দিৰ, মছজিদ, গীৰ্জা সকলো ; শিশুৰ কোনো জাত নাই। যদি জাত আছে সেয়া পবিত্ৰতা, সেয়া মাথো সুন্দৰতা। হে মৰতৰ অমৃত শিশু, তোমাৰ অমৰত্বৰ বাবে বিশ্ব নিয়ন্তাক প্ৰনিপাত কৰো সহস্ৰবাৰ।

পো-নাতিৰে জাতিষ্কাৰ এই ঘৰখনত ককাৰ বিৰাট আনন্দ। বাৰান্দাৰ গ্ৰীলৰ মাজেৰে বগোৱা লতা ডালৰ দৰে নাতিহঁতে যেতিয়া ককাক গবা মাৰি ধৰে, সিহঁতৰ সৰু সৰু হাতবোৰেৰে ককাৰ গলটো মেৰিয়াই ধৰে, তেওঁৰ যে কি অৱস্থা হয়। যেন কপৌফুলৰ মধুৰ আলিংগনত পুলকিত এডাল গা-গছহে। ককাৰ চকু মুখেৰে আনন্দৰ ৰাগ ওলাই আহে। কিন্তু ইমান আনন্দৰ মাজতো হঠাতে মোৰ এনে লাগিল- ককাৰ হৃদয়ৰ কোনোবা এঠাইত যেন আনিনাদিত হৈ ৰৈ আছে শূন্যতাৰ বিশাল হাঁহাকাৰ।

তেওঁ থকা হ'লে।

আহক, আহক। আজিকালি আপুনি নহাই হ'লচোন। কিবা বেয়া পালে নেকি আমাক।

হাঁহি হাঁহি মিঠা মাতেৰে তেওঁ যে ইমান সাদৰেৰে অতিথিক আপ্যায়ন কৰিছিল। সেই হাঁহিটো থকা হ'লে! মাতষাৰ থকা হ'লে! কৰবাত মিটিঙৰ পৰা অৱসাদগ্রস্ত হৈ উভতি আহোতে তেওঁ দিয়া শীতল পানীগিলাচ খোৱাৰ পিছত ক'ত যে পলাই গৈছিল শ্রান্তি-অৱসাদ। ককাৰ বৰকৈ মনত পৰে তেওঁৰ কথা। নাতিহঁতে নেদেখাকৈ সেয়ে ককাই কেতিয়াবা কেতিয়াবা চকুপানী টোকে। ঘৰটোত ঘৰৰ চৌহদত, আচবাববোৰত ফুলবোৰৰ মাজত হঠাতে তেওঁক দেখা যেন পায়। তেওঁ যেন কয়— আহক, আপোনাৰ প্রার্থনাৰ সময় হৈছে। প্রার্থনা কৰি আকৌ কিতাপ পঢ়িব। চৰাইঁৰ কিচ্‌মিচনিৰ দৰে নাতি দুটাৰ খলকনিত ককা সাৰ পোৱাদি উঠে। হামিয়াই চকু দুটা মুদি দিয়ে। সামান্য অশ্রুৰ আভাষত নয়ন কূপ সেমেকি উঠে। কেতেকী চৰাইৰ মাতটোৰ দৰে বিষাদপূর্ণ সেই নির্জন শূন্যতাৰ পৰা ককা আকৌ উঠি আহে। নাতি দুটাৰ স'তে খেলে। মেল-মিটিং কৰে। কলংপৰীয়া বিভিন্ন আলোচনাত অংশ গ্রহণ কৰি অভিজ্ঞতাৰ সদৰি কৰে। উপদেশ দিয়ে। বিশিষ্ট হৈও কিমান সহজ হ'ব পাৰি, কিমান নিৰহংকাৰ হ'ব পাৰি, ককা যেন হৈ পৰে তাৰেই প্রতীক।

নাতি দুটাই তেতিয়াও খেলি আছিল। এজনে প্লাষ্টিকৰ তিনিচকীয়া চাইকেলখনৰ বেলটো বজাই শব্দ শুনে, হাঁহে, আকৌ বজায় শব্দটো শুনি কিবা এটা বুজিবলৈ চেষ্টা কৰে আকৌ হাত চাপৰিয়াই চাপৰিয়াই হাঁহে- এনেধৰণ কৰি আছিল। বৰষুণৰ বতৰা দিবলৈ মেঘকন্যা যেন নামি আহিছিল আকাশৰ পৰা। চাৰে (ককাই) ক'লে বলক ভিতৰত বহো। সমুখত আধা কাপ-আধা কাপ চাহ লৈ কথা পাতিলে ভাল লাগিব।

মাজতে মই মেগৰ বটাটো চুই চাইছিলো।

সাহিত্যকৃতিৰ বাবে ১৯৯৮ চনৰ এই বঁটাটোৰ বাবে চাৰ নির্বাচিত হৈছিল। সোণালী বৰণৰ ঘূৰণীয়া থালখনৰ দৰে বঁটাটোত চাহ গছৰ কুঁহিপাত দুটি কটা আছিল। থালখন ঠিয়কৈ ৰখা কাঠৰ টুকুৰাটোও খুউব সম্ভৱ চাহগছৰেই আছিল।

অকস্মাৎ, "ৰঙাজিয়া" ৰ মাজৰ পৰা "মাছ" কবিতাটোৰ আবৃত্তি ওলাই আহিছিল। আবৃত্তিটোৰ শেষত মই মালাকাৰ (থানেশ্বৰ মালাকৰ, অতিৰিক্ত উপায়ুক্ত, নগাঁও) চাৰলৈ চালো। হয়তো ক'ব খুজিছিলো - চাৰ, আপুনি ইমান সুন্দৰ আবৃত্তি কৰিব পাৰে। চাৰে এটা এটাকৈ "ৰঙাজিয়া" ৰ কবিতাবোৰ আবেগ ভৰা কণ্ঠৰে আবৃত্তি কৰি গৈছিল। নিমগ্ন হৈ পৰিছিলো মই। "ৰঙাজিয়া" ৰ স্রষ্টাই যেন বিচাৰি গৈছিল তাহানিৰ সেই "মাছ", "পুখুৰী", "ভৰালী পাৰৰ আবেলি" অথবা "বসন্তৰ বাট-পথাৰৰ গান"ৰ পটভূমি।

"মাছ" মোৰ বাবে স্বপ্নৰ প্রতীক। চাৰে কৈ গৈছিল। স্বপ্নৰ মৃত্যু নাই। স্বপ্নৰ মৃত্যু হ'লে জীৱন শুকাই যাব। "সোনালী ৰূপালী মাছ, নীলা বেঙুনীয়া মাছ জন্মেৰে ৰঙীণ

মাছ ৰঙেৰে ৰঙীন মাছ আৰু অজস্র মৃত্যুৰে" চেপাত, খোকাত, অথবা ঘাটত জালপাতি মাছ মাৰিছো আমি। কত মাছৰ মৃত্যু হৈ গৈছে ; তথাপি অমৰ এই স্বপ্ন। "হে মাছ, হে চিৰন্তন মাছ।"

২৬ তাৰিখৰ (২৬/৬/২০০০) এই সন্ধিয়াটো যেন ক্রমশঃ এটা কবিতা হৈ গৈছিল। কবিতাৰ আবৰ্তত স্থিতিহীন স্থিতিৰ অনুভৱে আমাক প্ৰতি লহমাতেই ঠেলি নিছিল কোনোবা এক অনন্য আনন্দৰ ভূ-স্বৰ্গলৈ।

য'ত চাৰে পাহৰি গৈছিল অন্ততঃ এটি সন্ধিয়াৰ বাবে, বাস্তৱ জীৱনত পত্নী বিয়োগৰ পৰা হোৱা মানস জগতৰ সীমাহীন শূন্যতা।

সময়বোৰ যে কেনেকৈ পাৰ হৈ গৈছিল আমি গমকে নাপালো। তাৰ মাজতে শেষ হৈছিল চাহ পৰ্ব। পাৰ হৈ গৈছিল চাৰৰ প্ৰাৰ্থনাৰ সময়। বাইদেউ থাকিলে মনত পেলাই দিলেহেঁতেন — "আপোনাৰ প্ৰাৰ্থনাৰ সময় হ'ল।" আজি বাইদেউ নাই। কোঠাটোৰ এটি কোনত বাইদেউৰ ফটোখন ধুনিয়াকৈ সজাই থোৱা আছিল।

অকস্মাৎ মোৰ এনে লাগিল ফটোখনৰ পৰা যেন বাইদেউ ওলাই আহিছে আৰু চাৰক কৈছে - আপোনাৰ প্ৰাৰ্থনাৰ সময় হ'ল।

সচাঁকৈয়ে চাৰৰ দৈনন্দিন কাৰ্য্যসূচীত থকা প্ৰাৰ্থনাৰ নিৰ্ধাৰিত সময় পাৰ হৈ গৈছিল। চাৰক মাত দি অহাৰ সময়ত মোৰ মনত পৰিছিল "ভৰালী পাৰৰআবেলী"ৰ কথা।

"সেই দিগন্ত বিয়পা আবেলিৰ বুকুত হেৰাই গ'লো আমি।"

যেতিয়া দুয়োকো দুয়ো বিচাৰি পালো মই হ'লো তুমি আৰু তুমি হ'লা নৈ।

আমি কঁপি ৰ'লো বালিমাহীৰ ফিছাতে খোপনি ধৰি।

মহিম বৰা চাৰৰ লগত কটোৱা ২৬ জুনৰ এই সন্ধিয়াটো নিশ্চয় মনত থাকিব মোৰ, এটা সফল কবিতাৰ দৰেই।।✳✳

---

(✳ কলংপাৰ)

# গল্পৰ মাজেৰে গল্পকাৰ মহিম বৰা মানুহজন

- অনামিকা বৰা

কোনো কোনো প্ৰতিভাবানৰ চকু-মুখত প্ৰতিভাৰ, অন্তৰ্দীপ্তীৰ এক উজ্জ্বল আলোক ফুটি উঠা দেখা যায়। য'তেই যিভাৱে নাথাকক অন্তঃপ্ৰভাৰ মৰলটোৱে তেওঁলোকৰ অভিব্যক্তিক বৰ্ণময় ৰামধেনুৰ অপশৃয়মন বোলৰ দৰে যেন এক ধৰণৰ অনিবৰ্চনীয়তা দান কৰে। অসমীয়া ভাষা-সাহিত্যৰ বিভিন্ন বিষয়ৰ কেইজনমান কাণ্ডাৰীৰ চকু-মুখতো তেনে ধৰণৰ ভাৱ আৰু দ্যুতিৰ, আনন্দ আৰু বিষাদৰ, স্ফুৰণ আৰু উদাসীনতাৰ বৌদ্ধিক পোহৰ ক'ৰবাত স্পষ্ট আৰু ক'ৰবাত ক্ষীণকৈ হ'লেও দেখা পোৱা যায়।

'বিস্ময়কৰ বছৰ' ষাঠিৰ দশকৰ উৰ্বৰ গল্প-সাহিত্যৰ জগতত যিকেইজন অতি সংবেদনশীল সাৰ্থক গল্পকাৰে স্ব-মহিমা ৰূপত আত্মপ্ৰকাশ কৰি সম্প্ৰতিক কাললৈকে পাঠকক মৌলিক সৃষ্টিৰে মন্ত্ৰমুগ্ধ আৰু অভিভূত কৰি ৰাখিছে আৰু প্ৰত্যেক শব্দ-বৰ্ণ-বাক্যৰে অহৰহ পাঠকৰ মনোচেতনা জোকাৰি গৈছে, মোহাবিষ্টৰ দৰে আলোড়িত কৰি ৰাখিছে হৃদয় মন, সৰ্বোপৰি যিকেইজনৰ বেজীৰ আগে তুলি লোৱা সুক্ষ্মাদি সুক্ষ্ম অনুভৱত পাঠকে দেখা পায় কাহানিও নেদেখা অন্তমুৰ্খ তেনে কেইজনমান শ্ৰেষ্ঠ গল্পকাৰৰ ভিতৰত মহিম বৰা অন্যতম। মহিম বৰাৰ গল্পৰ মুখ্যতম দুৰ্বলতা কোনটো সেই কথাটো বুজাটো সৰ্বসাধাৰণ পাঠকৰ সাধ্যৰ অতীত। সি কেৱল সমালোচক ব্যক্তিৰ এটি সক্ৰিয় সমালোচক সত্তাৰ আয়ত্তৰ বস্তুহে। আলোকসন্ধানী ৰুচিবান পাঠকে মাথোঁ ইয়াকেহে ক'ব পাৰে যে হাতৰ মুঠিত ঘাম লাগি, তাপ লাগি গলি যোৱা চেনিবুট চেলেকি শিশুইঁতে যি আত্মমগ্ন প্ৰীতিত সততে পাহৰি যায় তাৰ অস্তিত্ব পৰ্যন্ত, ষাঠিৰ দশকৰ এইজন গল্পকাৰৰ গল্প পঢ়িলে ৰসগ্ৰাহী পাঠকো সেই ধৰণৰ আত্মময় প্ৰীতিত সততে হেৰাই যোৱাৰ উপক্ৰম হয়। তেখেতৰ আশ্চৰ্যকৰ উদ্ভাৱনী শক্তিৰ কথা ভাবিলে আচৰিত নহৈ নোৱাৰি। কাঠনিবাৰী ঘাট, টোপ, চক্ৰৱৎ, ৰস, মাছ আৰু মানুহ, তিনিৰ তিনি গ'ল, হাড়মাল, অনেক ভোমোৰাৰ

গুণগুণনি, এই নদীৰ সোঁতে, ৰাতি ফুলা ফুল, আবুৰ, পইতাচোৰা, দেহা গৰকা প্রেম, ডফলা, কাঁইট আদি প্রায় তিনিকুৰি মনস্পর্শী গল্পৰ গল্পকাৰ মহিম বৰা স্ব-উপার্জিত প্রতিভাৰে অসমীয়া চুটিগল্প সাহিত্যৰ এক উজ্জ্বল নক্ষত্র।

সাহিত্যচার্য্য যজ্ঞেশ্বৰ শর্মাৰ পৰা আৰম্ভ কৰি যোগেশ দাস, নগেন শইকীয়া, গোবিন্দ প্রসাদ শর্মা, অপূর্ব শর্মা আদি লব্ধপ্রতিষ্ঠসকলে মহিম বৰাৰ শ্রেষ্ঠ গল্পসমূহৰ যথার্থ বিশ্লেষণৰ উৰ্ধ্বত সর্বসাধৰণ ৰসগ্রাহী পাঠকৰ ওচৰত তেওঁৰ গল্পসমূহৰ যি অবিস্মৰ আবেদন, আকর্ষণী শক্তিৰ চিৰস্থায়ী হৈ ৰ'ল সিয়ে গল্পকাৰ হিচাপে বৰাৰ সর্বোত্তেম স্বীকৃতি হৈ ৰ'ব। প্রসংঙ্গত এবাৰ স্বয়ং গল্পকাৰে কৈছিল— পাঠকৰ স্নেহেই মোৰ পৰম আকাংক্ষিত। কোনো অঞ্চলৰ ভিতৰুৱা গাঁৱৰ বোৱাৰী এজনীয়ে যেতিয়া গল্পৰ দাৰি, কমা, মচি থৈ আহি মোক কয় এয়া দেখোন আপুনি মোৰ কথাই লিখিলে। এইজনী ময়েই। তেনে মুহুৰ্ত্তত বাকৰুদ্ধ হৈ ৰওঁ মই। সৃষ্টিৰ আনন্দপুর্ণ ৰূপ অনুভৱ কৰি বিগলিত হওঁ সাময়িকভাৱে। বৰাৰ গল্পৰ ঘাই আকর্ষনী শক্তি কি যিয়ে পাঠকক ঘড়ীৰ কাটাত বন্ধা সময়ৰ সীমা চেৰাই সুদীৰ্ঘ সময়লৈ গল্পৰ সেই অন্যন্য জগতখনৰ বন্দীয়াৰ কৰি ৰাখে? প্ৰথমতে, তেওঁৰ কাহিনী বিন্যাস আৰু তাৰ ৰসময় বর্ণনা। দ্বিতীয়তে, চৰিত্রৰ সার্বজনীনতা--চৰিত্ৰবোৰৰ পৰিবেশ, পৰিস্থিতি অনুসাৰে চিন্তা উদ্রেককাৰী, প্রতিক্রিয়াশীল প্রাত্যাহিক আচৰণ, সর্বশেষত একোটা জটিল প্রশ্নৰ, অজীর্ণ অৱস্থাৰ সৰল সমাধান পাঠকক বিভ্রান্ত নকৰাকৈ অন্তর্জগতত উকমুকাই থকা জিজ্ঞাসাৰ জঁট খুলি পাঠকলৈ গ্রহণযোগ্য বার্তা পঠাব পৰা দক্ষতাটো বৰাৰ গল্পৰ লক্ষ্যণীয় বৈশিষ্ট্য। বৰাৰ কোনো গল্পৰ নৈৰাশ্যবাদ ধর্তব্য হ'লেও (সমালোচকৰ দৃষ্টিত), 'নিৰুপায় জীৱনৰ আৰ্তি'ৰ সুৰ শুনিবলৈ পোৱা গ'লেও পাঠকক সেইবোৰে মসৃণ পথ এটাৰে বাট কেঁৰা নলগাকৈ আগবঢ়াই নিব পাৰে, পাঠকক চৰিত্রৰ হাঁহি কান্দোনে ভৰা জীৱন একোটাৰ ভিতৰলৈ নিজৰ অজ্ঞাতে টানি নিব পৰাৰ দক্ষতা বৰাৰ গল্পৰ একক বৈশিষ্ট্য। সেয়ে নহয়— বৰাৰ সার্থক গল্পকেইটাৰ ভিতৰৰে কোনোতো গল্পৰ বক্তব্য, প্রাসংগিকতা আজিৰ এই সময়তো উৎপত্তি কালৰে পৰা চিৰন্তন হৈ আছে। সেই অর্থত তেওঁৰ গল্পসমূহ সর্বকালৰ মানৱীয় আবেদনৰ খাতিৰত সজীৱ। সময় বৃত্তৰ পৰিধি চেৰাই সমসাময়িক প্রেক্ষাপটত বাস্তৱ জীৱনৰ সততাৰে খাপ খাই পৰা তেনে কেইটামান গল্প হ'ল ৰাতি ফুলা ফুল, অনেক ভোমোৰাৰ গুণগুণনি, হাড়মাল ইত্যাদি। উল্লেখ থাকক, এই গল্পবোৰৰ চিত্রময় প্রকাশভংগীৰ বাবে বিশেষতঃ ৰাতি ফুলা ফুলৰ চিত্র ৰূপায়ণ সাৱলীল গতিত আগবঢ়াই নিয়াত সুবিধা আছে। ইতিমধ্যে ৰাতি ফুলা ফুলৰ দূৰদর্শনযোগে ৰূপায়ণ হৈ গৈছে। তদ্রূপ 'কাঠনিবাৰী ঘাট'ৰো ৰূপায়ণৰ গুণা-গঁঠা চলি আছে বুলি জানিব পৰা গৈছে।

'ৰাতি ফুলা ফুল' ত বিগতা যৌৱনা, অনুঢ়া যুৱতীৰ প্রাত্যহিকতা মৰ্মন্তুদ ৰূপত

প্ৰতিভাত হৈ উঠিছে এইদৰে — কশা নহয়, খোৰা নহয় কিন্তু একৰকম অপছন্দৰ মাজেৰেই পছন্দ হ'ব পৰা চেহেৰাৰ গল্পটোৰ নায়িকা নমিতা তাইৰ সমব্যথাৰে ভৰা মাকৰ ভবিষ্যৎ চিন্তা ভাবনাৰ শংকা আৰু আশা। নমিতাৰ কাৰণে দৰা বিচাৰি দিয়াজনক তেওঁ 'চুলিৰ সমান আয়ুস' দিবলৈও প্ৰস্তুত। তেনে এটা সময়তে নমিতাৰ হাতৰ পাণ-চুফাৰি খাবলৈ চুবুৰীয়াৰ বিয়া ঘৰৰ সুৰুঙাৰে সোমাই আছে ফটো তুলি ভালপোৱা যুৱক তপন। নিশালৈ নমিতাৰ সযত্ন পালিত টাবত নাইট কুইন জোপা ফুলিব। তপন উচ্ছ্বাসিত হৈ উঠিল। কেৱল নমিতাৰ বাবে আহিবলৈ ঠেৰো-গেৰো কৰি থকা তপন নাইট কুইনৰ বাবে তাৰ সমগ্ৰ লুভীয়া দৃষ্টি সাৰ্থক কৰি তুলিবলৈ ঢপলিয়াই আহিল আৰু বিভিন্ন এংগোলৰ পৰা হাঁহি হাঁহি নাচি অহা ফুলপাহৰ ছবি তুলিলে। নমিতাই মাথোঁ তাক সেই ফুলপাহৰ স'তে খেলিবলৈ এটা অনুকূল পৰিবেশৰ আয়োজন কৰি দিলে। ফটো তুলি তপন গুচি গ'ল - - অথচ নমিতাৰ মাকে ভাবিছিল সি যদি দুই-এটোপা ধৰে ধৰক আজিকালিৰ ল'ৰা যেতিয়া খাবই অকণ, যদি সি টকা-পইচা লৈ অকণ ফুৰ্তি-ফাৰ্টাও কৰে কৰক আৰু পুৰুষৰ চৰিত্ৰটোনো কি? মাত্ৰ নমিতাক 'সুবিধা পালে টুপকৈ সেৱা এটাকে কৰাই' দিব পাৰিলেই হ'ল। কিন্তু তেনে একো নঘটিল। কাৰণ বিয়া এখনৰ কাৰণে দুটা মুখ্য উপাদান (গল্পটোৱে দাবী কৰা মতে) নাৰীৰ সৌন্দৰ্য আৰু পুৰুষৰ ব্যক্তিত্ব নমিতা আৰু তপনৰ নাছিল। জীৱন সন্ধানী অভিজ্ঞ অনুভৱী গল্পকাৰ বৰাৰ এই গল্পটো প্ৰত্যেকজনী অধুনীয়া বিবাহোমুখ যুৱতীৰ বাবে আত্মবিশ্লেষণৰ বাট মুকলি কৰাৰ সুন্দৰ 'ট্ৰিট্‌মেণ্ট'।

"ৰাতি ফুলা ফুল"ক কুৰূপা, অৰ্থনৈতিক নিৰাপত্তা নথকা অনুঢ়া যুৱতীৰ জীৱন আলেখ্য বুলিলেও বঢ়াই কোৱা নহ'ব। প্ৰাণহীনতা, প্ৰেমহীনতাৰ বিৰাট অন্তঃসাৰশূন্যতাই তেওঁলোকক অক্টোপাছৰ দৰে আগুৰি ধৰিছে। 'অনেক ভোমোৰাৰ গুণগুণনি', 'ৰাতি ফুলা ফুল'ৰ দৰে পাঠকক পৰিচৰ্য্য কৰিব পৰা ৰং-চঙীয়া ব্যাহিকতাৰ ভেলকিবাজিত মুগ্ধ হৈ আত্ম-পৰিচয়ৰ চিন হেৰুৱাবলৈ উদ্যত হোৱা, উদ্ভিন্ন যৌৱনা যুৱতীক সম্ভাব্য ট্ৰিট্‌মেণ্ট দিব পৰা গল্প। সুন্দৰ বাবুহঁতৰ দৰে বৰ বৰ লোকৰ মলিন কাপোৰ চাফা কৰি দিয়া হাৰিয়া ধোবাৰ জীয়েক মিমিয়ে তাইৰ ৰূপৰ জুইত চগা হৈ জাহ যাব খোজাসকলৰ প্ৰলোভন, তোষামোদৰ ভৰত যেতিয়া পাহৰি যাব খোজে যে তাই এজনী ধোবাৰ ছোৱালী, যেতিয়া তাইক নিপেন বাবুৰ দলটোৱে —

তোমাৰ ৰূপৰ কিনো সি মাধুৰী
অয়ি ৰজকিনী ৰামী।
পীৰিত নগৰে কৰিলা বসতি
সাজিলা পিৰিতি ঘৰ ..........

বুলি জোকাওঁতে সপোনে জুৰুলা কৰি মাৰে ...... ঠিক তেনে সময়তে এদিন হঠাৎ ৰঙা বাবুৰ সৰ্পিল সান্নিধ্যই তাইক জোকাৰি থৈ গ'ল। মোহাবিষ্ট চকুৰ পটি খোল খাই গ'ল আৰু তাই সেই মুকলি চকু দুটাৰে দেখা পালে মিঠাবৰণীয়া চিকুণ গোলমুখৰ সৰু ল'ৰাৰ দৰেই কোমল, মুৰত কাপোৰৰ পৰ্বত যেন বোজা এটা লৈ সন্মুখৰ ফালৰ পৰা তাইৰ একেবাৰে ওচৰ চাপি অহা চন্দনক।

শ্ৰমেৰে ধুনীয়া আৰু হৃদয়ৰ সততাৰে সাহসেৰে সন্মুখৰ পৰা অহা অথচ এটা বেঙা ল'ৰাৰ দৰেই বিব্ৰত চন্দনে ধোবাৰ জীয়েক মিমিক এজাক কীটৰ সম্ভাব্য দংশনৰ পৰা বচাই লৈ গ'ল। সুন্দৰ বাবুহঁতৰ দৰে চন্দনৰ পৰা মিমিৰ বিশ্বাস ভংগৰ কোনো ভয় নাথাকিল। সুন্দৰ বাবুহঁতে যিবোৰে মিমিক অপ্ৰস্তুত কৰি দি লাজ ভাঙি নিলাজৰ দৰে তাইৰ প্ৰকৃত জীৱনটোক পাহৰাই ৰাখিছিল, পিঠিত চপৰিয়াই চপৰিয়াই যিবোৰে কৈছিল- বেয়া পালি নেকি মিমি, ধেমালিহে কৰিছিলো'— সেইবোৰ ভদ্ৰলোকৰ পৰা সদায়ে চন্দন আছিল দূৰত। ভোমোৰা, মৌমাখি আদিৰ জাল ফালি হঠাৎ মুৰ তুলি চাই মিমিয়ে যেতিয়া দেখিলে— 'সন্মুখত চন্দন। কাপোৰৰ পৰ্বত যেন বোজা এটা মুৰত লৈ সন্মুখৰ ফালৰ পৰা আহি সি তাইৰ একেবাৰে ওচৰ পাইছেহি'— মিমিয়ে তাইৰ দেউতাকক স্বস্তি আৰু তৃপ্তিৰ কিছু আনন্দ যোগাই চন্দনক ক'ল— 'কামাখ্যালৈ গৈছিলি? আকৌ এদিন যাম দেই, ময়ো যাম।'

ভাববাদৰ আঁচলেৰে মেৰাই থাকিলেও প্ৰত্যেক ব্যক্তিকেই বস্তুবাদী জগতৰ কঠোৰতাই চিন্ন-ভিন্ন নকৰাকৈ নাথাকে। সৰ্বোচ্চ শ্ৰম, আকাশচুম্বী সততাৰ পাছতো অব্যৰ্থ এক কামজ তাড়নাৰ দীনতাৰ বাবে কেতিয়াবা কোনো সময়ত এজন পুৰুষৰ ওচৰৰ এগৰাকী নাৰী নিঃস্ব হৈ যাব লগা হয়। হৃদয়ৰ উমেৰে এক ধৰণৰ যতনেৰে এজনক বৰ্ণাঢ্য কৰি তোলাৰ পাছতো এগৰাকী নাৰী কেতিয়াবা কোনো সময়ত অনিচ্ছাকৃত অসহনীয় আচৰণেৰে পীড়িত হ'ব লগা হয়। নাৰীৰ শৰীৰী সৌন্দৰ্য্যৰ জগতত অৱগাহন কৰি ভালপোৱা একোজন পুৰুষে দুঃসময় প্ৰৰোচনাত নৈতিক সততা সত্বেও ভাবিবলৈ বাধ্য হয় সোণেশ্বৰী পূৰণা হ'ল। শিৰ ওলোৱা শীৰ্ণ আঙুলিৰ বাবে সোণৰ নকৈ গঢ়া আঙুঠি শিয়ালৰ ডিঙিৰ ভঙা বাওঁ যেন হ'ল। বাস্তৱৰ ই মৰ্মান্তিক ৰূপ।

জীৱনৰ জাঁতে দলি পিহি গুৰি কৰাৰ পাছত সাৰ পাই উঠা ফলহীন বৃক্ষৰ দৰে ৰূপ লোৱা সোণেশ্বৰীৰ প্ৰতি ৰামেশ্বৰৰ বিৰাগ বাঢ়ি আহে। সোনেশ্বৰীৰ মুখৰ কথাত সি এটা নতুন সপোন-এজনী নতুন সোণেশ্বৰীৰ কথা ভাবিব খোজে। বেচো বেচো বুলিও বেচিবলৈ সৎ নোযোৱা পুৰণা অথচ খাটি ষ্টেইনলেছ ষ্টিলৰ চাইকেলখন বেচাৰ কথা ভাবি যেতিয়া ৰামেশ্বৰে সোণেশ্বৰীক কয় — 'পকাপকি হোৱা নাই, নেবেচিবয়ো পাৰো। কিয় সুধিলি? বেচিব নালাগে নেকি সেই হাড়মালডাল? কিমান দিন তয়ে কৈ

আহিছু, সেই ডাল হাড়মালহে হৈছে বেচি দিবলৈ ?'—সোণেশ্বৰীয়ে কাতৰ চাৱনিৰে তাৰ চকুলৈ চাই ৰ'লঃ 'হাড়মাল' ? ইমান দিনে কিমান দুখে-বিষাদে সেইখনেই আমাৰ সংগী হৈ আছিল—সেইখন লখী চাইকেল। নালাগে বেচিব, নালাগে বেচিব, লক্ষী যাব আমাৰ।'

এই গল্পত পাঠকে দেখা পায়—প্ৰেমৰ খুব গভীৰত কেনেবাকৈ বৈ যোৱা গহ্বাৰ প্ৰভাৱ। যিয়ে এসময়ত অধিগ্ৰহণ কৰিব খোজে আন কাৰো অধিকাৰ নথটা একোটা নিৰ্জন অঞ্চল। সাম্প্ৰতিক কালৰ অজীৰ্ণ ভোগবাদ আৰু সেই ভোগবাদে চেলি-খুন্দি কুঁহিয়াৰৰ সিটা যেন কৰা নাৰীৰৰ ভোগ-বাসনা জৰ্জৰ শৰীৰ উগ্ৰপ্ৰসাধন, প্ৰলেপেৰে প্ৰিয় পুৰুষৰ ইচ্ছাক এৰাল দি থ'ব খোজা ব্যৰ্থ প্ৰয়াস এই সকলোকে অতি মৰ্মান্তিক ৰূপত তুলি ধৰা হৈছে 'হাড়মাল' নামৰ গল্পটোত। আৰু ইয়েই এটা লঘু অথচ গুৰুত্বপূৰ্ণ প্ৰশ্নৰে ব্যতিব্যস্ত কৰিব খোজে পাঠকক প্ৰেম নহয়নে, ই প্ৰকৃততেই প্ৰেম আৰু যৌনতাৰ এক অপূৰ্ব সংমিশ্ৰণ— is a combination of sex and sentiment? 'হাড়মাল' গল্পই ধুসৰ কৰি দিয়ে প্লেটনিকৰ বেবেৰিবাং সংজ্ঞা। খুব গোপনত এই চিন্তা উদ্ৰেককাৰী গল্পটো হ'ল প্ৰকৃততে সৌন্দৰ্য্য চৰ্চাৰ প্ৰয়োজনীয়তাৰ এখন নিভৃত বিজ্ঞাপন। চাইকেলৰ ক্ষয় যোৱা পাৰ্টছবোৰৰ দৰে অযত্নত সোণেশ্বৰী এলাগী হৈ আহে—তাৰ বিপৰীতে বয়স আৰু প্ৰতিপালেৰে ৰামেশ্বৰক অস্থিৰ কৰি আগুৱাই আহে—কমলা।

বৰাৰ গল্পত জীৱনে ভুঁই ৰোৱে। কলাৰ বিমূৰ্ত পৰিধি ভাঙি জীৱন হৈ উঠে অধিক সত্য। তেওঁৰ গল্পত ভাই-ককাইবোৰে সীমাৰ তামোল পুলি লৈ দুৰ্বাদল কাজিয়া কৰে, টুটকীয়া দদায়েকে ভতিজা ল'ৰাক 'ব্লক মেইল' কৰে, গাৱলীয়া গুন্দাই দপদপাই ফুৰে, মাকবোৰে মিল্ক মেইডৰ টেমা, ঘিঁউৰ টিনৰ যোচ লৈ জীয়েকক টিউশ্যন মাষ্টৰৰ স'তে প্ৰেম কৰিবলৈ সুবিধা দিয়ে, খাবলৈ নোপোৱাই পিক-পানী বতিয়াই, নিবনুৱা যুৱকে আধোমুখে উজুটিত আলিবাটৰ শিলগুটি ওফৰাই পেলোৱাৰ দৰে দুখবোৰ ওফৰাই পেলায়। মুঠতে জীৱনটোৰেই এক ৰমনীয় শোভাযাত্ৰা। হাস্যকৰ উপাদানবোৰতো বেজবৰুৱাৰ পাছত যিকেইজন অতি সুক্ষ্মদৰ্শী গল্পকাৰৰ গল্পই পাঠকক কন্দুৱাই কন্দুৱাই হঁহুৱাই বা হঁহুৱাই হঁহুৱাই কন্দুৱাই সেইকেইজনৰ ভিতৰতে এজন হ'ল মহিম বৰা। অপৰাজিত, ওচৰঘৰীয়া, হাৱাই, বেনাৰসী চাদৰ, (চিত্ৰৰূপ হৈ গৈছে) ফাদাৰ এণ্ড ছন এণ্ড কোম্পানী, তিনিৰ তিনি গ'ল, চক্ৰবৎ আদি প্ৰায় প্ৰতিটো লঘু-গুৰু গল্পতে আফুৰন্ত হাঁহি-দুখৰ কোঁহে কোঁহে সোমাই আছে। আনহাতে সেইবোৰেই দাঙি ধৰিছে কিছু সামাজিক প্ৰশ্ন। আমাৰ দেশখনত পৰিয়াল পৰিকল্পনাৰ ত্ৰিভূজটোৱে কিছুমান মানুহক কেতিয়াও আকৰ্ষণ কৰিব পৰা নাই।

মহিম বৰাৰ বহুচৰ্চিত এটা গল্প হ'ল — 'এই নদীৰ সোঁতে'। ইঞ্জিনীয়াৰ প্ৰবোধ অতি সৎ আপোচবিহীন বিষয়া। ঘৰৰ মানুহবোৰে মাক, বৌৱেক, দেউতাক সকলোৱে

ভাবিছিল ইঞ্জিনীয়াৰ যেতিয়া থৈলাই থৈলাই ঘৰলৈ টকা আনিব, ঘৰ দুদিনতে ৰঙা-বগা কৰিব। কিন্তু প্ৰবোধ সেইবোৰ কৰিব নোখোজে? ফলত তাক লৈ দেখা সপোনৰ অন্ত পৰে। শেষত যেনিবা প্ৰবোধ এই অপ্ৰিয়তাৰ অৱসান ঘটায়। সি সিদ্ধান্ত লয়— কুঁৱলীক বিয়া কৰাব। ভাবী শহুৰেক চতুৰ মানুহ। প্ৰবোধৰ দুৰ্বলতা ক'ত জানে। আত্মমৰ্য্যদাৰ মুখাৰ আঁৰত তাৰ যে দুহাত দীঘল আপোচৰ বিভিন্ন আপোচৰ জিভা সি নজনাতে বাঢ়ি আহি থাকে সেই কথা চতুৰ খাটনীয়াৰে জানে। তেওঁ কয়— 'আই ড'ণ্ট থিংক আই ডিড চামাথিং ইমমৰেল, আন প্ৰেট্ৰিয়াট। হ্বাট ডু ইউ চে?" ব্ৰহ্মপুত্ৰৰ পাৰৰ বতাহৰ সোঁতত কুঁৱলীৰ মেখেলা-চাদৰযোৰ উৰা মাৰিব খোজা পাতি হাঁহৰ ডেউকাৰ দৰে ধপধপাই উঠোঁতেও প্ৰবোধে ভাবে সি নুৰে। কিন্তু তাৰ সেই দৃঢ়তাৰ বান্ধ ছিঙি যায়— 'লুইতৰ ঢৌৱে যেতিয়া সিহঁতৰ- তাৰ আৰু কুঁৱলীৰ ভৰিৰ তলৰ মাটিও কঁপাই তোলে।'-- এই গল্পটোৱে ইয়াৰ নিৰাশব্যঞ্জক পৰিণতিৰ কাৰণে সেই সময়ত প্ৰচুৰ সমালোচনা সহিছিল। গল্পকাৰেও সেই কথা স্বীকাৰ কৰি কৈছিল— কোনো কোনোৱে মোক নিৰাশাবাদী বুলি ভাবিছিল। আপত্তি উঠিছিল নায়কে কিয় সেইজনী ছোৱালী বিয়া কৰালে ইত্যাদি। কিন্তু সেইবোৰতো মই কৰা নাই। কৰিছে নায়কে। নায়কক মই তেনেকৈয়ে আঁকিছো। মই যদি তেনে নকৰিলোহেঁতেন তেতিয়া সি আদৰ্শবাদী চৰিত্ৰ হ'লেহেঁতেন— শ্ল'গান হ'লহেঁতেন — কলা সততা হয়তো ৰক্ষা কৰিব। কিন্তু জীৱনৰ সততা?

আমি ছেগ বুজি আন এটা প্ৰশ্ন কৰিছিলো, 'এই নদী সোঁতে'ৰ জৰিয়তে আপুনি বাৰু খুব সাৱধানে ক'ব খুজিছিল নেকি যে দুৰ্নীতিৰ দুৱাৰ নাৰী আৰু নাৰীয়ে তেখেতে স্বাভাৱিক ৰসিকতাৰে উত্তৰ দিছিল তেওঁলোকে মোক বুজিছা আশীৰ্বাদ দি থাকে। গতিকে জোকাই নলওঁ। কিন্তু কেতিয়াবা দেখা যায় নাৰী এক মায়াসনা শক্তি হৈ পুৰুষৰ অন্তৰ্জগতৰ আউলীয়া কৰি থৈ যায়। বাধ্যবাধকতা কিছু আহি যায় আপোচ হৈ পৰে জীৱনৰে দাবী। সেইকাৰণে বুজিছা যিসকলে জীৱনটোক 'মিছন' হিচাপে লয় তেওঁলোক মাধবদেৱৰ দৰে হ'ব লাগে। বিয়া-বাৰু নকৰাই ভাল। স্বিলংৰে বৰযুণজাকৰ দৰে খাবলৈ পিন্ধিবলৈ নথকা মানুহবোৰৰ ভিতৰত মতা-তিৰোতাবোৰৰ মাজত ভুকু-কিল, খকৰা মুকুতি, ফলা বাঁহৰ কোব এই আহে এই যায়। ভদ্ৰ দম্পতীয়ে পৰকীয়া প্ৰেমৰ যিবোৰ কথাত ভকভকাই উতলি থাকিও চেপা মাতেৰে অশ্লীলতাৰ সীমা চেৰাই যায়— মহিম বৰাৰ ওচৰঘৰয়ীৰ মুনিহী-তিৰোতাহাল তাৰ বিপৰীত। হয় ঠিকেই সিহঁতে কাজিয়া কৰে, লেৰেলা সাদৰত ঘৈণীয়েক জকজকাই উঠে— কিন্তু ওচৰঘৰীয়া 'মেছু'ৰ বেচলৰ বয়, কেইটাক আচৰিত কৰি দেখা যায়— কাৰ্শলা সাপৰ দৰে দীঘল কেটেঙা গিৰিয়েকটোৱে ভগা মূঢ়াত বহি মাৰৰ কোবত ব্ৰহ্মাণ্ড দেখুওৱা ঘৈনীয়েকৰ মুৰৰ বিৰা, পিজলা ওকনি চাই আছে। অপৰিসীম দীনতা আৰু বুজাপৰাৰ কি যে অপূৰ্ব সমন্বয়। তিনিৰ তিনি গ'ল, চক্ৰবৎ

আদি গুৰু গল্পত হাঁহিৰ জিলিঙণি দেখা যায়— প্ৰাত্যহিকতাৰ মাজেৰে পূৰ্ণকান্তই ভঁৰালৰ দাং খুলি খেৰৰ মাজৰ পৰা ভা ৰত পঁকা কল তি নি আশী উলিয়াই আনিছেহে তেনেতে মৌজাদাৰৰ টেকেলা' ওলোৱাদি মাজিউটো ল'ৰা আহি হাঁজিৰ। এচাৰীৰ ভয়তকৈ কল বহু ডাঙৰ বস্তু। সৰুটোৱে বাপেকৰ ভৰিহালত সাবটি ধৰি কলখিনি লৈ চাই ৰ'ল। জলপানৰ বাতিটো হাতত লৈ পিঠাগুৰিৰ জলপান গাঁৰে-মুৰে লেটিয়াই চেলেকি চেলেকি সি তাৰ 'লুজন' ৰ ফৰ্মাচ দাঙি ধৰি ক'লে— 'মোলৈ লুজন গুটি এটা আনিবি দে'তা'। কিন্তু পিছ মুহূৰ্ত্ততে ভাবিলে সিনো দেউতাকৰ লগতে বজাৰলৈ নাযায় কিয় ? লুজন অনা কামটো সিয়ে কৰিব পাৰে। গতিকে ক'লে— ময়ো যাম বজাৰলৈ, তোৰ লগত। কিন্তু শেষত দেখা গ'ল লিৰিকা লিৰিক গাঁত বল শক্তি আৰু মুৰত মগজ হ'বলৈ সুবিধা নিদি সিহঁতৰ হাঁতৰ চিৰি মুখৰ চিৰি অনা মালভোগ কল তিনি আশী বিয়োগৰ ঘৰত শূন্যৰ স'তে মিলাই লুজন ননাকৈ, সুতা ননাকৈ, চাবোন ননাকৈ শুদা হাতে উলটিল পূৰ্ণ। পূৰ্ণই কান্দিব খুজিলে। কিন্তু নোৱাৰিলে ' ........: বাটৰ মানুহে বলিয়া বুলি নক'বনে ?' — দদাইজন, এক্সপ্ৰেচনিজিম অলপ-অচৰপ বুজা কিন্তু পষ্টমদাৰ্নি জিম ডঃ নগেন শইকীয়াদেৱে ওৰে বাট ৰিক্সাৰে আহি থাকোঁতে বুজোৱা সত্বেও নুবুজা শ্ৰদ্ধেয় মহিম বৰা তেওঁৰ সবল স্বীকাৰোক্তিত নক'লেও আমাৰ ক'বৰ মন যায়— তিনিৰ তিনি গ'ল হ'ল বিশুদ্ধ হিউমেনিজিম।

বৰাৰ বহুল আলোচিত অবিস্মৰ গল্পকেইটা যেনে— কাঠনিবাৰী ঘাট, ৰস, টোপ, দেহা গৰকা প্ৰেম, মাছ আৰু মানুহ, পইঁতাচোৰা আদি তেওঁ তেওঁৰ অনন্য প্ৰতিভাৰ চিৰন্তন স্বাক্ষৰ হৈ ৰ'ব। এই গল্পসমূহৰ আঁৰত কি শক্তিয়ে বাৰু লিখকৰ প্ৰেৰণা যোগালে ? নে তেওঁৰ কষ্টকল্পিত পৰিশ্ৰমৰ বাবেহে এইসমূহ চুটিগল্পৰ সংজ্ঞাৰ এচুলিমানো হীন-দেৰি নোহোৱাকৈ কাপৰ পৰা নিগৰি ওলাল ? গল্পকাৰৰ নিজৰ ভাষাৰেই শুনকচোন— "এক ধৰণৰ দৈৱিক প্ৰেৰণা বুজিছা। দৈৱিক বুলি কওঁতে মই আকৌ শংখ, চক্ৰ, গদা, পদ্মাধাৰী ঈশ্বৰজনকেই বুজোৱা নাই দেই। 'দৈৱিক' — কথাটো হ'ল এক ধৰণৰ অনুভৱ। ধৰা - মই তোমাক দেখাৰ লগে লগে এটা খুন্দা অনুভৱ কৰিলো। আৰু এই ধৰা তাকে লৈ মই কবিতা এটাই লিখি পেলালো। পিছে সেই খুন্দাটো আহিল ক'ৰ পৰা ? .......... তাৰ উপৰি বুজিছা জীৱনত ঢেৰ দুখ পাইছো। ঘৰ - পৰিয়াল বিসৰ্জন নিদি সাহিত্য চৰ্চা কৰিছো। ভৰিৰ তলত মাটিৰ স্পৰ্শ লৈ লিখিছো।" ......... কেনে নিভাজ স্বীকাৰোক্তি! ভৰিৰ তলত মাটি লৈ, সাহিত্য সৃষ্টি কৰা সেই ষাঠিৰ দশকৰ গল্পকাৰজনে এতিয়া তেনে ধৰণৰ সৃষ্টি কৰিব নোৱাৰাটো দুখৰ কথা নহয়নে ? সেয়ে আমি সুধিছিলো আপুনি লিখা নাই বহুত দিন কিয় ? 'শাম্বৰ গৰ্ভৰে গৰ্ভৱতী পৃথিৱীৰ বাসিন্দা আমি' — এই পৃথিৱীখনে সাম্প্ৰতিক পৰিস্থিতিয়ে খুন্দা মৰাহি নাইনে ?

মাৰিছে। নামাৰিব কিয় ? —

— কিন্তু লিখা যে নাই ? —

— লিখোঁতে মোৰ বৰ কষ্ট হয়। লিখাকে লিখা, কটাকে কটা। নিজৰ সৃষ্টিত সতকাই সন্তুষ্ট নহওঁ। ..... সৃষ্টিৰ বাবে বুজিছা প্ৰতিভাৰ লগতে সুখৰো অলপ প্ৰয়োজন ..... খুব কম মানুহেহে সুখৰ সাংসাৰিক জীৱন এটা পায়। ......

'গল্প সমগ্ৰ'ৰ বাবে ছগনলাল জৈন বঁটাৰে পুৰস্কৃত মহিম বৰা প্ৰকৃততে প্ৰতিভাৰ এক অক্ষমনীয় অপচয়। জীৱনৰ কথা, সৃষ্টিৰ কথা তেওঁ অনেক ঠাইতে কৈ আহিছে। সমালোচকেও তেওঁৰ সংবেদনশীলতা, সূক্ষ্মতাৰ কথা বুজিছে। কিন্তু তাৰ মাজতেই যেন ক'ৰবাত কেনেবাকৈ কাঁইটৰ আঁচোৰ লাগি বৈ গ'ল ভাবৰ নীলা আঁচল। তেওঁ সেই আঁচল আজুৰি আনিব পৰা নাই বা আজুৰি আনিবলৈ চেষ্টা কৰোঁতে অন্তৰ্ভাগ ৰক্তাক্ত হৈ পৰিছে। নিশ্চয় আমি বুজিব লাগিব এতিয়া তেওঁৰ সেই শক্তি নাই যে (ৰোগ ব্যাধিয়ে ভৰ দিয়া আৰু এটা চিৰ শিশু লুকাই থকা শৰীৰৰ) বাটে বাটে তেজ, দুখ-শোক, যন্ত্ৰণাৰ তেজ নিগৰাই আকৌ লিখিব পাৰে কাঠনিবাৰী ঘাট। আকৌ বুটলিব পাৰে সংগীতৰ লয়ৰ দৰে অভিনৱ সেই চিত্ৰকল্পবোৰ —আঁকিব পাৰে যাত্ৰাবোৰ। তেওঁক সুধিছিলো — সৃষ্টিত সন্তুষ্টনে ? বিশেষ কোনো সৃষ্টিত ?

তেওঁ ক'লে — নহয়। বিশেষ বুলি কথা নাই। সকলো একেই।

— তথাপিও ? যেন ধৰক, কাঠনিবাৰীৰ ঘাট .... ?

— ওহোঁ নহয়। তাতকৈ শ্ৰেষ্ঠ আন আছে... যেনে টোপ, ৰস, মাছ আৰু মানুহ....

— কিন্তু আপোনাক যে আলোড়িত কৰে তোমাৰ প্ৰেমৰ ছাঁই আবৰিছে যতদিন মই মুক্ত চিৰ জ্যোতিস্মান .... ?

আচৰিত, গল্পকাৰৰ মুখৰ জ্যোতিত নেদেখিলো, হয়তো দেখিও নেদেখিলো প্ৰাচীন প্ৰেমৰ কোনো অন্তঃসলিল ফলগুৰ নৈশব্দ! যদিওবা তেওঁ আকৌ আওৰালে সেই গান

প্ৰেমৰেই পূৰ্ণগ্ৰাস ——

মই গুপ্ত অন্তজ্যোতি, মৃত্যু তাৰ নাম।

---

(❋ আজিৰ বাতৰি, ১৮ মাৰ্চ, ১৯৯৯❋)

# নতুন নাৰী

- আভা বৰা

কাঠনিবাৰী ঘাট গল্প পুথিৰে অন্য এটা গল্প 'এচেৰেঙা স্মৃতিৰ জোনাক'ত কৈশোৰ মনত গঢ লোৱা অবুজ প্ৰেমৰ উপলব্ধিৰ প্ৰকাশ ঘটিছে। গল্পটোৰ কাহিনীভাগ হ'ল — এজন আদহীয়া লোক তেওঁৰ স্কুলয়া জীৱনৰ প্ৰেমিকা এগৰাকীৰ ঘৰলৈ ফুৰিবলৈ গৈছে। গল্পটোত প্ৰকাশ পাইছে এজনী শুভ্ৰ, শুচি, পবিত্ৰ বোৱাৰীৰ কৈশোৰ জীৱনৰ জান-নাজান প্ৰেমৰ এক অসামান্য অনুভৱ যি অনুভৱে পবিত্ৰ কৰি ৰাখে বোৱাৰী জীৱনৰ গৃহস্থী চৌহদ 'ক'তো এটা তামোলৰ বাকলিও নথকাকৈ।' বৰ্তমান পাঁচোটা সন্তানৰ মাতৃ সেই বোৱাৰীজনীয়েই নায়কৰ স্কুলীয়া দিনৰ প্ৰেমিকা— যাৰ লগত প্ৰেম মানে মাত্ৰ চকুৰ চাৱনি আৰু নায়কৰ কবিতা লিখা। যোল্ল-সোতৰ বছৰ বয়সীয়া নায়কৰ 'যৌৱনৰ যেঁৱজালি দিনৰ সেইটোৱেই আছিল ৰাস পূৰ্ণিমা' আৰু তাৰ পিছতে 'প্ৰেমৰ নামত পানী এচলু দি' চাকৰি বিচাৰি ফুৰা নায়কৰ জীৱন। নায়িকাৰ মনৰ প্ৰতিক্ৰিয়া কোনোৰূপে গল্পটোত প্ৰকাশ হোৱা নাই। তাৰপৰাই উমান পোৱা যায় যে 'অপইতা বয়সৰ প্ৰেম'ৰ বিষয়ে নায়িকাই হয়তো ভু-ভুটং একোকেই গম নাপালে, যাৰ মুখৰ আগত নায়কৰ এবাৰ কথাও ভালকৈ ক'বলৈ সাহ নহ'ল, তথাপি 'আজি লিলি চাগৈ ৩/৪ টা ল'ৰা-ছোৱালীৰ মাক ....... কম বয়সতেই বুঢ়ী হৈ গৈছে নিশ্চয়' বুলি ভাবিও নায়কৰ মনত লিলিৰ মন 'একেলগে ইমানবোৰ চিজন ফ্লাৱাৰ জক্‌মকাই উঠিল।'

গল্পৰ শেষত লিলিয়ে কেঁচুৱাটো দাঙি ধৰি যেতিয়া ক'লে— সীৱা মামা যায় নহয়, আকৌ আহিব বুলি কচোন', নায়কৰ চকুত তেতিয়াহে লিলিৰ আচল ৰূপত উদ্ভাসি উঠিল। 'ইমান সময়ে মই তেনেহ'লে লিলিক লেখা নাছিলো।' বিগত দুই-তিনি ঘণ্টাৰ কথাবৰ্তা ঘনিষ্ঠতা সকলোবোৰ মিছা অসাৰ্থক যেন বোধ হ'ল। সাৰ্থক যেন লাগিল মাত্ৰ শেষৰ সেই মুহূৰ্ততো যাৰ বুকুত 'বহুত বছৰৰ আগৰ কোনো এক পূৰ্ণিমা ৰাতিৰ এটি মূহৰ্তত এটি যোল্ল-সোতৰ বছৰীয়া তৰুণে দুটা সৰল চকুৰ দৃষ্টিত কিবা এটা মাদকতা

পাই কস্তুৰী মৃগৰ দৰে উদ্‌ভ্ৰান্ত হৈ পৰিছিল’ যাৰ খবৰ হয়তো সেই কিশোৰী প্ৰেমিকা লিলিয়ে পোৱাই নাছিল। ‘নতুন সি একো পোৱা নাই — খন্তেকলৈ ঘূৰাই পালে পুৰণাটোকে — বোৱাৰীজীৱনৰ সকলোখিনি মহিমা লৈ থিয় হৈ আছে, সৌৱা, সৌজনী লিলি, কোলাত কেঁচুৱা আৰু এয়া মই মোৰ ঠাইত।’

নায়কৰ ‘কেটেঙা হাড়ৰ হাৰকিউলিচখন’ তেতিয়া তেওঁৰ মনত নতুন ৰেলি চাইকেলখন যেন লাগিছিল, গাঁৱৰ ওখোৰা-মোখোৰা বাটটো ‘পিচলা ৰাজবাট যেন লাগিছিল? কৈশোৰ প্ৰেমৰ অনুভৱৰ এক বাংময় প্ৰকাশ। নায়কৰ মনত দীপ্ত হোৱা প্ৰেমৰ মহিমা লেখকে পাঠকৰ অন্তৰতো অনুভৱ কৰিবলৈ সুযোগ দিলে। এটা সাৰ্থক প্ৰেমৰ গল্প। গল্পটিত লেখকৰ নিৰীক্ষণ সুন্দৰভাৱে প্ৰকাশ পাইছে। উদাহৰণ স্বৰূপে ‘মাকৰ কোলা অকল কেঁচুৱাৰ কাৰণেই যে নিৰাপদ এনে নহয়, কেঁচুৱা কোলাত লৈ মাকো বহুতখিনি নিৰাপদ’ আদি বাক্যলৈ আঙুলিয়াব পাৰি। প্ৰকৃতিত ব্যক্তিত্ব আৰোপ লেখকৰ ৰচনাৰ বিশেষত্ব। ‘সন্ধিয়া যেন নালাগিলেই, দিনৰ পোহৰখিনিৰ ওপৰত জাপ মাৰি আহি ৰাসপূৰ্ণিমাৰ জোনাকখিনি পৰিলহি মাত্ৰ। ন-বোৱাৰী এজনীয়ে যেন ঘৰুৱা সাজযোৰ সলাই বনকৰা সাজজোৰ পিন্ধি পেলালে ৰাস ভাওনা চাবলৈ।’ পূৰ্ণিমাৰ জোনতো লিখকে নাৰীত্ব আৰোপ কৰি সজাই পেলাইছে। প্ৰেমৰ অভিব্যঞ্জনা যেন জোনাকৰ মাজত প্ৰকাশ পাইছে। গাঁৱলীয়া পৰিয়ালৰ শাহুৱে গৰকা বোৱাৰী জীৱনৰ এটি সুন্দৰ চিত্ৰ গল্পটোত পোৱা যায়। এই গল্প পুথিৰ আন এটা গল্প ‘নিঃসন্দেহ’ত অসমীয়া শিক্ষিত মধ্যবিত্ত লোকৰ বৈবাহিক জীৱনৰ সমস্যা আৰু তাৰ মনস্তাত্বিক বিশ্লেষণৰ প্ৰকাশ দেখা পোৱা যায়। বিয়াৰ আগৰ জীৱনৰ কিছুমান ব্যক্তিগত সম্পৰ্ক বিয়াৰ পিছত কেতিয়াবা সন্দেহৰ কাৰণ হ’ব পাৰে, কোনো কোনো ক্ষেত্ৰত একপক্ষৰ সন্দেহ নাথাকিলেও অন্য পক্ষই হয়তো ‘সন্দেহ কৰিছে’ বুলি শংকা কৰিয়ে মানসিকভাৱে ক্ষতিগ্ৰস্ত হ’ব পাৰে, কিছুমান ঘটনাৰ জৰিয়তে দাম্পত্য জীৱনৰ সংঘাত তুংগত উঠে, আকৌ স্বতঃস্ফুৰ্ত স্বীকাৰোক্তিয়ে বিশ্বাস স্থাপন কৰি পুনৰ সহজ জীৱন-যাপন কৰাত সহায় কৰে। বৈবাহিক জীৱনৰ প্ৰেম-নিষ্ঠা-আনুগত্য, পৰস্পৰৰ প্ৰতি শ্ৰদ্ধা আৰু বিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত ‘নিঃসন্দেহ’ নামৰ গল্পত লিখকে আধুনিক সমাজৰ বৈবাহিক জীৱনৰ এক সমস্যা অংকন কৰিবলৈ গৈ স্বাতী আৰু নায়িকাৰ মনোবিশ্লেষণৰ চেষ্টা কৰিছে। প্ৰকৃতি আৰু পৰিবেশৰ ওপৰত প্ৰতীকী গুণ আৰোপ পৰি লিখকে পাঠকক কাহিনীৰ অন্তৰ্নিহিত সংঘাতৰ প্ৰতি সজাগ কৰি তুলিছে। মনস্তাত্বিক পৰ্যবেক্ষণেৰে টোপনিত অচেতনভাবে খোজকাঢ়ি ফুৰা, নায়কৰ প্ৰতি স্বাতীয়ে বিদ্ৰূপাত্মক বাক্যৰ ব্যৱহাৰেৰে মনৰ অবদমিত ক্ষোভ প্ৰকাশ কৰা স্বাতীৰ চৰিত্ৰ পাঠকৰ দৃষ্টিত উজ্জ্বল হৈ উঠিছে। স্বাতীয়ে অনুভৱ কৰা পুৰুষ শাসিত সমাজত নাৰীৰ প্ৰতি অৱমাননা আৰু অসহায়তা স্বাতীৰ জীৱনৰ তাৎপৰ্য্যপূৰ্ণ দিশ।

স্বাতীৰ ভাষাৰে 'নিজে সজা জালত বন্দী আমি মকৰা, আমাৰ বহুত বাধা-নিষেধ' বুলি নাৰীৰ প্ৰতি সমাজৰ দৃষ্টিভঙ্গী কেনে তাকে আঙুলিয়াই দিয়া হৈছে। 'আটাইতকৈ জীয়াতু কাৰ ভাগ্যত ঘটিছে জানেনে বিজনদা ? আমাৰ ভাগ্যত — আ-মি।'সীমাৰ পৰা এচুলিও ইফাল-সিফাল আমাৰ কোনেও সহ্য নকৰে। — আনকি তাৰোপৰি তথাকথিত প্ৰগতিবাদী বুলি গৰ্ব কৰা সকলেও' ষাঠিৰ দশকত লিখা এই গল্পৰ কথা এই শতিকাৰ শেষ ভাগতো সমাজত সমানে সত্য প্ৰামাণিত হৈ আছে। মানুহ যিমানেই আধুনিক নহওক, পতিব্ৰতা নাৰী আৰু আদৰ্শ পুৰুষ সম্পৰ্কে মানুহৰ মনত পুৰণা ধাৰণাবোৰ সলনি হোৱাটো টান। গল্পৰ কাহিনীভাগ উপস্থাপনত প্ৰকাশ পোৱা সম্ভাৱনা কিন্তু পিছলৈ বিশেষভাৱে উজ্জ্বল হৈ নুঠিল। গল্পটোত আৰু গভীৰতৰ পৰ্যবেক্ষণৰ স্থল আছিল বুলি সমালোচকে ভাবে। পিছে গল্পৰ সীমিত পৰিসৰৰ বাবে গল্পকাৰৰ সীমাবদ্ধতাও এই ক্ষেত্ৰত মনত ৰাখিবলগীয়া।

একে সংকলনৰে আন এটি গল্প 'কেএঞ্জা আঙুলি' এটা নাৰী চৰিত্ৰ প্ৰধান গল্প। সোমেশ্বৰে নতুনকৈ বিয়া কৰাই অনা কইনা যোগেশ্বৰীৰ ভৰিৰ কেএঞ্জা আঙুলি দীঘল। কইনা চাবলৈ অহা মাইকীমানুহৰ চকুত কথাটো পৰাৰ লগে লগে গোটেইখন বু-বু- বা-বা লাগি গ'ল। কিন্তু কথাটো মৌজাদাৰণীৰ কাণত পৰাত মৌজাদাৰণীৰ সহজ উত্তৰ 'কিনো হ'ল তাতে' শুনাৰ লগে লগে কোৱাগৰাকীয়েই ঠাইতে কথাটো লুটিয়াই ডাঙৰকৈ ক'লে- 'এৰাহে আই, তাকেহে কৈছো, কিনো নোহোৱা কথাটো হ'ল।' বেচেৰী কইনাজনীৰ বুকুৰ পৰা যেন শিল এটা কোনোবাই নমাই নিলে। মৌজাদাৰণীৰ ভৰিত পৰি যেন কান্দি পেলাব। 'দেৱী তুল্যা মানুহ দেহি। পৰৰ দুখ বুজে।" সোমেশ্বৰৰ মন ফৰকাল হ'ল কাৰণ "মৌজাদাৰণীৰ একেষাৰ কথাৰ মূল্য সকলোতকৈ বেছি।"

গল্পৰ শেষতহে অন্য এটা সত্য প্ৰকাশ পালে, গৰুৰ খোজৰ পানী এডোঙাত ভৰি দিয়া মৌজাদাৰণীৰ ভৰি হালত চকু পৰাত সোমেশ্বৰে অবাক-বিস্ময়ত প্ৰত্যক্ষ কৰিলে, মৌজাদাৰণীৰো যে ভৰিৰ কেএঞ্জা আঙুলি দীঘল।' এই শেষৰ বাক্যটোতে এক প্ৰচ্ছন্ন ব্যংগ প্ৰকাশ পাইছে আৰু ইয়ে গল্পটো উন্নত মানৰ কৰি তুলিছে।

গল্পটোত গাঁৱৰ তিৰোতাসমাজৰ নিখুঁত ছবি এখন প্ৰকাশ পাইছে। পায় - নাপায় আদি বিশ্বাস -অন্ধবিশ্বাসৰ মনোৰম উপস্থাপনেৰে গাঁৱৰ এচাম মহিলাৰ ৰুচি আৰু মান্যবন্তজনে কোৱা কথা নিৰ্দ্বিধাই মানি ল'ব পৰা সৰলতাৰ গুণ গল্পটোত প্ৰকাশ পাইছে। 'লইখুনীয়া-কুলহখুনীয়া সকলোবিলাক নিজে সজা কথা" আদি গাৱৰ তিৰোতাৰ মন্তব্যও অন্ধবিশ্বাস মানি ল'ব নেখোজা শিক্ষিত মনৰ পৰিচায়ক। 'গাৱলীয়া পটভূমিৰ গল্প ৰচনা কৰোতে তেওঁলোকৰ মুখৰ ভাষা প্ৰয়োগ কৰাটো লিখকৰ ৰচনাৰ বিশেষত্ব। এনেধৰণৰ ভাষা প্ৰয়োগে গাঁৱলীয়া জীৱনৰ চিত্ৰসমূহ জীৱন্ত কৰি প্ৰকাশ কৰিছে।

নাৰী চৰিত্ৰকে মুখ্য কৰি লিখা অন্য গল্প হ'ল – 'বহুমুখী ত্ৰিভূজ' পুথিৰ অন্তৰ্গত 'হাড়মাল'। এই দীঘল গল্পটোত নায়িকা সোণেশ্বৰীয়ে নিজৰ যৌতুকীয়া গহনা বেছি নায়ক ৰামেশ্বৰক এখন চাইকেল কিনিবলৈ বাধ্য কৰিলে আৰু নিজৰ সন্তানৰ দৰে আপদাল কৰি চাইকেলখন চিক্‌চিকীয়া কৰি ৰাখিলে। নিজে ৰামেশ্বৰৰ লগত পথাৰে সমাৰে সমানে পৰিশ্ৰম কৰি ঘৰখনৰ অৱস্থা জয় জয় ময় ময় কৰি তুলিলে।

কিন্তু এদিন চাইকেলখন পুৰণা হৈ আহিল। সোণেশ্বৰীয়ে নতুন চাইকেল এখন ল'বলৈ ৰামেশ্বৰক আব্দাৰ ধৰিলে ৰামেশ্বৰে কয় — 'হেৰৌ কিমান নতুন চাইকেল কিনি পাৰ পাবি ? সকলো নতুন বস্তুৱেই এদিন পুৰণা হয়।' এই কথাষাৰতে সোনেশ্বৰীৰ জীৱনৰ প্ৰতিও যেন ইংগিত লুকাই আছে।

নতুন চাইকেল কিনাৰ কথা উলিয়ালেই ৰামেশ্বৰে সোনেশ্বৰীক এজোৰ কাণফুল কৰাই দিয়াৰ কথা উলিয়ায়ে। সেই কথাই সোণেশ্বৰীৰ গাত যেন জালুক-জলকীয়া হৈ পোৰে। কাণফুল পিন্ধি কোনোবা সতিনী এজনী ঘৰলৈ অহা যেন লাগে।

গল্পটোত সোণেশ্বৰীৰ মনস্বত্ব প্ৰকাশ কৰিবলৈ চেষ্টা কৰা হৈছে। "কাণফুল পিন্ধা অস্পষ্ট নাৰী মূৰ্তিটো সোণেশ্বৰীৰ চকুৰ আগত পাবলৈ ঘূৰিবলৈ ধৰিলে। ঘূৰিছে আৰু ঘূৰিছে। ই কি এয়া দেখোন কমলা (সোণেশ্বৰীৰ ভনীয়েক) হৈ তাইৰ সমুখত থিয় দিছে। কাণত কাণফুল।"

তেজ মঙহৰ চৰিত্ৰ এটা বহুদিন ধৰি পৰ্যবেক্ষণ কৰি কাহিনীৰ চৰিত্ৰত সেই চৰিত্ৰ আৰোপ কৰি প্ৰকাশ কৰা লিখকৰ ৰচনাৰ অন্যতম বৈশিষ্ট্য। সেই বৈশিষ্ট্য 'হাড় মাল' গল্পটোত দেখা যায়। সোণেশ্বৰীৰ চৰিত্ৰই লিখকৰ 'পাখিলগা দিন'ত উল্লেখিত খুড়ীয়েকৰ কাহিনীটো মনত পেলাই দিয়ে।

গল্পৰ শেষলৈ ৰামেশ্বৰৰ মনতো কাণফুল এজোৰ পিন্ধাৰ নামত সাতজাপ মৰা, কাণৰ লতিত ওলমি থকা থুৰীয়াজোৰেৰে সাতবুঢ়ী যেন লগা, সোণেশ্বৰীকো পুৰণা পুৰণা লগা ভাৱ এটা গঢ় লৈ উঠিছে। বেমাৰত পৰোতে সোণেশ্বৰীয়ে ৰামেশ্বৰক আকৌ বিয়া কৰাবলৈ কৈছিল, এতিয়া নোকোৱা হ'ল। তেতিয়াই 'কথাটো পকাপকি কৰি পেলাব লাগিছিল। — এইবাৰ যদি বেমাৰ হয় – ইমানদিনৰ চিন্তা কৰি ৰামেশ্বৰে ভাবে 'সেইবুলি মানুহজনী মৰিব লাগেনে ? ইমানদিনৰ সুখ-দুখৰ লগৰী।"

— মানুহৰ সনাতন স্বাৰ্থপৰ চিন্তা এটাৰ ইংগিত গল্পটোত পোৱা যায়।

কিন্তু চাইকেলখন বেচিবলৈ সকলো বন্দোৱস্ত কৰি আহি ৰামেশ্বৰে দেখিলে সোণেশ্বৰীৰ ব্যৱহাৰ ওলোটা হ'ল। ৰামেশ্বৰে বুজি পালে যদিও চাইকেলখন বেচাৰ বাবে সোণেশ্বৰীয়েই জোৰ দি আছিল, তথাপি বেচাৰ কথাটো প্ৰকৃততে সোণেশ্বৰীয়ে ভাল

নাপাব। সোণেশ্বৰীৰ 'চাবনিটোৰ ভিতৰেদি যেন ভগা আইনাৰ টুকুৰাহে তাৰ ছাল-মঙহ ভেদ কৰি অন্তৰখন পছলা কুটাদি কৰচ কৰচকৈ কুটিবলৈ আৰম্ভ কৰিলে।"

" ........ বেচিব নালাগে নেকি সেই হাড়মালডাল ? কিমানদিন তয়ে কৈ আহিছ সেইডাল হাড়মালহে হৈছে, বেচি দিবলৈ ?"

'জটিল অসহজ মানব মনৰ তলা-নলা নাপাই ৰামেশ্বৰ অবাক হ'ল। সোণেশ্বৰীয়ে যেতিয়া তাক সেইবিলাক কাম কৰিবলৈ কৈছিল তেতিয়া সহজ জ্ঞানেৰে তাই বুজিছিল সেইবিলাক সি নকৰে। আজি সহজ জ্ঞানেৰেই তাই বুজি উঠিছে সেইবিলাক সি কৰিব। সেয়েহে আজি তাইৰ গোপনতম সত্বাটোৱে সতৰ্ক প্ৰহৰীৰ দৰে থিয় দিলেহি।

"হাড়মাল ? ইমানদিনে কিমান দুখে-বিপদে সেইখনেই আমাৰ সঙ্গী হৈ আছিল। সেইখন 'লখী' চাইকেল। নালাগে বেচিব, নালাগে বেচিব, লখী যাব আমাৰ।"

সোণেশ্বৰীৰ কথাত তাইৰ অন্তৰৰ আৰ্তনাদ ফুটি উঠিছিল। কিয়নো সোণেশ্বৰীয়ে নিজে বুজি উঠিছিল যে গিৰিয়েকৰ চকুত তায়ো এতিয়া হাড়মাল হৈ পৰিছে, পুৰণা চাইকেল আৰু পুৰণা মানুহজনী সমগোত্ৰীয়ে বুলি তাইৰ সহজমনে বুজি পাইছে। সেয়েহে তাইৰ এই অন্তৰৰ আৰ্তনাদ।

গল্পটোৰ শেষৰফালে এই মানৱমনৰ জটিল ৰূপটো প্ৰকাশ পাইছে। সোণেশ্বৰীৰ উপলব্ধিত নাৰীমনৰ গোপন ৰহস্যও উদ্‌ঘাটিত হৈছে। সোণেশ্বৰীয়ে ৰামেশ্বৰক কিনি দিয়া চাইকেলখন তাইৰ দম্পত্য জীৱনৰ প্ৰতীক স্বৰূপ। পুৰণি চাইকেলখন বেছি দিয়াটো যেন পুৰণি পত্নীক ত্যাগ কৰি নতুন এজনী লোৱাৰ নিচিনা। গল্পটোত সোণেশ্বৰীৰ অন্তৰ্দ্দন্দ্বৰ বিৱৰণী কেৱল তাইৰ সহজ-সৰল আচৰণতে ফুটি উঠিছে। লিখকে 'প্ৰশংসনীয় কুশলতাৰে' স্বামী-স্ত্ৰীৰ মনৰ প্ৰেম আৰু সংশয় এই দুটা ভাবকে মনস্তাত্বিক বিশ্লেষণৰ মাজদি ফুটাই তুলিছে।

সংকলনখনিৰ অন্য এটা গল্প 'অনেক ভোমোৰাৰ গুণগুণনি'ত ধুবুনী ছোৱালী মিমিৰ কাহিনীৰ মাজেদি সমাজৰ সাধাৰণ শ্ৰেণীৰ খাটি খোৱা মানুহৰ প্ৰতি তথাকথিত ভদ্ৰবেশী মানুহৰ ব্যৱহাৰ আৰু দৃষ্টিভংগী প্ৰকাশ পাইছে। মিমিয়ে শিক্ষিত যুৱকসকলৰ চলন-ফুৰণ, ব্যৱহাৰৰ প্ৰতি আকৃষ্ট হৈ ভাবিছিল সেইসকলে থানেশ্বৰ, ৰহমান আদিৰ দৰে লোকৰ লোলুপ দৃষ্টিৰ পৰা তাইক ৰক্ষা কৰিব পাৰিব। শিক্ষিত সমাজৰ সুন্দৰ যুৱকসকলৰ মনবোৰো সুন্দৰ বুলি ভাবি নিজৰ মনটোও কল্পনাৰে ৰঙীন কৰি পেলাইছিল। সেইবাবে একে সম্প্ৰাদয়ৰ 'চিক্‌চিকিয়া ক'লা', 'কাপোৰেই ধুব জনা', 'কাপোৰ ধোৱাই' যাৰ কাম সেই ধুবী ল'ৰা চন্দনৰ বিষয়ে তাহ ভাবিছিল — "চন্দনটো ...... চন্দনডাল, তাক জানো বিয়া কৰাৰ পাৰি ? বাপেক যে কেনেকুৱা মানুহ, কিযে কথাবোৰ কয়।" শেষত

মিমিৰ চকুৰ মোহৰ অজ্ঞান মচ খালে। থানেশ্বৰে জেপৰ পৰা উলিয়াই টিপাত তাইলৈ আগবঢ়াবা চিঙ্কৰ ব্লাউজটোৰ দৰেই বিয়া ঠিক হোৱা সুন্দৰেও পাটৰ চাৰ্ট ইস্ত্ৰী কৰিবলৈ দিবলৈ আনি মিমিক শাৰী কিনিবলৈ টকা যাচি সাৱট মাৰি ধৰোতে তাই ভদ্ৰ সমাজৰ সুন্দৰ ল'ৰাৰ স্বৰূপ চিনি পালে। তেতিয়াহে তাই বুজি পালে 'মিঠা বৰণৰ, চিকুণ, গোল মুখৰ চন্দন সৰু ল'ৰাৰ দৰেই কোমল, নিষ্পাপ।' সিহঁতৰ মাজৰ কোনো এটাই চন্দন হ'ব নোৱাৰে।

গল্পটোত বাস্তৱ জীৱনৰ ৰূঢ় সত্যৰ প্ৰকাশ ঘটিছে। আৰ্থিকভাৱে দুৰ্বল শ্ৰেণীৰ গাভৰুৰ প্ৰতি সমাজৰ মানুহৰ দৃষ্টিভংগী কিমান নিম্নস্তৰৰ হ'ব পাৰে তাক ডেকা ল'ৰাহঁতৰ কথোপকথোনৰ পৰাই জানিব পাৰি। সুন্দৰ নামৰ চৰিত্ৰটোৰ অসুন্দৰ মন আৰু জীৱন-দৰ্শনৰ পৰিচয় সুন্দৰৰ কথাতে পোৱা যায়। 'মিমি কিমান ওপৰৰ বুলি ভাবিছ? ম'ষ্ট অৰ্ডিনাৰী মানুহৰ পৰা হায়াৰ অফিচাৰলৈকে জানে যে একোজনী সাধাৰণ মিমি কিয় তথাকথিত ভদ্ৰ সমাজৰ বহুজনী মিমিৰ মূল্য একোখন অলপ বেছি দামী শাৰী মাত্ৰ হ'ব পাৰে।" সুন্দৰৰ মুখেদি প্ৰকাশ পোৱা এই ধাৰণা সকলোৰে ক্ষেত্ৰত প্ৰযোজ্য নহ'লেও সমাজৰ এক শ্ৰেণীৰ মানুহৰ জীৱনত এইবোৰ যে সচৰাচৰ ঘটি থকা কথা তাকে গল্পটোত পোৱা যায়। বাস্তৱ জীৱনৰ এখন জীৱন্ত চিত্ৰৰে নগৰীয়া সমাজৰ কিছুমান লোকৰ কামনাক গল্পকাৰে উদঙাই দেখুৱাইছে। পৰিৱেশৰ প্ৰতিকূলে মিমিৰ চৰিত্ৰত প্ৰকাশ পোৱা দৃঢ়তা আৰু আত্মবিশ্লেষণেৰে নিজৰ স্থিতি উপলব্ধি গল্পটোৰ এটা আশাবাদী দিশ। এই গল্পটোতো প্ৰতীকৰ ব্যৱহাৰ বিশেষভাবে মনকৰিবলগীয়া।

............................. ......

অসমীয়া সাহিত্যৰ শ্ৰেষ্ঠ গল্পকাৰসকলৰ ভিতৰত অন্যতম লিখক অধ্যাপক মহিম বৰা কেৱল এজন প্ৰথম শ্ৰেণীৰ গল্পকাৰেই নহয়, তেখেত এজন আধুনিক কবি, এজন সফল ঔপন্যাসিক, প্ৰবন্ধকাৰ, সম্পাদক, শিশু সাহিত্যিক, নাট্যকাৰ, ৰম্য ৰচনা লিখক অৰু ৰূপকথাৰ কাহিনীৰ দৰে মনোমোহা আত্মজীৱনী লিখক। এজন প্ৰতিভাবান গল্প লিখক হিচাপে অধ্যাপক বৰাই তেখেতৰ গল্পত এটা নিজা লেখনী শৈলীৰ প্ৰৱৰ্তন কৰিছে। গল্প হিচাপে কেৱল পাঠকৰ মনত আনন্দ দিয়াই নহয়, সমাজৰ বিশেষকৈ গ্ৰাম্য সমাজৰ ভিন ভিন পটভূমিত বৈচিত্ৰপূৰ্ণ স্মৰণীয় চৰিত্ৰ কিছুমান সৃষ্টি কৰি বাস্তৱ জীৱনৰ একোখন জীৱন্ত ছবি লিখকে অতি পটুতাৰে পাঠকৰ সমুখত ডাঙি ধৰিছে। কাল্পনিক পৰিৱেশ বা অবাস্তৱ কাহিনী তেখেতৰ লিখনীত নাই। সদায় দেখি শুনি থকা সমাজৰ সাধাৰণ লোকৰ জীৱনৰ দৈনন্দিন জীৱনৰ মাজতে তেখেতে লিখাৰ সমল বিচাৰি

উলিয়াইছে। গাঁৱলীয়া পটভূমিত লিখিবলৈ গৈ নিভাঁজ অসমীয়া শব্দৰ ব্যৱহাৰেৰে নিজৰ ৰচনা-ৰীতিৰ বৈশিষ্ট্য লিখকে সদায় ৰক্ষা কৰি আহিছে। উপযুক্ত শব্দৰ সংযত ব্যৱহাৰৰ প্ৰতি লিখকৰ সাৱধানী দৃষ্টি লক্ষ্য কৰিবলগীয়া।

বাস্তৱ জীৱনৰ ছবি সাৰ্থকভাবে বৰাৰ গল্পত প্ৰকাশ পোৱা দেখা যায়। সহজ-সৰল গল্পবোৰে যিকোনো পাঠককে সহজে আকৃষ্ট কৰে, বহুতো ক্ষেত্ৰত ব্যঙ্গাত্মক বৰ্ণনাভঙ্গীয়ে ৰসিক পাঠকক সোৱাদ যোগায়। লিখকে নিজৰ কথা কওঁতে কৈছেঃ চিনাকি মানুহবোৰৰ দুখ-কষ্ট, হাঁহি-আনন্দ, ঈৰ্ষা, ঘৃণা, কপটালি, চতুৰালি, তেওঁলোকৰ স্বপ্ন, কল্পনা আৰু স্বপ্নভঙ্গৰ বেদনাসমূহৰ লগত লিখক জড়িত হৈছিল আৰু সেইবোৰকে গল্পৰ মাজেদি লিখকে ৰূপায়িত কৰিছে। জীৱনৰ হাঁহি-আনন্দ, অশ্ৰু-বেদনাৰ লগতে হাস্যৰসৰ অপূৰ্ব সৃষ্টিৰে গল্পবোৰ সকলো শ্ৰেণীৰ পাঠকৰ বাবেই সমানে আকৰ্ষণীয়।

অসমৰ গ্ৰাম্য সভাত্য সংস্কৃতিৰ নিখুঁত প্ৰতিফলন মহিম বৰাৰ গল্পৰ এক সুকীয়া বৈশিষ্ট্য। সুক্ষ্ম পৰ্যবেক্ষণ ক্ষমতা, ৰসবোধ আৰু মানৱতাবোধৰ ভাব তেখেতৰ সাহিত্যত বিদ্যামান। একোটা চৰিত্ৰ সৃষ্টি কৰিবলৈ লৈ লিখকে কল্পনা কৰা চৰিত্ৰ বাস্তৱত বিচাৰি উলিয়াই সেই চৰিত্ৰৰ চাল-চলন, সাজ-পোছাক, কথা কোৱাৰ ভঙ্গী আদি যথেষ্ট পৰিমাণে পৰ্যবেক্ষণ কৰি লোৱাৰ পাছতহে চৰিত্ৰসমূহ অংকণ কৰে। সেইবাবেই তেখেতৰ ৰচনা প্ৰাণময়। সমালোচকৰ মতে "বৰাৰ গল্পত অনুভূতি আছে , কিন্তু ভাব প্ৰৱণতাৰ পৰা মুক্ত।"

মহিম বৰাৰ সাহিত্য-নাৰী চৰিত্ৰ প্ৰধান নহয়। কিন্তু তেখেতৰ উপন্যাস আৰু গল্পত প্ৰকাশ পোৱা নাৰী চৰিত্ৰ নিচেই তাকৰ নহয়। আমাৰ ৰচনাৰ সীমাবদ্ধতাৰ বাবে আমি তেখেতৰ গল্পৰ নাৰী চৰিত্ৰৰ বিষয়ে আলোচনা কৰিম।

মহিম বৰাৰ প্ৰকাশিত ওঠৰখন পুথিৰ ভিতৰত আঠখন গল্প পুথি। সেই কেইখন হ'ল —

কাঠনিবাৰী ঘাট, দেহা গৰকা প্ৰেম, মই পিঁপলি আৰু পুজা, বহুভুজী ত্ৰিভুজ, এখন নদীৰ মৃত্যু, ৰাতিফুলা ফুল, বৰযাত্ৰী আৰু মোৰ প্ৰিয় গল্প।

তেখেতৰ সমূহ গল্প বৰ্তমান ড' হীৰেন গোঁহাইৰ সম্পাদনাত 'মহিম বৰাৰ গল্প সমগ্ৰ' নামেৰে গোলোক ৰায়মেধি স্মৃতি প্ৰকাশনে প্ৰকাশ কৰি উলিয়াইছে।

তেখেতৰ আটাইতকৈ জনপ্ৰিয় গল্প হ'ল কাঠনিবৰী ঘাট। এই গল্পৰেই তেখেতে অসমীয়া সাহিত্যৰ এজন শ্ৰেষ্ঠ গল্পকাৰ হিচাপে খ্যাতি আৰ্জিলে।

'কাঠনিবাৰী ঘাট' গল্পৰ মূল চৰিত্ৰ হ'ল এগৰাকী বোৱাৰী। গল্পটোৰ কাহিনীভাগ চমুকৈ হ'ল — গল্পকাৰে ৰাতি ফেৰী জাহাজলৈ বৈ থাকোতে লগ পালে এগৰাকী সুন্দৰী,

স্নিগ্ধ লাৱণ্যৰ অধিকাৰী বোৱাৰী। স্বামীৰ চাইকেল এক্সিডেণ্টৰ বাতৰি পাই ভায়েকক লগত লৈ মাকৰ ঘৰৰ পৰা যোৰহাটৰ স্বামীৰ ঘৰলৈ যাবলৈ আহি কঠানিবাৰী ঘাটত উপস্থিত হৈছে। বোৱাৰী গৰাকীয়ে চেহেৰা, চাল-চলন আৰু আকৰ্ষণীয় ব্যক্তিত্বই গল্পকাৰক মুগ্ধ কৰিছে। কিন্তু কাহিনীৰ শেষৰ ফালে গল্পকাৰে গম পাইছে যে বোৱাৰীজনীৰ স্বামীৰ ইতিমধ্যে মৃত্যু ঘটিছে।

কাহিনীভাগ ইমানেই। কিন্তু মনোযোগেৰে পাঠ কৰিলে দেখা যাব যে 'সেই স্তৰৰ অধস্তন স্তৰত তাৎপৰ্য্য আৰু উপলব্ধিৰ এনে এক গাঢ়তা আৰু গভীৰতা বিদ্যামান যে বিস্তাৰিত ভাষ্যৰে তাক কোনোদিনেই সম্পূৰ্ণ আয়ত্ব কৰিব পৰা নাযাব।' বোৱাৰীগৰাকী ভৰ যৌৱনা, স্নেহ মমতাৰ প্ৰতিমূৰ্তি, মানৱ জীৱনৰ পৰিপূৰ্ণতাৰ প্ৰতীক। পৰিতৃপ্ত, সুখী, সমৃদ্ধ, দাম্পত্যজীৱন, খন্তেকীয়া পৰিচয়তে এই সকলোখিনি গল্পকাৰৰ মনত উদ্ভাসিত হৈছে আৰু পাঠকেও বোৱাৰীগৰাকীৰ এটি ছবি মানস পটত আঁকি ল'বলৈ সুবিধা পাইছে।

'বিয়া হোৱা নিশ্চয় বেছিদিন হোৱা নাই। গাত মাহ-হালধীৰ বোল। মমৰ ক্ষীণ পোহৰত মই স্পষ্টকৈ দেখিছো গাৰ দোলাইখনৰ পৰা চুলিৰ মাজৰ পৰা, বিয়াৰ মাহ-হালধি-তেলৰ মলমলীয়া গোন্ধৰ সোঁত এটাই মোৰ নাকত মোহনা পাতিছেহি। কবি গল্পকাৰৰ এই কাব্যিক বৰ্ণনাই পাঠকৰ আগত নায়িকাৰ পৰিচয় ডাঙি ধৰিছে।

এজনী সহজ -সৰল মাইনৰ পাছ বোৱাৰী। বিয়াৰ পিছত প্ৰেম আৰু স্বপ্নাতুৰ জীৱনৰ সেন্দুৰ সনা ৰঙীন দিন। ভায়েক বৰুণৰ লগত গল্পকাৰৰ কথোপকথোনত স্বাভাৱিক লাজেৰে একাষৰীয়াকৈ বহি থকা গল্পৰ নায়িকাই 'মুখেৰে টু এষাৰ নকৰাকৈয়ে' যেন সক্ৰিয় অংশ গ্ৰহণ কৰিছিল— নিজক এনেভাবে জীৱন্ত কৰিব পৰা অদ্ভুত গুণ গল্পৰ নায়িকাৰ। 'গভীৰ অথচ মাখনৰ দৰে কোমল' নায়িকাৰ মাতত অনাৱশ্যক ব্যস্ততা নাই, কাৰ্য্যত একো অস্বাভাৱিকতা নাই। 'বুজিলো আত্মবিশ্বাস আছে আৰু আনৰ ওপৰতো আস্থা ৰাখে।' গল্পকাৰৰ এইখিনি কথাতে নায়িকাৰ চৰিত্ৰ প্ৰকাশ পাইছে। মুকলিমুৰীয়া বৰুণৰ ভাৱনা-চিন্তাহীন মনোভঙ্গীৰ বিপৰীতে 'কি হ'ব বৰুণ' বা 'কিন্তু কাম-চাৰ্প যে' আদি চুটি চুটি বাক্যই বায়েকৰ মনৰ স্বাভাৱিক উদ্বিগ্নতা সুন্দৰভাবে প্ৰকাশ কৰিছে। গোটেই গল্পৰ কাহিনীটো এই কেইটা কথাতে সোমাই আছে। চিন্তা-উদ্বেগৰ প্ৰেমৰ স্বাভাৱিক প্ৰকাশ।

গল্পৰ আৰম্ভৰ পৰা কৰা শেষলৈকে সেন্দুৰক প্ৰতীক অৰ্থত ব্যৱহাৰ কৰাটো বিশেষভাৱে মনকৰিবলগীয়া। প্ৰকাণ্ড সেন্দুৰবাটি যেন হৈ পৰা বেলিটো আৰু বৰুণৰ বায়েকৰ কপালৰ সেন্দুৰৰ ফোঁটটো এই দুয়োটাৰ মাজত সাদৃশ্য স্থাপন কৰি গল্পকাৰে ক'ব লগা কথা আৰম্ভনিৰে পৰা ইংগিতেৰে কৈ গৈছে। ...... সেন্দুৰৰ ফোঁটটো! কি

দগদগীয়া ৰঙা জুই সেইকুৰা।' আৰু 'হঠাৎ চকুত পৰিল বৰুণৰ বাইদেৱেকৰ ফোঁটটো তেজৰ পৰা দগমগাবলৈ ধৰিছে। নাৱৰ পৰা মূৰটো অলপ হলাই দিয়াত টৌৰ প্ৰতিবিম্ববোৰ গোটেই মুখখনেদি চকচকাই পাৰ হৈ গৈছে। টৌবোৰে যেন ফোঁটটো ভাগ-বাটি লৈ যাব।' উপস্থাপনাৰ বিশেষত্বৰে গল্পকাৰে পাঠকৰ চকুৰ আগত কাহিনীৰ এক জীৱন্ত চিত্ৰ দাঙি ধৰাৰ লগতে গল্পৰ করুণ সমাপ্তিৰ ইংগিত দিছে। তাৰ মাজতো ফুটি উঠিছে মানুহৰ জীৱনত অনুভূত হোৱা প্ৰেম-প্ৰীতি সৌন্দৰ্য্যৰ অবিনশ্বৰ মহিমা।

'কাঠনিবাৰী ঘাট' গল্পত অসমীয়া নাৰী জীৱনৰ এখনি ডুখৰীয়া ছবি দেখা যায়। এজনী সুখী নং বোৱাৰীয়ে সময়ত বৈধব্য যন্ত্ৰণা আমৰণ সহিব লগা হোৱা অৱস্থা এটাৰ ইংগিত গল্পটোৰ আৰম্ভৰে পৰা সচেতন পাঠকে লক্ষ্য কৰে। গোটেই গল্পটোত এটা বেদনাৰ সোঁত পাঠকে সকলো সময়তে অনুভৱ কৰি থাকে। ভাষাৰ হাস্যৰসিক চিত্ৰ ধৰ্মিতা গল্পকাৰৰ গদ্য ৰীতিৰ এক বৈশিষ্ট্য। করুণ কাহিনীৰ গভীৰভাব প্ৰকাশ কৰিবলৈ গৈও নিজান ৰাতি নৈৰ পাৰৰ বৰ্ণনা দিছে এনেদৰে — 'বুটৰ নিচেই কাষতে থকা পাৰটোত বহি বহি জুটুলা জুটুলি চুলিৰে ধুবুনী ছোৱালী কেইজনীমানে কাপোৰ থুকুছিব লাগিছে -- ছপ্ ছপ্ ছপাৎ। ধেৎ! টৌবোৰেহে।'

গল্পটোত নায়িকাক সক্ৰিয়ভাৱে উপস্থাপন কৰা হোৱা নাই। কিন্তু নায়িকাৰ উপস্থিতিৰ অনুভৱ প্ৰতি ছত্ৰে ছত্ৰে বিদ্যামান। গল্পটো পঢ়ি উঠাৰ পাছত ভালে সময়লৈ পাঠকৰ হৃদয় জুৰি থাকে। এইখিনিতে গল্পৰ সাৰ্থকতা।

...................

শ্ৰীমহিম বৰাৰ 'আখেজ' নামৰ গল্পটোত মাক-জীয়েক আৰু ভঙুৱা দেউতাকৰ কাহিনীয়ে গ্ৰাম্য জীৱনৰ সমাধানহীন সমস্যাৰ এক চিত্ৰ দাঙি ধৰিছে।

'কালাপাহাৰৰ লেখনী' গল্পটোৰ কথনভঙ্গীও বৈশিষ্ট্যপূৰ্ণ। ব্যঙ্গাত্মক ভাষাৰ এই গল্পত বিজয়া মেধিৰ চৰিত্ৰই প্ৰাধান্য লাভ কৰিছে। ইয়াত লিখকে পৰ্যবেক্ষণ কৰিছে নাৰী চৰিত্ৰৰ এটা দিশ। 'ছোৱালীৰ মাজত ঈৰ্ষা বেছি। ৰূপৰ প্ৰশংসাও বিচাৰে খুব।'

বৰাদেৱৰ 'ৰাতি ফুলা ফুল' গল্প পুথিৰ একে নামৰ গল্পটো অশুৱনি আৰু অনূঢ়া কন্যাক পাত্ৰস্থ কৰিবৰ বাবে নিম্ন মধ্যবিত্ত পৰিয়ালত পৰম্পৰাগত মূল্যবোধ আৰু বিচাৰ - বিবেচনাকো আঁতৰাই থবলৈ সাজু হোৱা মানসিকতা , আশা আৰু হতাশাৰ দ্বন্দৰ প্ৰকাশ ঘটিছে। গল্পকাৰৰ পৰ্যবেক্ষণ আৰু কাব্যিক অনুভূতিৰ অপূৰ্ব গাঢ়তাই পাঠকক মুগ্ধ কৰি ৰাখে। অনাঘ্ৰাত ফুল আৰু পূৰ্ণ যৌৱনা কুমাৰী নাৰীৰ মাজত থকা সাদৃশ্য

গল্পকাৰে পৰিস্ফুট কৰিছে নমিতাৰ ঘৰত ফুলা নমিতাৰ জীৱনৰ ত্ৰিশবছৰীয়া যৌৱনৰ প্ৰতীক যি যৌৱন নাচি নাচি মৰহি গ'ল।

ফুলক প্ৰতীক হিচাপে লৈ গল্পকাৰে যৌৱনৰ ক্ষণিকতাত অনুভূত হোৱা কাৰুণ্যক প্ৰকট কৰি তুলিছে। গল্পৰ সুন্দৰী কইনা সবিতাৰ লগত একেলগে থিয় হ'লে 'কনট্ৰাষ্টটো' বৰ বেয়া ধৰণে চকুত পৰা চাপৰ, মঙহাল, মিঠাবৰণীয়া ত্ৰিশবছৰ বয়সীয়া নমিতাৰ মনৰ মাজত ফুলি উঠা স্বপ্ন আৰু আকাংক্ষাক এই ফুল কেইপাহেই ইংগিত কৰিছে। গোটেই ৰাতি ফুলি থাকিব। ৰাতিপুৱালে কিন্তু জঁই পৰি যাব। জঁই পৰাই নহয় 'দেখিলেই লোপথোপ ঘিণলগা হৈ পৰিব।' এই ইংগিতময় কথন, ড° নগেন শইকীয়াৰ মতে এই গল্পত 'ভাগ্যবাদী মধ্যবিত্তৰ হতাশাৰ ব্যঞ্জনা সুস্পষ্ট। আনৰ মনৰ স্থূলতা আৰু যান্ত্ৰিক অনুভূতি প্ৰকাশ পাইছে এইকেইটা বাক্যত — "ফ্লেছ বাল্বৰ চমক্। এখন ফটো লোৱা হৈ গ'ল। নিষ্ঠুৰ চিকাৰী এজনে শৰালি এজাকৰ মাজলৈ যেন অতৰ্কিতে চেৰাপলি এটা মাৰি পঠিয়ালে।" এইকথাই নাৰীৰ অসহায় অৱস্থা প্ৰকাশ কৰিছে। ফুলকেইপাহ ফুলি থকা অৱস্থাত ৰাতিৰ দৰ্শক কেইগৰাকীৰ অপাৰ্থিৱ অনুভৱৰ পৰিসমাপ্তি ঘটিল ফ্লেছ বাল্বৰ চমকত। যেন বাস্তৱৰ নিষ্ঠুৰ আঘাত। আৰু তাৰ পিছতেই ওচৰৰ বিয়া ঘৰত কইনা উলিয়াবৰ সময়ত বাজি উঠা বেণুৰ শব্দ আৰু উৰুলিৰ ধ্বনি। এই সকলোবোৰ কাহিনী এক বিদায় ইংগিত — যি ইংগিতে তপনক নমিতাৰ জীৱনৰ পৰা আতৰি যোৱাৰ কথাই সূচায়। নমিতাৰ নিজকে আগবঢ়াই দিয়া সচেষ্ট আন্তৰিকতাৰ বিপৰীতে ওৰনিৰ প্ৰতিক্ৰিয়া বিহীন উদাসীনতা লক্ষ্য কৰিবলগীয়া। তাতোকৈ ডাঙৰ কথা তপনৰ নমিতাৰ প্ৰতি নিষ্ঠুৰতম নিৰ্দেশ 'নমিতা, ফুলকেইপাহমান চিঙি লোৱা, তোমাৰ বন্ধুৰ ফটো উঠাব লাগিব নহয়।" সেই মুহূৰ্তত নমিতাৰ জীৱনৰ অনাদৃত উপেক্ষিত ৰূপটোকে ফুটি উঠিছে।

'ৰাতি ফুলা ফুল'ৰ পৰিনতিৰ মাজেদি কেৱল নমিতাৰ দৰে দুৰ্ভগীয়া ছোৱালীৰ ব্যৰ্থতাই নহয়, সমগ্ৰ নাৰী জাতিৰ অসহায়তাকে প্ৰকাশ কৰা হৈছে। সমালোচকৰ মতে পুৰুষ প্ৰধান নাৰীৰ যৌৱনৰ প্ৰতি নিভৃত অৱজ্ঞা আৰু 'জীৱনৰ প্ৰতি সন্মানৰ ভাব নথকা হৃদয়হীন ভোগবাদ' গল্পটোত মূৰ্ত হৈ উঠিছে। 'গল্পকাৰ কবি কল্পনাৰ অধিকাৰী হ'লেহে ভাব ভাষাৰ এনে সমৃদ্ধি আৰু সুক্ষ্মতা নাতিদীৰ্ঘ গল্পৰ মাজলৈ অনা সম্ভৱ।'

গল্পটোৰ আৰম্ভণিতে মটৰ চাইকেলৰ ইঞ্জিনৰ বিৰাট ধপ্ধপ্ আঁৱাজে নমিতাৰ মাকৰ বুকুত তোলা ধপ্ধপনিৰ কথাতে মানুহগৰাকীৰ দুৰ্ভাৱনা আৰু অপৰিসীম প্ৰত্যাশ্যাৰ ইংগিত পোৱা যায়। এই চিত্ৰটিয়ে গোটেই গল্পটোৰ মূলত থকা 'হোৱা নহোৱাৰ দ্বন্দ্বৰ এটা তিৰ্যক ব্যঞ্জনাকে সৃষ্টি কৰা নাই, মটৰ চাইকেলৰ গৰ্জনে আধুনিক যন্ত্ৰ যুগৰ হৃদয়হীনতা আৰু নিৰ্মমতাৰ এক প্ৰতীকী ব্যঞ্জনাও লাভ কৰিছে।' (শ্ৰী অপূৰ্ব শৰ্মা) বসন্তই নমিতাক চাবলৈ এজন ডেকা ল'ৰা অনাৰ কথাত নমিতাৰ মাকৰ ব্যগ্ৰতাই পৰিবাৰিক সমস্যাটোকে

প্ৰকাশ কৰিছে। ঘৰুৱা বন-বাৰী, হাতৰ কাম সকলোতে পাকৈত নমিতাৰ হাতৰ কামৰ প্ৰশংসা আৰু ৰূপ চাই অপছন্দ কৰা লোকৰ হিচাপ নাই। নমিতাতকৈ সৰু ছোৱালী বহুতৰে বিয়া হৈ গ'ল। আৰু প্ৰতিখন বিয়াৰ 'হোমৰ জুঁই কুৰা যেন মাকৰ বুকুতহে দপ্‌দপাই জ্বলি গ'ল। নমিতাই অনা গল্পৰ কিতাপ পঢ়ি মাকে কামনা কৰে যেন গল্পৰ নায়ক-নায়িকাৰ দৰে তেওঁৰ ছোৱালীৰ 'আঙুলিত আঙুলিটো লাগি' কোনোবা ডেকাৰ মনত প্ৰেমৰ সঞ্চাৰ হওক। ৰক্ষণশীল সমাজৰ এগৰাকী হৈও এই মানসিক পৰিবৰ্তন, পানদোষ থকা আনকি নিষিদ্ধ ঠাইলৈকো হয়তো যোৱা ডেকা এজনকো জোঁৱাই হিচাপে সহজভাৱে গ্ৰহণ কৰিবলৈ অতি কষ্টৰে হ'লেও চেষ্টা কৰাৰ কথাই সময়ৰ গতি বুজাইছেনে, নমিতাৰ জীৱনৰ গতি লগাই কোনোমতে দায়মুক্ত হ'ব পৰা মনোভাৱ বুজাইছে— তাক লিখকে পাঠকৰ বিচাৰৰ বাবে আগবঢ়াই দিলে।

একোজন লিখকৰ দৃষ্টিভংগী, বিচাৰ আৰু মুল্যবোধ লিখকৰ ৰচনাত প্ৰকাশ পায়। এই গল্পত অনুঢ়া ছোৱলী নমিতাৰ যৌৱনৰ অপচয়ৰ বিষয়ে লিখকে অনুভৱ কৰা সহানুভুতি কৰুণা গভীৰভাৱে প্ৰকাশ পাইছে। যিহেতু লিখক এগৰাকী কবি, সেইবাবে তেখেতৰ কবি কল্পনাৰ- পৰিচয় তেখেতৰ শ্ৰেষ্ঠ গল্পসমূহত পোৱা যায়। কবি কল্পনাই সঞ্জিৱীত কৰা তেখেতৰ শ্ৰেষ্ঠ গল্পসমুহে পাঠকক লৈ যায় বাস্তৱৰ এক অপৰিচিত স্তৰলৈ, এনে গল্পই পাঠকক ভাৱমগ্ন কৰি তোলে।

'ৰাতি ফুলা ফুল' এটা কাহিনী প্ৰধান গল্প নহয়। একোটা মুহূৰ্তৰ সূক্ষ্মতৰ মানসিক বাতাবৰণ সৃষ্টিৰে এক অনুভূতিঘন অভিজ্ঞতাৰ মুল্যায়ন বা মনন হৈছে জীৱনৰ সমৃদ্ধ বোধৰ ভিত্তিত। এটা কবিতাৰ দৰেই গল্পটো আগৰ পৰা গুৰিলৈ এক কেন্দ্ৰীয় অনুভূতিৰ আধাৰত নিৰ্মিত আৰু শেষ মুহূৰ্তত সেই অনুভূতি অসহনীয় তীব্ৰতাৰে উতপ্ত হৈ উঠিছে।' (ড° হীৰেন গোঁহাই)

এই সংকলনৰে অন্য এটা স্ত্ৰী চৰিত্ৰ প্ৰধান গল্প 'দেহা গৰকা প্ৰেম'ত নায়িকাই অশেষ পৰিশ্ৰমেৰে এড়ী চাদৰ বৈ-কাটি নায়কক দিয়াৰ বৰ্ণনাত অসমৰ গ্ৰাম্য জীৱনৰ হেৰাই যাবলৈ ধৰা এটা শিল্পৰ বিৱৰণ যেনেদৰে পোৱা যায় তেনেদৰেই এড়ী পলু পোহাৰ পৰা সূতা কাটি তাঁত বৈ কাপোৰ উলিওৱালৈকে এই কাম কিমান শ্ৰমসাধ্য তাকো প্ৰকাশ কৰে। গল্পটোত এগৰাকী গাঁৱৰ আদৰ্শ বোৱাৰীৰ অমল প্ৰেমৰ নিৰ্মল প্ৰকাশ ঘটিছে। বিষয়বস্তুৰ মাজত লিখকৰ নিষ্ঠা আৰু হৃদয় সংবাদ শুনিবলৈ পোৱা যায়। পৰিণত বয়সৰ প্ৰেমৰ গভীৰতা গল্পটোত উপলব্ধি কৰিব পাৰি।

পইতাচোৱা গল্পত লিখকে অংকন কৰা স্ত্ৰী চৰিত্ৰত লিখকৰ নিখুঁত পৰ্যবেক্ষণ দেখা যায়। লোকৰ যি কথাত মানুহে দোষ দেখে নিজৰ বেলিকা তেনে কথাত দোষ

নেদেখাই মানুহৰ স্ব ...। মাকৰ চৰিত্ৰই এই কথাকে উদঙাই দেখুৱায়। জীৱনৰ নিষ্ঠুৰতাই কোনোবা পৰত উপাৰ্জনহীন পুত্ৰক মাকৰ মনতো অদৰকাৰী কৰি পেলায়, ভাই-ভনীৰ ওপৰত কৰ্তৃত্ব হেৰুওৱাটোতো বাদেই। বাস্তৱৰ একো একোটা ক্ষণে কেতিয়াবা মানুহক হঠাৎ ৰূঢ় কৰি তোলে— নভবা- নিচিন্তাকৈ একো-একোটা কাম হঠাৎ কৰি পাছত পস্তাৱলগীয়া হয়। আনৰ ক্ষেত্ৰত সমালোচনাৰ বিষয়বস্তু হোৱা কথাকে নিজৰ ক্ষেত্ৰত স্বাৰ্থ ৰক্ষা কৰিবলৈ দোষণীয় নহয় বুলি নিৰ্দোষীতাৰ আৱৰণ দিবলৈহে মানুহে চেষ্টা কৰে। লিখকৰ অন্য কেইবাটাও গল্পৰ লগতে এই গল্পটোতো বল্লভৰ মাকৰ চৰিত্ৰত এই দুৰ্বলতা দেখিবলৈ পোৱা যায়। মানৱীয়, সম্পৰ্কৰ স্থিতিস্থাপকতাও (elasticity) যেন গল্পটোৰ মাজেদি নিৰ্মমভাবে পৰীক্ষা কৰা হৈছে।

'ৰাতি ফুলা ফুল' গল্পৰ পুথিয়ে প্ৰকাশন পৰিষদৰ পুৰস্কাৰ লাভ কৰিছে। সত্তৰৰ দশকত প্ৰকাশিত এই পুথিত আধুনিক মধ্যবিত্ত শ্ৰেণীৰ মাজলৈ অহা হতাশা, মোহভংগ , আৰ্থ-সামাজিক সংঘাতৰ প্ৰতি লিখকে দৃষ্টিপাত কৰিছে। নৈসৰ্গিক তথা মানৱীয় পৰিস্থিতি বৰ্ণনাত সিদ্ধহস্ত লিখকৰ লেখনীত পৰিবেশ আৰু বাতাৱৰণ সুন্দৰভাৱে সৃষ্টি হয়। কোনো লাগতিয়াল খুটি-নাটি বাদ নপৰে।

এজন ভাল কথকে যেনেকৈ শ্ৰোতাক শেষলৈকে কৌতুহলী আৰু মগ্ন কৰি ৰাখিব পাৰে বৰাৰ গল্পয়ো শেষলৈকে পাঠকক তেনেকৈয়ে কৌতুহলী আৰু গল্পতে নিমগ্ন কৰি ৰাখিব পাৰে। গল্পবোৰ সম্পূৰ্ণ বাহুল্যবৰ্জিত। সেইবাবে এটা দীঘল গল্পও আমনি দায়ক নহয়। কথিত ভাষাৰ প্ৰয়োগেৰে জীৱন্ত হৈ উঠা বৰাৰ গল্পত গ্ৰাম্য জীৱনৰ এক প্ৰাণময় চিত্ৰ পোৱা যায়। সাধাৰণ কাহিনীকো আকৰ্ষণীয়ভাবে বৰ্ণাব জনা সুন্দৰ কথন ভঙ্গীৰ বাবেই প্ৰতিটো গল্পই সুখপাঠ্য হৈ উঠিছে। পৰিচিত পৃথিৱীৰ মাজত জীৱনৰ বাৰে-বৰণীয়া ৰহন বিচাৰি উলিয়াই তাক পাৰ্গত হাতেৰে লিখকে ৰূপায়িত কৰিছে। সহজ-সৰল বাক্যৰ গাঁথনিত বুদ্ধিদীপ্ততা সততে প্ৰকাশ পোৱা দেখা যায়। স্বকীয়তা ক'লা-কুশলতা আৰু মানৱিক আবেদনে লিখকক শ্ৰেষ্ঠ গল্পকাৰসকলৰ মাজৰ এজন হিচাপে খ্যাতি দিছে।

দণ্ডীনাথ কলিতাৰ সাহিত্যত বিংশ শতিকাৰ নাৰীৰ স্বতন্ত্ৰতাৰ স্বাক্ষৰ পোৱা যায়। ঠিক তেনেকৈয়ে বিৰিঞ্চি বৰুৱাৰ লেখনীত যুদ্ধকালীন সমাজৰ নাৰীৰ জীৱন-সংঘাত প্ৰকাশ পাইছে। নাৰীবাদৰ বিকাশ অথবা বিস্তাৰ আদিও বহুত সাহিত্যিকৰ সাহিত্যত পৰিস্ফুত হৈছে। তাৰ বিপৰীতে মহিম বৰাৰ গল্পৰ পটভূমি ঘাইকৈ পঞ্চাশ-ষাঠিৰ দশকৰ অসমৰ গ্ৰামীন আৰু মধ্যবিত্ত জীৱনৰ হোৱা হেতুকে সেই সময়ৰ সমাজ আৰু চৰিত্ৰহে গল্পবোৰত প্ৰতিবিম্বিত। লেখকৰ সাহিত্যত গঞা জীৱন আৰু অৰ্দ্ধ চহৰীয়া, জীৱনৰ নাৰী চৰিত্ৰবোৰে

নাৰীৰ সামাজিক আৰু পাৰিবাৰিক স্থিতি, মানসিক আবেগৰ দ্বন্দ্ব, প্ৰেম-ভালপোৱাৰ সহজ-সৰল চিত্ৰ আদি প্ৰকাশ কৰিছে আৰু বৃটিছ আমোলে দি যোৱা আধুনিকতাৰ বতাহ লগা গাঁৱৰ অৰ্দ্ধশিক্ষিত মানুহৰ জীৱন যাত্ৰা উদ্ভাসিত কৰি তুলিছে।

মহিম বৰাৰ গল্পৰ নাৰী চৰিত্ৰবোৰ প্ৰতিবাদী সত্তা নহয়। সাধাৰণ জীৱন যাত্ৰাৰ ঘৰুৱা সমস্যাৰ হাঁহি-কান্দোনেৰে জৰ্জৰিত এইবোৰ চৰিত্ৰ। দুটামান গল্পত নাৰী চৰিত্ৰই নিজৰ অন্তৰ্দন্দ্বত নিজেই জ্বলি-পুৰি থাকিলেও সমাজ আৰু সংস্কাৰক উলাই কৰি প্ৰতিবাদ সাব্যস্ত কৰা নাই। নাৰী চৰিত্ৰৰ গভীৰলৈ যোৱাৰ প্ৰয়াস লিখকৰ গল্পত নাই, অথবা নাৰী মনৰ অন্ধ সন্ধিৰ ব্যাখ্যাও লিখকৰ গল্পত পোৱা নাযায়। লিখকৰ নিষ্ঠা, কাহিনীৰ বৰ্ণনাভঙ্গী আৰু ভাষাৰ কাব্যিক প্ৰক্ষেপে সাধাৰণ প্লটকে অতি উৎকৃষ্ট মানৰ গল্প কৰি তুলিছে। স্বাভাৱিকতেই এজন লিখকৰ সকলো লেখনীৰ মান সমানভাৱে উৎকৃষ্ট মানৰ গল্প হ'ব নোৱাৰে। তথাপি তেখেতৰ কেইটামান গল্পৰ চৰিত্ৰই পাঠকৰ মনত দ'কৈ সাঁচ বহুৱাই যায়। স্ত্ৰী চৰিত্ৰসমূহৰ ভিতৰত বিশেষকৈ 'কাঠনিবাৰী ঘাট'ৰ কেউটা স্ত্ৰী চৰিত্ৰ, 'অনেক ভোমোৰাৰ গুণ গুণনি'ৰ মিমি আদিয়ে ভালেমান পৰলৈ পাঠকৰ মনত গুণগুণনি তুলি থাকে। 'নিঃসন্দেহ' গল্পৰ স্বাতী আৰু 'এচেৰেঙা স্মৃতিৰ ৰেঙনি'ৰ গল্পৰ লিখনিৰ চৰিত্ৰই এখন স্বয়ং সম্পূৰ্ণ জগতৰ সৃষ্টি কৰিছে।

'মহিম বৰাৰ প্ৰতিটো ৰচনাত নাৰী চৰিত্ৰ অৱশ্যেম্ভাৱী হৈ উঠা নাই। নাৰী চৰিত্ৰ নোহোৱা গল্পও তেখেতে লিখিছে। কোনো কোনো গল্পত নাৰী চৰিত্ৰই কেৱল উল্লেখহে পোৱা যায়। আমি এই আলোচনাত তেখেতৰ গল্পসমূহৰ ভিতৰত নাৰী চৰিত্ৰই প্ৰধান্য পোৱা গল্পকেইটাৰ বিষযেহে আলোচনা কৰিবলৈ চেষ্টা কৰিছো।

---

(❊ জনক্ৰান্তি ৩-৯ ডিচেম্বৰ, ১০-১৬ ডিচেম্বৰ, ১৭-২৩ ডিচেম্বৰ, ১৯৯৫ ❊)

# মহিম বৰাৰ চুটি গল্পৰ এক সমীক্ষামূলক আলোচনা

- কুমুদ বৰা

কবিতাৰে সাহিত্য জীৱন আৰম্ভ কৰা মহিম বৰাই পিছলৈ চুটি গল্প, নাটক, প্ৰবন্ধ, শিশু সাহিত্য, হাস্য-ব্যংগ ৰচনা আৰু উপন্যাসৰ ক্ষেত্ৰ সামৰি ল'লেও আধুনিক অসমীয়া সাহিত্যৰ ইতিহাসত গল্প কাৰ হিচাপেহে সু-প্ৰতিষ্ঠিত। অৱশ্যে সাহিত্যৰ আনকেইটা বিভাগত তেখেতৰ সাহিত্য-কৃতিৰ যথোপযুক্ত মূল্যায়ণ আজিও হোৱা নাই বুলি আমি ভাবো। বিশেষকৈ তেখেতৰ প্ৰকাশিত উপন্যাসকেইখন আৰু লাহতী ৰচনা 'মোমাইৰ পদূলিত বান্ধিলো ঘোঁৰা' নামৰ প্ৰকাশিত প্ৰবন্ধ গ্ৰন্থখনৰ ওপৰত সমালোচকে দৃষ্টিপাত কৰা হ'লে সাহিত্যকজনৰ প্ৰতিভাৰ বিভিন্ন দিশ উন্মোচিত হ'ল হয়। আমাৰ বিষয় বৰাদেৱৰ চুটি গল্প হোৱা বাবে আমি ইয়াতে সীমাবদ্ধ থাকিম।

১৯৪৬ চনৰ 'বৰদৈচিলা'ত প্ৰকাশিত 'জইন মৰা' নামৰ চুটি গল্পটোৱেই তেখেতৰ সম্ভৱতঃ প্ৰথম গল্প। গল্পটো উদ্ধাৰ কৰিব নোৱাৰাৰ বাবে এই আলোচনাত অন্তৰ্ভূক্ত কৰিব পৰা নগ'ল। আৱাহন, ৰামধেনু আদি আলোচনীৰ যোগেদি তিনিকুৰিতকৈ অধিক গল্পৰ সৃষ্টিৰে অসমীয়া সাহিত্যৰ ভঁৰাল সমৃদ্ধ কৰাৰ উপৰিও এক বৃহৎ পাঠক সমাজক ৰসাস্বাদন কৰাই আকৃষ্ট কৰিবলৈ সক্ষম হৈছে। 'কাঠনিবাৰী ঘাট' মই, পিপলী আৰু পুঁজা, বহুভূজী ত্ৰিভূজ, ৰাতি ফুলা ফুল, দেহা গৰকা প্ৰেম, এইকেইখনেই গল্পকাৰজনৰ স্বৰচিত চুটি গল্পৰ সংকলন।

'কাঠনিবাৰী ঘাট'—যিটো গল্পই অসমীয়া পাঠকৰ বাহিৰেও ভাৰতৰ কেইবাটাও প্ৰান্তীয় ভাষাৰ পাঠকৰো হৃদয় স্পৰ্শ কৰিব পাৰিছে, সেই গল্পটোৰ চুম্বকতা ক'ত তাক বিচাৰ কৰিবলৈ গল্পটোৰ ভিতৰলৈ সোমোৱাৰ প্ৰয়োজন। গল্পটোৰ আটাইতকৈ হৃদয়স্পৰ্শী মুহূৰ্তটো এনেধৰণৰ 'মোৰ বাগানে বাগানে চাকৰি বিচাৰি ফুৰা ভেগাবণ্ড'ৰ জীৱনত বহুত দিনৰ ভিতৰত এটা দিন, বহুত ৰাতিৰ ভিতৰত এটা ৰাতি আছিল—নাওঁ যিমানেই শিল্প ঘাটৰ ওচৰ চাপি আহিবলৈ ধৰিলে সিমানেই মনটো উকণ্ঠা লাগি আছিল' – 'হঠাৎ চকু পৰিল বৰুণৰ বাইদেউৰেকৰ ফোটটো তেজৰ দৰে দগ্‌মগাবলৈ ধৰিছে। নাৱৰ পৰা

মুৰটো অলপ হলাই দিয়াত টৌৰ প্ৰতিবিম্ববোৰ গোটেই মুখখনৰ ওপৰেদি চক - চকাই পাৰ হৈ গৈছে। টৌবোৰে যেন ফোঁটটো ভাগ বাতি লৈ যাব।' উদ্ধৃত প্ৰথমাংশটোৱে আমাক ইংগিত দিয়ে নাওখনত সহযাত্ৰী হৈ অহা বৰুণৰ বাইদেউবেকৰ উপস্থিতিত গল্পৰ নায়কে ভেগাৰগু জীৱনৰ বিষাদ ক্লান্তিৰ কুঁৱলিৰ মাজতো এক অনিৰ্বচনীয় পুলক অনুভৱ কৰিছে। এই পুলকতাই সৃষ্টি কৰিছে অন্তৰাত্মাত মানৱ মনৰ এক চিৰন্তন আকুলতা। নাওখন ঘাটৰ সমীপলৈ অহাৰ প্ৰকৃতিৰ বৰ্ণনাৰে প্ৰকাশ পাইছে নায়কৰ হৃদয়ত কিবা যেন এক হেৰুৱাৰ অব্যক্ত সংশয়, বি ষাদ। দ্বিতীয় অংশ (ওপৰত উদ্ধৃত) টৌৰ বৰ্ণনাত টৌবোৰে বৰুণৰ বাইদেৰেকৰ ডগ্‌মগীয়া ফোঁটটো বাতি লৈ যোৱাৰ যি সংশয়সূচক ইংগিত দিছে তাৰ মাজত লুকাই আছে চূড়ান্ত বিপদৰ আভাস। প্ৰকৃততেই গল্পটোৰ পৰিণতিত সেয়ে হৈছে। বোৱাৰীগৰাকীৰ স্বামীৰ ইতিপূৰ্বেই মৃত্যু হৈছে দুৰ্ঘটনাত। গল্পকাৰে সীমিত শব্দৰ ব্যৱহাৰৰে পাঠকৰ মনত এক Photographic impression দিবলৈ সক্ষম হৈছে। এটা প্ৰতীকধৰ্মী গল্প। ভাবঘন চিত্ৰন আৰু সমাহিত কথনভংগীৰে উচ্চমান বিশিষ্ট। প্ৰতিটো শাৰীৰ মাজত নিহিত হৈ থকা বিষাদৰ গুণগুণনি এটাই পঢুঁৱৈ মাজত সিঁচি দিয়ে কৰুণা সক্ত উজ্বল অনুভৱ। 'কি হ'ব, 'কি হ'ব এনে এক উৎসুকতাই চঞ্চল কৰি তোলে মন হৃদয়। হেঁপাহ এটাই ক্ৰিয়া কৰে গল্পৰ নায়কৰ, এবাৰ যেন লগ পাম, চুই চাম। গল্পটোৰ শিৰোনামাৰ ক্ষেত্ৰতো আমি এক প্ৰতীকি ৰূপ দেখা পাওঁ। কাঠনিবাৰী দৰেই যেন জঁয়াল, জটিল, কঠিন এই জীৱন যাৰ যিকোনো ঘাটতেই হেৰাই যাব পাৰে ডগ্‌মগীয়া সূৰ্যটো, নাৰীৰ জীৱন অভিমানী ৰঙা ফোঁটটো আৰু কাৰোবাৰ কলিজাত জ্বলি থাকিব পাৰে (গল্পৰ নায়কৰ দৰে) এটা উত্তাপহীন ৰঙা আঙঠা। গল্পটোৰ গাঁঠনি, মানৱতাবোধৰ প্ৰকাশ আৰু পৰিমাৰ্জিত শব্দ-ব্যৱহাৰে এটা ৰোমান্তিক সুৰৰ সৃষ্টি কৰিছে আৰু সিয়েই দান কৰিছে অনুপমত্ব। গল্পটোৰ আঁৰৰ লেখকজনক বিচাৰিলে আমি হয়তো পাব পাৰো আশা-নিৰাশা, পোৱা-নোপোৱা, ছাঁ-পোহৰৰে সম্পৃক্ত জীৱনৰ হাস্যময়তাত তেওঁ যেন সমাহিত। আধুনিক কবিতা এটাৰ ব্যঞ্জনাৰে বৰ্ণময় হৈ উঠিছে গল্পটো। বৰাদেৱৰ গল্পৰ বৰ্ণনাত মাজে মাজে গীতিময়তা অনুভৱ হয়। বোধহয় তেওঁৰ মাজত আৰম্ভণিৰ 'ৰঙা জিঞ্জা'ৰ কবি-সত্তাৰ এতিয়াও উজ্জ্বল' হৈয়েই আছে।

গল্পকাৰজনৰ আন এটা শ্ৰেষ্ঠ গল্প 'টোপ'। ইয়াৰ হৰিব'ল ককাৰ চৰিত্ৰটো এটা টাইপ চৰিত্ৰ হ'লেও আমি flat (একক বৈশিষ্ট্য) চৰিত্ৰৰ শাৰীত পেলাব নোৱাৰো। কাৰণ চৰিত্ৰটোৱে সাধাৰণ প্ৰতিনিধিত্ব কৰিলেও তেওঁৰ গাত গল্পকাৰে এনে কিছুমান গুণ আৰোপ কৰিছে যেনে, তেওঁ গাঁওখনৰ ল'ৰা-ছোৱালী, জীয়াৰী-বোৱাৰী, সকলোৰে বাবে এক সহায়ক হাত। সমাজ জীৱনত তেওঁ এক অবিচ্ছেদ্য অংগ। গতিকে সেইফালৰ পৰা চৰিত্ৰটোৱে ৰাউণ্ড (বহু বৈশিষ্ট্য) চৰিত্ৰ হিচাপে অংকিত হৈছে। বৰাদেৱে গল্পটোৰ

হৰিবল ককাৰ মাজেৰে সাধাৰণ মানুহৰ জীৱনৰ কেতবোৰ মৌলিক সমস্যাৰ ওপৰত আলোকপাত কৰিছে। শৈলী বিজ্ঞানৰ ফালৰ পৰা বিচাৰ কৰি চালে আংগিক আৰু অতীন্দ্ৰিয় চৰিত্ৰৰ উপলব্ধি প্ৰকাশত গল্পটো অসমীয়া চুটি গল্পৰ সাহিত্যত এক অভিনৱ সৃষ্টি। সেয়ে intellectual পাঠকে 'টোপ'ক 'কাঠনিবাৰী ঘাট'তকৈয়ো উচ্চমানৰ গল্প বুলি ক'ব পৰাৰ যথাৰ্থতা আছে। বেনুৱে ধৰা শল মাছটোৱেই টোপ হৈ অবিবাহিত হৰিবলককাৰ ডেকা কালৰ ৰহস্যাবৃত অতীতটো - যিটো গোপন বেদনা আৰু অপৰাধ চেতনাৰ সিক্ত, ধৰি আনিছে। গল্পটোৰ নামাকৰণো তাৎপৰ্য্যপূৰ্ণভাৱে শ্লেষাত্মক। বৰশীৰ ডোল বটি দিয়াৰ পাচত সিহঁতে বুঢ়াকো বৰশী বাবলৈ লগ ধৰাত বুঢ়াই প্ৰায় ভাগি পৰি কৈছিল- 'টোকাটোপ ভাণ্ডিবলৈ পুৰণাবাৰী এখনলৈ গৈছিলো।' 'দেখিলো বহুত ক'লা পৰুৱা। বৰমূৰীয়া টোকা পৰুৱা যে? সিহঁতে কিবা এটা বস্তু আৱৰি ধৰিছে। ওচৰ চাপি গ'লো। বোধহয় আগদিনা পুৱতি ৰাতি কোনোবাই ওচৰত পুতি থৈ গৈছিল।' শিয়ালে বোধহয় উলিয়ালে ....... গাঁৱত দেখা-দেখিকে কাৰো কেঁচুৱা হোৱা নাছিল। কোনোবা পাষণ্ড পাপীৰ কাম। চকু দুটা ওলাই আছে ঠৰংগা।' বেনুৱেও সি ধৰা শল মাছটোৰ চকু দুটা আছিল ঠৰঙা। হৰিবল ককা, বেনুৰ মাজেৰে গল্পকাৰে ফুটাই তুলিছে গভীৰ জীৱনবোধৰ চেতনা। 'কাঠনিবাৰী ঘাট' গল্পটোৰ চিৰন্তন মানৱ প্ৰেমৰ ৰোমাণ্টিক সুৰটোৰ মাজত পাঠকে নিজক বিচাৰি চোৱাৰ সুবিধা আছে। গল্পটোৰ মাজেৰে নিয়তিৰ নিৰ্মম পৰিহাস আৰু জীৱনৰ ৰহস্যময় দিশটোক গল্পকাৰে উন্মোচিত কৰিছে। কাৰোবাৰ মতে 'কাঠনিবাৰী ঘাট' তেখেতৰ সৰ্বশ্ৰেষ্ঠ গল্প আৰু কোনো কোনোৰ মতে 'টোপ'। এই ক্ষেত্ৰত ইয়াকে ক'ব পাৰি বিষয়বস্তু, ৰচনাশৈলী, পৰিমিত শব্দ ব্যৱহাৰ, পৰিৱেশ সৃষ্টি আৰু পাঠকৰ ৰুচিৰ ভিন্নতালৈ লক্ষ্য ৰাখি দুয়োটা গল্প মহিম বৰাৰ নিঃসন্দেহে অসমীয়া সাহিত্যৰ চুটি গল্পসমূহৰ ভিতৰৰ দুটা সৰ্বশ্ৰেষ্ঠ গল্প।

'তিনিৰ তিনি গ'ল' (বহুভূজী ত্ৰিভুজ) গল্পটো সংকলনটিৰ অন্যতম শ্ৰেষ্ঠ গল্প। গল্পটোৰ কাৰুণ্য আৰু ক্ষোভৰ শীৰ্ষ মুহূৰ্তটোৰ কথা শিল্পীজনে কেনেদৰে মূল চৰিত্ৰ পূৰ্ণকান্তৰ মুখেৰে ফুটাই তুলিছে তেওঁৰ ভাষাৰেই অনুভৱ কৰক — 'বজাৰৰ নানান মানুহৰ সানমিহলি কোঢ়ালবোৰ, বিভিন্ন ৰূপবোৰ পূৰ্ণৰ চকু আৰু মনৰ পৰা অস্পষ্ট হৈ গ'ল। স্পষ্ট হৈ উঠিল কল এটালৈ বুলি তাক আঁকোৱালি ধৰি কান্দি থকা সৰু ল'ৰাটোৰ ছবিটো, টপটপকৈ পূৰ্ণৰ ভৰিত পৰি থকা চকুপানীৰ টোপালবোৰ স্পষ্ট হৈ উঠিল, শেতামুখেৰে কৰুণ চকুৰে ঠিয় হৈ থকা ডাঙৰ ল'ৰাটোৰ ছবিটো, কাণত পৰিল তাৰ বুজনিথিনি ....... আৰু কল বিচাৰি ঘূৰি ফুৰা মাজু ল'ৰাটো ............ আকৌ এবাৰ মাৰাত্মকভাৱে হাঁহিবলৈ গৈ সি বৈ গ'ল। বাটিৰ মানুহে বলিয়া বুলি নকবনে?' এই নাটকীয়া পৰিণতিৰে গল্পটোৰ পৰিসমাপ্তি ঘটোৱা হৈছে। পূৰ্ণকান্ত হেজাৰ হেজাৰ দুখীয়া পৰিয়ালৰ

প্ৰতিনিধি। ল'ৰা তিনিটাৰ মুখৰ পৰা কাঢ়ি নি ঘৰত হোৱা মালভোগ কল তিনি আষি বজাৰত বিক্ৰী কৰি পোৱা পইচাৰে অভাৱ জৰ্জৰিত ঘৰখনৰ দুই-এটি অতি প্ৰয়োজনীয় বস্তু কিনাৰ আশাতো চেঁচাপানী পৰিল যেতিয়া তিনিও আষি কল বিনা পইচাত শোষকসকলক দিব লগা হ'ল। মাৰাত্মকভাৱে হাঁহিবলৈ গৈ বৈ যোৱাটোৰে গল্পকাৰে দেখুওৱাব খুজিছে সংসাৰৰ প্ৰতি, শোষকৰ প্ৰতি ঘৃণাৰ তীব্ৰ প্ৰকাশ। দৰিদ্ৰৰ ইঁহাৰো অধিকাৰ নাই, হাঁহিলে বলিয়া বুলি স্বীকৃত হ'ব। দোকানী, মহাজন, মৌজাদাৰে মুহুৰীৰ দৰে সাধাৰণক তেজ শুহি খোৱা মানুহৰে এই সমাজ এই দেশ ভৰি থাকিলে টংক আতৈ, নমোবামৰ দৰে সুহৃদ, সমব্যথী ব্যক্তিও যে এই পৃথিৱীত আছে গল্পকাৰে তাকো চৰিত্ৰাংকন কৰি দেখুৱাইছে। লেখকৰ শোষণধৰ্মী চেতনাৰ পৰিপন্থী বিবেক গল্পটোত সক্ৰিয়। লগতে বক্তব্য উপস্থাপনৰ ক্ষেত্ৰত ম'ধ্যবিত্ত মানসিকতাক সাৱধানে এৰাই চলা পৰিলক্ষিত হয়।

অৱসৰপ্ৰাপ্ত চৰকাৰী চাকৰিয়াল পইসত্তৰ বছৰীয়া বিপত্নীক জনাৰ্দন চৌধুৰীৰ 'বেলি-মাৰ' অৱস্থাটোৰ কথা গল্পকাৰে চিত্ৰায়িত কৰিছে 'স্মৃতি গন্ধা' (বহুভূজী ত্ৰিভূজ) নামৰ গল্পত। পুত্ৰ-বোৱাৰী, নাতি-নাতিনীৰে ভৰপুৰ ঘৰ এখনতো বৃদ্ধ বয়সত পৰিত্যক্ত হৈ পৰা মানৱ জীৱনৰ এখন করুণ অসহায় ছবি ফুটি উঠিছে কথা শিল্পীজনৰ কোমল, সুনিৰ্বাচিত উপযুক্ত শব্দ, ৰচনা-চাতুৰ্য্য আৰু সুষম প্ৰকাশভংগীত। জীৱন অৱশ্যম্ভাবী পৰিণতিৰ প্ৰতি গল্পটোত এক প্ৰছন্ন ইংগিত আৰু সংবেদনশীল আবেদন ফুটি উঠিছে। আধুনিক অসমীয়া চুটি গল্পত বৃদ্ধ বয়সৰ দৰে স্পৰ্শকাতৰ বিষয়টোৰ ওপৰত লেখা গল্পৰ সংখ্যা বৰ তাকৰ। হোমেন বৰগোহাঞিৰ 'হাতী' নামৰ ৰূপকধৰ্মী গল্পটো আৰু ডঃ ভবেন্দ্ৰ নাথ শইকীয়াৰ দুটামান গল্পৰ বাহিৰে আমাৰ চকুত তেনেকৈ পৰা নাই। এই ক্ষেত্ৰত বৰাদেৱৰ 'স্মৃতি গন্ধা' এক বলিষ্ঠ সংযোজন। গল্পটোৰ এক ৰমনীয় দিশ অনুভৱ কৰক 'ন কইনাৰ মুৰত থোৱা সোঁহাতখনৰ পৰাই এই সৌৰভৰ সোঁতটো বৈ আহিছে, কি আচৰিত। ইফালে-সিফালে চোৰৰ দৰে চাই খৰ্পজপকৈ হাতখন নাকৰ ওচৰলৈ তুলি ল'লে, হেঁপাহ পলুৱাই দীঘল দীঘল কৈ ঘ্ৰাণ ল'বলৈ ধৰিলে' ............ 'পঞ্চাশ বছৰৰ চিনাকি এই গন্ধ'। নব-বিবাহিতা বোৱাৰীজনীৰ চুলিৰ পৰা নিঃসৃত মাহ-হালধী, সু-গন্ধি তেল, গাঠিয়ানৰ সানমিহলি গোন্ধটোত তেওঁ (চৌধুৰী) বিবাহিত জীৱনৰ প্ৰথম দিনবোৰৰ সজীৱ স্মৃতি বিচাৰি পায়। ইয়াৰ মাজত হেৰাই যায় বজাৰৰ বাহি লালমোহনৰ টেঙেচি স্বাদ, গেলামাছৰ গোন্ধ, পুতেকহঁতৰ অভিযোগ আৰু দুৰ্নীতিত জাহ যোৱা মানুহৰ ছবি খন্তেকৰ বাবে হলেও। গল্পটোত গল্পকাৰে স্মৃতিৰ মাজেৰেই জনাৰ্দন চৌধুৰীৰ জীৱনৰ এক বৃহৎ অংশ সামৰি লৈছে। তেওঁৰ চাকৰি জীৱন, বৈবাহিক জীৱন, পুতেকহঁতৰ বিয়া-বাক আৰু ল'ৰা-ছোৱালী হোৱা, বিপত্নীক হোৱা সময়ৰ অৱস্থা ইত্যাদি। কিন্তু

গল্পকাৰজনে মূল আবেদনটোৰ লগত সংগতি হেৰুৱাই পেলোৱা নাই। বিষয়বস্তুৰ বাহিৰৰ কোনো ঘটনাকো টানি অনা নাই। এনেধৰণৰ জীৱনৰ বহু অংশ সামৰি লোৱা চুটি গল্প বুলিলে আমি Washingtion Irving ৰ Rip Van Winkle আৰু মোঁ পাচাৰ Necklace গল্পটোলৈ আঙুলিয়াব পাৰো। লেখকৰ ৰচনা-চাতুৰ্য্যৰ ওপৰত নিৰ্ভৰ কৰে।

ৰূপ-ৰস-গন্ধৰ চিৰন্তন অনুভূতি প্ৰবাহৰ প্ৰতীকক কথাশিল্পীজনে কাব্যিক ভাষাৰে প্ৰাণৱন্ত কৰি তুলিছে। সকলো অন্যায়, অৱহেলা, বিপৰ্যয়তাৰ মাজতো মানৱ হৃদয়ৰ অমৃত একেবাৰে যে নিঃশেষ হৈ নাযায় গল্পটোত তাৰ ইংগিত স্পষ্ট। গভীৰ অন্ধকাৰময় কালতো মানৱতা আৰু স্মৃতিৰ সুগন্ধই মানুহক জীয়াই থকাৰ প্ৰেৰণা যাঁচে। বিষয়বস্তুৰ বাচনি, গাঁঠনিৰ বিন্যাস, কৌশলগত চৰিত্ৰায়ন আৰু সুন্দৰ পৰিবেশ সৃষ্টিৰে গল্পটো মৰ্মস্পৰ্শী।

'মাছ আৰু মানুহ' গল্পটো (১৯৬১) সেই সময়ৰ প্ৰচলিত চুটি গল্পৰ বিপৰীতে এক নতুন আংগিকৰ গল্প। হেম বৰুৱাই Illustrated Weekly of India ত ইংৰাজীলৈ তৰ্জমা কৰি প্ৰকাশ কৰিছিল। প্ৰকাশ পোৱা বছৰটোতে অনাতাঁৰ কেন্দ্ৰ, গুৱাহাটী আৰু আকাশবাণীৰ সকলোবোৰ কেন্দ্ৰৰ যোগেদি সম্প্ৰচাৰিত হৈছিল। গল্পটোৱে কিছু প্ৰতিক্ৰিয়াৰ সৃষ্টি নকৰাও নহয়। Heming way ৰ 'The oldman and the sea' ৰ ছাঁ পৰা বুলি কিছুসংখ্যকে অভিযোগ নকৰাও নহয়। আমাৰ বোধেৰে প্ৰেৰণা হয়তো থাকিব পাৰে, কাৰণ সেই সময়ছোৱাত ভাৰতত উপন্যাস আৰু গল্পই বেছ চাঞ্চল্যৰ সৃষ্টি কৰিছিল। 'মাছ আৰু মানুহ' গল্পটোত 'জীৱকান্তৰ পল'ত লগা মাছটোৱে পল' আৰু মানুহ দুয়োকো বিলৰ মাজ পোৱালেগৈ। ৰাইজে পাৰৰ পৰা চিঞৰি কাল্লিকা লগা মাছটো এৰি দিবলৈ ক'লে জীৱকান্তই নেৰে। ঘৈণীয়েকজনীৰ ল'ৰাটোৰ আশা বুলি কথা এটাও আছে। মাছ আৰু মানুহে বিলখনৰ ইমূৰ-সিমূৰ কৰি থাকোঁতে ক্লান্ত হৈ পৰিছিল। এটা সময়ত জীৱকান্তই অনুভৱ কৰিলে মাছ আৰু সি মৰণৰ বিপৰীতে টনা-আজোঁৰা কৰিছে। মাছটো তাৰ শত্ৰু নহয়, এতিয়া দুয়ো মিত্ৰ। শেষত মাছটো সি এৰি দিলে, ৰাইজক ক'লে- পুৰণা ৰচি ছিঙি মাছ গুচি গ'ল। গল্পটোৰ এয়েই কাহিনী। বানপানীত গছৰ ডালত সাপ আৰু মানুহ একেলগে উটি জীৱন বচোৱা বহুতেই দেখিব পায়। মৃত্যুৰ বিপৰীতে জীয়াই থকাৰ সংগ্ৰামত এক শান্তিপূৰ্ণ সহঅৱস্থান। শত্ৰুভাৱৰ বিনাশ ঘটে। নিশ্চিত মৃত্যুৰ সন্মুখত মানৱ হৃদয়ত উপলব্ধি হয় এক অপাৰ্থিৱ অনুভূতি-হিংসা, দ্বেষ, ঘৃণা, কপটতা শূন্য। জীৱকান্তৰ চৰিত্ৰ শেষৰ ফালে অতীন্দ্ৰিয় চেতনাৰে সমাহিত। অসমীয়া চুটি গল্পত ই এক অভিনৱ সংযোজন।

প্ৰতিশোধ (বহুভূজী ত্ৰিভূজ) গল্পটো এটা পৰিয়ালৰ মাজৰ মাটি সংক্ৰান্তীয় কাজিয়াৰ এখন সাধাৰণ গ্ৰাম্য ছবি। কিন্তু গল্পকাৰজনৰ কেইটামান ইংগিত আৰু যাদুকৰী কলমৰ

আঁচোৰত অসাধাৰণ হৈ উঠিছে। গাঁৱত ওলোৱা গঁড় এটাক ৰাইজৰ সৈতে লগ লাগি খেদিবলৈ যোৱাৰ ছলেৰে দোলনে হাতৰ জাঠি পাতেৰে চিৰশত্ৰু ধৰ্মকান্তক বধ কৰাৰ সংকল্প এটা ল'লে। প্ৰতীকিত সময় আৰু সুযোগ আহি পৰাৰ মুহূৰ্ততে দৈব্যৰ দুৰ্বিপাকত দোলন আৰু মহীকান্ত ৰাইজে খেদি অনা গঁড়াৰ মুখতে পৰিল। দোলনে দৌৰি গৈ পথাৰৰ মাজত থকা জামুগছ জোপাত উঠিলগৈ, কিন্তু থুলন্তৰ ধৰ্মকান্তৰ অৱস্থা কাহিল। ছাটি-লাঠি পেলাই দিলে দৌৰ একে জাপে গছকে পোনাই। গুৰি পালেগৈ যদিও ওপৰলৈ উঠিব নোৱাৰে। ইফালে গঁড়ে লক্ষ্য পোনাই আহিলেই। এনে এক জীৱনমৰণ সমস্যাত গছৰ ওপৰত থকা দোলনে দেহৰ সমস্ত শক্তি প্ৰয়োগ কৰি ধৰ্মকান্তক কোনোমতে টানি-আজুৰি ওপৰলৈ তুলিলে। গঁড়ে আহি গছৰ গুৰিত খুন্দা লগালেহি, প্ৰাণৰ ভয়ত দোলন আৰু মহীকান্তই সাবটা-সাবটিকৈ প্ৰাণৰ মায়াত বাহুবদ্ধ হৈ ৰ'ল। গঁড়ও এটা সময়ত শত্ৰু নিধন হ'ল বুলি ভাবি অন্য গতি ল'লে। গল্পৰ আখ্যান এইটোৱেই। পাঠকক উৎকণ্ঠাৰ মাজত ৰাখি সাৱধানী শব্দৰ ব্যৱহাৰ আৰু পৰিস্থিতিৰ নিখুঁট চিত্ৰাংকনেৰে আকৰ্ষণীয় কৰি তুলিছে। গঁড়ৰ সম্ভাব্য আক্ৰমণৰ এক আৰ্ত পৰিৱেশৰ মাজতো গল্পকাৰৰ বুদ্ধিদীপ্তি মন কৰিবলগীয়া। ধৰ্মকান্তৰ ছাটি-লাঠি পেলাই মৰা দৌৰ, গছৰ গুৰি পাই উঠিব নোৱাৰা অৱস্থা, দুয়ো ঘোৰ শত্ৰুৱে সাবটা-সাবটি কৰি মৃত্যু ভয়ত উপশম ঘটোৱা আদি দৃশ্যাৱলী উপযুক্ত শব্দ চয়ন, বৰ্ণনাৰ কৌশলৰে বিভিন্ন ৰসৰ সমাবেশেৰে অনবদ্য হৈ উঠিছে। অথচ গল্পটোত মূল আবেদন গূঢ়। প্ৰাকৃতিক দুৰ্যোগৰ দৰে মৃত্যু ঘন পৰিস্থিতিত মানুহে নিজৰ ভিতৰত থকা আসুৰিক প্ৰবৃত্তিবোৰ পাহৰি একত্ৰিত হৈ মৃত্যুৰ বিৰুদ্ধে সংঘবদ্ধ হ'ব পাৰে। সকলো বিধস্ততাৰ মাজতো মানৱীয় প্ৰমূল্যসমূহ যে একেবাৰে নিঃশেষ হৈ নাযায় আৰু এই সনাতন বিশ্বাসৰ মাজতে মানুহে সকলো সন্তাপ পাহৰি থাকিবলৈ আশ্ৰয় পাইছে। মহিম বৰাৰ গল্পবোৰ পঢ়াৰ পাছত তেখেতৰ মাজত মানৱতাবোধৰ এক ক্ৰিয়াশীল শক্তিৰ উপস্থিতি অনুভূত হয়। প্ৰশ্ন হয় গল্পকাৰে গল্পটোৰ নাম 'প্ৰতিশোধ' কিয় দিলে? ইয়াত প্ৰতিশোধৰ কথা নাহিল। গল্পটোৰ আৰম্ভণিৰে পৰা পাঠকক এক দুখময় পৰিণতিৰ ফালে ধাবিত কৰাই চূড়ান্ত মুহূৰ্তত এক সমাধানত অন্ত কৰিছে। দোলন আৰু ধৰ্মকান্তই দুয়ো দুয়োৰে প্ৰতি থকা জিঘাংসাৰ প্ৰবৃত্তিক, পৰিস্থিতিয়ে আনি দিয়া সুযোগত, হত্যা কৰি প্ৰতিশোধ ল'লে। সেয়ে গল্পকাৰে গল্পটোৰ নাম 'প্ৰতিশোধ' ৰাখিলে বুলি ভাব হয়।

এই গল্পটোৰ এক সম্পূৰ্ণ বিপৰীত মেৰুত উপস্থাপিত আন এটা গল্প 'আখেজ' (বহুভূজী ত্ৰিভূজ)। গল্পটোৰ মূল চৰিত্ৰ মনেশ্বৰে এক প্ৰবল ভূমিকম্পৰ সুবিধা লৈ শোষক মহাজনক হত্যা কৰিছে। এক গভীৰ মানৱীয় চেতনাৰ প্ৰবাহৰ প্ৰকাশ ঘটিছে। Revenge Tragedy ৰ উপাদান পৰিলক্ষিত হয়। আখ্যানৰ লগত খাপ খোৱাকৈ চৰিত্ৰ

সৃষ্টি কৰা হৈছে। নৈতিকতা বা মানৱীয় প্ৰমূল্যৰ বিচাৰ ধাৰাত ই অগ্ৰহনীয় কিন্তু বাস্তৱ চৰিত্ৰ। নিষ্ঠুৰ শোষণ-শাসনৰ চূড়ান্ত পৰ্যায়ত প্ৰতিশোধৰ স্পৃহাই মানুহক অমানুহ বা পাশৱিক কৰি তোলাত অস্বাভাৱিকতা একো নাই। যুক্তি নিৰ্ভৰ আৰু নৈতিকতাপূৰ্ণ সুসংহত বিৱৰণ বাস্তৱত প্ৰকৃত চিত্ৰন কেতিয়াও হ'ব নোৱাৰে। মনেশ্বৰৰ চৰিত্ৰটোৰ মাজেৰে বৰাদেৱে বিশ্বৰ কোটি কোটি নিষ্পেষিত, অৱহেলিত, ভোকাতুৰ মানুহৰ এখন কৰুণ ছবি আৰু ইয়াৰ বিপৰীতে অন্যায়-অত্যাচাৰৰ প্ৰতিশোধৰ মানসিকতাৰো ইংগিত দিছে। আজিৰ যি সন্ত্ৰাসবাদ সেয়া মনেশ্বৰহঁতৰ ক্ষোভত উদ্‌গীৰণ।

হাড়মাল, অনেক ভোমোৰাৰ গুণ-গুণনি, মই, পিপলি আৰু পূজা, ৰস, গৱেষণা, ৰাতি ফুলা ফুল, চক্ৰৱৎ, এচেৰেঙা স্মৃতিৰ জোনাক বৰাদেৱৰ অন্যতম সাৰ্থক গল্প।

মহিম বৰাৰ চুটি গল্পসমূহৰ সামগ্ৰিকভাৱে বিচাৰ কৰিলে আমি দেখা পাওঁ তেখেতৰ ভাষা সৰল। অসমীয়া আধুনিক সাহিত্যই ব্যৱহাৰ কৰিবলৈ পাহৰি যোৱা নিভাঁজ অসমীয়া জঁটুৱা ঠাঁচ আৰু শব্দৰ ব্যৱহাৰ কৰি পাঠকক 'ওপজা মাটিৰ গোন্ধ' ৰে মোহাচ্ছন্ন কৰিব পাৰিছে। Hippolyte Taine ৰ জাতিগত বৈশিষ্ট্য, পৰিৱেশ আৰু সময়ৰ সূত্ৰ নিষ্ঠাৰে অনুধাৱন কৰা যেন লাগে। চুটি চুটি বাক্য আৰু পৰিমিত শব্দৰ ব্যৱহাৰৰে পাঠকক তাৎকালিক আনন্দ দিব পৰা কৌশল আয়ত্তাধীন। বহুতো প্ৰথিতযশা চুটি গল্প লেখকৰ লেখনীত অবাঞ্চিত শব্দ মোহ পৰিলক্ষিত হয়। চৰিত্ৰসমূহৰ পৰিচ্ছদ জোখতকৈ ডাঙৰ হৈ পৰাত গল্পৰ গতিমন্দ হয়। ভাষাৰ মুখৰতাৰ আধিক্যই কাহিনীৰ সংহতি বা ঘটনা ঐক্যও শিথিল হৈ পৰা পৰিদৃষ্ট হয়। মহিম বৰাৰ গল্পত যেনিবা তেনে জঞ্জাল ভাষা, পৰিৱেশ সৃষ্টিৰ ওপৰত গুৰুত্ব আৰোপ আৰু চৰিত্ৰবোৰক পাঠকৰ চকুৰ আগত জঁপিয়াই মেলি ৰাখিব পৰাকৈ তেখেতৰ যি ৰচনাত্মক চাতুৰ্য এইবোৰলৈ লক্ষ্য কৰিলে John Steinback ৰ লেখনীলৈ মনত পৰে। চৰিত্ৰানুযায়ী শব্দ নিৰ্বাচন ক্ষমতা প্ৰশংসনীয়। সহজ-সৰল ভাষাৰে সমসাময়িক সমাজ, ব্যক্তি, চৰিত্ৰ, আচৰণ, মানসিকতা, সমস্যাৰ পৰিমিত বৰ্ণনা, হাস্যবংগৰ পৰিশীলিত প্ৰকাশেৰে গল্পবোৰ সংবেদনশীল। বোধহয় এইবোৰ কাৰণেই চাৰিটা দশকতো বৰাদেৱৰ গল্পবোৰ ম্লান পৰা নাই। বৰঞ্চ আজিৰ চাম পাঠকৰ চকুত বেছি উজ্জ্বল হৈ ধৰা দিছে। গল্পবোৰ আধুনিক সাহিত্য ক'লা-কৌশলৰ প্ৰয়োগেৰে পৰিপুষ্ট।

বেজবৰুৱা, শৰৎ চন্দ্ৰ গোস্বামীয়ে এৰি থৈ যোৱা হাস্যবংগৰ ধাৰাতো আৱাহন যুগত মহীচন্দ্ৰ বৰা, লক্ষ্মীধৰ শৰ্মা, কৃষ্ণ ভূএগ, ৰাধিকামোহন গোস্বামী আদিয়ে জীয়াই ৰাখিছিল যদিও পিছৰ গ্ৰাম্যবোৰ সাহিত্যৰে এই ধাৰাতোৰ ওপৰত গুৰুত্ব আৰোপ কৰা, পৰিলক্ষিত নহ'ল। কিন্তু মহিম বৰাই একক প্ৰচেষ্টাৰে 'ৰামধেনু'ৰ যুগলৈকে অব্যাহত

ৰাখিলে। তেখেতৰ লেখনীত তীৰ্যক বক্ৰোক্তিৰ স্থান নাই। ই প্ৰকৃত সাহিত্যিকৰ গুণ। কিন্তু হাস্যৰস সৃষ্টি কৰিবলৈ লেখা কেইটামান গল্প যেনে অপৰাজিতা, মাষ্টৰজীৰ লাভ-লোকচান, ফাডাৰ এণ্ড চন্স কোম্পানী আদি গল্পবোৰত হাস্যৰসে যথাৰ্থ স্থানত উপনীত হ'ব পৰা নাই যেন অনুভৱ হয়। আমাৰ ধাৰণাত পৰিবেশ সৃষ্টিৰ ওপৰত গুৰুত্ব বেছি দিয়াৰ ফলতেই উল্লেখিত গল্পকেইটাত যথাৰ্থ আবেদন আৰু হাস্যৰসে প্ৰকৃত পৰ্যায়লৈ উন্নীত হ'ব নোৱাৰিলে। একেটা কাৰণতেই উল্লেখিত গল্পকেইটাত চৰিত্ৰসমূহে আবলগীয়া উজ্জ্বলতা আৰু সক্ৰিয়তা নেপালে বুলি আমাৰ মনে ধৰে। এই কথা অনাস্বীকাৰ্য যে এজন লেখকৰ সকলো সৃষ্টিয়েই উন্নতমান বিশিষ্ট হ'ব নোৱাৰে বা সকলো পাঠকৰ বাবে সমানে গ্ৰহণীয় হ'ব।

ভাববস্তুৰ গভীৰতা, আংগিকতা, কাৰিকৰী কৌশল, আদৰ্শ আৰু বিশ্বজনীন অবেদনময়তাৰ বিচাৰত টোপ, মাছ আৰু মানুহৰ পিছতে প্ৰতিশোধ, আখেজ, ৰস, ৰাতি ফুলা ফুল আৰু চক্ৰবৎ গল্পকাৰজনৰ অসমীয়া চুটি গল্পৰ ভঁৰাললৈ এক অনবদ্য বৰঙণি।

হৰিবল, ভতাগুটি, দোলন, হৰিনাথ, লিলিৰ চৰিত্ৰায়নত গল্পকাৰৰ গভীৰ মননশীলতাৰ পৰিচয় পোৱা যায়। নৈসৰ্গিক তথা মানৱীয় পৰিধি চিত্ৰনত তেখেতৰ দক্ষতা লক্ষ্য কৰিবলীয়া। মহিম বৰাৰ গল্পত গভীৰ অনুভূতি আছে, ভাবোচ্ছাসৰ প্ৰাবল্য নাই। যিটো চুটি গল্পৰ অন্যতম বৈশিষ্ট্য।

গল্পকাৰজনে প্ৰায় দুটা দশকত গল্প সৃষ্টি কৰা আমাৰ চকুত নপৰে। অসমৰ অসমীয়া সমাজৰ আটাইতকৈ বিপৰ্যস্ত এই সময়ছোৱা যিখিনি সমন্বিত সমাজ, ব্যক্তিক অৱসাদ হতাশা, ভীতিগ্ৰস্ততাই আচ্ছন্ন কৰি ৰাখিছে, তেনে এক সময়ত আমি আশা কৰিছিলো তেখেতৰ যাদুকৰী কলমৰ স্পৰ্শত বিষয়বস্তুৰ অভিনৱত্ব আৰু আংগিকৰ বৈচিত্ৰৰে চুটি গল্পৰ সৃষ্টিৰে পাঠকক ৰসদানৰে বিমোহিত কৰিব। আমাৰ নিবেদন এতিয়াও থাকিল।

(প্ৰথিতযশা কথা-শিল্পী মহিম বৰাই তেখেতৰ সাহিত্যকৃতিৰ বাবে মেগৰৰ 'অসম উপত্যকা বঁটা' লাভ কৰাৰ পৰিপ্ৰেক্ষিতত 'নগাওঁ সাহিত্য সভা' ইং ৯ মে' ৯৯ ত সাহিত্যিকগৰাকীক জনোৱা সম্বৰ্দ্ধনা অনুষ্ঠানত আলোচনা আগবঢ়োৱা হৈছিল।)

..................

(আজিৰ বাতৰি, ১৯৯১)

# অসম উপত্যকা সাহিত্য বঁটাৰ বাবে নিৰ্বাচিত

# মহিম বৰা

- ভোলা কলিতা

সাধাৰণতে ধুতি-পাঞ্জাবী পৰিহিত, বগা, খীণ স্বাস্থ্যৰ ওখ, চছমা পিন্ধা, নগাঁৱৰ বিভিন্ন সভাই সমিতিয়ে দেখা পোৱা ব্যক্তিগৰাকীয়ে হ'ল— স্বনামধন্য মহিম বৰা, যিগৰাকী ব্যক্তিৰ বাবে আগবঢ়াইছে মেগৰ শৈক্ষিক ন্যাসে ১৯৯৮ চনৰ 'অসম উপত্যকা সাহিত্য বঁটা'। ১৯৯০ চনৰ পৰাই মেগৰ শৈক্ষিক ন্যাসে এই বঁটা আগবঢ়াই আহিছে।

জনপ্ৰিয় গল্পকাৰ, ঔপন্যাসিক, কবি, অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি মহিম বৰাদেৱৰ জন্ম হয় ১৯২৬ চনত নগাঁও জিলাৰ কলিয়াবৰৰ হাটবৰত। কলিয়াবৰত স্কুলীয়া শিক্ষা সমাপ্ত কৰি তেওঁ নতুনকৈ স্থাপিত নগাঁও মাহা বিদ্যালয়ত আই এ শ্ৰেণীত নামভৰ্তি কৰে। ১৯৪৬ চনত তেওঁ আই এ পাছ কৰে। নগাঁও মাহাবিদ্যালয়ৰ পৰা আই এ পৰীক্ষাত অৱতীৰ্ণ হোৱা প্ৰথম দলটিৰ এজন আছিল মহিম বৰাদেৱ। সেই সময়ত নগাঁও মহাবিদ্যালয়ৰ প্ৰতিষ্ঠাপক অধ্যক্ষ আছিল স্বৰ্গীয় যজ্ঞেশ্বৰ শৰ্মাদেৱ। নগাঁও মহাবিদ্যালয়ত সেই সময়ত বি. এ. শ্ৰেণী নথকাত মহিম বৰাদেৱে গুৱাহাটি কটন কলেজৰ পৰা ১৯৪৮ চনত ডিগ্ৰী আৰু গুৱাহাটি বিশ্ববিদ্যালয়ৰ পৰা ১৯৫২ চনত এম. এ. ডিগ্ৰী লাভ কৰে। এম. এ. ডিগ্ৰী লোৱাৰ পিছত বৰাদেৱে কিছুদিন যোৰহাটৰ জে. বি. কলেজত অধ্যাপনা কৰি ১৯৫৪ চনত নগাঁও মহাবিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপকৰ পদত যোগ দিয়ে। তেওঁ যেতিয়া নগাঁও মহাবিদ্যালয়ত অধ্যপনা কৰে তেতিয়া অসমীয়া আৰু ইংৰাজী দুয়োটা বিষয়ৰ মুৰব্বী আছিল অধ্যক্ষ স্বৰ্গীয় যজ্ঞেশ্বৰ শৰ্মাদেৱে। অকলে দুয়োটা বিষয় চম্ভালিব লগা হোৱাত অধ্যক্ষগৰাকীয়ে অসমীয়া বিভাগটো মহিম বৰাদেৱৰ ওপৰত গুৰুদায়িত্ব অৰ্পন কৰি তেওঁক সেই বিভাগৰ মুৰব্বী অধ্যাপকৰ পদলৈ উন্নীত কৰে। সুদীৰ্ঘ তেত্ৰিশ বছৰ কাল অধ্যাপনা কৰাৰ অন্তত মহিম বৰদেৱে ১৯৮৭ চনৰ অৱসৰ গ্ৰহণ কৰে।

মহিম বৰাদেৱৰ সাহিত্যিক জীৱনৰ সূচনা হয় নগাওঁ মহাবিদ্যালয়ত পঢ়ি থকা অৱস্থাৰ পৰাই। নগাঁও মহাবিদ্যালয়ত পঢ়ি থকা অৱস্থাত তেওঁ ‘মলয়া’ আৰু ‘শেৱালী’ নামৰ দুখন হাতে লিখা মাহেকীয়া আলোচনী সম্পাদনা কৰিছিল। ‘হাঁহি আৰু ভয়’ নামৰ দুটি কবিতা ‘বাঁহী’ নামৰ আলোচনীখনত ছপা আখৰেৰে প্ৰকাশ হোৱাৰ পিছত মহিম বৰাদেৱে বহুকেইখন গল্প, কবিতা, উপন্যাস, ব্যক্তিমুখী ৰচনা, প্ৰবন্ধ, অনাতাঁৰ নাট আদি ৰচনা কৰি বহুমুখী সাহিত্য প্ৰতিভাৰে অসমীয়া সাহিত্যক চহকী কৰি আহিছে। মহিম বৰাদেৱে আত্মপ্ৰকাশ কৰিছিল প্ৰথমে এগৰাকী কবি হিচাপেহে। তেওঁৰ প্ৰকাশিত কবিতা পুথিখন হ'ল ‘ৰঙা জিঁয়া’। তেওঁৰ কেইটামান কবিতা আধুনিক অসমীয়া কবিতাৰ অন্যতম সম্পদ। গল্প নিলিখা হ'লে মহিম বৰাদেৱ কবি হিচাপেই অসমীয়া সাহিত্যত স্মৰণীয় হৈ ৰ'লহেঁতেন।

সৃষ্টিশীল সাহিত্যৰ সকলো দিশতে তেওঁৰ অসাধাৰণ প্ৰতিভাৰ পৰিচয় পোৱাৰ উপৰি তেওঁ এজন উচ্চমানৰ প্ৰবন্ধকাৰ হিচাপেও জনাজাত। চাকৰি জীৱনৰ আৰম্ভণিতে তেওঁ কিছুদিন সেই সময়ৰ ‘নতুন অসমীয়া’ নামৰ কাকতখনৰ লগত জড়িত থকাৰ উপৰি মহিম বৰাদেৱে ১৯৫৬ চনত নগাঁৱৰ পৰা প্ৰকাশিত এখনি উৎকৃষ্ট ‘সাহিত্য সংকলন’ সম্পাদনা কৰিছিল। চল্লিশৰ দশকত তেওঁ গল্পকাৰ হিচাপে আত্মপ্ৰকাশ কৰিলেও তেওঁৰ ৰামধেনু যুগৰ গল্পকাৰ হিচাপেহে জনা যায়।

‘কাঠনিবাৰী ঘাট’ মহিম বৰাদেৱৰ প্ৰথম গল্প সংকলন। ১৯৪৭ চনৰ পৰা ১৯৬০ চনৰ ভিতৰত ৰচিত কেইটামান গল্পেৰে এটি সংকলন প্ৰকাশ কৰে তেওঁ ১৯৬১ চনত। ‘কাঠনিবাৰী ঘাট’ গল্প সংকলনটি যি এবাৰ পঢ়িছে তেওঁলোকে সৃষ্টিৰ সোৱাদ নিশ্চয় পাইছে। আমাৰ বিচাৰত তেওঁৰ এই গল্প সংকলনটি সমসাময়িক অসমীয়া চুটি গল্পৰ এটি আগশাৰীৰ প্ৰতিনিধিত্বমূলক সংকলন। ‘কাঠনিবাৰী ঘাট’ত অন্তৰ্ভুক্ত গল্পকেইটি তেওঁ কোনো মধ্যবিত্ত জীৱনৰ অভিজ্ঞতাৰ ওপৰত ৰচনা কৰা। আধুনিক অসমীয়া সাহিত্যৰ মানবীয়তাবাদী পৰম্পৰাৰ মাজত তেওঁৰ সৃষ্টিশীল সত্তা লালিত হৈছিল। এই সৰল বিশ্বাস আৰু মানবীয়তাবাদী চেতনাই বহু বৰ্ণ আৰু চিত্ৰৰ মাজেৰে তেওঁৰ ৰচনাত প্ৰায়েই সৰস আৰু সবল কাহিনীৰ ৰূপ লৈছে। পঞ্চাশৰ দশকত ৰচনা কৰা ‘কাঠনিবাৰীৰ ঘাট’ বঙালী, হিন্দী আৰু মাৰাঠী ভাষালৈয়ো অনুবাদ হৈছে। মহিম বৰাদেৱৰ আন এখন উৎকৃষ্ট গল্প সংকলন প্ৰকাশ হয় ১৯৭৭ চনত। গল্প সংকলনটি হৈছে — ‘ৰাতি ফুলা ফুল’। এই গ্ৰন্থখনত অন্তৰ্ভুক্ত প্ৰথম গল্পটো হৈছে ‘এই নদীৰ সোঁতে’। এই গল্পটিত বিলাস, বিভ্ৰম, ধন-ঐশ্বৰ্যৰ লালসা ভৰা আজিৰ পৰিবেশত এজন সৎ আদৰ্শবাদী অভিযন্তাৰ মানসিক যন্ত্ৰণা কেনেদৰে ফুটি উঠিছে তাৰ এটি চিত্ৰ দাঙি ধৰিছে। গ্ৰন্থখনিত অন্তৰ্ভুক্ত আন এটি ‘পইতাচোৰা’ নামৰ গল্পটিত বিখ্যাত লেখক কাফ্‌কাৰ ‘মেটামৰফছিছ’ কাহিনীৰ

প্ৰভাৱ আছে বুলি লেখকে পাতনিতে উল্লেখ কৰিছে। এই ক্ষেত্ৰত কাফ্‌কাৰ যুগৰ পৰিবেশ আৰু সেই পৰিবেশত কাফ্‌কাৰ দৰে এজন শিল্পীয়ে ইচ্ছাকৃত মনোধৰ্মিতা'ৰ আশ্ৰয় লৈছিল। সংকলনটিত আবদ্ধ থকা 'এটা পুৱাৰ জন্ম' নামৰ গল্পটিত আধুনিক ল'ৰা-ছোৱালীৰ কৰ্মবিমুখিতা আৰু অসমীয়া অপসংস্কৃতি চৰ্চাৰ এখন ছবি জিলিকি উঠিছে। 'ৰাতি ফুলা ফুল' গল্প সংকলনটিৰ বাবে অসম প্ৰকাশন পৰিষদে ১৯৮০ চনত 'অসম প্ৰকাশন পৰিষদ বঁটা' আগবঢ়ায়। এই দুখন গ্ৰন্থৰ উপৰি মহিম বৰাদেৱৰ প্ৰকাশ পোৱা গল্প পুথিকেইখন হৈছে 'দেহা গৰকা প্ৰেম' (১৯৬৭), 'বহুভুজী ত্ৰিভুজ' (১৯৬৭), 'এখন নদীৰ মৃত্যু (১৯৭২), 'বৰযাত্ৰী (১৯৮০), 'মোৰ প্ৰিয় গল্প' (১৯৮৭)।

মহিম বৰাদেৱৰ প্ৰথম উপন্যাসখন হৈছে 'হেৰোৱা দিগন্তৰ মায়া'। গ্ৰন্থখন প্ৰকাশ পায় ১৯৭২ চনত। আন দুখন উপন্যাস 'পুতলা ঘৰ' আৰু 'এধানি মাহীৰ হাঁহি' প্ৰকাশ কৰে ক্ৰমে ১৯৭৩ আৰু ১৯৯৮ চনত। মহিম বৰাদেৱে অসমীয়া ভাষা-সাহিত্যলৈ আগবঢ়োৱা প্ৰবন্ধ সংকলনখন হ'ল 'সাহিত্য বিচিত্ৰা' (১৯৮৯)। তেওঁ শিশু সাহিত্যিক আৰু নাট্যকাৰ হিচাপেও পৰিচিত। 'বত্ৰিশ পুতলাৰ সাধু' নামৰ শিশু উপযোগী গ্ৰন্থখনি তেওঁ প্ৰকাশ কৰে ১৯৭৬ চনত। ইয়াৰ বাদেও 'তেজীমলা', 'বীৰ বগীৰাম', চিণ্ডাৰেলা' আদি শিশু ৰচনাৰ লগতে 'অমৰ চকুলো' আৰু লাড়ু গোপালৰ প্ৰেম' নামৰ দুখন শিশু নাট তেওঁ ৰচনা কৰে।

চিন্তাশীল লেখক হিচাপে সাহিত্য জগতত সুপৰিচিত যদিও মহিম বৰাদেৱৰ ধেমেলীয়া পুথি 'মোমাই পদূলীত বান্ধিলো ঘোঁৰা'ই তেওঁক হাস্যৰসৰ সাহিত্যিক হিচাপেও চিনাকি দিয়ে। এনেবোৰ ৰম্য ৰচনাক মহিম বৰাদেৱে 'লাহতী' ৰচনা নাম দিছিল। তেখেতৰ এই গ্ৰন্থখনিত ওঠৰটা লিখনি সন্নিবিষ্ট হৈছে। গ্ৰন্থখনিৰ দ্বিতীয় তাওৰণ প্ৰকাশ কৰে ১৯৮৯ চনত নগাঁৱৰ 'ৰুমী-ৰূপক এণ্টাৰপ্ৰাইজে।

সাহিত্য সভাৰ লগত অতীজৰে পৰা জড়িত মহিম বৰাদেৱে ৫৫ তম্ ডুমডুমা অধিবেশনত অসম সাহিত্য সভাৰ সন্মানীয় সভাপতিৰ আসনো শুৱনি কৰিছিল।

আধুনিক অসমে যিকেইগৰাকী প্ৰতিভাশালী সাহিত্যিকৰ জন্ম দিছে সেইসকলৰ ভিতৰত যে মহিম বৰাদেৱো এজন সেই কথা প্ৰমাণ কৰি আহিছে তেখেতৰ কৰ্মৰাজিয়ে। নগাঁও মহাবিদ্যালয়ত অধ্যাপনা কৰি থকা অৱস্থাত তেওঁ নিয়াৰিকৈ শ্ৰেণীত পাঠদান দিছিল। নিষ্ঠাৰে নিজৰ কৰ্তব্য পালন কৰি গৈছিল বাবেই নেকি অসমীয়া বিভাগৰ মূৰব্বী বিভাগৰ অধ্যাপকৰ পদ লাভ কৰিবলৈ সক্ষম হয়।

চাকৰিৰ পৰা অৱসৰ গ্ৰহণৰ পিছতো তেওঁ সাহিত্য-চৰ্চাৰ বেলিকা কোনো কৃপনালি কৰা নাছিল। নগাঁৱৰ পৰা ইতিপূৰ্বে প্ৰকাশিত সাপ্তাহিক বাতৰি 'জাগৰণ'ৰ মুখ্য সম্পাদক

পদত তেওঁ কাৰ্য্যনিৰ্বাহ কৰিছিল। তেওঁৰ সম্পাদনাত প্ৰকাশিত 'জাগৰণ' কাকতখনে সেই সময়খিনিৰ ভিতৰতে বহুগৰাকী নবীন লেখকৰ জন্ম দিয়ে। কিন্তু দুখৰ বিষয় যে মালিক পক্ষৰ দুৰ্বলতাৰ বাবেই নেকি ১৯৯৮ চনৰ অক্টোবৰ মাহৰ পৰা কাকতখনৰ প্ৰকাশ বন্ধ হয়।

শুনিবলৈ পাই ৰাইজে আনন্দ বা গৌৰৱ কৰিব যে মেগৰ শৈক্ষিক ন্যাসে আগবঢ়াই অহা 'অসম উপত্যকা সাহিত্য বঁটা' ৰ বাবে এইবাৰ আমাৰ অতি আদৰৰ, অতি শ্ৰদ্ধাৰ মহিম বৰাদেৱ নিৰ্বাচিত হৈছে। এই বঁটা অহা '৯৯ ৰ মাৰ্চ মাহৰ প্ৰথম সপ্তাহত গুৱাহাটিৰ এক অনুষ্ঠানত প্ৰদান কৰাৰ কথা।

এনে এটি শুভক্ষণত ভগৱানৰ ওচৰত আমি প্ৰাৰ্থনা জনাইছো যাতে তেওঁ সুস্বাস্থ্যৰে দীৰ্ঘায়ু লাভ কৰক, জ্ঞানৰ আকাশত এক ভোটাতৰা হৈ আমাৰ অন্ধকাৰ পথ পোহৰাই যাওক।

.......................

---

(ৰংপুৰ, ১৯৯৯)

# কাঠনিবাৰী ঘাটৰ ৰূপ-ৰস

-কমলেশ শইকীয়া

অসমীয়া বেকন সত্যনাথ বৰা ডাঙৰীয়াই কৈছিল— 'ৰচকৰ বিদ্যাবুদ্ধি অনুসাৰে পুথি সাৰুৱা বা জাবৰুৱা হয়।' সীমাহীন জ্ঞান সমুদ্ৰত আমাৰ ব্যক্তিগত বিদ্যাবুদ্ধিৰ ভাণ্ডাৰটো পিচে অতিশয় সীমিত। সেয়েহে এই লেখা জাবৰুৱা হোৱাটো এক প্ৰকাৰ নিশ্চিত। এই কথা খাটাংকৈ জানিও 'একাগ্ৰতা থাকিলে অ ন্তৰৰ পৱিত্ৰ বাসনা সদায় সফল হয়' বোলা গান্ধীজীৰ বাণীকে সাৰোগত কৰি, যেয়ে যি ভাবে ভাৱক বুলি ভাবি এই মৰসাহস কৰিবলৈ লোৱাৰ এটা কাৰণ আছে। কাৰণটো হ'ল — আজিৰ পৰা প্ৰায় ত্ৰিশ বছৰমান আগতে। নগাঁও গৰ্ভনমেণ্ট হায়াৰ চেকেণ্ডেৰী স্কুলত নৱম কি দশম শ্ৰেণীত পঢ়ি থাকোতে যি দুই এখন 'বাহিৰা' কিতাপ পঢ়াৰ সৌভাগ্য ঘটিছিলি তাৰ ভিতৰত উল্লেখযোগ্য এখন গ্ৰন্থ হ'ল— 'কাঠনিবাৰী ঘাট'। পোন্ধৰ যোল্ল বছৰ বয়সতে পঢ়া সেই আটাইবোৰ গল্প তেতিয়া ভালকৈ বুজি পোৱা নাছিলো যদিও কেবাটাও গল্পৰ চিত্ৰই তেতিয়াই আমাক আকৰ্ষন কৰিছিল। হৃদয়ত ৰেখাপাত কৰি যোৱা কাঠনিবাৰী ঘাট, ৰস, টোপ, মাছ আৰু মানুহ আদি গল্প আজিলৈকে কেবাবাৰো পঢ়াৰ পিছতো আমাৰ বাবে নতুন হৈয়ে আছে। আজিও সেইবোৰ গল্পৰ নাম ল'লেই কিবা এক অনাবিল আনন্দই হৃদয় উদ্বেলিত কৰি তোলে।

অৱশ্যে বহুজনেই বোধকৰো এই কথাত আমাৰ সৈতে একমত হ'ব যে মহিম বৰাৰ অন্যান্য সমগ্ৰ ৰচনাৱলীৰ নাম নোলোৱাকৈ, নোচোৱাকৈ একমাত্ৰ 'কাঠনিবাৰী ঘাট' নামৰ গল্প সংগ্ৰহটিৰ জৰিয়তেই তেখেতৰ বিশাল প্ৰতিভাৰ উমান ল'বৰ বাবে যথেষ্ট হয়। ১৯৪৭ চনৰ পৰা ১৯৬০ চনৰ ভিতৰত ৰচা বাৰটি গল্পৰ সংকলন কাঠনিবাৰী ঘাট। কুৰি শতিকাৰ সত্তৰৰ দশকত এই সংকলনটিৰ জৰিয়তেই অসমীয়া সাহিত্যৰ আকাশত উজ্জ্বল নক্ষত্ৰ হিচাপে বৰা ডাঙৰীয়া জিলিকি উঠিছিল।

পিচে এই ক্ষেত্ৰত জিলিকিবলৈ বহু ঘাত-প্ৰতিঘাত অতিক্ৰম কৰিব লগা হৈছিল। কিয়নো জীৱনৰ বাটত সমস্যা বহুত। সচৰাচৰ ন-লিখাৰুৰ ক্ষেত্ৰত প্ৰথমেই যি সমস্যাই

দেখা দিয়ে তেখেতৰো সেয়ে হৈছিল। পাঁচ বছৰ মান লৰা-ঢপৰা কৰিও কাঠনিবাৰী ঘাটৰ বাবে প্ৰকাশক পোৱা নহ'ল। কলেজীয়া শিক্ষাগুৰু বৰা চাৰৰ ভাষাৰে — 'গল্প লিখি নাম ছপোৱাৰ আৰু নামত জুই লগোৱাৰ ষড়যন্ত্ৰ' তেখেতৰ বাবে বহুদিন 'ষড়যন্ত্ৰ' হৈয়ে ৰৈছিল। অৱশেষত প্ৰকাশক এজন সাজি হ'লেও দিব বুলি পাণ্ডুলিপি লৈ গৈছিল চাৰৰ বন্ধু ভদ্ৰ বৰাই, আৰু প্ৰকাশক দিলেও। ১৯৬১ চনত শ্বিলঙৰ 'সাচিপাত' প্ৰকাশনৰ পৰা কাঠনিবাৰী ঘাট ছপা হৈ ওলাল। উল্লেখযোগ্য আৰু সন্তোষৰ কথাটো হ'ল ছপা হোৱাৰ তিনিমাহৰ ভিতৰত কিতাপখনৰ সকলো কপি বিক্ৰি হৈ গৈছিল। এটাও কপি পুৰি খাবলৈকো কোনো গ্ৰন্থ বিপনীতে বিচাৰি পোৱা নহৈছিল।

কম সময়তে বিক্ৰিৰ অভিলেখ সৃষ্টি কৰা গ্ৰন্থখনি, প্ৰথম প্ৰকাশৰ পাঁচ বছৰ মানৰ ভিতৰত বহু পাঠকে বিচাৰি হাবাথুৰি খাব লগা হ'ল। আকৌ একেই সমস্যা-প্ৰকাশক নাই। ইতিমধ্যে আলোচনী, বাতৰি কাকত আৰু অনাঁতাৰ যোগে গ্ৰন্থখনিৰ উৎসাহজনক সমালোচনা হ'ব ধৰিলে। সংকলনটিৰ কেবাটাও গল্প ইংৰাজী, বঙলা, হিন্দী, আৰু নেপালী ভাষাত ভাঙনি হৈ প্ৰকাশ পালে। ইলাষ্ট্ৰেটেড উইক্‌লিত প্ৰকাশিত 'মাছ আৰু মানুহ' গল্পৰ ইংৰাজী অনুবাদ সম্পৰ্কত স্বৰ্গীয় হেম বৰুৱা ডাঙৰীয়াই লিখা ব্যক্তিগত চিঠিত এজন বিদেশী সমালোচকৰ মন্তব্য উল্লেখযোগ্য। তেওঁ লিখিছে — Your translation is most brilliant, but western reader might compare the "Fish and the Man" unfavourably with Heming way's ' THE OLD MAN AND THE SEA'.-- হেমিংৱেই বুঢ়া মাছমৰীয়া ছাণ্টিয়াগোৰ জৰিয়তে জীৱন ৰহস্যৰ মৰ্মবস্তু উন্মোচন কৰিবলৈ বাছি লৈছিল চহৰীয়া জটিলতাৰ পৰা বহু দূৰত আদিম জীৱন সংগ্ৰামৰ এক পটভূমি। আমাৰ গল্পৰ নায়ক জীৱকান্তৰ মাছমৰাটো বৃত্তি নহয়। কেৱল সাগৰৰ পানীৰ মাজত অকলশৰীয়া বুঢ়াক সংগদিয়া প্ৰকাণ্ড মাছটোৰ দৰে জীৱকান্তৰো ম'হ খুটি বিলৰ মাজত একমাত্ৰ সঙ্গী পলত বন্দী মাছটো। দুয়োটা মাছৰে জীৱন সংগ্ৰাম একেই। একে ধৰণৰ বিপদ বিঘিনীৰ দুয়ো ঠাইতে দুয়ো সন্মুখীন হৈছে। কিন্তু সাফল্যৰ চূড়ান্ত মুহূৰ্ত্তত অশুভ বিপদজনক হাঙৰৰ জাকটোৰ আক্ৰমনৰ দৰে জীৱকান্তই কোনো অন্য শত্ৰুৰ সন্মুখীন হ'ব লগা হোৱা নাই। অৱশ্যে দুয়ো ঠাইৰ ঘটনাক মানৱ জাতিৰ জীৱন সংগ্ৰামৰ চিত্ৰ বুলি ভাবিব পাৰি।

প্ৰসঙ্গক্ৰমে ষোড়শ শতিকাৰ অসমীয়া ব্যাসৰূপে খ্যাত ৰাম সৰস্বতীৰ নাম উনুকিয়াব খুজিছো। বধকাব্যৰ জনক ৰাম সৰস্বতীৰ 'অশ্বকৰ্ন বধ' কাব্যৰ নায়িকা হেম কুমাৰীৰ কাহিনীৰ লগত সমসাময়িক ধৰ্মপ্ৰান ইংৰাজ কবি স্পেন্সাৰৰ Fairy Queen য়ুনা কুমাৰীৰ আখ্যানৰ হুবহু মিল দেখা যায়। আজিৰ যোগাযোগ ব্যৱস্থাৰ উন্নত যুগত হেমিংৱেৰ ৰচনাৰ প্ৰভাৱ বৰা ডাঙৰীয়াৰ লিখনিত পৰিছে বুলি মানি ল'লেও, আজিৰ পৰা প্ৰায়

পাঁচশ বছৰ আগৰ ইংৰাজ কবি স্পেঞ্চাৰৰ লিখনি আহি কামৰূপ মুলুকৰ সমসাময়িক বৈষ্ণৱ কবি ৰাম সৰস্বতীৰ হাতত পৰি বহি পাৰে বুলি কোনো যুক্তিতে মানি ল'ব নোৱাৰি। হেমিংৱেৰ বিখ্যাত উপন্যাসখনৰ প্ৰভাৱ — 'মাছ আৰু মানুহ' গল্পত পৰিলেও আমি পিছে ক্ষণজন্মা প্ৰতিভাধৰ ব্যক্তি বিশেষৰ বিষয়ে এই বুলি ক'ব পাৰো যে — Great man thinks alike. স্পেঞ্চাৰ কিম্বা ৰাম সৰস্বতী দূৰৰ কথা কাঠনিবাৰী ঘাটৰ অন্যতম গল্প 'অপৰাজিত'ৰ কোনো কালে কাৰো ওচৰত হাৰ নমনা নায়ক ভূধৰৰ ভাষাৰে ক'বলৈ গ'লে — "আই ডি ভূধৰ শইকীয়া মাইগুডেট নেভাৰ।' মহিম বৰা মহিম বৰাই।

ভূধৰে পিছে স্বাধীনচিতীয়া স্বভাৱৰ বাবেই বেচিদিন চাকৰি কৰিব নোৱাৰিলে। অভিমান মিহলি ক্ষোভত সেয়েহে ঘৈনিয়েকে কনটিলৌক শুনায়— 'বাগানৰ বাবুৱনী হ'বলৈ আমাৰ ভাগ্যত বেচি দিন নাপোঁলো। চাহাবক ৰুলমাৰি দেখুৱাই গুচি আহিল। তাৰ পিচত ঠিকা ঠুকলি, অগ্ৰং-বগ্ৰং ক'ত কি নকৰি খুড়ীয়েৰক চাওত তুলি থৈছে নহয়।" ..... দেশী বিদেশী প্ৰভাৱৰ বিপৰীতে আমি পিছে এনেকৈহে ক'ব পাৰো যে অসমীয়া গল্প ভালমান বিদেশী গল্পতকৈও বহু আগবঢ়া। আন ভাৰতীয় ভাষাৰ অনেক গল্পৰ কথা নকলোৱেইবা।

যাহওক ১৯৬৭ চনত 'দৈনন্দিন' গল্পৰ সলনি 'ৰস' গল্পটি অৰ্ন্তভূক্ত হৈ জামুগুৰিহাটৰ 'সুন্দৰম' প্ৰকাশনৰ পৰা সোনত সুৱগা চৰিল। 'ৰস' গল্পই কাঠনিবাৰী ঘাটক আৰু ৰসাল কৰি তুলি ধৰিলে। দ্বিতীয় সংস্কৰণটি প্ৰকাশ পালে। 'ভীমবাৰী জাৰনিৰ দেওলগা আঁহত জোপাৰে আকাশ ঢুকিপোৱা এটা পোলোঙা ডালৰ মুৰত দুৱৰীয়া মৌ এবাহ আহাৰমহীয়া ডাৱৰ এচপৰাৰ দৰে ওলমি আছে। ............ গছডালৰ মাজৰ ফেৰেঙনিৰ পৰা যিটো ভয়ঙ্কৰ ডাল পোনে পোনে ওপৰলৈ গৈছে সেই ডালটোৰ একেবাৰে মূৰত আছে মৌৰ বাঁহটো।' বাঘৰ আগতেল খোৱা শেনচকুৱা ৰত্নইহে পোন প্ৰথমে দেখিলে। সেইজোপা গছত উঠি সেইবাহ মৌ পাৰিব পৰা মানুহ এই পোষ্কৰখন গাঁৱৰ ভিতৰত ভটাগুটিৰ বাহিৰে দ্বিতীয়টো আছেনে? ৰত্নই মৌ-বাহ আৱিস্কাৰ কৰাৰ পৰা ভটাই মৌ পাৰি নামি অহালৈকে ভয়, আতঙ্ক আৰু ঔৎসুক্যৰ নিৰসনৰ সুন্দৰ চিত্ৰনে মস্তিষ্কত আঘাত নকৰি হৃদয়ত দোলা দি যায়। ব্যক্তিজীৱনৰ সংকীৰ্ণ গণ্ডী চেৰাই সমাজৰ দৃষ্টিকোন অতিক্ৰম কৰিব পৰাতেই গল্পকাৰৰ প্ৰখৰ চেতনা আৰু শিল্প নৈপূন্যৰ বিশেষত্ব ধৰা পৰিছে।

যোৰহাটৰ পূৰ্বশ্ৰী প্ৰকাশনৰ পৰা ১৯৮১ চনত তৃতীয়টি সংস্কৰণ প্ৰকাশ হোৱালৈ 'নেচনেল বুক ট্ৰাষ্ট, ইণ্ডিয়াই অসমীয়াৰ বাহিৰে সংবিধান স্বীকৃত সকলো ভাৰতীয় ভাষালৈকে ভাষান্তৰিত কৰিবৰ বাবে মনোনীত কৰি কাঠনিবাৰী ঘাটৰ স্বত্ব কিনি লয়। নেচনেল বুক ট্ৰাষ্টে ইতিমধ্যে মাৰাঠী আৰু বঙলা সংস্কৰণ প্ৰকাশ কৰি উলিয়াইছে।

১৯৮১ চনতে ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ দ্বাৰা স্নাতক শ্ৰেণীৰ ঐচ্ছিক অসমীয়া বিষয়ৰ পাঠ্যপুথি স্বৰূপেও গ্ৰন্থখনি মানোনীত হয়।

বৰা ডাঙৰীয়াৰ গল্পত এনে কি বিশেষত্ব আছে যে কাঠবিৰাৰী ঘাটে দেশে বিদেশে এইদৰে বিশাল বিস্তৃতি লাভ কৰিব পাৰিছে ? গুনী-জ্ঞানী জনৰ দ্বাৰা সমাদৰ লাভ কৰি এইদৰে পুথিখন জনপ্ৰিয় হোৱাৰ ৰহস্য কি ? এই কথা পৰ্য্যবেক্ষন কৰি বিশ্লেষন কৰিলে দেখা যায় যে — গাঁও কিম্বা গাঁৱলীয়া জীৱনক বাদ দি আমাৰ সংস্কৃতি গঢ় লৈ উঠা নাই। কাঠনিবাৰী ঘাটৰ বাৰটি গল্পত মধ্যবিত্তৰ প্ৰভাৱ একমাত্ৰ 'নিঃসন্দেহ' গল্পত পৰাৰ বাহিৰে প্ৰায় আটাইবোৰ গল্পতে খাটি নিভাজ অসমীয়া ভাষা প্ৰয়োগ কৰি গল্পবোৰক এক স্বকীয়তা প্ৰদান কৰা দেখা গৈছে। গাবলীয়া জন-জীৱনৰ লগত প্ৰত্যক্ষ পৰিচয় আৰু বিদেশী আঙ্গিকৰ অন্ধ অনুকৰনৰ পৰা মুক্ত হোৱাৰ বাবেই নিঃসন্দেহে বৰা ডাঙৰীয়াৰ গল্পই মৌলিকতাৰ চিনাকী দিব পাৰিছে। কাঠনিবাৰী ঘাটত লগ পোৱা বৰুণৰ বাইদেৱেক, জীৱকান্ত, ভটাগুটি, ৰত্ন, হৰিবল ককা, ভূধৰ, হৰিনাথ আদি চৰিত্ৰবোৰ যেন আমাৰ জনজীৱনত সদায় সজীৱ ভিন্ন চাৰিত্ৰিক বৈশিষ্টৰে নিজা মহিমাৰে মহিমা মণ্ডিত হৈ সেই চৰিত্ৰবোৰ নিজ নিজ স্থানত যেন সদায় বিদ্যমান।

'কাঠনিবাৰী ঘাট' প্ৰতিটো বস্তুয়েই যেন কথা কৈছে, ইন্দ্ৰিয়জ উপলদ্ধিৰ সিপাৰে জীৱন নাটকত ভাগ লৈছে। — প্ৰকাণ্ড সেন্দুৰ বাটি যেন হৈ পৰা আবেলিৰ বেলিটো ! ——— "চাওঁতে চাওঁতে সৰু সৰু ঢৌ বিলাকে সৰু সৰু আঙুলিৰে সেন্দুৰ বিলাক টপাটপ মানি ক'ৰবাত মৌ মেল চাবলৈ ল'ৰ ধৰিলে। কোনোবাই খংত যেন গোটেই সেন্দুৰ খিনি থেকেচা মাৰি সিহঁতৰ গাতে পেলাই দিলে। উকা কপালৰ তিৰোতা এগৰাকী যেনেই লাগিল ! —— হঠাৎ চকু পৰিল বৰুণৰ বাইদেৱেকৰ ফোঁটতো তেজৰ দৰে দগমগাবলৈ ধৰিছে। —— ঢৌবোৰে যেন ফোঁটতো ভাগ বাটি লৈ যাব ! .............. ককাইদেউৰ মটৰ এক্সিডেণ্টহে পিচদিনাই সকলো শেষ ।" নিয়তি আৰু মানুহৰ সংগ্ৰামত মানুহৰ অসহায়তা আৰু অজ্ঞতা দেখি ঘাটৰ প্ৰতিটো বস্তুয়েই যেন মুখটিপি হাঁহিছে। ইয়াকে নোহোৱা হ'লে পাঠকৰ মনত ঔৎসুক্যৰ তীব্ৰতা কমিলহেঁতেন আৰু পৰিণতিৰ কাৰুন্যই মনক ইমানকৈ দোলা দি যাব নোৱাৰিলেহেঁতেন। চকুৰ পলক নোপেলোৱাকৈ পঢ়ি শেষ কৰিবলৈ মন যোৱা 'কাঠনিবাৰী ঘাট'।

"সৃষ্টিৰ দিনৰে পৰা নিয়তিৰ স'তে হেৱা মানুহৰ সংগ্ৰাম অক্ষয়, আমি তাৰ স্মৃতিস্তম্ভ সোঁৱৰাই মানুহৰ বীৰ্য আৰু নিয়তিৰ জয়"। এই কথাষাৰ প্ৰতিপন্ন কৰিবলৈকে যেন সমাজত তথাকথিত 'টাইপ কেৰেক্টাৰ' বোৰৰ সৃষ্টি। অৱশ্যে কোনো বিশেষ চৰিত্ৰৰ বৈশিষ্টতে গল্পৰ আবেদন সীমাবদ্ধ হৈ থকা নাই। বৰং অনুমান হয় যেন মানৱ জীৱনৰ কেতবোৰ মৌলিক সমস্যাৰ ওপৰতহে গল্পকাৰে আলোকপাত কৰি গৈছে।

"ছুঃ গৰু নাই, মাটি নাই, চাৰ্কাৰ নাই, এই বাইচিকল খনেই খুৱাই আছে। এইবাইচিকলকে অনাদৰ"...................... হৰিনাথে কয় বাইচিকোল, ঘৈনিয়েকে কয় তেইচকল, মনিয়ে কেতিয়াবা চাইকল, কেতিয়াবা চাৰ্কেল বুলি কয়। যেয়ে সি নকওঁক, বিগত পোন্ধৰ বিশ বছৰ এই দুচকীয়া যন্ত্ৰটোৱেই হৰিনাথৰ জীৱনৰ সুখ-দুখৰ সঙ্গী, — চাইকেলৰ হাড়ডাল অৰ্থাৎ ফ্ৰেমটো মাত্ৰ হৰিনাথৰ অতীতৰ গৌৰৱময় জীৱনৰ সাক্ষী হৈ আছে। বাকীবিলাক নানা নতুন কোম্পানীৰ পাৰ্টচৰ সমন্বয়ত বৰ্ত্তমানৰ চাইকেলখন এক বৰ্নশঙ্কৰ সৃষ্টি।" ঘৈনিয়েকে বোৱা কাপোৰ বেছি হাট বজাৰ কৰি তাৰ সহায়তে হৰিনাথৰ পাঁচটা প্ৰাণীৰ সংসাৰখন বৰ্ত্তে। কিন্তু ............... ! খাটি ষ্টীল হৈয়ো তাৰ "বাইচিকোল"খনৰ জইন সুলকি গ'ল কিয় ? কাল, নিয়তি 'চক্ৰবৎ' ঘুৰিব লাগিছে।

গাঁৱলীয়া জন জীৱনৰ ৰীতি নীতি, মাত কথা, ধৰ্ম-বিশ্বাস, পৰম্পৰা আদিৰ প্ৰতিফলনেৰে গ্ৰাম্য সংস্কৃতিৰ জীৱন্ত ৰূপৰ চিত্ৰন কাঠনিবাৰী ঘাটৰ উল্লেখযোগ্য বৈশিষ্ট্য। 'টোপ' গল্পৰ হৰিবল ককা গাঁৱৰ এমুৰত অকলে থাকে। "দোকমোকালিতে উঠিয়েই হৰিবোল বুলি যিটো চিঞৰ মাৰে, গাৱৰ মূৰ সৰকি যায়গৈ মূৰৰ চুলি দীঘল, চাৰিওফালৰ পৰা আঁচুৰি ওপৰত খোপা বান্ধি থয়। খোপাৰ ওপৰত এপাহ ফুল। দীঘল দাড়ি। কপালত ৰঙা-বগা ফোঁট। মুখত হৰিনাম পূৱা এবাৰ আৰু সন্ধিয়া এবাৰ বাকী দিনটোৰ কথাৰ প্ৰতি দুটা শব্দৰ অন্তৰত এটাকৈ "অভইচ" মাত। গাৱৰ জীয়ৰী বোৱাৰীৰ খোৰ্জ কাটল, পিন্ধা উৰালৈকে চকু। ল'ৰাৰ স্কুলীয়া সজুঁলি, বাঁহৰ চুঙা, স্কেল, স্কুলৰ হাতৰ কাম, খৰাহী চালনী বুঢ়াই সাজি দিব বা দেখুৱাই দিব। তিৰোতাৰ তাঁতশালৰ সজুঁলি — ফুল ছিৰী, নাচনী, ফুলচেৰেকী, টাকুৰী, শলী, টোলোঠাজৰী আদি মিহি কাম বুঢ়াই নকৰিলে নহয়। ভাওনা হ'লে ভাৱৰীয়াৰ গদা, ধনু-কাড় তুন এই সকলো সজাৰ কাম বুঢ়াৰ ওপৰত। কাৰবাৰ ঘৰত সবাহ পাতিলে মাহ প্ৰসাদ তিওৱা, ধোৱা কলৰ দোৰোলা সজা কাম বুঢ়াৰ। তাৰ উপৰি পানী জাৰি দিয়া, তেল জাৰি দিয়া, প্ৰসবৰ সময়ত ডোল জাৰি দিয়া আদি কামবোৰ দিনটোত লাগি আছেই। সেয়ে বুঢ়াক, ইমান গালি পাৰে যদিও, লাজ কথা মাতে যদিও কোনেও বেয়া নাপায়। গঞাই ধান চাউল,বয়বস্তু দি সহায় কৰে, গাইজনী পালত ৰখি দিয়ে। ......................... বেনু আৰু চেনীয়ে হৰিবল ককাৰ ওচৰত বৰশীৰ ডোল বটাবলৈ গৈ বুঢ়াই বৰশী বাবলৈ এৰা কাহিনী শুনি কি শিকিলে ? "গাৱত কিন্তু দেখা দেখিকৈ কাৰো কেঁচুৱা হোৱা নাছিল। কোনোবা পাষণ্ড, পাপীৰ কাম।" ........................ সেই চকু দুটা কাৰ ? ককাৰ লগত তাৰ কি সম্পৰ্ক ? অবিবাহিত সন্যাসীৰ দৰে থকা, চৰিত্ৰ সম্পৰ্কে কোনেও এষাৰ কথা ক'ব নোৱাৰা পয়ষষ্ঠি বছৰীয়া মানুহজন সকলোৰে বাবে ৰহস্য হৈয়ে থাকিল। ৰসঁৰাজ বেজবৰুৱাৰ " ৰবিনাথ ককাৰ' কিছুমান গুন যেন হৰিবল ককাই উত্তৰাধিকাৰ সূত্ৰে লাভ কৰিছে তেনে অনুমান হয়। যি কি

নহওক 'টোপ' গল্পই গাই গ'ল হৃদয় উদ্বেলিত কৰা মানৱতাৰ জয়গান।

কুসংস্কাৰ, অন্ধবিশ্বাসে আৱৰা সমাজখনত সৰবৰহী অকলশৰীয়া সোমেশ্বৰৰ ন-কইনা জনীৰ ভৰিৰ "**কেএগা আঙুলি**' দুটা দীঘল-কুলক্ষন। ন-ছোৱালী চাবলৈ অহা বুঢ়ী, ডেকেৰী, বোৱাৰী, ছোৱালীৰ মাজত ফুচ্-ফুচ্, ফাচ্-ফাচ্কৈ মুহূৰ্ততে কথাটো জনাজাত হ'ল। বহু আশা-ভৰষা কৰি বেচেৰাই বিয়াখন পাতিলে এতিয়া বেয়া বোলাটোৱে যদি হ'ল, তাৰ সকলো অথলে গ'ল। ........... 'গম পালেই নহয় আমাৰ কপাল। কথাতে কয়- - 'যাৰ য'ত সহংকাৰ, কপালকে লৈছো।" ............. কিন্তু মৌজাদাৰণীয়ে যেতিয়া ক'লে —"কাৰো কথাত কাণ নিদিবি— বেচ লক্ষী ছোৱালী পাইছ।" পুলকত তাৰ গাটো সিৰসিৰাই উঠিল। পিছ মুহূৰ্ত্তত যেতিয়া দেখিলে যে— মৌজাদাৰণীৰো ভৰিৰ কেএগা আঙুলিটো দীঘল ............! বিস্ময়াভিভূত সোমেশ্বৰ মাথো অবাক হৈ ৰ'ল। "কেএগা আঙুলি' গল্প যেন কুসংস্কাৰ, অন্ধবিশ্বাসৰ মল ধুই নিকা কৰাৰ আন্তৰিক প্ৰয়াস।

অতীতৰ মধুৰ মুহূৰ্ত একোটা, ৰাস পুৰ্ণিমাৰ জোনাকতকৈও বেছি উজ্জ্বল '**এচেৰেঙা স্মৃতিৰ জোনাক**' হৈ কেতিয়াবা মানস পটত জিলিকি উঠিব পাৰে। — "কিয়, লিলিক কেৰৈ চিনি নেপাম? মোমায়েকেই হঁও, অৱশ্যে গাওঁ সম্পৰ্কিত।" .... পাঁচটা সন্তানৰ মাতৃ হৈ গৃহস্থী জীৱনৰ চৌহদত লিলি আজিও শুভ্ৰ, শুচি, পবিত্ৰ হৈয়ে আছে। .............. "সেয়া কাষতে শাহু, এইজন স্বামী, সৌজন শহুৰ ; আৰু বোৱাৰী জীৱনৰ সকলোখিনি মহিমা লৈ থিয় হৈ আছে, সৌৱা সৌজনী লিলি, কোলাত কেচুৱা আৰু এয়া মই মোৰ ঠাইত।" ........... যৌৱনৰ প্ৰথম পুৱাতে কেৱল ভাওনাঘৰৰ চাৰি চকু মিলনতে সীমাবদ্ধ ভালপোৱাৰ অভিজ্ঞতাৰ স্মৃতিয়েই কেতিয়াবা হঠাৎ জীপাল হৈ উঠি মনত বিমল স্বৰ্গীয় প্ৰেমৰ উদ্ৰেক কৰিব পাৰে। তাৰ সুন্দৰ সাৱলীল বৰ্ণনা "এচেৰেঙা স্মৃতিৰ জোনাক।"

আনহাতে গাহৰিৰ দৰে এপাল ল'ৰা-ছোৱালীৰ মাতৃত্বৰ বোজা বহন কৰিবলৈ বাধ্য কৰোৱা ঘৈণিয়েকৰ ওচৰত গেলা চুলাই মদ এসোপা খাই আহি বৰমতা দেখুৱা বা ভোলানাথ। সংসাৰ কেনেকৈ চলিছে, চলিব তালৈ ভ্ৰূক্ষেপ নাই। .......... প্ৰয়োজনত কি যে লেৰেলা সাদৰ। সেয়াহে শইকীয়াইঁতৰ মেছুৱ "ওচৰঘৰীয়া"।

ভলণ্টিয়াৰ কেম্পৰ নায়ক নিত্য বিয়াল্লিছত জেল খটা প্ৰকৃত কংগ্ৰেছ কৰ্মী। সংগঠনৰ কামত ঘুৰি ফুৰোতেই 'প্ৰাথমিকৰ' সম্পাদিকা জয়াৰ সৈতে চিনাকী হৈ দুয়োৰে মাজত মধুৰ সম্পৰ্ক। ............ দেশৰ কাম কৰা মানুহৰো হৃদয় থাকে, মৰম ভালপোৱা থাকে, সংসাৰ কৰাৰ সপোন থাকে। দুবছৰৰ মুৰত জেলৰ পৰা ওলাই সি পোনে পোনে চেনেহী ঘৰখনলৈ নগৈ জয়াইঁতৰ তালৈ যাবলৈ ওলাইছে। ......... "আজিকালি আৰু ক্লাছ

ডিচ্‌ক্রিমিনেচন নাই। দেখা নাইনে ফাষ্টি ক্লাছৰ অৱস্থা।" দ্বিতীয় মহাযুদ্ধই কঢ়িয়াই অনা যান্ত্রিক সভ্যতাই আজি দুবছৰৰ ভিতৰতে মানুহক এনেকৈ হৃদয়হীন স্বার্থলোভী কৰি পেলাব পাৰেনে? সপোনৰ জয়াজনীয়ে আজি নতুন ধনী তপন চৌধুৰীক বৰণ কৰিবলৈ খদম্‌দম লগোৱাত নিত্যৰ অনুভৱ হ'ল– শ্রেণী বিভাজন আছে। হয়, সচাঁকৈয়ে সি **'তৃতীয় শ্রেণীৰ যাত্রী"।**

"তাহানি মেলাত কিনা পেটুৱা গনেশৰ পুতলা এটা আছিল। কাঠৰ বাকচ এটা বেৰত ওলোমাই তাতে মূৰ্ত্তিটো পাতি ল'লে। এটা ডাঙৰ গাৰু লাগে, আৰু লাগে মহাজনৰ দোকানৰ গাদীত থকাৰ দৰে চন্দুক এটা" — গোপালহঁতৰ দোকান **"ফাডাৰ এণ্ড চন্স কোম্পানী"** আৰম্ভ হ'ল — "বিড়ি এমুঠি দিয়কচোন।" —— এনেকৈ হ'লে 'লালবাতি' জ্বলিব দোকানত। ........... 'এইখন বৰ মূল নাঠী কাৰবাৰ হ'ল" — বিৰক্তিত ঋপেকৰ কপালৰ গাঠি থোপা খালে ......... "কি ঔ গোপাল, ফাদাৰ এণ্ড চন্স্ এণ্ড কোম্পানী দেখোন দেউলীয়া মাৰ্কা হৈ গ'ল? — নাই অ' বেব্‌চা মন্দা।" তিনি চাৰি মাহৰ ভিতৰত ব্যৱসায় বন্ধ হোৱা গাঁৱলীয়া দোকানীৰ মৰ্মস্পৰ্ষী অৱস্থাৰ সুন্দৰ চিত্ৰন গল্পই দাঙি ধৰিছে।

গ্রাম্য জীৱনৰ মৌলিক সমস্যাৰ ওপৰত আধাৰিত সুন্দৰ একোটা প্লটক বিভিন্ন পটভূমিত সাৱলীল গতিৰে পৰিসমাপ্তি ঘটাই ঔৎসুক্য নিসৰন কৰা দেখা যায় মহিম বৰাৰ গল্পত। নামকৰণ, উপস্থাপন ৰীতি আৰু ৰচনা শৈলীয়ে কাঠনিবাৰী ঘাটক এক সুকীয়া মৰ্য্যদা প্রদান কৰিছে। পাঠকৰ ৰুচি সম্পৰ্কে সম্পূৰ্ণ উদাসীন বাবেই নেকি মহিম বৰাৰ গল্পই ব্যক্তি জীৱনৰ সংকীৰ্ণ গণ্ডী চেৰাই জীৱন ৰহস্যৰ ভিত্তিত উ পস্থিত হ'বগৈ পাৰিছে। গল্পবোৰৰ আকৰ্ষণীয়তাৰ মূলতো পৰ্য্যবেক্ষণ আৰু উৎকণ্ঠা সৃষ্টিৰ অৱদান যথেষ্ঠ। গভীৰ মানৱীয় সহানুভূতি পূৰ্ন দৃষ্টিৰে জনজীৱনক আলোকিত কৰিব খোজা গল্প সংকলনটি সাহিত্যৰ পথাৰত বৰা ডাঙৰীয়াৰ উৎকৃষ্ট ফচল।

ৰমন্যাসিক মন, তীক্ষ্ণ পৰ্য্যবেক্ষণ আৰু হাস্য-ব্যঙ্গ শ্লেষযুক্ত ৰসাল শব্দৰে বাক্য বিন্যাস পদ্ধতিত বেজবৰুৱাদেৱৰ পাচতে আমাৰ দৃষ্টিত মহিম বৰাৰ নাম অসমীয়া কথা সাহিত্যৰ ইতিহাসত জিলিকি থাকিব।

ইতিমধ্যে দেশে বিদেশে খ্যাতি বিয়পি পৰা কাঠনিৱাৰী ঘাটৰ সোৱাদ নোপোৱা, নোলোৱা, কোনো পঢ়া-শুনা কৰা "খাৰখোৱা" অসমীয়া আছে যদি তেওঁ সঁচাকৈয়ে দুৰ্ভগীয়া।

---

(প্রথম প্রকাশ)

# মহিম বৰালৈ দিয়া চিঠি

| কোন | কেতিয়া | কিয় |
|---|---|---|
| ১। প্ৰফুল্ল চন্দ্ৰ গোস্বামী | ১৮-২-৫৬ | প্ৰবন্ধ এটা পঠিয়াই দিয়া চিঠি। |
| ২। অতুল চন্দ্ৰ হাজৰিকা | ১-৫-৫৮ | 'উচবৰ ভোগজৰা'ত মহিম বৰাৰ ৰঙালী বিহু সম্পৰ্কীয় প্ৰবন্ধটো দিব খুজি লিখা। |
| ৩। যোগেশ দাস | ৩-৬-৫৮ | পিতৃ বিয়োগত দিয়া। |
| ৪। বেণুধৰ শৰ্মা | ১১-৬-৫৮ | পিতৃ বিয়োগৰ পিছত দিয়া। |
| ৫। গৌৰী বৰ্মন | ৭-১০-৬৪ | চক্ৰবৎ গল্পটো ছবি কৰা সম্পৰ্কত। |
| ৫। ৰাধা গোবিন্দ বৰুৱা | ৪-৮-৬৫ | 'দৈনিক অসম' কাকতখন প্ৰকাশৰ আগত লিখা। |
| ৬। ফণী তালুকদাৰ | ২৫-৮-৬৫ | 'দৈনিক অসম'ৰ শাৰদীয় সংখ্যাৰ বাবে গল্প বিচাৰি। |
| ৭। ভবেন্দ্ৰ নাথ শইকীয়া | ৩১-১০-৬৫ | শইকীয়া দেৱৰ বিয়ালৈ নিমন্ত্ৰণী জনাই। |
| ৮' ভবেন্দ্ৰ নাৰায়ণ দত্ত বৰুৱা | ২৫-৮-৬৬ | তিনি মহীয়া অসমীয়া আলোচনী 'মণিকূট'ৰ বাবে গল্প বা সৰু উপন্যাস এখন বিচাৰি। |
| ৯। দীপক গোস্বামী | ২৬-৮-৬৬ | জাতীয়তাবাদী সাপ্তাহিক 'আলোক'ৰ বাবে গল্প বিচাৰি। |
| ১০। চন্দ্ৰ প্ৰসাদ শইকীয়া | ১২-৯-৬৬ | ১৯৬৫ চনৰ বছৰৰ শ্ৰেষ্ঠ গল্প লেখক বুলি সমালোচনাত কোৱা বাতৰিটো প্ৰেৰণা আৰু 'অসম বাতৰি' লৈ গল্প বিচাৰি লিখা চিঠি। |
| ১২। এল চি. জৈন (ভাৰতীয় জ্ঞানপীঠ) | ১২-১-৬৭ | বৰাদেৱৰ সহযোগিতা বিচাৰি। |
| ১৩। দুৰ্গেশ্বৰ শৰ্মা | ৭-৮-৬৮ | অসম সাহিত্য সভাৰ পৰা প্ৰবন্ধ বিচাৰি। |
| ১৪। নাৰায়ণ শৰ্মা | ১৪-১২-৬৮ | 'ফাদাৰ এণ্ড চন্স' হিন্দীত 'আজকল'ত প্ৰকাশ হোৱাৰ খবৰ প্ৰেৰণ।' ভাৰতীয় গল্প সংগ্ৰহ'ত গল্পটোৱে স্থান পাইছে। (ভাৰত চৰকাৰৰ) |
| ১৫। হীৰেন গোঁহাই | ২৪-১০-৬৯ | 'Radio talk' সম্পৰ্কে, য'ত মহিম বৰাৰ গল্পৰ বিষয়ে আলোচনা আছে। |
| ১৬। চন্দ্ৰ প্ৰসাদ শইকীয়া | ১-১১-৬৯ | 'অসমীয়া' লৈ গল্প বিচাৰি আৰু ৰত্নকান্ত বৰকাকতিৰ ঠিকনা বিচাৰি। |
| ১৭। যোগেশ দাস | ৭-৭-৭১ | গুৱাহাটী বুক ষ্টলৰ শ্ৰীবংশী গোপাল শৰ্মা আৰু কিতাপৰ ৰয়েল্টি সম্পৰ্কত লিখা। |

# মহিম বৰালৈ দিয়া চিঠি

| কোন | কেতিয়া | কিয় |
|---|---|---|
| ১৮। হোমেন বৰগোহাঁই | ২৯-৬-৭২ | মহিম বৰাৰ পৰা কিবা কেইটামান কথাৰ বিষয়ত ইংগিত পাই দিয়া উত্তৰ। |
| ১৯। ক্ষিতীশ ৰায় | ৫-১-৭৪ | 'কাঠনিবাৰী ঘাট' আৰু 'হেৰোৱা দিগন্তৰ মায়া' ৰ বিষয়ে লিখা। |
| ১৯। মুনীন বৰকটকী | ১৪-২-৭৪ | |
| ২০। নৱকান্ত বৰুৱা | ১৩-৭-৭৪ | 'অকণ' আৰু 'ভয়' কবিতা কেইটাৰ সম্পৰ্কত। |
| ২১। সনৎ বন্দোপাধ্যায় | ৩০-৬-৭৫ | মনীধৰ বৰাৰ ঠিকনা বিচাৰি। |
| ২২। প্ৰফুল্ল দত্ত গোস্বামী | ১-১০-৭৫ | ডষ্টইয়েভস্কিৰ উপন্যাস সম্পৰ্কত। |
| ২৩। বিশ্ব নাৰায়ণ শাস্ত্ৰী | ১৫-৪-৭৬ | চিন্তা-বিচিত্ৰা সম্পৰ্কত। |
| ২৪। নীলমণি ফুকন | ২৫-৬-৭৬ | 'সংজ্ঞা'লৈ কবিতা বিচাৰি। |
| ২৫। অৰুণ পুৰকায়স্থ | ২৮-৬-৭৬ | 'বহুভুজী ত্ৰিভুজ' নামৰ গল্প সংস্কৰণটো বিচাৰি। |
| ২৬। নগেন শইকীয়া | ২৩-১১-৭৭ | 'টিহুৰ লখিমী'ৰ বিষয়ে। |
| ২৭। ভবেন বৰুৱা | ১৫-৯-৭৯ | গল্প সম্পৰ্কত। |
| ২৮। বীৰেন বৰকটকী | ৪-৩-৮১ | অসম প্ৰকাশন পৰিষদৰ বঁটা পোৱাৰ পাছত। |
| ২৮। যতীন গোস্বামী | ৫-৩-৮১ | |
| ২৯। ৰং বং তেৰাং | ১৭-৩-৮১ | ছাত্ৰই শিক্ষাগুৰুলৈ দিয়া চিঠি। |
| ২৯। লীলা গগৈ | ২২-৩-৮১ | 'ৰাতিফুলা ফুল' সম্পৰ্কত। |
| ৩০। কেশদা মহন্ত | ২৮-৮-৮৪ | 'অসমীয়া ৰামায়ণী সাহিত্যঃ কথা-বস্তুৰ আঁতিগুৰি' নামৰ পুথিখনৰ (৪৮৫ পৃঃ) সম্পৰ্কত। |
| ৩১। নিৰ্মল প্ৰভা বৰদলৈ | ১০-৪-৮৬ | আলোচনা - 'এশবছৰৰ অসমীয়া কবিতা'লৈ নিমন্ত্ৰণ। (গুৱাহাটী বিশ্ববিদ্যালয়) |
| ৩১। হীৰেণ গোহাঁই | ২৩-২-৮৯ | বৰাদেৱৰ অভিভাষণ খন পঢ়ি হোৱা প্ৰতিক্ৰিয়া সমূহ উল্লেখ কৰি লিখা। |
| ৩১। প্ৰহ্লাদ কু: বৰুৱা | ৯-৮-৮৯ | সভাপতি হোৱাৰ বাবে। |
| ৩২। নাৰায়ণ চন্দ্ৰ গোস্বামী | ২৫-৮-৮৯ | ব্ৰজাবলী ভাষাৰ ব্যাকৰণ আৰু ব্ৰজাবলী ভাষাৰ অভিধান সম্পৰ্তত। |

# মহিম বৰালৈ দিয়া চিঠি

| কোন | কেতিয়া | কিয |
|---|---|---|
| ৩৩। মহেন্দ্ৰ বৰঠাকুৰ | ৮-৪-৯৩ | 'টোপ' গল্পটিৰ নাট্যৰূপ সম্পৰ্কত। |
| ৩৪। চন্দ্ৰ প্ৰসাদ শইকীয়া | ১৮-৭-৯৪ | এক গুৰুত্বপূৰ্ণ প্ৰবন্ধ অসমৰ বাতৰি কাকতৰ ইতিহাসত প্ৰকাশ কৰিবৰ বাবে সন্মতি সূচক উত্তৰ বিচাৰি লিখা চিঠি। (বিষয়ঃ 'আলোচনী-সাংবাদিকতাত লক্ষ্মীনাথ বেজবৰুৱাৰ ঐতিহাসিক অৱদান। অসমীয়া ভাষা সাহিত্যৰ সমৃদ্ধিত 'বাঁহী'ৰ অৰিহণা' |
| ৩৫। লক্ষহীৰা দাস | ২-৯-৯৫ | অসম সাহিত্য সভাৰ বিষয়ে। |
| ৩৬। প্ৰফুল্ল কটকী | ৫-১-৯৯ | মেগৰ বটা লাভ কৰাৰ বাবে। |
| ৩৭। বীৰেশ্বৰ বৰুৱা | ২৪-১-৯৯ | পত্নী বিয়োগত। |
| ৩৮। মামনি ৰযচম গোস্বামী | ২৯-১-৯৯ | পত্নী বিয়োগত। |
| ৩৯। জ্ঞানদা শৰ্মা পাঠক | | 'সাহিত্য বিভূতি' সম্পৰ্কত। |
| ৪০। শোণিত বিজয় দাস | ১০-৯-০৩ | আলোচনী 'কথা' সম্পৰ্কত। |

০৫-০৩-৮৯

কম্বাচল ৰোড

গুৱাহাটী - ৭৮১০০৩

প্ৰিয় বৰা,

পলমকৈ হ'লেও আপুনি লাভ কৰা সন্মান আমাৰ কাৰণে অতিশয় আনন্দদায়ক হৈছে। আপোনাক সম্বৰ্দ্ধনা জনাবৰ ভাষা নাই; আপোনাৰ প্ৰাপ্য এই পুৰস্কাৰেৰে যথেষ্ঠ নহয় - এই কথাও ভাষাৰে প্ৰকাশ কৰিব নোৱাৰোঁ।

শ্ৰীমতী বৰাকো আপোনাৰ লগতে শুভেচ্ছা জ্ঞাপন কৰিছোঁ।

ইতি -

গুৱাহাটী,
০৩-০৬-৫৮

মৰমৰ মহিম,

আজি আগবেলা পাণবজাৰত শ্ৰীকোকিল বেজবৰুৱাৰ মুখে মাত্ৰ কথাটো জানিছিলোহে। ঘৰলৈ আহিয়েই তোমালোকৰ চিঠিখন পালো। বহু সহানুভূতিশীল বন্ধু-বান্ধৱলৈ মনত পৰিছিল নিশ্চয় - তাৰ ভিতৰত ময়ো আছিলো বুলি ধৰি লৈছোঁ। তোমালোক আটায়ে সহিবলৈ মনত বল পোৱা ইয়াকে মনে-প্ৰাণে কামনা কৰিছোঁ। তাতকৈ বেছি কবৰ যোগ্যতা মোৰ নাই - অন্ততঃ তোমাক। মৰম লবা। শ্ৰীমতী বৰা আৰু শ্ৰীমান নিখিলৰ ভাল নিশ্চয়। মৰমৰ -

অসম সাহিত্য সভা
গুৱাহাটী - ১
০৭-০৮-৬৮

মৰমৰ বৰাদেউ,

আপোনাৰ কাৰ্ডখন পাইছো। আপুনি যি কোনো এটা বিষয়ৰ ওপৰতে লিখিবলৈ মন কৰি কৰিছে। অনুগ্ৰহকে আমি দিয়া বিষয়টি কৰি আপোনাৰ পছন্দ মতেই যিকোনো এটা বিষয়কে লিখি পঠাবচোন।

এইবাৰ সকলোৰে একে অৱস্থা। বেজবৰুৱা শতবাৰ্ষিকীৰ কাৰণে কাম বাঢ়িছে।

শ্ৰদ্ধা লব।

Gauhati - 3
01-10-75

শ্ৰীমান বৰা,

তোমাৰ উপন্যাসখন ঃ ডষ্টইয়েফস্কিৰ উপন্যাসত ৰুগীয়া মনৰ যি অৰ্ন্তদৃষ্টিৰ পূৰ্ণ বিশ্লেষণ পায় সেই ধৰণৰ বিশ্লেষণৰ কিছু পৰিচয় তোমাৰ কিতাপত পালোঁ। আন অসমীয়া উপন্যাসত এনেধৰণে পোৱা মনত নপৰে। আখ্যানভাগে জটিল অথচ আঁটি লগা। (অৰ্থাৎ tight)। শলাগ লৈছোঁ ভাল কিতাপখনৰ বাবে। ডষ্টইয়েফস্কিৰ The Gambler পঢ়িলে উপকৃত হ'বা। সৰু কিতাপ। মৰম আৰু শুভেচ্ছাৰে (দুয়োকে)।

তোমাৰ -

[signature]



অসমীয়া সাহিত্য-সংস্কৃতিৰ
তিনিমহীয়া আলোচনী
সংজ্ঞা কাৰ্য্যালয়
বাণী প্ৰকাশ
গুৱাহাটী - ৭৮১০০১

শ্ৰদ্ধাস্পদেষু,

পূজা সংখ্যা সংজ্ঞালৈ কবিতা বা গল্প কিবা এটা পঠাবলৈ অনুৰোধ কৰি লিখিলো। আপুনিতো সংজ্ঞালৈ একো দিয়াই নাই। এক আগষ্টৰ আগতে কিবা এটা পঠাব বুলি আশা কৰি থাকিম। আশা কৰো ভালে আছে। আন্তৰিক শ্ৰদ্ধাৰে-

ইতি

আপোনাৰ -

বৈথালাংছ'

১৭-০৩-৮১

পৰম শ্ৰদ্ধেয়

ছাৰ,

আন্তৰিক শ্ৰদ্ধা-ভক্তি গ্ৰহণ কৰিব। পৰীক্ষা সংক্ৰান্তত ইয়ালৈ আহি আপোনাৰ বাতৰি জানিবলৈ পাইছোঁ। এই বাতৰিয়ে আমাকো আনন্দ দিছে। পলমকৈ হ'লেও আপোনাৰ এই স্বীকৃতিয়ে আমাক গৌৰৱান্বিত কৰাৰ লগতে প্ৰেৰণাৰ উৎসৰূপে আমাৰ মনত উদ্ভাসিত হৈছে। আপুনি আমাৰ শিক্ষাগুৰু; গতিকে আমি গৌৰৱবোধ কৰাৰ অধিকাৰ পাইছোঁ। এইয়া অতি সুখৰ বাতৰি।

বিশেষ নিলিখো। আপোনাৰ লেখনিত প্ৰকাশ পোৱা সৰু মানুহৰ জীয়া ছবিবোৰ যেন আমাকো প্ৰেৰণাৰ স্থলী হওক, - ইমানেই আশা ৰাখিছোঁ। শ্ৰদ্ধেয়া বাইদেউক আমাৰ সেৱা জনাব।

পুনৰ সেৱাৰে।

ইতি -

[illegible handwritten signature]

Gauhati
01-05-58
Uzan Bazar

কল্যাণবৰেষু,

শুনি সন্তোষ পাবা যে মই 'উচবৰ ভোগজৰা' নাম দি আমাৰ দেশৰ উৎসৱবোৰৰ সম্পৰ্কে এখন লাগতিয়াল পুথি সংকলন কৰিছো। তাত হিন্দু, মুছলমান, খৃষ্টান, অসমীয়া জনজাতীয় আদি প্ৰায় দুকুৰি প্ৰবন্ধ থাকিব। এই পুথিৰ কমে প্ৰায় ৩/৪ ভাগ শেষ হৈছে। সেই পুথিত আগেয়ে গোটোৱা ৰঙালী বিহু সম্পৰ্কীয় প্ৰৱন্ধটো বাদ দি তুমি লিখা ৰঙালী বিহুৰ প্ৰৱন্ধটো দিব খুজিছো। তোমাৰ এই প্ৰৱন্ধ সিদিনা অনাঁতাৰ কেন্দ্ৰৰ গাঁৱলীয়া ৰাইজৰ মেলত শুনিলো। শুনি প্ৰৱন্ধটো মোৰ উদ্দেশ্যৰ লগত খাপ খোৱা হব যেন লাগিল। পঢ়োতে পিছৰফালে লৰালৰিকৈ বাদ দি পঢ়া যেন লাগিল। সি যি নহওক তুমি এতিয়া প্ৰৱন্ধটো জুকিয়াই মোলৈ সোনকালে পঠাই দিলে ভাল পাম। গৰু বিহুৰ দিনটো যেনেকৈ বৰ্ণোৱা হৈছে - পিচৰ কেইদিনৰো সাতবিহুলৈকে তেনে বৰ্ণনা থাকিলে ভাল। গৰু বিহু, বৰ বিহু বা মানুহ বিহু, গোসাঁই বিহু আদি ৭ দিনৰ কাৰ্য্যসূচীৰ উল্লেখ থাকিলে ভাল। বিহুৱান, হুচৰি, জেতুকা, বৰহমথুৰি আদিৰ কথা থাকিব লাগে। ভঠেলি, মিচিং বিহু আদিৰ বিষয়ে সুকীয়া প্ৰৱন্ধ সংগ্ৰহ কৰা হৈছে আৰু বিশেষ নিলিখো। সোনকালে প্ৰৱন্ধটো পাবলৈ আশা কৰিলো।

ইতি -

শ্রীলীলা গগৈ, এম-এ
ডিব্ৰুগড় বিশ্ববিদ্যালয়

ফোন নম্বৰ : ১০৭১ (অফি)
১০৭৬ (ঘৰ)

২২/৮/৮৩

শ্রদ্ধেয় শ্রীযুত বৰা,

শ্রদ্ধা আৰু সম্ভাষণ গ্ৰহণ কৰিব। 'ৰাতিফুলা ফুল' পুথিখনত প্ৰকাশন পৰিষদ পুৰস্কাৰ পোৱা বাবে আন্তৰিক অভিনন্দন জ্ঞাপন কৰিলোঁ। কাঠনিবাৰীৰ ঘাটতেই যদিও এনে পুৰস্কাৰ আশা কৰিব লাগিছিল, তথাপি পলমকৈ হ'লেও এখন উপযুক্ত গ্রন্থই উপযুক্ত সন্মান লাভ কৰা বাবে আনন্দ পালোঁ। অসমৰ জনজীৱনৰ সাৰ্থক ছবি সজীৱ কৰি তোলাত আপোনাৰ সৃজনী-শক্তিয়ে অধিক প্ৰখৰতা লাভ কৰক।

পুনৰ শ্রদ্ধাৰে।

ইতি -

আপোনাৰ—
লীলা গগৈ

গুৱাহাটী - ৩
২৪-১০-৬৯

প্ৰিয় বৰা,

আশা কৰোঁ সপৰিয়ালে কুশলে আছে। সিদিনা নগাওঁ এৰিবৰ সময়ত মাত দি আহিবলৈ সময়ে নুকুলালে। কিন্তু আপোনাৰ কথা বতৰা আৰু মনোভাবে মোৰ মনত দ সাঁচ বহুৱাইছে।

অহা ত্ৰিশ তাৰিখ (অক্টোবৰ) ৰ দিনা মোৰ ৰেডিঅ'-ত talk এটা আছে। ৰেডিঅ'ৰ কাৰবাৰ বৰ কঢ়া। ১৪ মিনিটত শেষ কৰিবই লাগিব হেনো। সেয়ে আপোনালোকৰ বিষয়ে লেখা বহুতো কথা হয় চমুৱাব লগা হ'ল। নহয় বাদ দিব লগা হ'ল। তথাপি আপোনালোক - মানে আমাৰ আগশাৰীৰ গল্প লেখক সকলৰ বিষয়ে - দুআষাৰ ক'লোঁ। আপুনি শুনিলে ভাল পাম।

শুভেচ্ছা আৰু শ্ৰদ্ধা জানিব।

ইতি -

আপোনাৰ
শ্ৰী হীৰেন গোঁহাই

শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া
সম্পাদক, "অসমীয়া"

নিউ প্ৰেছ
গুৱাহাটী - ৩
০১-১১-৬৯

মৰমৰ বৰা,

শ্ৰদ্ধা আৰু শুভেচ্ছা গ্ৰহণ কৰিব।

বহুত দিন আপোনাৰ খবৰ পোৱা নাই। আপুনি বোধ কৰো গুৱাহাটীলৈয়ো বহুদিন অহা নাই।

আমাৰ আলোচনীৰ বাবে দয়া কৰি দীঘল গল্প এটা বৰ সোনকালে পঠিয়াই দিয়ক। বৰ আশাৰে বাট চাই থাকিলো। উপন্যাস এখনো ধাৰাবাহিকভাৱে দিব পাৰে, মাহে মাহে একোখণ্ড দি থাকিলেও হ'ব। মাহে মাহে আমি আপোনালৈ 'দক্ষিণা' আগবঢ়াম।

কবি ৰত্নকান্ত বৰকাকতিৰ পুতেকৰ (ডাঙৰ জনৰ) ঠিকনাটো মোক বৰ লৰালৰিকৈ লাগে। প্ৰকাশন পৰিষদৰ গান্ধী-গ্ৰন্থসমূহ তেওঁলৈ পঠিয়াব লগা হৈছে। আপুনি দয়া কৰি তেওঁৰ ঠিকনাটো মোলৈ পঠিয়াব বুলি আশা কৰিলো। কবিৰ ভনীয়েকৰ প্ৰবন্ধ এটা অহা সংখ্যা 'অসমীয়া' ত ওলোৱাৰ কথা আছে।

পুনৰ প্ৰীতিৰে,

ধন্যবাদ
চন্দ্ৰ শইকীয়া।

**BENUDHAR SHARMA**

ASAM JYOTI
CHENIKUTHI
GAUHATI, ASSAM

মৰমৰ মহিম,

তোমাৰ দেউতাৰাৰ শ্ৰাদ্ধলৈ নিমন্ত্ৰণ জনাই দিয়া চিঠিখন পালোঁ। তেখেতৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে ভগৱানৰ ওচৰত প্ৰাৰ্থনা জনালোঁ।

মাজে সময়ে চিঠি পত্ৰ দি থাকিবা।

ইতি -

**BHABENDRA NATH SAIKIA,**
FAUZDARI PATTY,
P.O. NOWGAON, ASSAM

শ্ৰদ্ধেয়,

অহা চাৰি আঘোণ, ইংৰাজীৰ নৱেম্বৰ মাহৰ বিশ তাৰিখ শনিবাৰে মোৰ বিয়াৰ আয়োজন কৰিছোঁ। তালৈকে আপোনাকে মূখ্য কৰি আপোনাৰ পৰিয়ালৰ সকলোটিকে পৰম আন্তৰিকতাৰে নিমন্ত্ৰণ জনালোঁ।

সেইদিনা আপোনালোক সকলোটিকে আমাৰ নগাঁৱৰ ঘৰত এখন্তেকৰ কাৰণে হ'লেও দেখা পাম বুলি বৰ আশা কৰিলোঁ। ইতি।

আন্তৰিক শ্ৰদ্ধাৰে
ভবেন্দ্ৰ নাথ শইকীয়া
২১/১০/৬৫

PROF. INDIRA GOSWAMI M A Ph D
(MAMONI RAISOM GOSWAMI)
*Head of the Department of Modern Indian Languages and Literary Studies*
UNIVERSITY OF DELHI DELHI 110007



OFF 7257725/244, 7256636
RES 7257043
D-19/29-31, CHHATRA MARG,
DELHI UNIVERSITY CAMPUS,
DELHI-110007.

শ্ৰদ্ধেয় ছাৰ,

শ্ৰীযুতা বাইদেউৰ খবৰ শুনি মৰ্ম্মাহিত হৈছো। মই এইবাৰ গৈ দেখা কৰি আহিম বুলি ভাবিছিলো। মই সকলোবোৰ কথা নেজানিছিলো। যোৱাবাৰ বৰ লৰালৰি হ'ল। একো কথা-পাতিব নোৱাৰিলো।

আপুনি সাহিত্যৰ মাজেৰেই জীৱন পথত আগুৱাই যাব লাগিব। মানুহে আপোনাৰ সাহিত্যত আশা আৰু সান্ত্বনা দুয়োটাই লাভ কৰে। অলপতে আপোনাক দিয়া পুৰস্কাৰে এই কথা প্ৰকাশ কৰিছে।

মই নিজে অনেক কথাত ভুক্তভোগী বাবে আপোনাৰ মনৰ বেদনাৰ কথা উপলব্ধি কৰিব পাৰিছো বৰ গভীৰ ভাৱেই; সাহিত্যই আপোনাৰ শক্তি হৈ আহক এয়ে মোৰ কামনা আৰু প্ৰাৰ্থনা।

শ্ৰদ্ধা গ্ৰহণ কৰিব।

ইতি–
আপোনাৰ ইন্দিৰা- মামণি ৰয়ছম গোস্বামী।

# ছাৰ ঃ মোৰ দৃষ্টিত

- স্বৰ্ণ বৰা

পূৰ্ণিমাৰ ফৰিং ফুটা জোনাক ধৰি ৰাখিবপৰা মোৰ ছাৰ শ্ৰীযুত মহিম বৰাদেৱ জনগনৰ কবি আৰু গল্পকাৰ। জনতাৰ চেতনাই তেওঁৰ চেতনা। তেওঁৰ কণ্ঠত গান নাই আছে মন্ত্ৰ। যি মন্ত্ৰৰ যোগেদি তেওঁৰ কলমেদি উদ্ভাসিত হৈ উঠে জনজীৱনৰ প্ৰতিচ্ছবি। তেওঁ উদাত্ত কণ্ঠে যেন চিৰদিন ক'বলৈ বিচাৰিছে — "যদিও নগণ্য আমি, তুচ্ছ বটবৃক্ষেৰ সমাজে, তবু ক্ষুদ্ৰ এই শৰীৰে, গোপনে মৰ্মৰ ধ্বনি বাজে।"

এই গোপন ধ্বনি হয়তো তেওঁৰ বাসভৱনৰ কাষেদি বৈ যোৱা কলং নদীৰ বুকুত প্ৰতিধ্বনিত হয়। নদীৰ সুশীতল সমীৰণে নিতৌ দেহ-মন পৰশি যোৱা ছাৰৰ মনৰ গতি দুৰ্বাৰ। যদিও অসমৰ থলুৱা আৰু নিভাঁজ পৰিবেশ ৰচনা তেওঁৰ লেখাৰ বৈশিষ্ট্য, কিন্তু বিচাৰ ক্ষেত্ৰ হ'ল সমগ্ৰ বিশ্ব। কাঠনিবাৰী ঘাট, টোপ, মাছ আৰু মানুহ এই বিশ্বজনীন গল্পবিলাকেই হ'ল ইয়াৰ প্ৰামণ। তেওঁৰ এই গল্পবোৰ পঢ়িলে মাৰ্কিন গল্প লেখক অ' হেনৰিলৈ মনত পৰে। তেখেতৰ জীৱন আছিল সংঘাতময়। এই সংঘাতময় জীৱনৰ মাজেদিয়ে তেওঁ বিচাৰি পাইছিল জ্ঞান আৰু কৰ্মৰ সমন্বয়।

ঐতিহাসিক কলিয়াবৰৰ হাটবৰত জন্মগ্ৰহণ কৰা ছাৰ আছিল মেঘে ঢকা আকাশৰ এটি জলন্ত নক্ষত্ৰ। বতাহ, বৰষুণ, ধুমুহা ঢেৰেকনিৰ গৰ্জন কৰি থকা জীৱন আকাশলৈ চাই তেওঁ হতাশ নহয়, কিয়নো তেওঁ ভাবে হয়তো তেওঁৰ ভাগ্য কেতিয়াবা কনামুনাকৈ হ'লেও বিজুলীৰ তিৰ-বিৰণিত সোমাই পৰিব পাৰে। সেই কাৰণে তেওঁ সৃষ্টি কৰে তেওঁৰ নিচিনাই মানুহ, যি মানুহ কান্দিব পাৰে, হাঁহিব পাৰে যন্ত্ৰণাত ভুগিব পাৰে। আঞ্চলিক জনজীৱনক লৈ লিখা গল্পবোৰ হ'ল ভাৰতীয় সাহিত্যৰ অমূল্য সম্পদ। 'পূৰ্ণিমাৰ ফৰিং ফুটা জোনাক, মজিয়াত হঠাৎ বাগৰিপৰা এটৌ গাখীৰৰ দৰে খাল নৰ্দমাৰ সকলোতে জোনাকবোৰ ডোঙা ডুগুি বান্ধি উঠিছে" এইয়া হৈছে এজন মহান সাহিত্যিকৰ জোনাক ধৰি ৰখাৰ ক্ষমতা। বৈচিত্ৰ্যময় বিষয়বস্তুৰ ওপৰত ভিত্তি কৰি লিখা ছাৰৰ গল্পবোৰ পঢ়িলে মনটো ভৰি উঠে। এদিন মই ছাৰক ৰগৰ কৰি সুধিছিলোঁ — "ছাৰ লিলিলৈ মনত পৰেনে?" ছাৰে খুউব হাঁহিলে। হাতত লৈ থকা চিগাৰেটৰ আধা টুকুৰাটো দলি মাৰি দি

মোক উছাহেৰে সুধিলে– "তুমি তাৰমানে গল্পটো আকৌ পঢ়িলা ?" "হয় ছাৰ মই ভেলোৰত আপোনাৰ গল্পবোৰ আকৌ পঢ়িছিলোঁ। তাত অসমীয়াসকলৰ কাৰণে এটা পুথিঘৰ আছে। তাত আপোনাৰ কিতাপ কেইবাখনো আছে।"

এইবাৰ ছাৰে বিষণ্ণ মনেৰে ক'লে– "বৰ ভাল হৈছে। পিছে তুমি যে লিলিৰ কথা কৈছা ?" – হয় ছাৰ। তাত এজন তৰুণ প্ৰেমিকৰ মনৰ মাদকতা আছে, প্ৰেম আছে, স্মৃতিৰ মাদকতা আছে, যি সদায় সত্য আৰু শাশ্বতঃ"

এইদৰে মই ছাৰৰ লগত বহুত কথা পতো। মই যেতিয়া হাফলঙলৈ বদলি হৈ গৈছিলোঁ ছাৰে মোক আশীৰ্বাদ দি কৈছিল– "যোৱা ডিমাছাসকলৰ ক'লা-সংস্কৃতি অধ্যয়ন কৰিবা। আমি তোমাৰ পৰা বহুত আশা কৰিছোঁ।" সেয়েহে হয়তো মোৰ কলমত সৃষ্টি হ'ল ডিয়ুং নদীৰ গীত'।

সদায় পৰিস্কাৰ ধুতি-পঞ্জাবী পিন্ধি চাইকেলৰ আগফালৰ বেগটোত বজাৰ কৰি যেতিয়া কলংপাৰৰ আলিটোৰেদি চাইকেল মাৰি আহি থাকে তেতিয়া হয়তো তেওঁ ভাবে পিৰালিৰ কাষত জোপ দি থকা ভেকুলীটো কথা আৰু বতাহত উৰি ফুৰা ৰঙা-জিঞাঁজনীৰ কথা। ঈশ্বৰ বিশ্বাসী ছাৰে নিতৌ গোসাই সেৱা কৰে। এদিন গোসাই সেৱা কৰি উঠি মোক দেখি কৈছিল– "আসক্তি ত্যাগ কৰি সকলো পৰমেশ্বৰত অৰ্পন কৰি যি কৰ্ম কৰে তেওঁ পদুম পাতৰ পানীৰ নিচিনা, পাপত লিপ্ত নহয়।"

মই ছাৰক প্ৰশ্ন কৰিছিলোঁ –ছাৰ। আ পোনাৰ জানো আসক্তি নাই ?- আছে। কিন্তু সেই আসক্তিৰ মাজেদি আমি সৎ উদাৰ আৰু মহৎ হ'বলৈ চেষ্টা কৰিব লাগে। আমি সকলোৱে বিশ্বৰ মহৎ জীৱ, বুজিলা ? আমিয়েই অসম্ভৱক সম্ভৱ কৰিব পাৰো, ইটোৰ লগত সিটোৰ বিচাৰ কৰিব পাৰো। একমাত্ৰ মানুহেই একোটা মুহূৰ্তক শ্বাশ্বতঃ কৰি ধৰি ৰাখিব পাৰে।

কথা কৈ থাকোতে ছাৰ কঁপিছিল, কাৰণ গোসাই ঘৰলৈ যাওঁতে ছাৰে গাত একো কাপোৰ লোৱা নাছিল। সুদা গাৰে ধুতিখন পিন্ধি পুহমহীয়া ঠেৰেঙা লগা চেঁচাখিনিৰ মাজত ছাৰে যেন উপলব্ধি কৰিছিল মানুহ আৰু ঈশ্বৰৰ একাত্মকতাৰ উন্মেষ। ৰাজপথেদি চাইকেল চলাই অহা ছাৰজন আৰু গোসাইঘৰৰ দুৱাৰমুখত বৈ থকা ছাৰজন মোৰ মনত সম্পূৰ্ণ বেলেগ যেন লাগিছিল। এজন সাংসাৰিক কবি-সাহিত্যিক যাৰ "ফটা চোলা"ত কবিতাৰ ছন্দ, আনজন হ'ল ঋষি– যাৰ অন্তৰত মিলন ঘটিছে আত্মা আৰু পৰমাত্মাৰ।

এজন সাহিত্যিকৰ জীৱনজোৰা স্মৃতি কোনোৱাই যদি অনুধাৱন কৰে, তেনেহ'লে তাত দেখিব এজন ঈশ্বৰহে, যি নেকি সংসাৰৰ সকলো দুখ-কষ্টকে ধৰি সকলো সংঘাত নীলকণ্ঠৰ দৰে হজম কৰে। বহুত কিবাকিবি লিখিও প্ৰকাশ কৰিব নোৱাৰা এজন

সাহিত্যিকৰ বেদনা বৰ হৃদয় বিদাৰক। মোৰ ছাৰো সেই বেদনাত ভাৰাক্ৰান্ত। অসমত প্ৰকাশক আছে, প্ৰকাশো কৰিছে, কিন্তু ছাৰে টকা-পইচাৰ ক্ষেত্ৰত ফলৱতী হোৱা নাই। অথিৰ ধন, জন, জীৱন যৌৱন বুলি ক'লেও জীয়াই থকা দিন কেইটাত মানুহ বাচি থাকিবলৈ হ'লে এটা বস্তুৰ বৰ প্ৰয়োজন— সেইটো হ'ল ধন। এফালে সংসাৰ চলোৱাৰ হেঁপাহ, আনফালে চিন্তা কৰিব লাগে ৰাতি ফুলা ফুলৰ হৃদয়ৰ স্বপ্ন। সাধাৰণ মানুহৰ কাৰণে এইটো সম্ভৱ নহয়। কিন্তু এইটো সম্ভৱ হয় এজন মহান সাহিত্যিকৰ ক্ষেত্ৰতহে।

অসম সাহিত্য সভাৰ সভাপতি হৈ মোক কৈছিল— "এইবোৰ অভিনন্দন জনোৱা কামটো মোৰ ভাল নালাগে, বুজিলা। ফটো তোলোতে তোলোতে গালৰ এফাল গ'ল। প্ৰকাশক আহি এতিয়াহে কিতাপ প্ৰকাশ কৰিবলৈ ভিৰ কৰিছেহি। এই প্ৰকাশকসকল যদি আগতে আহিলেহেঁতেন তেনেহ'লে হয়তো মোৰ আৰু নতুন সৃষ্টি হ'লহেঁতেন।"

সকলোকে সমানে বিশ্বাস কৰা, সকলোকে সমান মৰম কৰা ছাৰৰ চকুত কোনো ভিন-পৰ ভাব নাই। মেথিউ আৰ্নল্ডে গোটেৰ বিষয়ে কৈছিল—

He looks the suffering human race
He reads each wound, each weakness clear.
And strucks his finger on the place.

ছাৰৰ পৰিচয় ইমানতে শেষ নহয়। অকৃত্ৰিম মানৱ প্ৰেমেৰে পৰিপূৰ্ণ ছাৰৰ হৃদয়ৰ সমস্ত সৃষ্টিয়ে জনগণৰ আন্তৰাত্মা জয় কৰিব পৰাটোৱেই হ'ল ছাৰৰ বৃহত্তম পৰিচয়।

---

(প্ৰকাশিত ঃ 'ঘৰে পৰে মহিম বৰা')

# অন্তৰঙ্গ সান্নিধ্যত এক মহান ব্যক্তিত্ব

- তোযেশ্বৰ শৰ্মা

বিগত ৩২ বছৰে অসমৰ অন্যতম শ্ৰেষ্ঠ কথা-সাহিত্যিক, কবি, প্ৰবন্ধকাৰ মহিম বৰাদেৱৰ সান্নিধ্য লাভৰ সৌভাগ্য হৈছে। তেখেতৰ অজস্ৰ ছাত্ৰৰ মাজৰে এজন হৈও সামাজিক অনুষ্ঠান, ঘৰুৱা কথাত তেখেতৰ ওচৰত থাকিবলৈ পাই নিজকে সৌভাগ্যবান বুলি ভাবিছোঁ। অসমীয়া সাহিত্যত মহিম বৰা এজনেই। মহিম বৰাৰ পৰিচয় দিবলৈ নামৰ আগে পিছে কোনো বিশেষণৰ প্ৰয়োজন নাই। মহিম বৰাৰ গল্পৰ যেনেকৈ সুকীয়া বৈশিষ্ট্য আছে তেনেকৈ সকলো ক্ষেত্ৰতে. জীৱনৰ প্ৰতিটো পদক্ষেপতে তেখেত আনতকৈ ব্যতিক্ৰম। তেখেতৰ চাইকেল চলোৱাৰ ভংগী, খোজ কঢ়াৰ ভংগী, কাপোৰ পিন্ধাৰ ধৰণ, দোকানত বস্তু কিনাৰ ধৰণ, সভাত বক্তৃতা দিয়াৰ ধৰণ, কোনো সভালৈ নিমন্ত্ৰণ কৰিবলৈ যাওঁতে উত্তৰ দিয়াৰ ধৰণ— সকলোতে এটা বিশেষ ষ্টাইল আছে। মহিম বৰা ছাৰৰ নামটো উচ্চাৰণ কৰাৰ লগে লগে সেই বিশেষ ষ্টাইল চকুৰ আগলৈ ভাঁহি আহে।

ডুমডুমা অধিবেশনৰ কাৰণে সভাপতি নিৰ্বাচিত হোৱা মহিম বৰাক তেখেতৰ গুণমুগ্ধসকলে নগাঁও সাহিত্য সভাৰ সভাপতি পদটি লৈ নেতৃত্ব দিবলৈ বহুতবাৰ অনুৰোধ কৰিও সফল হ'ব নোৱাৰিলে। কেইবাবছৰো সেই অনুৰোধ কৰিবলৈ গৈ তেখেতৰ খং দেখি, গালি খাই উভতি আহিব লগা হৈছে। মহিম বৰাই কোনো অনুষ্ঠানৰ বিষয়বাব ল'বলৈ ভাল নাপায়। তেখেতেৰ যুক্তি হ'ল বিষয়বাব নোলোৱাকৈ কাম কৰিব লাগে। নগাঁও সাহিত্য সভাৰ লগত তেখেতৰ সম্পৰ্ক অতি নিবিড়। মহিম বৰাক এৰি নগাঁও সাহিত্য সভাৰ কোনো অনুষ্ঠানৰ কথা ভাবিব নোৱাৰি। নগাঁও সাহিত্য সভাৰ কোনো জন সম্পাদক যদি কৰ্ম তৎপৰ নহয় তেতিয়াই ছাৰৰ মৃদু ভৎসনা শুনিব লগা হ'বই। সাহিত্য সভাৰ অথবা অন্যান্য ৰাজহুৱা সভাত আমি তেখেতৰ লগতে কোনো বিষয়ৰ কথা কোৱাৰ সৌভাগ্য হৈছে। তেখেতৰ বিশেষ গুণ হ'ল আমাৰ দৰে তেখেতৰ ছাত্ৰসকলে দিয়া বক্তৃতা যি মানদণ্ডৰ তাতোকৈ বহুত বেছি প্ৰশংসা কৰে। আনৰ ভাল গুণ বেছিকৈ প্ৰচাৰ কৰা তেখেতৰ ব্যক্তিত্বৰ ডাঙৰ গুণ। ছাৰে যেতিয়া আমাক প্ৰশংসা কৰে তেতিয়া নামঘোষাৰ এ ফাঁকি ঘোষালৈ মনত পৰে ঃ

"অধমে কেৱল দোষ লৱয়

মধ্যমে গুণ দোষ কৰি লৱে বিচাৰ।

উত্তমে কেৱল গুণ দেখয়,

উত্তমোত্তমে অল্প গুণ মাত্ৰ কৰয় বিস্তাৰ।"

মহিম বৰা ছাৰে আনৰ গুণহে দেখে। আনৰ গুণৰ প্ৰশংসা অতিমাত্ৰা কৰাটো তেখেতৰ স্বভাৱ। আমাৰ কেতিয়াবা খং উঠে। কিন্তু উত্তমোত্তম ছাৰে অলপ গুণকে সৰহ বুলি প্ৰচাৰ কৰিবই।

অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামত নগাঁও সাহিত্য সভাই সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল। মহিম বৰা ছাৰৰ উদ্‌গনিত আমি সম্পাদক হিচাপে কৰ্ম পৰিষদ গঠন কৰি নগাঁও জিলাৰ মুছলমান অধ্যুষিত অঞ্চলত, চাহ বাগিচাত শান্তি-সম্প্ৰীতি ৰক্ষাৰ কাৰণে আৰু আন্দোলনৰ প্ৰকৃত উদ্দেশ্য ৰাইজক বুজাবৰ কাৰণে কিছুমান পথ সভাৰ আয়োজন কৰিছিলোঁ। মহিম বৰা ছাৰ আমাৰ লগত সততে আছিল আৰু অনেক গুৰুত্বপূৰ্ণ স্থানত বক্তৃতা দি আমাৰ উদ্দেশ্য ব্যক্ত কৰি আমাৰ অভিযানক সফল কৰিছিল। অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ কালছোৱাত আমি সম্পাদক হিচাপে কাৰ্যনিৰ্বাহ কৰোঁতে ছাৰৰ পৰা যি পৰামৰ্শ আৰু সহায় পাইছিলোঁ সেই কথা পাহৰিব নোৱাৰি। অসমৰ অস্তিত্ব ৰক্ষাৰ সংগ্ৰামৰ কালছোৱাত নগাঁও তথা অসমৰ ৰাইজৰ যি অভিলেখ সৃষ্টি কৰিলে সেই কথা ওলালেই ছাৰ আবেগিক হৈ পৰে। আন্দোলনৰ কালছোৱাত যিবোৰ অপ্ৰীতিকৰ ঘটনা ঘটিছিল, যিসকল শ্বহীদ হৈছিল সেই সময়ছোৱাত ছাৰৰ আবেগ অনুভূতি কিমান গভীৰ আছিল ভাবিলে আজিও তেখেতৰ আন্তৰিকতাৰ ওচৰত শিৰনত হয়। অসম আৰু অসমীয়া জাতিক তেখেতে কিমান গভীৰভাৱে ভাল পায় সেই সময়ছোৱাত আমি উপলব্ধি কৰিছিলোঁ।

আমি এটা কথা সততে অনুভৱ কৰি আহিছোঁ মহিম বৰা ছাৰ লেখক হিচাপে যিমান মহান, মানুহ হিচাপে, তাতোকৈ বেছি মহান। "তোমাৰ কীৰ্তিৰ চেয়ে তুমি যে মহৎ।" ডুমডুমা অধিবেশনৰ সভাপতি নিৰ্বাচিত হোৱাৰ ঘোষণা সন্ধিয়া কৰিছে আৰু আমি দুজন ৰাতিপুৱা তেখেতৰ ঘৰলৈ অভিনন্দন জনাবলৈ গৈছোঁ। কিন্তু সভাপতি তেতিয়া ব্যস্ত গেচৰ চিলিণ্ডাৰটো লগোৱাত। অভিনন্দন জনোৱা পৰিবেশ নাই। নগাঁও সাহিত্য সভাৰ সভাপতিয়ে আনেক বুদ্ধি কৰি লগালে। তাতে ঘৰৰ কুকুৰজনীৰ পোৱালী হোৱাৰ পিছত অসুখ। ডাক্তৰৰ ওচৰলৈ নি বেজী আৰু দৰব দিছে। এইবোৰ সমস্যাৰ সমাধান কৰাৰ পিছতহে অভিনন্দন পৰ্ব। সভাপতি নিৰ্বাচিত হোৱাত তেখেতৰ আনন্দৰ আতিশৰ্য্য নাই। গীতাৰ অনাসক্ত যোগীৰ দৰে। সুখ-দুখ সকলোতে মহিম বৰা একেই।

মহিম বৰাই ঘৰৰ পোহনীয়া মেকুৰীক লৈ এটি অনুপম গল্প লিখিছিল। সেইটো অকল গল্পই নহয়। ঘৰৰ কুকুৰ, মেকুৰী তেখেতৰ নিজৰ সন্তানৰ দৰে মৰমৰ। কুকুৰ,

মেকুৰীক লৈ ব্যস্ত মহিম বৰা ছাৰক বহুত দিন পাইছোঁ। মহাপুৰুষৰ উক্তি "কুকুৰ শৃগাল গৰ্দভৰো আত্মাৰাম, জানিয়া সবাকো পৰি কৰিবা প্ৰণাম।" মহিম বৰাই আত্মাৰে বিশ্বাস কৰে। সকলো জীৱৰ প্ৰতি তেনে দয়া, ব্যস্ততা, আদৰ যত্নই মহিম বৰাক মহান কৰিছে। গল্প লিখক মহিম বৰাৰ কুকুৰ, মেকুৰী আদি পোহনীয়া জীৱ-জন্তুৰ প্ৰতি মায়া দেখি তেখেতৰ মহানতা সততে দেখা পাইছোঁ।

মহিম বৰা খাৰাংখাচ কথা কোৱা মানুহ। তেখেতে শুদ্ধ বুলি ভবা কথা আনৰ কাৰণে অপ্ৰিয় হ'লেও ক'বই। নগাঁও সাহিত্য সভাৰ কিছুমান সভাত তেখেতৰ মন্তব্যই বিতৰ্কৰ সৃষ্টি কৰাৰ উদাহৰণ আছে। সস্তীয়া জনপ্ৰিয়তাৰ প্ৰতি তেখেতৰ আগ্ৰহ নাই। সাহিত্য সভাৰ মৰ্যাদা হানিকৰ কথাত তেখেতৰ তীব্ৰ প্ৰতিবাদ। কোনো ক্ষেত্ৰতে সাহিত্য সভাৰ নামত কালিমা সানিবলৈ কোনোবাই চেষ্টা কৰিলে মহিম বৰাৰ খং উঠে। সভাপতি নিৰ্বাচিত হোৱাৰ পিছত নগাঁও সাহিত্য সভাই তেখেতক অভিনন্দন জনাবলৈ এটি অনুষ্ঠানৰ প্ৰয়োজন কৰাৰ কথা কোৱাৰ লগে লগে ছাৰৰ স্পষ্ট উত্তৰ তেখেত অভিনন্দন ল'বলৈ নাযায়। আমি আদৰণি অনুষ্ঠানৰ আয়োজন কৰাৰ কথা কোৱাৰ লগে লগে সন্মতি দিলে। ছাৰৰ প্ৰাণৰ কথা তেখেতৰ গতানুগতিকভাবে অভিনন্দন দিব নালাগে। ৰাইজৰ আশীৰ্বাদেই সবাতকৈ বেছি অভিনন্দন। নগাঁওৰ কেইবাটাও অনুষ্ঠানে অভিনন্দন জনাবলৈ মাতোতে তেখেতে স্পষ্ট ভাষাৰে কৈছে যে তেখেতক গামোছা এখন দিলেই হ'ব, আন বস্তুৰ পৰিৱৰ্তে সামৰ্থ্য অনুযায়ী নগদ ধন দিলে গ্ৰহণ কৰিব আৰু সেই ধন সাহিত্য সভাৰ জাতীয় ন্যাস পুঁজিত জমা দিব। আমি কেইবাটাও তেখেতক অভিনন্দন জনোৱা অনুষ্ঠানত উপস্থিত থাকি সেইটো দেখা পাইছোঁ। পাৰ্থিব সুখ সম্পদৰ প্ৰতি লালসা নথকা মহিম বৰাৰ এনে মহানুভবতাৰ কথা ভাবিলে তেখেতৰ প্ৰতি ভক্তিত আমাৰ শিৰ নত হৈ পৰে।

মহিম বৰাৰ বিষয়ে বিভিন্ন কাকতত বিভিন্ন কথা লিখা হৈছে। ৰূপান্তৰ আলোচনীত তেখেতৰ যিটো সাক্ষাৎতকাৰ প্ৰকাশ পাইছে সেই সাক্ষাৎকাৰত মহিম বৰা মানুহজন প্ৰকাশ পাইছে। সাংসাৰিক ঘাত-প্ৰতিঘাতত জৰ্জৰিত ছাৰে একান্তভাবে ভগৱানত, ভাগৱতত শৰণ লৈ শান্তি বিচাৰেৰ। সঁচা কথা দানৱ সদৃশ মানুহৰ কুকৰ্মৰ ফলত তেখেতে জীৱনত বহুতো দুখ-কষ্ট সহিব লগা হৈছে। আমি অন্তৰঙ্গভাৱে থাকি তেখেতৰ সেই দুখ যন্ত্ৰণাৰ ভাগ পাইছোঁ। ৰূপান্তৰৰ সাক্ষাৎকাৰত তেখেততে স্পষ্ট ভাষাৰে সেই দুখ-যন্ত্ৰণাই, মানুহৰ অবিচাৰৰ বলি হোৱাৰ কথা প্ৰকাশ কৰিছে। তেখেতৰ সান্নিধ্যত থকা সকলো লোকেই জানে ছাৰৰ তান্ত্ৰিক পূজা-পাতাল, অলৌকিক শক্তিৰ ওপৰত অগাধ বিশ্বাস। কোনো কোনোলোকে তেখেতৰ সেই বিশ্বাস মনৰ দুৰ্বলতা বুলি ভাবিলেও তেখেতৰ সৰল বিশ্বাসক শ্ৰদ্ধা কৰা লোকো যথেষ্ট। ছাৰে তেখেতৰ ব্যক্তিগত জীৱনৰ সুখ-দুখৰ কথা

আমাৰ আগত অকপটে স্বীকাৰ কৰে। আনৰ সুখ-দুখৰ সমভাগী। আমাৰ সকলোৰে ব্যক্তিগত সুখ-দুখৰ সমভাগী হোৱা শ্ৰদ্ধেয় শিক্ষাগুৰুজনক আমাৰ আপোন পৰিয়ালৰ বুলি ভাবি আহিছোঁ।

যোৱা বহুত বছৰ ধৰি হাইস্কুল শিক্ষান্ত পৰীক্ষা আৰু উচ্চতৰ মাধ্যমিক শিক্ষান্ত পৰীক্ষাত মহিম বৰা মুখ্য পৰীক্ষকৰ অধীনত স্ক্ৰুটিনাইজৰ হোৱাৰ সুযোগ হৈছে। মুখ্য পৰীক্ষক হিচাপে ছাৰে আমাৰ ওপৰত যি আস্থা আৰু গুৰুত্ব স্থাপন কৰি আহিছে তাৰ কাৰণ আমাৰ জীৱন আৰু চাকৰিত অৰ্জন কৰা যোগ্যতাৰ স্বীকৃতি বুলি ভাবো। মুখ্য পৰীক্ষক হিচাপে বৰা ছাৰ বৰ কঠোৰ। কোনোবা পৰীক্ষকে প্ৰশ্নোত্তৰ বহীত নম্বৰ ঠিকমতে নিদিলে তেখেতে খণ্ডত সেই পৰীক্ষকক তিৰস্কাৰ কৰে। কোনোবা স্ক্ৰুটিনাইজাৰে ঠিক মতে নিজৰ কৰ্তব্য পালন নকৰিলে ছাৰৰ পৰা কঠোৰ গালি শুনিবই। ছাৰৰ যুক্তি হ'ল শিক্ষকে একমাত্ৰ ধনৰ বাবে বহী চাব নাপায়। প্ৰশ্নোত্তৰ বিলাক নিজে ভালকৈ জানি লৈ ছাত্ৰৰ বহীৰ প্ৰকৃত মূল্যায়ন কৰিব লাগে। কোনো পৰীক্ষক বহী চোৱাত কঠোৰ হ'লে, কোনোজন বেছি উদাৰ হ'লে ছাৰৰ খং উঠে। মুখ্য পৰীক্ষক হিচাপে ছাৰলৈ সকলোৱে ভয় আৰু ভক্তি কৰে। আমি নিজেও ছাৰৰ অধীনত শিক্ষা লাভ কৰি, ছাৰৰ অধীনত পৰীক্ষৰ কাম কৰি বহুতো শিকিলোঁ। মুখ্য পৰীক্ষক হিচাপে তেখেত কঠোৰ হ'লেও সকলোকে ৰসাল কথা কৈ, সাহিত্য বা দৰ্শনৰ বিভিন্ন তত্ত্বমূলক কথা আলোচনা কৰি সুন্দৰ পৰিবেশ ৰচনা কৰে।

আমি ছাৰৰ সান্নিধ্যত থাকি আৰু গুৰুৰ চেনেহ-মৰমৰ আস্থা ভাজন হৈ যি আনন্দ লাভ কৰিছোঁ তাৰ তুলনা নাই। মহিম বৰা সাহিত্য সভাৰ সভাপতি হ'ল। এজন জনপ্ৰিয় গল্পকাৰ, কবি, চিন্তাশীল প্ৰবন্ধ লেখক মহিম বৰাৰ এই সন্মানত আৰু কৃতিত্বত আমি পৰিয়ালৰ লোকৰ দৰে আনন্দিত। আমি আশা কৰো মহিম বৰাৰ দৰে গতিশীল, মৌলিক চিন্তাধাৰাৰ লোকৰ সবল নেতৃত্বত অসম সাহিত্য সভাই গতিশীলতা পাব। তেখেতৰ কাৰ্য আৰু চিন্তাই সাহিত্য সভাক অধিক গৌৰবান্বিত কৰক। ছাৰৰ একান্ত বিশ্বাস ভগৱন্তৰ কৃপাবিহনে বেজীটো বটীয়া ভৰাব নোৱাৰি, গেচৰ চিলিণ্ডাৰ, পাৰ্মিট, ঠিকা, চাকৰি একোৱেই নহয়। ভগৱন্তৰ ইচ্ছা নহ'লে তৃণ এডালৰো লৰচৰ নহয়। ভগৱন্তৰ একান্ত ইচ্ছাত মহিম বৰাই জীৱনত এই সফলতা অৰ্জন কৰিলে। মহিম বৰা ছাৰৰ জীৱনৰ কঠোৰ সংগ্ৰাম, তপস্যা আৰু সততাৰ জয় হ'ল। ভগৱন্তই তেখেতৰ আধ্যাত্মিক শক্তি দান কৰক।

.............................................................................

---

*(প্ৰকাশিত — 'ঘৰে পৰে মহিম বৰা')*

# কিনো লিখো

-* দীপ্তিৰেখা বৰা

দেওবৰীয়া গধূলি। দূৰদৰ্শনত হিন্দী চিনেমা। ভাল হওক, বেয়া হওক অন্য কাম নথাকিলে– দেওবাৰে গধূলি বোম্বাই জগতৰ কল্পনাৰাজ্যখনত সোমাই থকাৰ নিয়ম হৈ পৰিছে। ইতিমধ্যে আকাশবাণীৰ যোগেদি আমাৰ কাৰণে অতি সুখৰ খবৰ এটা প্ৰচাৰ হৈছে। আমি গমকে পোৱা নাই– শ্ৰীমান শৰৎ বৰকটকী আহি নজনোৱালৈকে। আমাৰ এখেত (শ্ৰীযুত মহিম বৰা) অসম সাহিত্য সভাৰ ডুমডুমা অধিবেশনৰ সভাপতি নিৰ্বাচিত হৈছে। এই বছৰ আমি এনে এটা ফলাফল হ'ব বুলি একেবাৰে ভবা নাছিলোঁ। সেয়ে বাতৰিটোৱে দিয়া আনন্দ আকস্মিক যেন হ'ল আৰু আকস্মিকভাবে পোৱা আনন্দ সাধাৰণভাবে প্ৰত্যাশিত আনন্দতকৈ মধুৰ হোৱা স্বাভাৱিক।

পিছদিনাৰ পৰা এখেতক মাত লগাবলৈ, সম্ভাষণ জনাবলৈ অহা নগাঁওৰ ৰাইজৰ পদৰেণুৱে আমাৰ নিচলা পঁজা পবিত্ৰ হ'ল। কেইদিনমানৰ পিছত মোৰ ভাই বাবুল (শ্ৰীমান ইন্দ্ৰপ্ৰসাদ হাজৰিকা) আহি প্ৰস্তাৱ দিলেহি– ভিনিদেউক ঘৰত-পৰত অন্তৰঙ্গভাবে লগ পোৱা কেইজনমান ব্যক্তিৰ কথাৰে এখন কিতাপ প্ৰকাশ কৰা হওক। মোকো দায়িত্ব দিলে– এখেতৰ বিষয়ে একাষাৰ লিখাৰ। নিজৰ মানুহজনৰ বিষয়ে মই কিনো কওঁ, কিনো লিখো?

১৯৫৭ চনৰ ২ মে'— আমাৰ বিয়াৰ দিন। জীৱনৰ ৩১ টা বছৰ কেনি গ'ল, ক'লে ক'লৈ গ'ল– গমকে ধৰিব নোৱাৰিলোঁ। সেই দিনবোৰৰ বহুতো কথা এতিয়া স্মৃতি হ'ল– 'দূৰ অতীত'ৰ। মহিম বৰাৰ নামটোৰ লগতহে মোৰ প্ৰথম চিনাকি – মানুহজনৰ লগত নহয়। গুৱাহাটী অনাতাঁৰ কেন্দ্ৰৰ গাঁওৰ ৰাইজৰ চ'ৰাৰ 'ধনবৰ কাই'ৰ লগত গভীৰ পৰিচয়– অকল মোৰেই নহয়, আমাৰ ঘৰখনৰো, বিশেষকৈ মোৰ লগত বাবুল, গোলাপ, লিলিৰো। সেই সময়ত আমাৰ ঘৰত ৰেডিঅ' একেবাৰে নতুন নহ'লেও--(১৯৫১-৫২চন) প্ৰায়বোৰ অনুষ্ঠান শুনাৰ চখ্ শেষ হোৱা নাছিল। শ্ৰীযুত বৰাৰ লগত চিনাকি ধনবৰ কাইৰ যোগেদি। ১৯৫৪ চনত আমাৰ স্কুলত সেই সময়ত নতুনকৈ সোমোৱা শিক্ষক বৰ্তমান 'আজিৰ অসম'ৰ সম্পাদক শ্ৰী যুত ৰাধিকামোহন ভাগৱতীদেৱে এখেতক

ছাত্ৰ-ছাত্ৰীসকলক ৰম্য ৰচনাৰ ওপৰত একমাত্ৰ কৈ শুনাবৰ বাবে লৈ আহে— সম্ভৱ বাঘমাৰী বাগানলৈ যোৱাৰ বাটৰ পৰা। ক্ষীণ ওখ মানুহজন (ডেকাজন) বেকব্ৰাচ কৰা চুলি, শুধ বগা ধুতি আৰু পাঞ্জাবী পৰিহিত। প্ৰথম দৃষ্টিত প্ৰেম ওপজাৰ দৰে, তেখেতে মোক আকৃষ্ট কৰিলে। অৱশ্যে সেই খবৰ তেখেতে নেপালে। ১৯৫৫ চনত মই চিলঙত লেডিকীন কলেজলৈ পঢ়িবলৈ আহোঁ। হোষ্টেলত আছিলোঁ। ৰামধেনুত প্ৰকাশিত 'কাঠনিবাৰী ঘাট' গল্পটো পঢ়ি মই এনেধৰণে অভিভূত হৈছিলোঁ যে—আমাৰ চেকেণ্ড লেংগুৱেজ লোৱা ছোৱালীকেইজনীক এই গল্পটোৰ কথা কৈছিলোঁ আৰু আলোচনা কৰিছিলোঁ। সেইজন প্ৰিয় লেখকৰ লগতেই মোৰ বিয়া হয়— ই কৰুণাময়ৰ এক কল্পনাতীত আশীৰ্বাদ।

এখেতৰ ওচৰচাপি গম পালোঁ — এখেতৰ কি এক সংঘাতময় অতীত। বৰ্ত্তমানো সমস্যামুক্ত নহয়। এজন মানুহৰ উপাৰ্জ্জন, চহৰৰ ভাড়া ঘৰ, পিতৃ আৰু দুই ভাতৃ আৰু আমি দুয়োৰে এখন সংসাৰ। আঙুঠি পিন্ধাবলৈ যোৱাৰ দিনাই অৱশ্যে এখেতে মোক সুধিছিল- কঠোৰ সংগ্ৰাম কৰিব পাৰিলেহে বিয়াত সন্মতি দিবৰ বাবে। অভাৱৰ লগত মোৰ পৰিচয় তেতিয়ালৈকে ঘটা নাছিল যদিও, এক অসমীয়া নাৰীৰ দৰে, সংগ্ৰাম কৰাৰ মানসিকতা মোৰ আছে বুলি জনাইছিলোঁ। বিয়াৰ দিন ধৰি এখেতৰ সুখে দুখে সমভাগী হৈ আহিছোঁ। জীৱনত আমি সুখ নোপোৱা নহয়— বহুতো পাইছোঁ— কাৰোবাতকৈ হয়তো বেছিকৈ পাইছোঁ, কিন্তু সমানে দুখো নো পোৱাকৈ থকা নাই। সংগ্ৰামৰ অন্তত জয়ীও হৈছোঁ, কিন্তু প্ৰতিকূল অৱস্থাই মাজে মাজে মন ভাঙি পেলোৱাৰ উপক্ৰম নকৰাকৈয়ো থকা নাই।

সকলো কথাতে সহজ সৰল আৰু অলপতে মানুহক বিশ্বাস কৰা স্বভাৱৰ মানুহজনেই হৈছে — মোৰ স্বামী। কথা কম কয় — কিন্তু স্পষ্টবাদী। প্ৰয়োজনত স্পষ্ট (শুনাত হ'টা) কথা ক'বলৈ সংকোচ নকৰে। লিখাৰ কাৰণে কৰিব লগাত পৰিছিল অপৰিসীম কষ্ট। দিনত আৰু নিশাও কলেজত পঢ়ুৱাই আহি লিখা পঢ়া কৰিব লগাত পৰিছিল— কেতিয়াবা নিশাও ১/২ বজালৈকে। এটা সময়ত এখেতে ৰাতিপুৱাও কলেজত পঢ়ুৱাব লগাত পৰিছিল। এনে এটা ব্যস্ত জীৱন, য'ত আজৰি বুলি সময়েই নাছিল, তাৰ মাজত সাহিত্য সৃষ্টি কৰা কি এক অধ্যৱসায়ৰ ফল, মই উপলব্ধি কৰিবপাৰিছিলোঁ। সেই কাৰণে বিয়াৰ পিছত কেইবছৰমান আমি বন্ধত জামুগুৰিৰ মাৰ ঘৰলৈ সঘনে গৈছিলোঁ। তাত এটা কোঠা সম্পূৰ্ণকৈ এখেতক দি চাহ, চিগাৰেটৰ নিয়মীয়া যোগান ধৰি গল্প, কবিতা, লিখাৰ সুবিধা কৰি দিছিলোঁ। 'মাছ আৰু মানুহ' 'ঢোপ', 'বস'ৰ জন্ম জামুগুৰিতেই। জামুগুৰিৰ কাষেদি বৈ যোৱা ভৰলী নৈ পাৰত ফুৰাৰ অনুপ্ৰেৰণাতেই জন্ম 'ভৰালী পাৰৰ আবেলি'। মোৰ গৌৰৱ কৰিবৰ মন যায়— আমাৰ বিয়াৰ পিছৰ কেইবছৰতেই এখেতৰ সৃষ্টিৰ

সংখ্যা বাঢ়িছিল, শ্ৰেষ্ঠ গল্পখিনি এই সময়ৰ সৃষ্টি, এখেতেবা কি কয় ?

এখেতৰ এটা স্বভাৱ, বিছনাত পেটপেলাই লিখা-পঢ়া কৰে, চকি-টেবুলৰ প্ৰয়োজন নাই। বিছনাখনৰ চাৰিওফালে কিতাপ-পত্ৰ, কাগজ-কলম চিগাৰেটৰ টুকুৰা। তাৰ মাজতেই সোমাই লিখে। ইয়াৰ অকণমান ইফালে সিফালে হ'লে, 'মুদ' হেৰাই যায়, খং উঠে। স্বভাৱতে মই পৰিপাটি, সেয়ে কেতিয়াবা চাফ্-চিকুন কৰাৰ ফলত 'মুদ' নষ্ট কৰাৰ পোনপটীয়া দায়িত্ব মোৰ গাতো নপৰা নহয়। অৱশ্যে মিনিটে মিনিটে যোগোৱা চাহ কাপে ক্ষতিপূৰণ কৰে বুলি মোৰ বিশ্বাস। আৰু বিভিন্ন কাৰণত লিখাৰ পৰিৱেশ নষ্ট হ'বলৈ পায়। অৱশ্যে যি সময়ত এখেতে লিখাত ব্যস্ত আছিল— সেই সময়ৰ কথাহে কৈছোঁ। ভাড়াঘৰত আছিলোঁ— সন্তান দুয়োটা সৰু সৰু। তাৰোপৰি আমাৰ দুয়োখন ঘৰৰ আলহী প্ৰায়েই এইখন ঘৰত আছিলহি জামুগুৰিৰো, হাটবৰৰো। তাৰোপৰি আছিল— বিভিন্নজনৰ সমস্যাত সোমাই পৰা আমাৰে দুয়োৰে বদেই হওক স'তেই হওক — এক অভ্যাস।

আমাৰ বিয়াৰ এবছৰ পিছতেই মোৰ পূজনীয় শহুৰ দেউতাৰ মৃত্যু হয়। দেউতাৰ মৃত্যুৰ পিছত আমাৰ গাঁৱৰ ঘৰখন ভাগি যায়। মোৰ দুয়োজন দেৱৰ আমাৰ লগতে ৰাখিবলগীয়া হ'ল। দুয়ো কলেজৰ ছাত্ৰ। দুয়োৰো দায়িত্ব আমাৰ ওপৰত। সেয়ে সদায় মনত এটা ভাব আছিল কিবা প্ৰকাৰে চাকৰি এটা কৰি এখেতৰ কষ্ট লাঘৱ কৰা। ভগবানৰ কৃপাত সেই সময়ত নতুনকৈ প্ৰতিষ্ঠা কৰা হয়বৰ গাঁও বালিকা উচ্চ মাধ্যমিক বিদ্যালয়ৰ পৰিচালনা সমিতিৰ সম্পাদক মঃ ছামছুল হুদা আমাৰ ঘৰলৈ আহি — সেই বিদ্যালয়ত চাকৰি কৰিবৰ বাবে মাতিলেহি। আমি আপত্তি নকৰিলোঁ। দৰমহা নিচেই কম— ৪০/৫০ টকা মাহে, তাকো মাহে মাহে দিব পৰা অৱস্থা সমিতিৰ নাছিল। সেইটো আছিল ১৯৬১ চন। এনেকৈ এবছৰ চাকৰি কৰাৰ পিছত বি. এ. পৰীক্ষা দিম বুলি চাকৰি এৰি দিলোঁ। কিন্তু তাৰ অলপ দিনৰ পাছত নগাঁও চৰকাৰী ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয়ৰ সেই সময়ৰ প্ৰধান শিক্ষয়িত্ৰী শ্ৰীযুতা ঊষা বৰঠাকুৰ বাইদেৱে মোৰ স্বামীক মাতি নি মোক সেই বিদ্যালয়ত চাকৰি কৰিবলৈ দিব লাগে বুলি ক'লে। তাৰ কেইদিনমানৰ মূৰত অৰা বাইদেউ (শ্ৰীযুতা দেৱবালা বৰুৱা) ৰ হাতত নিয়োগপত্ৰখন পঠিয়াই দিলে। আজি এই কথা ভাবি আচৰিত লাগে — কেনেকৈ মই দুয়োবাৰেই চাকৰি পালোঁ— কোনোধৰণৰ কষ্ট নকৰাকৈ। চাকৰি কৰাৰ লাগে লাগে প্ৰাইভেটকৈ মই বি. এ. পৰীক্ষা দিয়াৰ কথা চিন্তা কৰি আছিলোঁ। ঘৰত সৰু সৰু দুটা ল'ৰা, (কাম কৰা ল'ৰা এটা অৱশ্যে আছিল) ঘৰখনৰ দায়িত্ব, আলহী-দুলহী, মুঠতে চাৰিওফালে সমস্যা। তাৰ মাজতে বহুতৰ ভৱিষ্যতবাণী ভুল প্ৰমাণ কৰি মই বি. এ. পাছ কৰিলোঁ— ১৯৬৩ চনত। তাৰ পিছত বি.

টি উপাধিও লওঁ। পঢ়াৰ ক্ষেত্ৰত মোৰ স্বামীয়ে সহায় নকৰাহেঁতেন, উৎসাহ নিদিযাহেঁতেন, এই কৃতকাৰ্যতা লাভ কৰিলে নোৱাৰিলোঁহেঁতেন। মই বহু দিনৰ পৰা উচ্চ ৰক্তচাপ ৰোগত ভূগিছো। এখেতৰ নিচিনা সহানুভূতিশীল স্বামী নোহোৱা হ'লে জীয়াই থাকোটোৱেই সম্ভৱ হৈ নুঠিলহেঁতেন।

স্বভাৱতেই এখেত উদাৰ প্ৰকৃতিৰ। কিন্তু অসমীয়া সমাজৰ পৰম্পৰাগত কিছুমান ৰীতি-নীতিত এখেতৰ গভীৰ আস্থা। সেই বুলি তেখেতৰ বিশ্বাসেই সকলোৱে গ্ৰহণ কৰক— তেনে মনোভাব নাই। নিজৰ ভায়েক কেইজন বা নিজৰ সন্তানৰ ওপৰত তেখেতে প্ৰভাব খটুৱাবলৈ নাযায় যদিও যিটো উচিত বুলি বিবেচনা কৰে, তাক স্পষ্ট ভাষাত কয়।

১৯৮০ চনত এখেতে 'ৰাতি ফুলা ফুল' নামৰ গল্প সংকলনটিৰ বাবে প্ৰকাশন পৰিষদৰ বঁটা লাভ কৰে। কিন্তু দেশলৈ দুৰ্যোগ সেই সময়তে নামি অহাৰ দৰে আমাৰ জীৱনলৈ দুৰ্যোগ নামি আহে। ফলত এখেতৰ সৃষ্টিশীল ক্ষমতা বাধাগ্ৰস্ত হয়। এই সম্পৰ্কে 'ৰূপান্তৰ' আলোচনীৰ সাক্ষাৎকাৰত লিখিছে।

এই বছৰ অসসৰ সাহিত্য প্ৰেমী ৰাইজে অসম সাহিত্য সভাৰ দৰে এক জাতীয় অনুষ্ঠানৰ সভাপতি নিৰ্বাচন কৰি এখেতৰ কান্ধত এক গুৰু দায়িত্ব দিছে। ভগৱন্তৰ কৃপাত এখেতে যেন অসমৰ ৰাইজৰ মনৰ কামনা পূৰাব পাৰে।

........................

(প্ৰকাশিত 'ঘৰে পৰে মহিম বৰা')

# মোৰ দৃষ্টিত ককাইদেউ

- কুসুম বৰা

ককাইদেউৰ হাইস্কুলীয়া জীৱনত আমি সৰু সৰু। আমি অৰ্থাৎ মই আৰু সৰু ভাই ননী। এতিয়া মিলিটৰী অফিচাৰ। সেয়ে ককাইদেউৰ লগত হোৱা গোটেইবোৰ ধুমুহা ডাঙৰ বাইদেউ, বৰ্তমান হৰিমাই বৰদলৈ আৰু মাজু বাইদেউ ফুলমাই বৰুৱা আৰু মাজু ককাইদেউ ললিত বৰাৰ ওপৰেদি পাৰ হ'ল। অৱশ্যে আমাৰ পঢ়া-শুনা বা অন্যান্য বেয়া অভ্যাসৰ বাবে কাণমোচৰা, পাটি চৰ দুই এটা এতিয়াও মনত আছে। ককাইদেউৰ হাতত বিভিন্ন সময়ত আৰু বিভিন্ন কাৰণত মাৰ-কিল, চৰ-ভুকু-আদি খোৱা কথাবোৰ এতিয়া বৰ আনন্দৰে সোঁৱৰণ কৰে বাইদেউহঁতে।

আমাৰ গোটেই পৰিয়ালটোৰ ল'ৰা-ছোৱালীবোৰে ককাইদেউক বৰ ভয় কৰো। চুবুৰীটোৰ ল'ৰা-ছোৱালীবোৰেও। সেই ভয় ভাবটো আমাৰ মাজত এতিয়াও। পৰিয়ালটোত আমি তিনিখন ঘৰ। বৰদেউতা আমি আৰু খুড়াদেউ। বৰদেউতা অপুত্ৰক। গুণবাইদেউ আৰু ˝ ডিম্ব বাইদেউ। ˝ ঘনবাইদেউ বৰদেউতাৰ ডাঙৰ ছোৱালী। বহুত আগতেই বিয়া হৈ গৈছে। খুড়াদেউৰ কমল, প্ৰভাত, নৰেন, তিনিটা ল'ৰা। গুণ বাইদেউৰ লগত ককাইদেউৰ বৰ মিল কাৰণ দুয়ো সমবয়সীয়া। এতিয়াও আমি কৰি থকা দোষবোৰ ককাইদেউ কলেজৰপৰা আহিলে কোনোবা এটা শুভ ক্ষণত লগাই দিয়েঃ কণে (মোৰ ঘৰুৱা নাম) দুপৰীয়া বৰশী বায়, ললিতে ৰাতি দেৰীকৈ ঘৰলৈ আহে ; প্ৰভাতে খাবলৈ বহি সদায় কান্দে ইত্যাদি। বিচাৰ আৰম্ভ হৈ যায়। ককাইদেৱে কাৰোবাৰ ফালে খঙেৰে চাব, কাৰোবাক কাণচেপা। মোক নিশ্চয় চুলিত ধৰে।

বাগানত থকা দেউতা চাহাবৰ লগতে প্ৰায় কাজিয়া কৰি গুচি আহে। তেতিয়া ঘৰত থাকি বিভিন্ন উপায়েৰে ঘৰ চলায়। ককাইদেউৰ দুটামান গল্পত তেনে অভিজ্ঞতাৰ সোঁৱৰণ আছে। আমাৰ তিনিও ঘৰৰ সন্মুখত চোতাল মুকলি। তাতে আমি খেলো। এটা

উমৈহতীয়া গোঁসাই ঘৰ। এতিয়াও। বাটচ'ৰা। বাটচ'ৰা এতিয়া নাই। দেউতাৰ কথাবোৰত মাজে মাজে হিন্দী, ইংৰাজী বাহিৰ হয়। বৰদেউতাৰ লগত মাজে মাজে বিৰাট কাজিয়া হয়। কাজিয়াৰ বিষয়বোৰ চোতালৰ সীমা পাৰ হৈ বৰদেউতাৰ কোৰৰ আগত এচাব মাটি নিজৰ ফাললৈ নিয়া। নাইবা আমাৰ ফালে হালি অহা বাঁহটোৰ আগ দেউতাই কটা, ইত্যাদি।

আচৰিত কথা কাজিয়াৰ এঘণ্টামানৰ পিছতে দুয়োটাই বহি গুৰ-গুৰি টানে। (দেউতাই গুৰগুৰিটো লৈ বৰদেউতাৰ পিনে পিঠি দি টানে-সন্মুখত নাখায়।) মানুহ অবাক। দেউতা, বৰদেউতাহঁতৰ কাজিযাৰ জেঙাবোৰ ককাইদেৱে মাৰি দিব লাগে। ককাইদেউৰ ওপৰত অদ্ভুত বিশ্বাস থকাৰ বাবে ককাইদেউৰ কথা সকলোৱে মানি লয়। দেউতাৰ গুৰগুৰিটো ককাইদেৱে নগাঁৱৰ ঘৰত বৰ যতন কৰি ৰাখিছে। লগতে দেউতাৰ গুণ কিছুমানো। তাহানি দেউতাই ভগা-চিঙা বস্তুবোৰ টানি-টুনি ব্যৱহাৰ কৰিছিল। চাইকেলখনো। ককাইদেউৰ গাত সেই গুণটো আছে। অৱশ্যে আমাৰ সংসাৰখনেই এনেকৈ চলিছে। ককাইদেউৰ ভালপোৱা বস্তুৰ ভিতৰত চাহ কাপেই বোধকৰো প্ৰথম স্থান লাভ কৰিব। ককাইদেৱে বাঃ বৰ ভাল চাহ বুলি ক'লে চাহ কৰোঁতাজন আনন্দত আত্মাহাৰা হয়। কাৰণ ককাইদেউক দিয়া চাহ ককাইদেউৰ ভাষাৰে প্ৰায়ে ঠাণ্ডা, লিকাৰ কম, গাখীৰ বেছি আদি মন্তব্য, দিওঁতাজনে শুনিবলগা হয়।

ইয়াৰ উপৰিও ককাইদেউক চাহ একাপ বা পানী এগিলাচ দিয়া কথাটো আমাৰ বাবে সৰুতে এটা সমস্যা। এটা সৰু সুৰা পৰীক্ষাৰ দৰে। বহুতো পৰীক্ষা-নিৰীক্ষা কৰি দিযা পানী গিলাচ বা চাহ কাপত কাপৰ তলৰ দাগটো নাইবা পানী গিলাচত থকা কুটাডাল ককাইদেউৰ চকুতহে পৰে। কেতিয়াবা আমি দুই তিনিবাৰ পানী সলাই আনিব লাগে। ইমানতে শেষ নহয। এতিয়া প্ৰশ্নৰ উত্তৰ দিয়াৰ পাল- ক'ৰ পানী, কেতিয়া অনা (তেতিয়া প্ৰায় এক ফালং দুৰৰপৰা চৰকাৰী কুঁৱাৰ পানী), ঢাকোন আছিল নে নাই, ইত্যাদি। নখত ইমান মলি কিয় ? বচ, থৰ হৈ আমি এজাউৰি গালি শুনি পৰীক্ষাত প্ৰশ্নৰ উত্তৰ কৰিব নোৱাৰা পৰীক্ষাৰ্থীৰ দৰে ওলাই আহোঁ। অৱশ্যে বহু সময়ত মায়ে আমাক ককাইদেউৰ পৰা উদ্ধাৰ কৰি আনে।

আচলতে ককাইদেউ বৰ ৰসিক। ৰসটো ভিতৰত সোমাই থাকে। খান্দিব পাৰিলেহে ধৰা পৰে। ওপৰত তিতা, ভিতৰত মিঠা। ওলোটা সেয়ে প্ৰথম দৃষ্টিত অচিনাকিজনে ককাইদেউৰ ওপৰত ভাল মন্তব্য নিদিয়া বুলিয়েই ধাৰণা হয়। অকণমান কথাতে টিঙিচ্‌কৈ উঠা খংটো। অতি স্পষ্টবাদী আৰু আনৰ দোষবোৰ মুখৰ আগতে পেটত একো নেৰাখি কৈ দিয়া স্বভাৱটো মই দোষণীয় বুলি ভাবো। অৰ্থাৎ ককাইদেউৰ জীৱনৰ ধাৰাটো বৰ্তমান সময়ৰ পটভূমিত এটা ব্যতিক্ৰম। ফলত ককাইদেউৰ ভালেমান ক্ষতি হৈছে। ইয়াৰ উপৰি

ককাইদেউ একেবাৰে প্ৰচাৰ বিমুখ। ককাইদেউক বুজি পোৱাসকলে খুব ভাল পায়। মই ভাবো ককাইদেউৰ সাহিত্যৰ জনপ্ৰিয়তাৰ লগত মহিম বৰা মানুহজনৰ জনপ্ৰিয়তা কিমান কম বেছি সেইটো সময়ে ক'ব।

সৰুৰে পৰা মাৰ প্ৰভাৱত ককাইদেউ ঈশ্বৰ বিশ্বাসী। সৰল। কোনোবাই অকণমান উপকাৰ কৰিলে কৃতজ্ঞতা জনাবলৈ ভাষা নোপোৱা ককাইদেউ অৰ্থিক দিশত কিছু দুৰ্বল হোৱাত বহু সময়ত আধামুলীয়াকৈ কিতাপবোৰ ব্যৱসায়ীক দিছে। সৰলতাৰ বাবে ঠগ খাইছে। অৱশ্যে অসমৰ সাহিত্যিকসকলৰ প্ৰায়বোৰৰে একে অৱস্থা। নিজৰ লিখনিৰ মূল্য নেপাই, পাই জনপ্ৰিয়তা।

ফাঁকি দিয়া কথাত ককাইদেউৰ মৰাৰ সমান খং। সৰুতে আমি ফাঁকি দিবলৈ গৈ ধৰা-পৰি শাস্তি খোৱা মনত আছে। ককাইদেউৰ লগত সম্বন্ধটো মোৰেই অলপ বেছি। ওচৰতে থাকো। কলিয়াবৰ আৰু নগাঁওৰ দূৰত্ব এতিয়া বহুত কমিল। আগতে বৰদেউতাই খোজকাঢ়ি নগাঁও ক'টলৈ অহা-যোৱা কৰিছিল। মই প্ৰায়ে ককাইদেউৰ ওচৰলৈ যাব লাগে। তাৰ উপৰি মা-দেউতা ঢুকুৱাৰ পিছত নগাঁৱৰ ঘৰত (তেতিয়া ভাড়া ঘৰ) আমি (মোৰ সৰু ভাই ননী) কলেজীয়া শিক্ষা লৈছিলোঁ। অকল আমিয়েই নহয়, ককাইদেউৰ খুলশালী বীণা, চিণু, ভাগিনী মীনা, মইন। এই সকলোকে সমান মৰমেৰে ৰাখিবপৰা কৃতিত্ব ককাইদেউৰ লগতে নবৌৰো। দুয়ো আমাৰ কাৰণে কঠোৰ সংগ্ৰাম কৰিবলগা হ'ল। নবৌৱে শিক্ষকতাৰ চাকৰি লৈ উপাৰ্জন পথ ল'লে।

ভালে বেয়াই ময়ো গল্প লিখো। ৰামধেনুৰ দিনৰে পৰা। "মোৰে নতুন কন্যা" বুলি গল্পৰ এটা সংকলন ওলাল। এতিয়ালৈকে ওলোৱা গল্পসমূহৰ ভিতৰত দুটামান গল্পৰ ওপৰত ককাইদেৱে ভাল মন্তব্য দিয়া বুলি গম পাওঁ। ককাইদেউৰ গল্প কিতাপ আদি ওলালে, আগতে ৰেডিঅ'ৰ যোগেদি কোনো গল্প প্ৰচাৰ হ'লে কলিয়াবৰ মানে হাটবৰত ৰাইজে পঢ়ি-শুনি কেনে পাইছে মই জনাব লাগে। ককাইদেউৰ গল্পৰ পটভূমি এতিয়াও কলিয়াবৰেই। ককাইদেউৰ গল্প কলিয়াবৰৰ ৰাইজে অতি আগ্ৰহেৰে পঢ়ে। এতিয়া অসমত কিতাপ পঢ়া মানুহ বহুত বেছি হ'ল। কলিয়াবৰতো। গল্প এটা লৈ বা কিতাপ এখন লৈ আলোচনা কৰা? যিটো এতিয়ালৈকে নগৰ মহানগৰীতো হোৱা নাই।

কেইবছৰমানৰ পৰা ককাইদেউ শাৰীৰিক আৰু মানসিকভাবে অলপ হতাশ হৈছে। আমি পৰিয়ালৰ মানুহখিনিয়ে যিমান পাৰো ককাইদেউক উৎসাহিত কৰো। ককাইদেৱে উৎসাহেৰে গল্প লিখিবলৈ বহু সময়ত মই অঞ্চলটোৰপৰা গল্পৰ প্লট বিচাৰি দিওঁ।

নগাঁও মহাবিদ্যালয়ৰ পৰা অৱসৰ লোৱাৰ পিছত ককাইদেউক মই আৰু উৎসাহিত কৰিছিলোঁ — সৃষ্টিমুখী সাহিত্যৰ যোগেদি ৰাইজৰ মাজত সোমাবলৈ। অৱসৰ গ্ৰহণ

কৰাৰ পিছত অন্য চাকৰিয়ালে দীৰ্ঘদিনৰ সেৱাৰ অন্তত জিৰণি লয়। শিক্ষকে জীয়াই থকাৰ নতুন সংগ্ৰাম কৰে। ময়ো শিক্ষক। ছবিখনৰ কথা ভাবো। ভগবানৰ ইচ্ছা আৰু ৰাইজৰ আশীৰ্বাদত ককাইদেউ অসম সাহিত্য সভাৰ ডুমডুমা অধিবেশনৰ সভাপতি নিৰ্বাচিত হৈছে। সুধিছিলোঁ — এতিয়া কেনে লাগিছে। কোনো ভাব পৰিবৰ্তন নোহোৱাকৈ ক'লে— অসমৰ এটা সংকট সময়ত ভাৰ পৰিছে, ভয় লাগিছে। "এইটোহে তোৰ আচল সময়" এটা খোলা হাঁহিৰে মই মাত দিলোঁ।

..........................

---

(প্ৰকাশিত 'ঘৰে পৰে মহিম বৰা')

# আমাৰ ভিনদেউ

-ই ন্দ্ৰপ্ৰসাদ হাজৰিকা

কান্দোনটো আহি বন্ধ হৈছিলহি ব্ৰহ্মপুত্ৰৰ পাৰৰ পাণপুৰ ঘাটত। আমাৰ ঘৰৰ পদুলিত গাড়ীত উঠাৰেপৰা আৰম্ভ হোৱা কান্দোন — সম্পূৰ্ণ পাঁচমাইল জোৰা কান্দোন। বাইদেউৰ বিয়াৰ পিছদিনা ৰাতিপুৱা কন্যা থ'বলৈ মইও ওলালোঁ। বাইদেউ লোকৰ হৈ যাব— এই ভাবটোৱে বিয়া বন্দৱস্ত হোৱাৰ দিনা ধৰি বুকুত খুন্দিয়াই আছিল। লোকৰ (?) ঘৰলৈ যোৱাৰ আগমুহূৰ্তত ভাবটো কান্দোন হৈ ওলাই গ'ল। দৰাপক্ষৰ কোনোবা এজনে মন্তব্য দিলে— কন্যাতকৈ কন্যাৰ ভায়েকৰ কান্দোনহে বেছি হ'ল। কিন্তু বাইদেউ লোকৰ হৈ নগ'ল। ভিনদেউহে (ভিনিহদেউ) আমাৰ হ'ল। বাইদেউৰ লগতে ভিনদেউহে (ভিনিহিদেউ) আমাৰ হ'ল। বাইদেউৰ লগতে ভিনদেউও আমাৰ পৰিয়ালৰ এজন হ'ল। ১৯৫৭ চনৰ পৰা আজিলৈকে আমাৰ ঘৰৰ প্ৰত্যেকটো কথাৰ লগত, সমস্যাৰ লগত, দুখ-সুখৰ ঘটনাৰ লগত ভিনদেউ একান্ত ভাবে জড়িত।

ভিনদেউ আৰু আমাৰ ঘৰখনৰ আৰ্থিক দিশত চকুত লগা পাৰ্থক্য থাকিলেও এই বিয়াত আমি সুখী হৈছিলোঁ। মা-দেউতা, খুড়াহঁত সুখী হৈছিল। শিক্ষিত ল'ৰা, ইতিমধ্যে অসমৰ সাহিত্যজগতৰ সন্মানীয় আসনৰ অধিকাৰী। তাৰোপৰি আমাৰ ঘৰখনৰেই কিতাপ পঢ়াৰ নিচা। দেউতাই যথেষ্ট কিতাপ পঢ়িছিল, লগতে খুড়াইও। গল্প- কবিতা লিখা এজনক আপোন হিচাপে পোৱাৰ সংবাদে আমাক- ল'ৰা-ছোৱালীমখাকো উৎফল্লিত কৰি তুলিছিল। বিশেষকৈ মোক- কিয়নো স্কুলীয়া কালতেই গল্প-কবিতা লিখাৰ চেষ্টা মই কৰিছিলোঁ — কলেজলৈ গৈ অনাতাঁৰ নাট লিখাৰ ধান্দা মূৰত সোমাইছিল।

বাইদেউহঁতৰ ঘৰখন আমাৰ ল'ৰা-ছোৱালীকেইটাৰ দ্বিতীয় ঘৰৰ নিচিনা হ'ল। স্কুল-কলেজৰ বন্ধত নগাঁৱলৈ যোৱা, থকা আমাৰ আটাইৰে আকৰ্ষণৰ কথা হৈ পৰিল। অকল আমাৰ ঘৰখনেই নহয়, পেহীদেউৰ ল'ৰা-ছোৱালীকেইটা (যাঁৰ লগত সৰুৰেপৰা আমি এটা পৰিয়ালৰ দৰে উঠিছিলোঁ) বিশেষকৈ মোৰ দাদা প্ৰকৃততে বন্ধু গিৰিজা শইকীয়া আৰু মই সঘনে আলহী হৈছিলোঁ। কাৰণ আমি দুয়ো গুৱাহাটীৰ কলেজত পঢ়িছিলোঁ — - মাজ বাটৰ নগাঁও জিৰণী-চ'ৰা। কোনো কোনো সময়ত বিশেষকৈ পূজাৰ সময়ত বাইদেউ-ভিনদেউৰ ঘৰ দলদোপ হেন্দোলদোপ হয় আলহীৰে। আমাৰ উপৰিও কলিয়াবৰৰ

ভাগিনীহঁতো মামাৰ ঘৰলৈ আহে। পকা মজিয়াৰ ওপৰত ঢলা বিছনা। কি যে আৰাম। তথাপিও যাব খোজাৰ দিনা বাইদেউৰ মন মৰা। ভিনদেৱে ক'বই 'যোৱাইনে? আজি থাকা, কালিলৈ যাবা।" আমি কোনো দিনে যাব খোজা দিনত বাইদেউহঁতৰ ঘৰৰ পৰা তেতিয়া যাব পৰা নাছিলোঁ। চহৰীয়া জীৱন— য'ত প্ৰতিটো বস্তুৱেই কিনি আনিব লগাত পৰে, তথাপিও এজাক মানুহৰ দীঘলীয়াকৈ সাহচৰ্য পোৱাৰ কি যে আগ্ৰহ।

জামুগুৰি ঘৰত বিয়াৰ পিছত ভিনদেৱে কেইবাটাও গল্প আৰু কবিতা লিখে।' সেইটো ঠিক বিযাৰ কেইবা বছৰমানৰ ভিতৰৰ কথা। শিল-ঘাট-পাণপুৰ ফেৰীত ব্ৰহ্মপুত্ৰ পাৰ হৈ কেতিয়াবা সৰু সুঁতি নাৱেৰে পাৰ হৈ, কেতিয়াবা কেইবা কিলোমিটাৰ বালিত খোজ কাঢ়ি আকৌ পাঁচমাইল হেঁচাঠেলাৰ মাজেৰে বাছত আহি জামুগুৰি পাই পোনে পোনে মাইয়ে কৰি দিয়া চাহকা প (যিটো তেখেতৰ প্ৰিয় পানীয়, নহয় খাদ্য বুলি ক'লেহে ৰজিতা খাব) দুই এটা খা-খবৰ লৈ যাত্ৰাতে হাতত লাগি অহা কিতাপখন বাৰান্দাতে বহি পঢ়িবলৈ লোৱা— বহু বছৰৰ চিনাকি দৃশ্য। ইয়াৰ লগতে আৰু এটা দৃশ্য সংযোজিত হ'ল- - ৭০ চনৰ পিছত। চাকৰিত সোমোৱাৰ কেইবছৰমানৰ ভিতৰত মই তাচপাত চিনি পোৱা হ'লোঁ। তাচপাতৰ লগত আমাৰ ঘৰৰ সম্পৰ্ক নাছিল, কিন্তু ধেমালিৰ চলেৰে ই আমাৰ ঘৰলৈ আহিল। এই ক্ষেত্ৰত আমাৰ ভনী জোঁৱাই (ইতিমধ্যে, ভনী মীনা আৰু বীণাৰ বিযা হৈ গৈছে) দুজনৰো অৰিহণা কম নহয়। ভিনদেউকো এই নতুন ধেমালিটো এবাৰ শিকালোঁ। পাঁচ পইচা পইণ্টৰ ফিচ। আজৰি সময় কটোৱাৰ এই নতুন উপায়টোত ভিনদেৱে বেচ ৰস পোৱা হ'ল। জামুগুৰিলৈ ভিনদেউ আহিলে— কোনো এটা সময়ত খেলা বহিবই । এবাৰ দিনত ভাত খাই উঠি (সম্ভৱ কলেজৰ গৰম বন্ধ) বেচ খেলা মনত পৰে। অৰ্গেনাইজাৰ ভিনদেউ। পাৰ্টনাৰ আমাৰ এওঁ (অমি) ওচৰৰে বাইদেউৰ বান্ধৱী কাঞ্চন বাইদেউ, ভণ্টি মুন (তেতিয়া স্কুলীয়া ছোৱালী), মই, আৰু মাজে মাজে খুড়াৰ ল'ৰা পুলিন। কি যে এক নিৰ্মল আনন্দ আমি আটায়ে পাইছিলোঁ। ভিনদেৱে খেলাত ভুল' কৰে, কৌশলখিনি সম্পূৰ্ণকৈ আয়ত্ত কৰিব পৰা নাই, কিন্তু আটাইতকৈ চিৰিয়াচ খেলুৱৈ তেখেতেই আৰু জিকাৰ পিছত কি হাঁহি। (দেউতাৰ ১৯৭৮ চনত আকস্মিক মৃত্যুয়ে ঘৰখনলৈ এক পৰিবৰ্তন আনিলে, এই খেলাও এই পৰিবৰ্তনৰ বুকুত জাহ গ'ল।

'হৈ যাব' ভাব সাধাৰণতে শিল্পী-সাহিত্যিসকলৰ স্বভাৱত থকা যেন লাগে। কিন্তু ভিনদেউ সকলো কথাতে 'চিৰিয়াচ'। 'বাদ দিয়া' (যি বাক্যংশ মোৰ ওঁঠত্) বুলি একো কথা বাদ দিব নোৱাৰে। খেলিমেলিৰ মাজত (অলপতে কোনোবা এখন কিতা পত পঢ়িবলৈ পোৱা গ্ৰীক শিল্পী ম্যানোলাৰ দৰে বাহিৰত সম্পূৰ্ণ নৈ ৰাজ্য বোলে চিন্তা জগতৰ চিষ্টেম) পঢ়ি-লিখি ভাল পাই বুলি খেলিমেলি ভাল নাপায়। নিজে ধুই লোৱা পৰিষ্কাৰ ধুতি-পাঞ্জাবী পিন্ধা, ঘৰৰ প্ৰত্যেকটো খুটি-নাটিৰ প্ৰতি লক্ষ্য, আলহী আহিলে

ঘৰত পিন্ধা চেণ্ডলজোৰৰ পৰা দাড়ি কটা ব্লেডৰ যোগান ধৰা, কোনে কি বিশেষ বস্তু খাই ভাল পায় বজাৰৰ পৰা অনা, ভিনদেৱে নিজে আনন্দেৰে লোৱা দায়িত্ব। আমি সৰুমখাও ইয়াৰ ব্যতিক্রম নহয়। ভিনদেউৰ এই ওলহ মালহত আমি সৰুমখাই কেতিয়াবা অসুবিধাহে পাওঁ জানোচা জঞ্জাল দিছোঁ। ঘৰৰ মানুহকো এই ব্যস্ততাই কেতিয়াবা আলহী কৰা যেন লগাব কাৰণেই আমাৰ এগৰাকী ভনী জোঁৱাই শ্ৰী লম্বোদৰ বৰাই ভিনদেউৰ ঘৰলৈ মাজতে নাহো বুলি কৈছিল। (সঁচায় বাইদেউ-ভিনদেউৰ আমাৰ নিজৰ ঘৰৰ দৰেই লাগে) আমি বহু দিন কোৱাৰ পিছত আৰু বৰাইও direct action লোৱাত আজিকালি ব্যাহিকভাবে সেই ব্যস্ততা নেদেখুৱায়। কিন্তু ভাতখোৱা টেবুলত বহি 'ইটো খোৱা সিটো খোৱা' এ.তিয়াও নোকোৱাকৈ থাকিব পৰা নাই। ল'ৰা-দুটাৰ প্ৰিয় খাদ্যবস্তু ভাত খোৱাৰ টেবুলত আছেনে নাই -- তালৈ এতিয়াও চকু যায়। ভিনদেউৰ মৰমৰ চানেকি এটা দিব খুজিছোঁ --কেইবাছৰমানৰ আগৰ কথা। আমাৰ অমিয়ে শ্বেখব্ৰাদৰ্চৰ বিশেষ এবিধ কেকৰ প্ৰতি নগাঁৱলৈ মই আহেঁাতে দুৰ্বলতা দেখুৱাইছিল। তাৰ অলপ দিনৰ পিছত নগাঁৱলৈ মই আহোঁতে -- ভিনদেৱে 'এও' লৈ বুলি সেই বিশেষ কেকবিধ কিনি মোৰ হাতত দি পঠোৱা মনত আছে।

ভিনদেউৰ হাতখন খোলা, মনটো ডাঙৰ, টকা-পইচা খৰচ কৰিবলৈ বৰ চিন্তা নকৰে। পৰাপক্ষত ঘৰৰ প্ৰয়োজনীয় সুবিধাখিনি গোটাই ল'বলৈ বিচাৰে, লৈছেও। হাতত নগদ ধন নাথাকিলেও বৰ চিন্তাৰ কথা নাই, কিয়নো বাকীকৈ পোৱাৰ আৰু কিস্তি হিচাপে পৰিশোধ কৰাৰ সুবিধা ভিনদেউহঁতে পায়। আনৰ কাৰণেও নিজৰ দায়িত্বত বাইদেউ-ভিনদেৱে এনেধৰণে বস্তু কিনা দেখিছোঁ। লেনদেনত পৰিষ্কাৰ বাবেই হয়তো ভিনদেউৰ কবিতাৰ ভাষাৰে কোনো দোকানীয়ে আপেক্ষা কৰিব লগাত নপৰে।

"পাইকাৰী বিলতীয়া থানে-বানে ভাগিল সকলো,
বিয়োগৰ জেৰ টানি শুভাৰম্ভ হ'ল হালখাটা।"

দাম নিদিয়াকৈ সাধাৰণ বস্তু এটাও আমাৰ পৰাও ল'ব নোখোজে। নিজৰ কষ্ট নোহোৱা নহয়, কিন্তু ঘৰৰ কাকো অভাৱত ৰখাতো ভিনদেৱে নিবিচাৰে। তাৰোপৰি নতুন ব্ৰেণ্ডৰ বিস্কুটেই হওক, এসময়ত (আমি পঢ়ি থকা সময়ত) নতুন তেনে বস্তু খগেন ষ্টোৰলৈ অহাৰ লগে লগে মহিম বৰাৰ ঘৰো শুৱনি কৰিছিল। 'ছাৰ এইটো বৰ ভাল বস্তু ওলাইছে' বুলি নিশ্চয় দোকনৰ কোনোবাই ক'ব লাগিব কাৰণ আজিকালি (টি.ভি.) ৰ যোগেদি নতুন নতুন বস্তুৰ মুখ দেখাৰ 'ভাগ্য' এটা সময়ত নাছিল, আৰু ইমান বিধে বিধে নতুন বস্তু আমাৰ দেশত তৈয়াৰো হোৱা নাছিল। আমাৰ ঘৰখনেও বহুতো লাগতীয়াল বস্তুৰ সম্ভেদ বাইদেউ-ভিনদেউৰ মুখৰপৰা পাইছিল।

চখৰ কথা কওঁতে আৰু এটা চখৰ কথা কওঁ। ভিনদেউৰ গান-গোৱাৰো চখ্ আছিল। সেইবুলি মই অন্ততঃ বিশ্বাস কৰো কাৰণ বিয়াৰ পিছতেই মই আৰু আমাৰ ভনী-ভাই কেইটা কেইদিনমান হাটবৰৰ ঘৰত আছিলোঁ। বাইদেউহঁতৰ কোঠাৰপৰা হাৰমণিয়ামৰ সুৰৰ লগতে কণ্ঠৰ সুৰো শুনাৰ ভাগ্য হৈছিল। বিশেষ কেইটামান গানৰ কলি, ভিনদেউৰ কণ্ঠত ? বিশেষকৈ নজৰুল গীত —

"দুৰ্গম গিৰী কান্তাৰ মৰু

দুস্তৰ পাৰাবাৰ হে

লঙ্ঘিতে হবে, লঙ্ঘিতে হবে

যাত্ৰীৰা হুচিয়াৰ হে।"

এসময়ত অনাতাঁৰ কেন্দ্ৰত কাম কৰা মানুহতো কিয় গান নাগাব ? নগাঁৱৰ ঘৰত অৱশ্যে ভিনদেউৰ গান শুনা ভাগ্য নহ'ল। কোনে অনুৎসাহিত কৰিলে ভগৱন্তইহে জানে (নিশ্চয় বাইদেউ নহয় !)।

ভিনদেউ এসময়ত (মানে সৌ সিদিনালৈকে) চিগাৰেটৰ পৰম ভক্ত আছিল। কবি মহেন্দ্ৰ বৰাই অগ্ৰজ কবি নৱকান্ত বৰুৱালৈকে লিমাৰিক যে লিখিছিল—

"কেভেণ্ডাৰ চাহাবে যাক

পুৱাতেই জনায় চালাম।" ভিনদেউক অৱশ্যে কেভেণ্ডাৰ (প্ৰায় ৬ ষ্ঠ দশকলৈকে জনপ্ৰিয় হৈ থকা চিগাৰেটৰ ব্ৰেণ্ড) চাহাবে চালাম দিয়া নাছিল, কাৰণ চাপি আহিছিল 'দহ নম্বৰী' (নং ১০) চিগাৰেটৰ হালধীয়া পেকেট। চিগাৰেট এপেকেট দুপেকেটকৈ কিনিছিল, কাৰ্টন হিচাপে (নিশ্চয় বাকীকৈ)। তাৰ লগত চাহ! আঃ কি মজা! চাহৰ কাপত শোহা মাৰি ভিনদেউৰ ভিতৰত চাগৈ এনে জাতীয় এটা মজাৰ ভাব। কিন্তু চাহ একাপ নালাগে, আধা কাপ কিন্তু "আটুট"। যিকোনো মানুহৰ হাতৰ যিকোনো চাহ পাতেৰে কৰা চাহ খাব নোৱাৰে। কোনো প্ৰিয় চাহ কৰোতাৰ যদি চাহ কাপ পাগত নুঠিল, ভিনদেৱে ক'বই — "হেৰা, আজি দেখোন চাহ কাপ তুমি কৰাৰ দৰে নহ'ল। অমি বা দুলদুলে লগে লগে আৰু একাপ চাহ জুতি লগাকৈ কৰিবলৈ পাকঘৰলৈ ল'ৰি যাব। সৌ সিদিনাও মই নগাঁৱৰ বজাৰত নোপোৱা এবিধ চাহপাতৰ পেকেট তেজপুৰৰপৰা কিনি দি আহিছোঁ।

কোনোবাই যদি ভিনদেউৰপৰা সুবিধা আদায় কৰিব বিচাৰে, তেওঁৰ বিশেষ কষ্ট কৰাৰ প্ৰয়োজন নাই। অতি সহজ। ঘৰলৈ আহক। একেবাৰে অচিনাকি হ'লে অৱশ্যে প্ৰথম অৱস্থাত মানুহজনক কম কথা কোৱা, অলপ ৰুক্ষ যেনেই লাগিব। কিন্তু সেইটো চেৰাই আত্মীয়তা স্থাপন কৰি বিশ্বাসভাজন হৈ লোৱাহে কথা। কেইদিনমানৰ ভিতৰতে

কাম হাচিল। হিয়া উজাৰি নিজৰ কথা ক'ব, চেগতে আপুনি নিজৰ স্বাৰ্থপূৰণ কৰি লওঁক। খং থাকিলেও আচলতে ভিনদেউ অতি সৰলচিতীয়া। পেটত গৰল লৈ মুখত মিচিকি হাঁহিৰে আজিৰ "ভদ্ৰলোক" ভিনদেউ হ'ব নোৱাৰিলে। এই সৰল স্বভাৱৰ বাবে তেখেতে মানসিক কষ্ট নো পোৱা নহয়, আৰ্থিকভাবে ক্ষতিগ্ৰস্ত নোহোৱাকৈয়ো থকা নাই।

বন্ধু-বান্ধৱৰ ক্ষেত্ৰত মই লক্ষ্য কৰিছোঁ— প্ৰথম ছোৱাত (বিয়াৰ প্ৰায় ১০ বছৰমানলৈকে) ভিনদেউ-বাইদেউৰ বৰ বিশেষ বন্ধু নাছিল যেন লাগে। বাইদেউ ক আলোমাপট্টিৰ কেইঘৰমান মানুহৰ ঘৰলৈ যোৱা দেখিছিলোঁ। যদিও ভিনদেউ ওচৰ-চুবুৰীয়াৰ ঘৰলৈ যোৱা মনত নপৰে। অধ্যাপকসকলৰ ভিতৰত ঘৰুৱা সম্পৰ্ক আছিল ' প্ৰফুল্ল কটকী, শ্ৰী ললিত শইকীয়া (বাইদেউৰ ছাৰ, এসময়ৰ লেডিকীন কলেজৰ অধ্যাপক), শ্ৰী কমল গোস্বামী আৰু হবিবুৰ ৰহমানদেৱৰ লগত। অধ্যক্ষ শ্ৰীযুত মহেশ দেৱগোস্বামীদেৱৰ লগতো ঘৰুৱা সম্পৰ্ক। এতিয়া মই বাইদেউহঁতৰ ঘৰত (ভিনদেউ সভাপতি হোৱাৰ আগৰ কথা) বহুলোকৰ মুখ দেখো, তাৰে ভালেকেইজনৰ পৰিয়ালৰ লগতো ওচৰ সম্পৰ্ক থকা যেন লাগে। এই নতুন মুখ, তেখেতৰ পূৰণা ছাত্ৰৰ যিসকলে এটা সময়ত সংকোচ বা ভয়ত ছাৰৰ কাষ চপা নাছিল। এতিয়া তেনে ছাত্ৰ ভিনদেউৰ বন্ধু।

মহিম বৰাৰ শত্ৰু থাকিব পাৰে বুলি বিশ্বাস কৰিবৰ মন নাযায়। যিজন মানুহে কাৰো অপকাৰ কৰা নাই, আপাত দৃষ্টিত গহীন যেন লাগিলেও যাৰ শিশু সুলভ স্বভাৱ, তেনে এজন মানুহৰ শত্ৰু আছে কেনেকৈ থাকিব পাৰে! কিন্তু ভিনদেৱে ভাবে তেখেতৰ শত্ৰু আছে (ৰূপান্তৰৰ সমীক্ষা দ্ৰষ্টব্য)। শত্ৰুতাৰ কাৰণ ঈৰ্ষা। হয়তো সাহিত্যৰ ক্ষেত্ৰতে এই ঈৰ্ষাৰ জন্ম হৈছে। অকণমান চিনাকিৰ পিছতেই হিয়া উজাৰি কথা কোৱা মানুহজনৰ লগত মতৰ অমিল কাৰোবাৰ হ'লেও প্ৰতিশোধ লোৱাৰ মনোবৃত্তি যদি কাৰোবাৰ হৈছে-- তেন্তে সেইজনে অমানুহ খিতাপ পোৱাৰহে যোগ্য।

মানুহজন কিমান মৰমীয়াল, লোকৰ দুখ বুজা! মানুহৰতো কথাই নাই— পোহনীয়া জীৱ-জন্তুৰ প্ৰতিও কি মৰম! বহু বছৰ ধৰি ভিনদেউহঁতৰ ঘৰত মেকুৰী এজনী আছিল, তাই আৰু তাইৰ পোৱালিকেইটা লৈ কি যে হাঁহি উঠা কাণ্ড! এইবাৰ লগ খালেহি কুকুৰ। ডাঙৰ ল'ৰা নীতুমণি (অমিতাভ) য়ে গুৱাহাটিত থাকোতেই কুকুৰপোৱালি এটা পুহিছিল — দুভেচীয়া নাম জিপচি। নগাঁৱলৈ বদলি হৈ অহাত জিপচিকো লগত আনে। যোৱা নবেম্বৰ মাহত জিপচি ছটা পোৱালীৰ গৌৰৱিনী মাতৃ হ'ল। কিন্তু কপাল! সন্তানৰ অত্যাচাৰতে বেছেৰী ন-মাতৃ জৰ্জৰিত, শুকাই-খীণাই অৱস্থা কাহিল। ইমান ব্যস্ততাৰ মাজতো মাক-পোৱালীৰ দায়িত্ব ভিনদেউৰ গাত পৰিল, মানে দায়িত্ব ল'লে। বেজী

দিওৱা লিভাৰৰ ঔষধ খুউৱা, ঘাত মলম লগোৱা, ঠাণ্ডাৰপৰা ৰক্ষা কৰিবৰ বাবে নিশা উম লগা "বিছনা" তৈয়াৰ কৰা, ইত্যাদি। সহায় কাৰী ভাগিনী মনটি (আমাৰ ভনী মীনা আৰু শ্ৰী কেশৱ হাজৰিকাৰ কন্যা)। মনটিযে জেঠো জেঠাইক আজিকালি 'শাসন" কৰিব পৰা হ'ল, ভিনদেউৰ খেলিমেলি কাগজ পত্ৰ পৰিপাটি কৰি "চাফাই" কামত লগাৰ বাবে ভিনদেউৰ বকনিও নোখোৱা ন হয় অৱশ্যে।

এই মৰম -চেনেহৰ সম্পৰ্ক আন এটা কথা ক'বলৈ লৈছোঁ। ভিনদেউ ঈশ্বৰবিশ্বাসী। নিয়মিতভাৱে আজিকালি ঘৰত আনুষ্ঠানিক ক্ৰিয়া-কৰ্মাদি কৰে। ঘৰুৱা কিবা এটা কথাত মই এদিন মৰসাহ কৰি ক'লো। (ভিনদেউৰ লগত মই আজিকালি বহু কথাই মুকলি মনেৰে পাতো অৱশ্যে কেতিয়াৰপৰা মনত নাই। এতিয়াও ভিনদেউয়ে মাজে মাজে নগাঁৱত মই আহি থকাতো বিচাৰে) আপোনাৰ দৰে ধৰ্মশাস্ত্ৰ অধ্যয়ন কৰা এজন লোকে সাংসাৰিক জীৱনৰ জীৱনৰ কিছুমান কথা সহজভাৱে ল'ব পাৰিব লাগিছিল, কোনো কোনো ক্ষেত্ৰত নিৰ্লিপ্ত হ'ব পাৰিব লাগিছিল।' মোৰ নিচিনা অজ্ঞানী এটাৰ মুখত এনে তাত্বিক কথা শুনি খং খাই নুঠিল। ভিনদেৱে সহজ ভাবে উত্তৰ দিলে যে তেখেতে যেনে সততাৰে ভক্তি কৰিব লাগিছিল, পৰা নাই। বিশেষ এখন ঠাইত আজি দুবছৰমান আগতে ৰিক্সাৰে যাওঁতে আমি এই কথা পতা মনত আছে। প্ৰকৃততে পৰিয়ালৰ মায়াত ভিনদেউ বেছি ধঁৰণে বান্ধ খোৱা। আগৰছোৱাত কেৱল পত্নী. সন্তানক লৈয়ে নহয়, আমাৰ ঘৰৰ নিজৰ ভাই-ভনী, ভাগিনীহঁতৰ চিন্তাতো উদ্বিগ্ন হৈ উঠা দেখিছোঁ। সম্পৰ্কীয় লোকৰ প্ৰায়বোৰ সমস্যাই ভিনদেউক এটা সময়ত অস্থিৰ কৰি তুলিছিল। এতিয়া ভাইহঁত, ভাগিনীহঁত ডাঙৰ হ'ল, তেওঁলোকৰ চিন্তাৰপৰা মুক্ত। কিন্তু নিজৰ সন্তান দুটিক এতিয়াও (তেওঁলোকো ডাঙৰ হ'ল, এজন ইঞ্জিনীয়াৰ, এজন ডাক্তৰ) বুকুত সুমুৱাই ৰখাৰ ভাব। কিন্তু ডাঙৰ হোৱা বুলি ভবা ল'ৰাহঁতে দেউতাকৰপৰা সৰুতে পোৱা ব্যবহাৰ কেতিয়াও আশা নকৰে। আমাৰ আগত এই লৈ নীতু-অটুয়ে আপত্তি নকৰা নহয়।

বাইদেউৰ বিয়াৰ পিছতেই ভিনদেউলৈ আমাৰ ভয় লাগিছিল। গহীন স্বভাৱ আৰু কলেজৰ শিক্ষক কাৰণে ছাৰ ছাৰ লাগিছিল। সস্তীয়া জনপ্ৰিয়তাৰ প্ৰতি বিমুখ হোৱাৰ ফলত, সঁচাক সঁচা মিছাক মিছা বুলি কোৱাৰ সাহস ভিনদেউৰ আছিল। এতিয়াও আছে। সেয়ে ঘৰে পৰে এজন আদৰ্শবান, কঠোৰ শাসক —বিশেষকৈ সৰুমখাৰ ক্ষেত্ৰত। সেয়ে আমাৰ ভয় আছিল, ভাই-ভতিজা-ভাগিনহঁতৰ আছিল, আছিল ছাত্ৰ-ছাত্ৰীৰ মনত ভয়। কিন্তু সময় যোৱাৰ লগে লগে আচল মানুহজনৰ লগত চিনাকি হ'লো। আপোন ভোলা, ৰসৰ ভাণ্ডাৰ মহিম বৰা। যিকোনো লোকৰ আগত বিভিন্নধৰণৰ কথা কৈ আড্ডা জমোৱা বা প্ৰায় ক্ষেত্ৰতে সীমা চেৰাই যোৱা ধেমেলীয়া কথাৰে শ্ৰোতাক তথাকথিত আনন্দ দিয়া আমাৰ ভিনদেৱৰ স্বভাৱ নহয়। দুই এটা বাক্যৰে হাস্যৰস সৃষ্টি কৰা ক্ষমতা অসীম।

পাঠকে তেখেতৰ গল্পত পাইছে কবিতাৰ ভাষাৰ ব্যঞ্জনা, দেখিছে হাঁহিৰ আঁৰত চকুৰ পানীৰ টোপাল। সূক্ষ্ম ৰসবোধ অবিহনে এই গল্প সৃষ্টিও কৰিব নোৱাৰে, সূক্ষ্ম ৰসবোধ নাথাকিলে এনে সৃষ্টিৰ মৰ্মও উপলব্ধি কৰিব নোৱাৰে। শুনা কথা এটা ইয়াত উল্লেখ কৰিব বিচাৰিছোঁ। কেইদিনমানৰ আগৰ কথা। সাহিত্য সভাৰ সভাপতি নিৰ্বাচিত হোৱাৰ পিছত নগাঁও কলেজৰ শিক্ষকসকলে সম্বৰ্ধনা সভাৰ আয়োজন কৰিছে। আজি এবছৰমানৰ আগতে সেই কলেজৰ চাকৰিৰপৰা ভিনদেৱে অৱসৰ লৈছে। ভিনদেৱে সম্বৰ্ধনাৰ উত্তৰত ক'লে— "মই কলেজৰ পৰা আঁতৰি গ'লোঁ। কিন্তু মই আপোনালোকৰ মাজতেই সদায়ে আছোঁ।" আৰু তলৰ সৰু বাক্যটো যদি লগতে নক'লেহেঁতেন তেন্তে তেখেতৰ কথাখিনি অৱসৰপ্ৰাপ্ত এজন লোকৰ আবেগিক কথা হৈ থাকিলহেঁতেন। কিন্তু ভিনদেৱে তাৰ পিছতেই ক'লে— "মাত্ৰ মাহৰ পহিলা তাৰিখটোৰ বাদে।" সভাত হাঁহিৰ ৰোল উঠিব— কি তীৰ্যক ৰসিকতা! পিছত অধ্যক্ষ প্ৰদীপ শইকীয়াদেৱে এই হাঁহি উঠাৰ কথাষাৰৰ ভিতৰত থকা বেদনাখিনিয়ে কেনেধৰণে তেখেতক দুখ দিলে— আন শিক্ষকৰ আগত বোলে কৈছে।

১৯৫৭ চনত ভিনদেউক পালোঁ, ভিনদেউৰ ভাষাত "যৌৱনৰ প্ৰথম কুৰুলি" শুনাৰ পৰত। এতিয়া ১৯৮৯ চন। এই সুদীৰ্ঘ দিনৰ বহুতো ক্ষণ স্বপ্নৰ ৰঙেৰে ৰঙীন, বহুতো ক্ষণ বেদনাত কোঙা। প্ৰথম লগ পোৱাৰ পৰা ভিনদেউৰ ছবিখন মনত পেলাবলৈ যাওঁতে, মোৰ সোঁৱৰণিৰ পেৰাৰ ভিতৰত উখলমাখল নলগাকৈ থকা নাই। সঁচাকৈ ক'বলৈ গ'লে — কোনো এগৰাকী নতুন কবিৰ কবিতা পঢ়ি ভিনদেৱে যেনেকৈ কৈছিল— মোৰো মন গৈছে— "অকস্মাৎ চমকিল মোৰ স্ব প্নপুৰী"

.......................................................

কণ কণ মেখলিৰ পাতলিৰ বা-ত
জিকাৰি জিকাৰি নাচে কেতুৰিৰ থোৰ
ফুটুকা ফুটুকি প্ৰেমে বুটা বাছে জিকমিক
মন চেলেঙত।"

হায়! মই যে কবি নহয়, কবি হ'ব যে নোৱাৰিলোঁ। এজন কবিক (গদ্যও যাৰ প্ৰকৃততে কবিতাহে) বুজাত যদি ভুল কৰিছোঁ তেখেতৰ ত্ৰুটিপূৰ্ণ ছবি আঁকিছোঁ — মোৰ অক্ষমতাৰ বাবে ক্ষমা খোজৰ অধিকাৰ মই পাইছোঁ বুলি ভাবো— কাৰণ মই মহিম বৰাৰ গুণমুগ্ধ পাঠক।

---

(প্ৰকাশিত - 'ঘৰে পৰে মহিম বৰা')

# লুইত পৰীয়া জীৱনৰ ৰূপকাৰ মহিম বৰা

- দিনেশ গোস্বামী

আধুনিক অসমীয়া সাহিত্যৰ অন্যতম শ্ৰেষ্ঠ গল্পকাৰ মহিম বৰাই পঞ্চাশ ৰ দশকৰ আৰম্ভণিৰ পৰা বা তাৰ কিছু আগৰ পৰা গল্প লিখিবলৈ আৰম্ভ কৰে। সেই সময়ছোৱা আছিল অসমৰ জাতীয় জীৱনৰ বিভিন্ন দিশৰ পৰিবৰ্তন কাল।

বৰ্তমান প্ৰায় বিলীন হোৱা অতীতৰ স্মৰণীয় গ্ৰাম্য জীৱনৰ ৰূপ মহিম বৰাৰ 'ৰস', টোপ, 'মাছ আৰু মানুহ', চক্ৰবৎ', 'এচেৰেঙা স্মৃতিৰ জোনাক', কাঠনিবাৰী ঘাট' আদি গল্পত বিধৃত হৈ আছে। 'ৰস' গল্পৰ ৰত্ন আৰু ভটা চৰিত্ৰ দুটা বিগত যুগৰ গাঁৱলীয়া ডেকাৰ প্ৰতিনিধি। ইহঁতৰ সাহ-পিতে এসময়ত গাঁৱৰ গতানুগতিক জীৱনধাৰাত উত্তেজনা আৰু ৰোমাঞ্চৰ খোৰাক যোগাইছিল।

গাঁওবাসীৰ জীৱন আছিল নিস্তৰংগ, বৈচিত্ৰহীন। মানুহৰ মন আচ্ছন্ন কৰি আছিল নৈসৰ্গিক জগতৰ বিস্ময় আৰু ভীতিয়ে, সৃষ্টি হৈছিল নানা কুসংস্কাৰৰ। 'ৰস' গল্পত বৰাই সেই সময়ৰ গ্ৰাম্য মানসিকতাৰ কথা বৰ্ণনা কৰিছিল এটা চৰিত্ৰৰ মুখেৰে এইদৰেঃ 'বুঢ়া ডাঙৰীযাই সুখেৰে নেৰিব। গাঁৱৰ কাকো সুখেৰে নেৰিব। এই গছৰে ডাল এটা কাটি গৈ তাহানি নদৰাম বুঢ়াই ঘৰত তেজ বতিয়াই মৰিছিল। বহুত বুঢ়া-মেথা লোকে এই কথা জানে। ক'তদিন পুৰ্ণিমাৰ ৰাতি ভাওনা চোৱা মানুহে ডাঙৰীয়াক এই গছতে বহি থকা দেখা পাইছে। মূৰত পৰ্বত হেন ডাওৰ এটা পাগ। শুধ বগা। পকা থেকেৰাৰ দৰে মুখ। মূৰৰ পাগটো আঁহতৰ ওপৰত ওলাই কলচীৰ দৰে জিলিকি থাকে। ভৰি দুখন মাটিত লাগি থাকে।' চল্লিশৰ দশকলৈ— আনকি পঞ্চাশৰ দশকৰ আগছোৱালৈ অসমৰ গাঁৱে-ভূঞে ভূত-প্ৰেত-বহ্মদৈত্য-বুঢ়া ডাঙৰীয়াৰ ৰাজত্ব আছিল। পঞ্চাশৰ দশকত শেষছোৱামানৰ পৰা গাঁও-ভূঁই লাহে লাহে ফৰকাল হোৱাত আৰু গাঁও অঞ্চলত জন-বিস্ফোৰণ ঘটাত মানুহে হাবি-বন ভাঙি বসতি স্থাপন কৰিবলৈ ধৰাৰ লগে লগে

অপদেৱতাবোৰো লাহে লাহে নাইকিয়া হ'ল। অৱশ্যে সেই সময়তো ৰত্ন আৰু ভটাৰ দৰে দুই -এক দুঃসাহসী ডেকা আছিল যিসকলে অপদেৱতাৰ অস্তিত্বত সন্দেহ কৰিছিল। ইহঁত আছিল ব্যতিক্ৰম আৰু ইহঁতৰ কাৰ্যকলাপে সৰল -হোজা গাঁওবাসীৰ মনত বিস্ময়ৰ সৃষ্টি কৰিছিল। আজি গাঁৱৰ মানুহেও অতীতৰ অপদেৱতাৰ কাহিনীবোৰ গাজা খৰি গল্প বুলি উৰাই দিব, কিন্তু এসময়ত গাঁওবাসীৰ মনত সেয়া আছিল বাস্তৱ। সেইদৰে 'টোপ' গল্পত দেখিবলৈ পোৱা গাঁও-ভূইৰ মাছৰ প্ৰাচুৰ্য্য আজি কিংবদন্তিত পৰিণত হৈছে। গল্পটোৰ 'হৰিবল ককা' চৰিত্ৰটোৰ দৰে লোকো এতিয়া প্ৰায় বিৰল। এসময়ত গাঁৱত এনে লোক দুই-এক আছিল। হৰিবল ককাৰ মানসিকতা বিশ্লেষণ কৰিবলৈ নগৈও ক'ব পাৰি যে প্ৰাক্‌যান্ত্ৰিক যুগৰ অসমীয়া গাঁৱলীয়া জীৱনৰ পৰিবেশৰ নিবিড় ছবি খুব কম সংখ্যক গল্পকাৰৰ লেখনিত বৰাৰ দৰে অনুপুংখভাৱে ফুটি উঠিছে।

প্ৰাক্‌যান্ত্ৰিক যুগৰ গাঁৱৰ মানুহৰ মাজত আছিল জনগোষ্ঠীসুলভ মনোবৃত্তি। তেওঁলোকে বহু কাম একেলগে মুঠবান্ধি কৰিছিল। এই 'চেন্স আৱ কমিউনিটি' আছিল অসমীয়া সমাজৰ এক প্ৰধান বৈশিষ্ট্য। 'মাছ আৰু মানুহ' গল্পত ইয়াৰ এটি ৰেঙণি পোৱা যায়। গল্পটোৰ আৰম্ভণি ছোৱাত আছে তাৰ এখন ছবি ঃ 'তিনিআলিৰ কেঁকুৰীত ৰাইজে হৰিধ্বনি কৰিছে। গাঁৱৰ প্ৰায় দুকুৰি মানুহ, ল'ৰা-ডেকা-বুঢ়া মিলি, কেঁকুৰিত গোট খাই শেষবাৰ হৰিধ্বনি কৰিছে। কোনা যাৱ আহহঁক ঔ। তাৰ পিচত ম'হখুটি বিললৈ চাৰি মাইল বাট পথাৰে পথাৰে খোজ ল'লে সকলোৱে কোবেৰে।' ৰাইজে সমূহীয়াভাৱে মাছ মৰাটোও অতীতত গাঁৱৰ জনজীৱনৰ এটি বৈশিষ্ট্য আছিল! 'চক্ৰৱৎ', 'এচেৰেঙা স্মৃতিৰ জোনাক' আদি গল্পতো গাঁৱৰ জীৱনৰ ছবি ব্যক্তি-জীৱনৰ হাঁহি-কান্দোনৰ মাজেৰে প্ৰকাশ পাইছে।

'মহিম বৰা' নামটো উচ্চাৰণ কৰাৰ লগে লগে অনিবাৰ্য্যভাৱে অসমীয়া গল্পৰসিকৰ মনত পৰে 'কাঠনিবাৰী ঘাট' গল্পটোলৈ। পৰিৱেশ-সৃষ্টি, ব্যঞ্জনাধৰ্মিতা আৰু অনুভূতিক গাঁথনিত ফুটি উঠা স্বকীয়তাৰ লগতে নাটকীয় বিস্ময়ঘাতৰ প্ৰয়োগে গল্পটোক অনন্য সাধাৰণ কৰি তুলিছে। গল্পটোৰ কাঠনিবাৰী পাৰঘাটৰ বৰ্ণনা, গৰু গাড়ীত মাইকী মানুহ অহা আদিয়ে যি দৰে অতীতৰ গাঁৱলীয়া পৰিৱেশলৈ পঢ়ুৱৈৰ মনত পেলায়, তেনেদৰে স্বাভাৱিক গতিৰে আগবঢ়া গল্পটোৰ আকস্মিক অন্তিম অভিঘাতে পঢ়ুৱৈৰ অন্তৰত কৰুণ ৰসৰ উদ্ৰেক ঘটায়। গল্পটোৰ শেষত পঢ়ুৱৈ যি বিয়োগান্ত বিষাদময় পৰিস্থিতিৰ মুখামুখি হ'বলগীয়া হয়, গল্পটোৰ পঢ়ি যাওঁতে তেওঁ তাৰ গম নাপালেও পঢ়ি শেষ কৰি সূক্ষ্মভাৱে চালে বুজি পায় যে গল্পকাৰে আৰম্ভণিৰ পৰা এটা ব্যঞ্জনাধৰ্মী ইংগিতেৰে সেই পৰিণতিৰ প্ৰতি আঙুলিয়াই গৈছে এইদৰে ঃ 'মই সেইবিলাকৰ একোকে কৰা নাছিলো, মাত্ৰ প্ৰকাণ্ড সেন্দুৰ বাতি যেন হৈ পৰা বেলিটোলৈ চাই আছিলোঁ। ... কোনোবাই খণ্ডত যেন গোটেই

সেন্দুৰখিনি থেকেচা মাৰি সিহঁতৰ গাতে পেলাই দিলে, — উকা কপালৰ তিৰোতা এগৰাকী যেনেই লাগিল।' আকৌ — হঠাৎ চকুত পৰিল বৰুণৰ বাইদেউকৰ ফোঁটটো তেঁজৰ দৰে দগ্‌মগাবলৈ ধৰিছে। নাৱৰ পৰা মুৰটো অলপ হলাই দিয়াত টৌৰ প্ৰতিবিম্ববোৰ গোটেই মুখখনেদি চক্‌চকাই পাৰ হৈ গৈছে। টৌবোৰ যেন ফোঁটটো ভাগ বাট লৈ যাব।' অলপ পিচতে পঢ়ুৱৈয়ে গম পাব যে বৰুণৰ বাইদেৱেকৰ গিৰিয়েকৰ মটৰ এক্সিডেণ্টত ৰক্তাক্ত মৃত্যু হৈছে। ঘন নিবদ্ধ ব্যঞ্জনাই গল্পটোক আধুনিক কবিতাৰ দৰেই নিটোল ৰূপত প্ৰকাশ কৰিছে। সন্দেহ নাই যে মহিম বৰাই বাস্তৱ ঘটনাকেই মাত্ৰাগতভাৱে পৰিবৰ্তন কৰি বাস্তৱৰ ব্যাখ্যা কৰিব খোজে — তেনেহে সেই বাস্তৱ নৈসৰ্গিকেই হওক বা মানৱিকেই হওক।

মহিম বৰাৰ শিল্পকলাৰ আন এটা বৈশিষ্ট্য হ'ল — তেওঁ বহিৰংগৰ পৰা ব্যক্তিৰ অন্তৰত উপস্থিত হোৱাৰ পৰিবৰ্তে ব্যক্তিৰ ভিতৰৰ পৰা পৰিৱেশলৈ ব্যাপ্ত হৈ যায়। 'তিনিৰ তিনি গ'ল', 'এখন নদীৰ মৃত্যু', 'চক্ৰবৎ', বহুভূজী ত্ৰিভুজ', 'অনেক ভোঁমোৰাৰ গুণগুণনি' আদি গল্প ইয়াৰ প্ৰকৃষ্ট উদাহৰণ। তিনিৰ তিনি গ'ল' গল্পত পূৰ্ণকান্ত নামৰ দুখীয়া খেতিয়ক এজনৰ এটা দিনৰ এছোৱা কাহিনী বৰ্ণনা কৰাৰ মাজেৰে আমাৰ শোষিত, জৰ্জৰিত, উপান্ত খেতিয়ক শ্ৰেণীৰ এখন বিশ্বস্ত ছবি গল্পকাৰে উপস্থাপিত কৰিছে । তিনি আখি কল, দুটামান ভাতকেৰেলা, দুটা কলডিল লৈ বজাৰলৈ যাবলৈ ওলোৱা পূৰ্ণকান্তক ল'ৰাহঁতে আৰু ঘৈণীয়েকে সেইখিনি বিক্ৰী কৰি পোৱা পইচাৰে লুজেন গুটি, গুৰ, কাগজ এক দিস্তা, চল্লিশ নম্বৰী সূতা এপোৱা, কাপোৰ ধোৱা চাবোন, আধাপোৱা আনিবলৈ ফৰমাচ দিয়ে। বজাৰত বেচিবলৈ নিয়া উক্ত সামগ্ৰী তিনিবিধ কিদৰে পূৰ্ণকান্তই বিনামূলীয়াকৈ বিভিন্নজনক দি শুদা হাতে উভতিবলগীয়াকৈ হ'ল তাৰ বৰ্ণনাই যিদৰে পঢ়ুৱৈক অভিভূত কৰে, সেইদৰে আজিৰ গ্ৰাম্যঞ্চলৰ আৰ্থ-সামাজিক পৰিবেশো ফট্‌ফটীয়াকৈ উন্মোচন কৰি পঢ়ুৱৈৰ মুখামুখি কৰায়। কোনো ধৰণৰ গুৰু-গম্ভীৰ তথ্যৰ অৱতাৰণা কৰাৰ চেষ্টা গল্পটোত নাই, বাস্তৱৰ টুকুৰা-টুকুৰ ছবিৰ মাজেৰে গল্পকাৰে সি সামগ্ৰিক 'কোলাজ' সৃষ্টি কৰিছে, তাৰ মাজেৰেই তেওঁ গ্ৰাম্য অৰ্থনীতিৰ বাস্তৱ ছবি এখন দাঙি ধৰিছে। 'এখন নদীৰ মৃত্যু'ত মহিম বৰাই গল্পকাৰ হিচাপে অসমৰ গ্ৰাম্যসমাজ-গাঁথনিৰ ৰূপায়ণত পালন কৰি অহা তেওঁৰ ভূমিকাক তীব্ৰ আমোঘ বক্তব্য, ভাষাশৈলী আৰু ৰচনা-ভংগীমাৰে এক নতুন স্তৰত স্থাপন কৰিছে। মাছমৰীয়া সম্প্ৰদায়ৰ জীৱন-জীৱিকাৰ উৎসস্বৰূপ কলং নদীখন মানুহৰ নিবুদ্ধিতাৰ ফলত মৰাঘুলিত পৰিণত হ'ল। গল্পটোৰ নায়ক ধনেশ্বৰৰ ভাষাত, — 'আন নালাগে, বোপাইৰ নিজৰ কথাও নালাগে, আজি তিনি বছৰৰ আগলৈকে এই কলঙতে লাঙি জাল, ঘাটিজাল দূৰৰ কথা, তিনিবাৰ খেৱালি মাৰিয়ে তিনি দিনৰ চাউল-পাত, লোণ-তেলৰ খৰচ মই নিজে, এই অমুকাই

উলিয়াইছিলো। তেতিয়া নাৰ মাছ নোসোধেই, পাচিয়ে পাচিয়ে টেঙা গছৰ গুৰিতেই মানুহে পু তিছিল। কাৰণ তেতিয়া সেইখন আছিল জীয়া নৈ এখন। গতিকে লুইতৰ পৰা জাকে জাকে মাছ বানত আহি কলঙত বৈ গৈছিল। .... বিহমেটেকাৰে গোটেইখন অটব্য হ'ল। ঝাওবনে কলঙৰ বুকু পুতি পেলালে। এনেকৈ এখন নৈ মাৰি পেলায় নেকি? লগে লগে এটা জাতিকো মাৰি পেলোৱা নাইনে চৰকাৰে? এই কলঙৰ পাৰৰ নদীয়াল ৰাইজে আজি কিহেৰে জীৱিকা উলিয়াব। যাৰ দুকঠা মাটি আছে বাৰু খেতি কৰিলে, যাৰ মাছৰ ব্যৱসায়েই জীৱিকাৰ উপায় সেই বিলাকে কি কৰিব? কলংপাৰৰ অন্যান্য নদীয়ালৰো একে চিন্তা ঃ সিহঁতৰ সন্মুখত কলং নামৰ এখন নদী আছিল। এতিয়া তাৰ বুকু ঢাকি ধৰিছে বিহমেটেকাই। মাজে মাজে ঝাওবন, নল-খাগৰিৰ গছ জোপোহা হৈ উঠিছে। অ'ত - ত'ত দুই-এটা ঘূলি আছে, তাকো বিহমেটেকাই ছাটি পেলাইছে। কলঙৰ পাৰৰ জীয়ৰী-বোৱাৰীয়ে পানী নিবলৈ পুৱা-সন্ধিয়া হাত কাষত গাগৰি-কলহ লৈ নাহে আৰু দুপৰীয়া চৰণীয়া গৰুৰ জাকে পানী বিচাৰি কলঙৰ বুকু টুকি ফুৰে, সেই পানী খাই গৰুৰ হয় নানা ধৰণৰ বেমাৰ। ব'হাগৰ বিহুত ভালেমান দূৰৰ পৰা গাঁৱৰ ৰাইজে জাকে জাকে গৰু গা-ধুৱাবলৈ এই কলঙলৈ অনাৰ অপূৰ্ব দৃশ্য এই কলঙৰ পাৰৰ ভৱিষ্যতৰ ল'ৰা-ছোৱালীহঁতে আৰু দেখিবলৈ নাপায়। কলঙৰ বানপানীয়ে গাঁৱৰ পথাৰত পলস নেপেলায় আৰু ব্ৰহ্মপুত্ৰৰ নানা ধৰণৰ মাছে এই কলং পাৰৰ এখন জিলাৰ ৰাইজক পুষ্টিকৰ খাদ্যৰ যোগান আৰু নিদিয়ে আৰু তাতকৈ ডাঙৰ কথা হ'ল — এই কলঙৰ পাৰত সাতামপুৰুষ ধৰি বসতি কৰি পৈতৃক ব্যৱসায় চলোৱা এটা সম্প্ৰদায়ৰ অন্ন-বস্ত্ৰৰ মূল সুঁতিটোকে এই জীয়া নৈ খনৰ লগতে ডিঙিত টিপি মাৰি পেলালে।' — মেক্সিম গৰ্কীয়ে 'কিয় লিখিছো' শীৰ্ষক এটা নিবন্ধত লেখকক তেওঁৰ দেশ আৰু সমাজৰ চকু, কাণ আৰু হৃদয় আখ্যা দিছিল। 'এখন নদীৰ মৃত্যু' গল্পটোত মহিম বৰা সেই আখ্যাৰ ওচৰ চাপিছে। 'চক্ৰবৎ' গল্পৰ নাটক হৰিনাথ সেই ব্যক্তি চৰিত্ৰ যাৰ মাধ্যমেৰে সামাজিক দ্বন্দ্বৰ বিভিন্ন দিশ প্ৰকাশ পাইছে। হৰিনাথৰ 'নিজস্বতা' খিনি ব্যক্তিকেন্দ্ৰিক — বাইচাইকেলখনৰ ওপৰতে সি নিৰ্ভৰশীল। আজি পোন্ধৰ-বিশ বছৰ এই দুচকীয়া যন্ত্ৰটোৱেই হৰিনাথৰ জীৱনৰ সুখ-দুখৰ সংগী। তাৰ ওপৰতে পাঁচটা প্ৰাণীৰ সংসাৰখন কাৰণ খেতি-বাতি নাই। ঘৈণীয়েকে কাপোৰ বয়, সেই কাপোৰ বজাৰত বা বাগানত বেচে হৰিনাথে। আকৌ সুতা আনে, আকৌ কাপোৰ বয়।' ব্যক্তিকেন্দ্ৰিক হ'লেও হৰিনাথৰ জগতখনৰ পৰিবেশ বিশ্লেষণৰ জৰিয়তে গল্পকাৰে জীৱন সংগ্ৰামত জুৰুলা হৰিনাথৰ অসহায় আৰু কৰুণ দিশটো উন্মোচন কৰি নিবনুৱা সমস্যাৰ ভয়াবহতাৰ প্ৰতি ইংগিত দিছে। 'বহুমুখী ত্ৰিভুজ' গাঁৱৰ নেতৃস্থানীয় তিনিজন লোকৰ মুখাৰ অন্তৰালৰ প্ৰকৃত মুখকেইখন কাহিনীৰ হাস্যৰসৰ স্বচ্ছ আৱৰণৰ মাজেৰে উদঙাই দেখুওৱাৰ জৰিয়তে গ্ৰাম্যাঞ্চলত আজিও দেখিবলৈ পোৱা তথাকথিত

নেতাশ্ৰেণীৰ শ্ৰেণীগত বিশেষত্ববোৰ ৰূপায়িত কৰি এটা 'টাইপ' সৃষ্টি কৰা হৈছে। 'অনেক ভোমোৰাৰ গুণগুণনি' গল্পতো ধুবুনী ছোৱালী 'মিমি'ক কেন্দ্ৰ কৰি আৱৰ্তিত এচাম মধ্যবিত্ত আৰু নিম্ন মধ্যবিত্তৰ 'টাইপ' গঢ়ি তোলা হৈছে। এই শ্ৰেণীৰ লোকৰ প্ৰধান বৈশিষ্ট্য হ'ল সুবিধাবাদ আৰু ভণ্ডামি। মিমিৰ সৈতে সিহঁতৰ ব্যৱহাৰৰ অন্তৰালত লুকাই থকা নীচতাখিনিক গল্পকাৰে গল্পত উদঘাটিত কৰিছে নিপুণভাৱে।

একান্ত ব্যক্তিগত অনুভূতিৰ বাহক 'স্মৃতিগন্ধা', 'দেহাগৰকা প্ৰেম' , কুলিটোৱে মাতে কিয় ?', 'এচেৰেঙা স্মৃতিৰ জোনাক' আদি ৰোমাণ্টিক বাস্তৱবাদী ধাৰাৰ গল্পৰ লগে লগে বৰাৰ লেখনীৰ পৰা 'বৰযাত্ৰী', 'আবুৰ', দৈনন্দিন'ৰ লেখীয়া হাস্যৰসৰ গল্পও ওলাইছে। এইবোৰে তেওঁৰ প্ৰতিভাৰ বহমুখীতাৰ পৰিচয় দিয়ে। 'মোৰ প্ৰিয় গল্প' শীৰ্ষক গল্প-সংকলনত সন্নিবিষ্ট গল্পবোৰ পঢ়িলে বৰাৰ গল্প প্ৰতিভাৰ আটাইকেইটা দিশৰ সন্ধান পোৱা যায়। ৰিয়েলিজম আৰু ৰোমাণ্টিছিজমৰ সমন্বয় তেওঁৰ গল্পৰ অন্যতম বৈশিষ্ট্য। শব্দ প্ৰয়োগ আৰু চৰিত্ৰ-চিত্ৰণৰ ক্ষেত্ৰত তেওঁৰ পৰিমিতিবোধ উল্লেখযোগ্য। তেওঁৰ গল্প বহুবল্কিতা দোষৰ পৰা মুক্ত। অভিজ্ঞতা, কল্পনা, পৰ্যবেক্ষণ আৰু সৰ্বোপৰি ৰূপ তথা লিপিকুশলতাৰ সমন্বয়ত গঢ়ি উঠা গল্পৰাজিয়ে মহিম বৰাক লুইতপৰীয়া জনজীৱনৰ অন্যতম ৰূপকাৰ হিচাপে প্ৰতিষ্ঠা কৰিছে।

---

(দৈনিক অগ্ৰদূত, ১৯৯৯)

# মহিম বৰাৰ উপন্যাস

-ইন্দ্ৰেশ্বৰ গোস্বামী

ই এম ফ'বষ্টৰে কৈছে যে 'যদি গদ্য ৰচনাৰ অৱনতি ঘটে তেন্তে চিন্তাৰ অৱনতি ঘটে আৰু তাৰ লগে লগে ভাবৰ আদান-প্ৰদানৰ সকলো সুগম পথ বিছিন্ন হৈ যায়। অসমীয়া গদ্য ৰচনাৰ মান আৰু ইয়াৰ শক্তিশালী ধাৰাটো ৰক্ষা কৰাটো প্ৰতিজন লেখকৰ কৰ্তব্য সেয়ে ভাষা আৰু গদ্যৰীতিৰ বিকাশৰ প্ৰতি মন দিয়াৰ দায়িত্ব আৰু কৰ্তব্য বাঢ়িছে। আনহাতে সৰল, সহজ, মুক্তিধৰ্মী শুৱলা, সঠিক অৰ্থ প্ৰকাশক এটা গদ্যৰীতিৰ প্ৰয়োজন। অসমীয়া ভাষাত গদ্য ৰচনাৰ এটা সৰ্বজন স্বীকৃত প্ৰাচীন আৰু শক্তিশালী পৰম্পৰা আছে।

আধুনিক যুগত সাহিত্যৰ বাহন স্বৰূপ গদ্যই প্ৰতিষ্ঠা লা ভ কৰিছে। উপন্যাস গদ্য সাহিত্যৰ এটা বিশেষ অঙ্গ। উপন্যাস প্ৰাশ্চাত্য সাহিত্যৰ অৱদান। মানৱ জীৱনৰ বাস্তৱ স্বৰূপ পূৰ্ণভাৱে চিত্ৰিত কৰাৰ উৎকৃষ্ট মাধ্যম হ'ল উ পন্যাস। আধুনিক যুগৰ পাশ্চাত্য সাহিত্যৰ কেন্দ্ৰীয় চানেকি হৈ উঠিছে উপন্যাস। সমালোচনা সাহিত্যৰো কেন্দ্ৰীয় চানেকি হ'ল এতিয়া উপন্যাস। 'প' ট্ৰেইট অৱ মেন উইথ ৰেড় হেয়াৰ' উপন্যাসত হিউগ ৱালপলে কৈছে, 'আধুনিক যুগ উপন্যাসৰ যুগ। এই সময়ছোৱা (বিংশ শতাব্দী) উপন্যাসিক সকলতকৈয়ো উপন্যাস ৰাজিৰ যুগ।' অতি সম্প্ৰতি পাশ্চত্য উপন্যাসৰ চানেকি হ'ল উনৈছ শতাব্দীৰ বাস্তৱধৰ্মী উপন্যাসবোৰ। অৰ্থাৎ উপন্যাসৰ চানেকি পুনৰ বৃত্তান্তমূলক বিষয়বস্তু বা বাস্তৱিকতা বিষয়বস্তু মূল কথা।

ঔপন্যাসিকৰূপে মহিম বৰাৰ বৰকৈ পৰিচয় নাই। কাৰণ তেওঁৰ উপন্যাস কেইখনৰ যথাযথ মূল্যায়ন হোৱা নাই। অসমৰ সাহিত্য জগতত মহিম বৰাক এজন সুৰুচি সম্পন্ন সং বেদনশীল, সাৰ্থক গল্পকাৰ ৰূপেই সকলোৱে জানে। মন কৰিব লগা যে বৰাই প্ৰথমতে পঞ্চাছৰ দশকত কবি হিচাপেহে আত্মপ্ৰকাশ কৰিছিল। নতুন কবিতাৰ আন্দোলনৰ সময়ত তেওঁ লেখা "জাৰুৱলী ফাগুন' কবিতাটো সকলোৰে মনত থাকিব পায়। ই এটা চিত্ৰকল্প সম্ভূত উৎকৃষ্ট কবিতা। তেওঁৰ 'ৰঙাজিয়া' নামৰ কবিতা পুথিয়ে তেওঁক কবিৰূপেও

স্বীকৃতি দিছে। 'হেৰুৱা দিগন্তৰ মায়া' (প্ৰকাশ ১৯৭৩ চন) তেওঁৰ প্ৰথম উপন্যাস। ১৯৬৫ চনত এখন সাপ্তাহিক কাকতৰ বিহু আলোচনীত প্ৰকাশ পাইছিল। পাছত বৰ্দ্ধিত আকাৰত' ১৯৭৩ চনত এই উপন্যাসখন প্ৰকাশ হয়। দ্বিতীয়খন উপন্যাস 'পুতলা ঘৰ' প্ৰথমখন উপন্যাসতকৈ আগতে ১৯৭১ চনত প্ৰকাশ হয়। তেওঁৰ তৃতীয়খন উপন্যাস 'প্ৰথম প্ৰেমৰ জন্ম'। পাছত তেওঁ দেৱকান্ত বৰুৱাৰ কবিতাৰ পংক্তিৰে নাম দিয়ে 'খেলি-মেলি এই উপন্যাস'। চতুৰ্থখন উপন্যাস 'চাহ বাগানৰ গান' প্ৰকাশ পোৱা নাই। 'চাহ বাগানৰ গান' ইয়াত আলোচনা কৰা হোৱা নাই।

'প্ৰথম প্ৰেমৰ জন্ম' সূক্ষ্ম অনুভূতিৰ ব্যঞ্জনাময় প্ৰকাশ, কাব্যময় ভাষাৰে লেখি উলিওৱা উপন্যাস। কেইবা বছৰ অশেষ পৰিশ্ৰম কৰি আন্তৰিক প্ৰেৰণাৰে লেখকে ইয়াক সমাপ্ত কৰিছিল। উপন্যাসখনে লেখকৰ মনলৈ আনিছিল পৰিশ্ৰমৰ সাৰ্থকতা, এক নতুন সৃষ্টিৰ সন্তুষ্টি। কিন্তু ই পোহৰ দেখাৰ আগতেই কৰুণ মৃত্যুক সাৱতি ল'লে — পাণ্ডুলিপিটো প্ৰকাশকৰ হাতৰ পৰা হেৰাল। উপন্যাসখন প্ৰকাশ হৈ ওলোৱা হ'লে মহিম বৰা হয়তো গল্পকাৰ স্বৰূপে নহয় উপন্যাসিক ৰূপেহে পঢ়ুৱৈৰ মাজত অধিক পৰিচিত হ'লেহেঁতেন। যোগেশ দাসৰ মতে 'মহিম বৰা লেখাৰ ক্ষেত্ৰত বৰ 'চিৰিয়াছ'। একেটা লেখাকে ঘঁহি মাজি থাকে। গল্প হওক, প্ৰবন্ধ হওক (তেওঁ কবিতা কেনেকৈ লিখে নাজানো) তেওঁ কবিতা সৃষ্টিৰ কাম একৰকমে হ'লেও অত্যন্ত কষ্টসাধ্য কাম আনন্দদায়ক হ'লেও কষ্টসাধ্য কৃচ্ছ্ৰ সাধনেই বুলিব পাৰি। কটাকে কাটিব, আনৰ বাবে সহজপাঠ্য নহয় এনে এবিধ আখৰৰ লেখা' পুনৰ কপি কৰিব। বোধকৰো লেখাকে লেখি থকা অৱস্থাটো বাবেই এতিয়া অনেক বছৰ বিৰতিৰ পাছত কটাকে কটা, শেষৰূপ পোৱাৰ আগৰ কপি এটা (কেইখিলামান পাতৰ বাহিৰে) তেওঁৰ ঘৰতে ওলাইছে। সামান্য পৰিশ্ৰম কৰিলেই ইয়াক পূৰ্বৰ ৰূপ দিব পাৰি। উপন্যাসখন হেৰাই যোৱাৰ মনোবেদনাক স্বীকাৰ কৰিও এই মনোবেদনাক সৃষ্টিৰ যন্ত্ৰণাবোধলৈ লেখকে ৰূপান্তৰ কৰিব এই আশা আন গুণমুগ্ধ পাঠকৰ লগতে আমিও ৰাখিছো।

'পুতলা ঘৰ' উপন্যাসত দুটা পৰিয়ালৰ অৰ্থনৈতিক উত্থান পতনৰ ছবি আৰু বিভিন্ন চৰিত্ৰৰ মাজেদি এহাতেদি দেখুওৱা হৈছে, বেদনাময় সংঘাত, অন্যহাতে সুবিচাৰ আৰু দায়িত্ববোধৰ মানসিক উদ্বেগ উত্তেজনাৰ এক অন্তৰস্পৰ্শী কাহিনী। লক্ষীৰ কৃপাত প্ৰাণবল্লভ হাজৰিকাৰ জয়ময় ময়ময় হোৱা সংসাৰখন ভাগ্যৰ নিৰ্মম পৰিণতিত থানবান হ'ল। হাজৰিকাৰ অধঃপতন আছিল অত্যন্ত দুখলগা বেদনাদায়ক। সৰ্বস্বান্ত হোৱা হাজৰিকা হঠাতে এদিন ঢুকাল। নাম্নং নবস্ত্ৰং অৱস্থাত পুত্ৰ পৰিয়াল, নগৰৰ অট্টালিকা, সা-সম্পত্তি ধাৰত মাৰি গাঁৱত থকা মাটি কণতে দুখে কষ্টে জীৱন কটালে। দৈৱ-দুৰ্বিপাকত ভনীয়েকৰ পুতেক ৰমেশৰ মটৰত উঠি হাজৰিকানীহঁতে শিৱমেলালৈ যাওঁতে, ধাৰত মাৰি তেওঁলোকৰ

নগৰৰ বিৰাট ঘৰ-দুৱাৰ কিং। োোবা জন্মেশ্বৰ দাসৰ ঘৰৰ আগেদি যাব লগা হ'ল। সেই ঘৰটোত এৰি অহা কুকুৰ 'বিজুলী'ক দেখা পাই নাতি ল'ৰা পুনু-মুনু আৰু নাতিনী মিনি-বিনি উত্ৰাৱল হৈ পৰিল। জন্মেশ্বৰ দাসৰ অনুনয় বিনয় এৰাব নোৱাৰি আৰু নাতি - নাতিনীৰ এৰি থৈ অহা পুতলাবোৰ চাবৰ মনৰে শিৱথানৰ পৰা উভতি আহি দাসৰ আতিথ্য গ্ৰহণ কৰে। অতীতৰ সামাজিক প্ৰতিপত্তি ধনবৈভৱৰ কথা মনত পৰি হাজৰিকানী আৰু বোবাৰী সৰলা দুখ-বেদনাত ডেইপুৰি মৰে। নাতি-নাতিনীহঁতে পুৰণা-পুতলাকেইটা পাই 'বিজুলী'ৰ লগত ধেমালি-ধুমলা কৰি, পুৰণা স্মৃতি জাগৰিত কৰে। কুকুৰজনীয়ে পূৰ্বৰ গৃহস্থক চিনি পাই আনন্দতে জঁপিয়াবলৈ ধৰে। বিদায়লৈ তেওঁলোক উঠি যোৱা ৰমেশৰ গাড়ীখন সন্মুখৰ ফালৰ পৰা অহা 'ডিজেল ট্ৰাক' এখনৰ সংঘৰ্ষ হোৱাৰ উপক্ৰম হওঁতেই বিৰাট শব্দ কৰি বৈ যোৱা 'ডিজেল ট্ৰাক'খনৰ তলত পৰি তেওঁলোকৰ লগে লগে আহি থকা বিজুলীৰ থিতাতে মৃত্যু হ ল। পূৰ্বৰ গৃহস্থক নিঘাত বিপদৰ পৰা উদ্ধাৰ কৰি কুকুৰজনীয়ে প্ৰাণ বিসৰ্জন দিলে। এই মৃত্যু সঁচাকৈয়ে নিদাৰুণ আৰু বেদনাদায়ক।

সাহিত্য মানব জীবনৰ সমাজৰ জীয়া প্ৰতিচ্ছবি। সকলো লেখকে মানৱীয় অনুভূতি, নিজৰ ধ্যান-ধাৰণাৰে, নিজস্ব শৈলীৰ সমাজৰ ছবি আঁকে। মাহম বৰায়ো শৈশৱ-কৈশোৰে চাপ পেলোবা সৰল বিশ্বাস আৰু তেওঁ পোৱা সমাজখন, মানৱ জীৱন সম্পৰ্কে গঢ় লোৱা চিন্তা-চৰ্চাই তেওঁৰ সাহিত্য সৃষ্টিৰ উৎস সি গল্পই হওক বা উপন্যাসেই হওক মূল ভেটি বুলিব পাৰি। চকুৰ আগত দেখি থকা সমাজৰ নিম্ন মধ্যবিত্ত শ্ৰেণীৰ জীৱন ধাৰণৰ চিত্ৰ অঙ্কণ সেয়ে তেওঁৰ উপন্যাসৰ মূল চৰিত্ৰ। এই চৰিত্ৰসমূহৰ মাজেদি বেদনাৰ হতাশাময় সংঘাত ; মানসিক উদ্বেগ প্ৰকাশত সমৰ্থ হৈছে। তেওঁৰ ৰচনাৰ বৈশিষ্ট্য সৰল অথচ ব্যঞ্জনাময় ভাষা প্ৰয়োগ সংগত, সূক্ষ্ম হাস্যৰস সৃষ্টি এই উপন্যাসখনৰ মূল প্ৰশ্নৰ উত্তৰ দিয়াত লেখক কৃতকাৰ্য হৈছে। অসৎ সন্দেহ ভৰা উপায়েৰে ধন-সম্পত্তি গোটাই গপত ওফন্দি ফুৰা হাজৰিকাৰ সংসাৰখন নিমিষতে থান-বান হ'ল। ভালৰ দিনত মানুহ বুলি গণ্য নকৰা ৰমেশহে শেষত হাজৰিকা পৰিয়ালৰ বিপদৰ বন্ধু হ'ল। জন্মেশ্বৰ দাসৰ চৰিত্ৰৰ মাজেদি পৰিশ্ৰমৰ ফচল গোটোৱো লোকে জীৱনত পোৱা আনন্দৰ ছবিখন দাঙি ধৰাতো লেখক সাৰ্থক হৈছে। অৱশ্যে ডপন্যাসখনৰ সংযুক্ত গল্পৰ দৰে আগবাঢ়িছে আৰু গতানুগতিকতাৰ উৰ্ধলৈ যাবলৈ সমৰ্থ হোৱা নাই। ইয়াক উপন্যাস নুবুলি এটা দীঘলীয়া গল্পৰ শাৰীত সহজে থ'ব পৰা যায়। উপন্যাসৰ প্ৰাৰম্ভৰ পৰা শেষলৈ একেটা কাহিনী, সকলো ঘটনা প্ৰবাহ এটা কেন্দ্ৰৰ ভাৱনাৰ ৰূপত একেটা বৃত্তত বৰ্ণিত হোৱাৰ বাবে এইখন উপন্যাসক শিথিলবন্ধী সৰল ৰূপত উপন্যাস বুলিব লাগিব। উপন্যাসখনত কাহিনীৰ সু-সংবদ্ধ ক্ৰমবিকাশ, গঢ় বা ৰূপ পৰিদৃষ্ট হোৱা নাই। কৰুণ ঘটনাৰে উপন্যাসৰ পৰিণতি দেখুৱাটো তেওঁৰ এটা কলাত্মক শৈলী বুলিব পাৰি। উপন্যাসখনত মানৱ সমাজৰ

সমস্যাৰাজিৰ গভীৰলৈ সোমাই কাৰণ বিশ্লেষণ কৰা বা সমস্যাসমূহৰ সমাধানৰ ইঙ্গিত দিয়াৰ প্ৰযত্ন দেখা নাযায়। জীৱনৰ বাস্তৱ ঘটনাক গভীৰ অনুভূতিৰে ফুটাই তোলাৰ প্ৰচেষ্টা অৱশ্যে সযত্নে পালন কৰিছে।

মহিম বৰাৰ আনখন উপন্যাস 'হেৰোৱা দিগন্তৰ মায়া' তুলনামূলকভাৱে 'পুতলাঘৰ'তকৈ উচ্চমান বিশিষ্ট উপন্যাস। উপন্যাসখনৰ মূল চৰিত্ৰ নায়ক বিপুল কাকতিয়ে ছিলঙত চাকৰি কৰে। নিৰ্বাচনৰ কামৰ বাবে তেওঁ এবাৰ গোলাঘাটৰ অনুন্নত মহুৰামুখ সেন্দুৰী পাম গাঁৱলৈ আহিছিল। নভবা নিচিন্তাকৈ হঠাতে মুখামুখি হ'ল একালৰ প্ৰেমীকা-অহল্যা। অহল্যাই কলেজত পঢ়া দিনত, দেউতাকৰ টান অসুখৰ সময়ত অযাচিতে ৰক্তদান কৰাত বিপুল কাকতিৰ লগত গঢ়ি তুলিছিল আত্মীয়তা। সেই আত্মীয়তা আগুৱাই আহি তাই তাক মনে-প্ৰাণে ভাল পাবলৈ আৰম্ভ কৰিলে। কোনো এক চঞ্চল, উতলা অথচ অসতৰ্ক মুহূৰ্তত বিপুলৰ সন্তানৰ মাতৃত্বৰ বোজা কঢ়িয়াই তাই লাঞ্ছিতা, অপমানিতা হ'ল। অহল্যাৰ সপোন নিমিষতে ধূলিসাৎ হ'ল। ক'তো একো নোহোৱাৰ দৰে অহল্যাক এৰি বিপুল আঁতৰি থাকিবলৈ ল'লে। আঢ্যৱন্ত ক্ষমতাশালী নন্দিতাৰ পিতৃ সাহায্যত বিপুলে পালে ছিলঙত চাকৰি টকা-পইচা, আশ্ৰয় আৰু প্ৰতিষ্ঠা। অহল্যাক অথাই সাগৰত পেলাই প্ৰৱঞ্চক বিপুলে নন্দিতাৰ লগত সংসাৰ জুৰিলে। অন্ধকাৰত খেপিয়াই ফুৰিও অহল্যাই সাহসেৰে জন্ম দিলে এক কন্যা সন্তান। সুখৰ সংসাৰ গঢ়াৰ সপোন জলাঞ্জলি দি অহল্যা ওলালহি মহুৰামুখ সেন্দুৰী পামত শিক্ষয়িত্ৰী ৰূপে। বিপুলে জানিলে প্ৰেমাভিলাষৰ পৰিণতিয়ে অহল্যাৰ জীৱনলৈ কঢ়িয়াই অনা মানসিক পীড়া, যন্ত্ৰণাৰ কথা। ঘটনাচক্ৰই কঢ়িয়াই আনিলে বিপুলৰ মনলৈ নতুন উপলব্ধি তেওঁ কৰা অবিচাৰৰ বাবে মৰ্মবেদনা, অনুশোচনা, হৃদয় দংশন, ন্যায়-অন্যায় বিচাৰ কৰাৰ মৰ্মগ্ৰাহী বিশ্লেষণ ক্ষমতা, তন্নতন্নকৈ নিজক চোৱাৰ মানসিক প্ৰৱণতা। অনুতপ্ত বিপুলে অহল্যাৰ ওচৰত ক্ষমা প্ৰাৰ্থনা খুজিলে। বিদায়ৰ আগতে অতীত জীৱনৰ আনন্দমুখৰ কথাবোৰ মনলৈ আনি ভৰি চুই ক্ষমা খোজাৰ মানসেৰে চাপৰিব খোজোতেই বিপুলেনো কি কৰিব খুজিছে নভবা নিচিন্তাকৈয়ে প্ৰথম প্ৰেমে কঢ়িয়াই অন্য কলঙ্ক, যন্ত্ৰণা, দুখ-দুৰ্গতি অপমানত জৰ্জৰিত অহল্যাই চেণ্ডেলেৰে বিপুলৰ গালে মুৰে কোবাই, হতাশ, ব্যৰ্থতাৰ গ্লানিৰ উপশম ঘটালে। বিপুলৰ চকু এটা অ'ঘাতপ্ৰাপ্ত হ'ল। দুঃখিত অনুশোচিত বিপুল ছিলঙলৈ উভতি গ'ল ; নিজৰ অতীত কৰ্মৰ তন্নতন্ন বিশ্লেষণ কৰিলে। অহল্যাই মায়াক বায়েকৰ ছোৱালী বুলি ক'লেও মায়া যে অহল্যাৰে ছোৱালী সেই সত্যই তেওঁৰ অন্তৰ্দ্বন্দ্ব দুগুণে বঢ়ালে মানসিক তাড়ণাই বিপুলৰ মানসিক ভাৰসাম্য ৰখাত ব্যাঘাত জন্মালে। তেওঁ মহান সত্য উপলব্ধি কৰিলে পাপৰ কোনো প্ৰায়শ্চিত্ত নাই। অৱচেতন মনৰ খেলি মেলি লাগি অহল্যাক বিচাৰি ফুৰিলে। ইয়াতে মায়াৰ চিকিৎসাৰ বাবে অহল্যা ছিলং পালেহি। এদিন 'ফলচ'ৰ কাযত ঘুৰি ফুৰোতে

সিপাৰৰ শিল এচটাৰ ওপৰত অহল্যাক দেখা পাই বিপুলে চিঞৰি মাতিলে। অহল্যাৰ ভিনিহিয়েকৰ পৰা বিপুলে জানিলে সকলো ঘটনা। গণেশ দাস হাস্পাতালত মায়াৰ মৃত্যু ঘটিল, অহল্যা অচেতন অৱস্থাত ৰ'ল। বিপুলৰ অৱচেতন মনত মায়াৰ মৃত্যু আছিল এক ৰহস্য আবৃত্ত ঘটনা। অহল্যাতকৈয়ো মায়াৰ উপস্থিতি বিপুলে ভয় কৰিছিল অত্যাধিক ; সেয়েহে আপোন সন্তান মায়াৰ মৃত্যু ঘটনা অতি শোকাবহ আৰু কৰুণ হ'লেও তেওঁ যেন অহল্যাৰ বন্ধনৰ পৰা মুক্ত হ'ল, তেনে চিন্তাৰে নিজকে সন্থনা দিলে। 'কি অদ্ভুত ৰহস্যময় মানুহৰ মন। সাপ নচুৱা মানুহে পাচিত সাঁফৰ মাৰি ৰখা সাপ এটাৰ দৰেই মনত হেঁচি থৈ দিছিলো মায়াৰেই মৃত্যু কামনা।'

মানুহৰ আত্মাজিজ্ঞাসা, যুক্তি আৰু প্ৰবৃত্তিৰ মাজত আহোৰাত্ৰ সংগ্ৰাম সংঘৰ্ষৰ মাজৰে উজ্বল কৰি দেখুৱাটো আধুনিক সাহিত্যৰ গতি প্ৰকৃতি। উপন্যাসখনত বিপুল কাকতিৰ চৰিত্ৰৰ মাজৰে বাস্তৱতাক সৰল-সহজভাৱে গ্ৰহণ কৰা সাহস দেখুৱা হ'লে ইয়াৰ মূল্য যথেষ্ট বাঢ়িলহেঁতেন। উপন্যাসখনত নায়কৰ ব্যক্তিগত জীৱনক ফুটাই তুলিবলৈ প্ৰয়াস কৰি দুস্কাৰ্যৰ বাবে অনুশোচনা মানসিক প্ৰতিক্ৰিয়াৰ মাজৰে মনস্তাত্বিক বিশ্লেষণৰ প্ৰয়াস কৰা হৈছে। মায়াৰ কৰুণ মৃত্যুৰ মাজৰে বিপুল কাকতিৰ বিপৰীতমুখী মনোবৃত্তিৰ দ্বন্দ্ব উপশম কৰাবৰ চেষ্টা কৰিছে, কিন্তু বিপুল কাকতিৰ অচেতন মনটোৰ ধ্যান-ধাৰণা বুজিবলৈ যত্ন কৰা নহ'ল। এই লেখকৰ লেখাৰ বৈশিষ্ট্যসমূহ বিশেষকৈ প্ৰতীক ধৰ্মিতা আৰু চিত্ৰকল্পৰ সাৰ্থক ব্যঞ্জনাময় ভাষা প্ৰয়োগ ইয়াকো স্পষ্ট হৈছে। দাৰ্শনিক প্ৰশ্নৰ অৱতাৰণা আৰু তাৰ যথাযথ উত্তৰ দিয়া অথচ আমনি নলগাকৈ ব্যৱহাৰ কৰাত লেখক কৃতকাৰ্য হৈছে। লেখকৰ ফটোগ্ৰাফ'ধৰ্মী চিত্ৰণল অৰ্থাৎ অবিকল ৰূপত কোনো পৰিস্থিতি বৰ্ণনা কৰাৰ ক্ষমতা এইখন উপন্যাসতো সুন্দৰভাৱে ৰুগ্ন চৰিত্ৰ এটা ফালি চিৰি বিশ্লেষণ কৰিব পৰা ক্ষমতা, ডষ্টেয়ভস্কিৰ উপন্যাসত যিটো দেখা যায়, মহিম বৰাৰ বাহিৰে আন অসমীয়া উপন্যাসত দেখা পোৱা নাযায় বুলি ডঃ প্ৰফুল্ল দত্ত গোস্বামীয়ে লিখিছে। আধুনিক অসমীয়া সাহিত্যৰ মানৱতাবাদী পৰম্পৰা ইয়াতো লালিত হৈছে কিন্তু মানৱ সমাজৰ সমস্যাৰাজিৰ গভীৰলৈ সোমোৱাৰ প্ৰযত্ন বা বিশ্লেষণ কৰা আৰু সমাধানৰ ইঙ্গিত দিয়াৰ প্ৰচেষ্টা উপন্যাসখনত নাই। প্ৰতিটো কামৰে এটা ফল আছে ; কৰ্মফল ভুগিব লাগিব। এই দাৰ্শনিক তত্ত্বৰ দ্বাৰা লেখক প্ৰভাৱন্বিত হৈছে। ভাষাও কাল্লোলিনী নদীৰ দৰে বোৱতী হৈছে।

লেখকৰ তৃতীয়খন উপন্যাস 'প্ৰথম প্ৰেমৰ জন্ম (খেলিমেলি এই উপন্যাস) আন দুখন উপন্যাসতকৈ বহুতো উচ্চমান বিশিষ্ট আৰু সেয়ে বেলেগ। ডাক্তৰ খাটনিয়াৰ ডিব্ৰুগড়ত থাকে। তেওঁ সৰবৰহী চিকিৎসকেই নহয়, সমাজৰ সম্মানীয় লোক। ল'ৰাক উচ্চ শিক্ষাৰ বাবে পঠাইছে বিলাতলৈ, মোহময়ী অৰুন্ধতীক পঢ়ুৱাইছে বিজ্ঞান। সঙ্গীত

শিক্ষাত ৰাপ থকা বাবে সঙ্গীত সাধনাৰো সুবিধা দিছে। তাই নাচিছে, গাইছে, হাঁহিছে, মাতিছে নিজকে সাজু কৰিছে ভৱিষ্যতৰ বাবে। ল'ৰাই পাশ্চাত্য ধৰণকৰণ লৈয়ে ক্ষান্ত নাথাকি পশ্চিমৰ 'মেম' লৈ সংসাৰ পাতিছে। সমাজে বিৰূপ আলোচনা কৰিছে; খাটনিয়াৰে তালৈ ভ্ৰূক্ষেপ নকৰে। গোলাঘাটৰ প্ৰফুল্ল চক্ৰৱৰ্তী, বি হোৱাইট মেডিকেল স্কুলৰ ছাত্ৰ। অৰুন্ধতীৰ লগত চিনাকি হ'ল, ঘৰলৈ আহ-যাহ বাঢ়িল। জহৰীয়ে হীৰা চিনি পোৱাৰ দৰে সঙ্গীতত ৰাপ থকা প্ৰফুল্লই অৰুন্ধতীক বিচাৰি পালে। সঙ্গীতে দুয়োকে দুয়োৰে ওচৰ-চপাই আনিলে। অৰুন্ধতীৰ নৃত্য প্ৰতিভা প্ৰফুল্লৰ সান্নিধ্যত বিকশিত প্ৰস্ফুতিত হ'ল। অজন্তা ক'লা মন্দিৰত অৰুন্ধতীয়ে নাচিলে। অপৰূপা অৰুন্ধতীক তন্ময় হৈ চাই ৰ'ল প্ৰফুল্লই। 'চুলি তেওঁৰ অন্ধকাৰ বিদিশাৰ নিশা, মুখ তেওঁৰ শ্ৰাবস্তীৰ কাৰুকাৰ্য, তেওঁৰ দুনয়ন পখীৰ নীড়।' দুয়ো দুয়োৰে প্ৰতি আসক্ত 'প্ৰথম প্ৰেমৰ জন্ম। এটাই আনটোক নেদেখিলে থাকিব নোৱাৰে। বিবাহৰ পথো বন্ধ। জাত-কুলৰ প্ৰচণ্ড প্ৰাচীৰ। ....... প্ৰফুল্ল ডাক্তৰ হ'ল ; অৰুন্ধতী হ'ল বিজ্ঞানৰ স্নাতক। কৰ্তব্যৰ তাড়নাত দুয়ো আঁতৰিপৰিল। কালৰ কুটিল গতি। শিক্ষয়িত্ৰী অৰুন্ধতী লেব'ৰেটৰিত বিজ্ঞানৰ পৰীক্ষা কৰোতে দুৰ্ঘটনাত পতিত হৈ চকু নষ্ট হ'ল। প্ৰথম প্ৰেমৰ জ্বালাত ত্যাজ্যপুত্ৰ হৈ পিতাকৰ পৰা আতৰি আহিল প্ৰফুল্ল। অৰুন্ধতীৰ সকলো কথা জানিও বিয়াৰ প্ৰস্তাৱত তেওঁ নাছোৰবান্দা হৈ ৰ'ল। প্ৰফুল্লৰ সঁচা প্ৰেম তাই বুজিব নোৱাৰি ভুল কৰি পেলালে। আচলতে বুজিও নোৱাৰি নুবুজাৰ ভাও লোৱাটো উচিত বিবেচনা কৰিলে। অন্তৰে প্ৰফুল্লক ভাল পায়ো সকলো শোক বেজাৰ লুকুৱাই থৈ অৰুন্ধতীয়ে কুষ্ঠ ৰোগীৰ সেৱা কাৰ্যত অৰুণাচল পালেই । আলং, চেনুৱা আদিৰ কুষ্ঠৰোগ সেৱা কেন্দ্ৰত কাম কৰি নিজকে পাহৰাই ৰাখিলে। শেষত পাছিঘাট সেৱা কেন্দ্ৰত থকা সময়ত প্ৰফুল্লৰ খবৰ নিবিচৰাকৈয়ে পালে। প্ৰফুল্লই তেজপুৰত থাকোতে অৰুন্ধতীৰ সন্ধান পালে। বিষম, অসুখী প্ৰফুল্লই চৰকাৰী চাকৰি এৰি সমাজ সেৱাৰ কামত নিজকে ব্ৰতী কৰিলে। অৰুন্ধতীৰ ভুল ভাগিল, প্ৰফুল্ল, প্ৰফুল্লক বুজিব পাৰিলে সঁচা কিন্তু এতিয়া বহুত পলম হৈ গ'ল। অনুশোচনাৰ বাহিৰে বহুত পলম হৈ গ'ল। অনুশোচনাৰ বাহিৰে এতিয়া তাইৰ কৰিবলৈ কিটো আছে। আলেঙে আলেঙে অৰুন্ধতীয়ে প্ৰফুল্লৰ সুখ-দুখৰ বতৰা ৰাখিলে। লুইতেদি বহুত পানী বৈ গ'ল, সিহঁতৰ ভগা হিয়া জোৰা নালাগিল। এজন সাংবাদিকৰে যোগসূত্ৰ স্থাপন হ'ল। চীনা আক্ৰমণৰ ধানখুমীয়াত প্ৰফুল্ল এদিন নোহোৱা হ'ল। আত্মোৎসৰ্গ কৰি সকলো পাহৰাই পেলালে।

এইখন উপন্যাস 'ফ্লেচবেক' পদ্ধতিৰে এজন সাংবাদিকৰ লগত কথোপকথনৰ মাধ্যমেৰে কাহিনীৰ আঁৰ-কাপোৰ টানিছে। এই উপন্যাসৰ কাব্যময় ভাষাই প্ৰথমতে পাঠকক চমক লগায়। সৃজনীশীল লেখকজনৰ অন্তৰৰ মানৱিকতাৰ স্ৰোতে ভাষাৰ

আড়ষ্টতা ভাঙি বোৱতী সুঁতিৰ ৰূপ লৈছে। উপন্যাসখনত আংগিকত কৌশলৰ সুনিপুণ প্ৰয়োগ, চৰিত্ৰ চিত্ৰণৰ চাতুৰ্য্য, পৰিৱেশ উপস্থাপনৰ নিপুণতাই চৰিত্ৰসমূহৰ মাজলৈ আনিছে অভিনৱত্ব লগতে তেওঁৰ লেখাৰ বৈশিষ্টসমূহ চিত্ৰ ধৰ্মিতা, চিত্ৰকল্প, ইঙ্গিত ধৰ্মিতা আদি কলাসুলভভাৱে প্ৰয়োগ পৰিস্ফুট হৈছে। আধুনিক যুগৰ উপন্যাস ৰচনাৰ কলাত্মক সংযুক্ত, নিৰ্মাণ কৌশল, কথন ৰীতিৰ পৰ্য্যায় নাপালেও জগত জীৱন সম্পৰ্কে লেখকৰ ধ্যান - ধাৰণা, পৰ্যৱেক্ষণ ক্ষমতা প্ৰকাশত কৃতকাৰ্য হৈছে। আধুনিক জীৱনৰ বিভিন্ন দ্বন্দ্ব, সংঘাত দাঙি ধৰিছে যদিও লেখকে সামাজিক সমস্যাৰ গভীৰলৈ সোমাই যুক্তিযুক্ততাৰে বিচাৰ বিশ্লেষণ কৰা অথবা সমাধানৰ ইঙ্গিত নিদি নায়কৰ শোকবহ পৰিণতিৰে উপন্যাসখন শেষ কৰিছে। মহিম বৰাৰ ৰচনাশৈলীৰ আন এটা প্ৰধান আকৰ্ষণীয় দিশ সংযত সূক্ষ্ম হাস্যৰসৰ প্ৰয়োগ, শব্দ ব্যৱহাৰৰ মিতাচাৰী গুণ এই উপন্যাসতো বৰ্তমান।

মহিম বৰাৰ এই উপন্যাসখন বাস্তৱধৰ্মী বৃত্তান্তমূলক উপন্যাসৰ শাৰীত পাৰিব। যদিওবা বিজ্ঞানসন্মত দৃষ্টিকোণৰ পৰা আদৰ্শাত্মক বাস্তৱবোধ পৰিস্ফুট হোৱা নাই; লেখকে মানৱ জীৱনত ঘটি থকা সঁচা বাস্তৱ অভিজ্ঞতাৰ ছাঁ থকা প্ৰকৃত জীৱন গাঁথাৰ পৰা বৃত্তান্ত বুটলি আনি সুগভীৰ অনুভূতিৰাজিৰ স্বৰূপ কৃতকাৰ্যতাৰ উপস্থাপন কৰিছে। ভৱিষ্যতৰ উপন্যাসৰ গতি-প্ৰকৃতি কেনেকুৱা হ'ব কোৱা টান হ'লেও, অতি সম্প্ৰতি উপন্যাসৰ চানেকি আকৌ উনৈছ শতাব্দীৰ উপন্যাসবোৰ অৰ্থাৎ বৃত্তান্তমূলক বিষয় প্ৰদান উপন্যাসত ৰৈছেহি। সেয়ে মহিম বৰাৰ উপন্যাসবোৰ পুনৰ মূল্যায়ন কৰাৰ প্ৰয়োজন হ'ব।

...................

---

(দৈনিক অগ্ৰদূত, ১৯৯৭)

সাহিত্য একাডেমী-বিতর্ক

# এধানী মাহী নহয়, 'কাঠনিবাৰী'হে প্ৰাপ্য এই সন্মান

- বিষ্ণুৰাত শৰ্মা

আধুনিক অসমৰ ভাষা সাহিত্যৰ বুৰঞ্জীত মহিম বৰা এটি অবিস্মৰণীয় প্ৰতিভা। বিশেষকৈ গল্প সাহিত্যত মহিম বৰাৰ বৰঙণি অসীম। আচৰিত হ'বলৈ একো নাই যে বহু সমালোচকে অসমীয়া গল্প সাহিত্যত চৈয়দ আব্দুল মালিকৰ পাছত মহিম বৰাক স্থান দিয়ে। মূলতে গল্পকাৰে হ'লেও মহিম বৰাই উপন্যাস, কবিতা, প্ৰবন্ধ আৰু শিশু সাহিত্যও লিখিছে। এনে এজন কৃতী কাহিনীকাৰলৈ পলমকৈ হ'লেও সাহিত্য একাডেমী বঁটা আগবঢ়োৱাত অসমৰ বৌদ্ধিক মহল তথা বৰাৰ গুণমুগ্ধ পাঠকসকল উৎফুল্লিত হৈছে। বৰাই অৱশ্যে কৈছে — "বঁটা লাভ কৰাটো এক সামাজিক স্বীকৃতি। অৱশ্যে এনে বঁটা লাভ কৰি যে সামাজিক স্বীকৃতি লাভ কৰিব পৰা যায়, তেনে স্বীকৃতি বহু বছৰৰ আগতেই অসমৰ ৰাইজে মোক দিছে।" তেওঁ আৰু কয় — "ডেকা বয়সত এনে বঁটা পোৱা হ'লে যিমান আনন্দ লভিলোহেঁতেন, সেই আনন্দ এতিয়া পোৱা নাই। তেনে আনন্দই লিখিবলৈ উৎসাহ যোগায়।" পঞ্চাশৰ দশকৰ মাজভাগৰে পৰাই এতিয়ালৈকে প্ৰকাশিত তেওঁৰ কেইখনমান প্ৰধান কিতাপ হ'ল — 'কাঠনিবৰী ঘাট' (গল্প সংকলন), 'ৰাতি ফুলা ফুল' (গল্প সংকলন), 'এখন নদীৰ মৃত্যু' (গল্প সংকলন) 'দেহা গৰকা প্ৰেম' (গল্প সংকলন) 'বৰযাত্ৰী' (গল্প সংকলন) 'বহুভূজী ত্ৰিভূজ' (গল্প সংকলন), 'মোৰ প্ৰিয় গল্প' ( স্বনিৰ্বাচিত গল্প সংকলন) 'হেৰোৱা দিগন্তৰ মায়া' (উপন্যাস), 'পুতলা ঘৰ' (উপন্যাস), ' এধানী মাহীৰ হাঁহি' (উপন্যাস) 'চিন্তা-বিচিত্ৰা' (প্ৰবন্ধ সংকলন), 'সাহিত্য বিচিত্ৰা' (প্ৰবন্ধ সংকলন), 'শংকৰদেৱৰ নাট' (সম্পাদনা), 'বত্ৰিছ পুতলাৰ সাধু' (শিশু সাহিত্য), 'ৰাজা ৰামমোহন ৰায়', (ভাঙনি) 'ৰঙা জিয়া' (কবিতা সংকলন), 'পাখিলগা দিন' (শৈশৱৰ সোঁৱৰণি)।

## কাঠনিবাৰী ঘাট ঃ

মহিম বৰাৰ বহুধা বিভক্ত প্ৰতিভাৰ পূৰ্ণ বিকাশ হৈছে গল্প সাহিত্যত। তেখেতৰ প্ৰথম গল্প সংকলন কাঠনিবাৰী ঘাটক বহু সমালোচকে তেওঁৰ সৰ্বশ্ৰেষ্ঠ গ্ৰন্থ আখ্যা দিয়ে।

এই সংকলনত সন্নিবিষ্ট "কাঠনিবাৰী ঘাট", টোপ', 'এচেৰেঙা স্মৃতিৰ জোনাক', 'ৰস', 'মাছ আৰু মানুহ" গল্প কেইটাক মহিম বৰাৰ শ্ৰেষ্ঠ গল্প আখ্যা দিয়া হয়। ১৯৭০-৭১ চনৰ ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ স্নাতকোত্তৰ মহলাৰ আলোচনীত কাঠনিবৰী ঘাট গল্পটোৰ বিষয়ে ড° দিলীপ কুমাৰ বৰুৱাই লিখিছিল — "- His stories show a nice sense of structure a deep human sympathy, a delicate irony, right use of symbolic language and a restrained romantic mind 'The River station of Kathanibari' is one of his suceessful stories " - ১৯৬৯ চনৰ ডিচেম্বৰত ড° হীৰেণ গোহাঁয়ে অসমীয়া'ত লিখিছিল — Public ৰুচি সম্পৰ্কে উদাসীন বাবেই নেকি মহিম বৰাব গল্পই ব্যক্তি জীৱনৰ সংকীৰ্ণ গণ্ডী চেৰাই জীৱন ৰহস্যৰ ভিত্তিত উপস্থিত হৈছেগৈ। 'টোপ' 'ৰস' প্ৰভৃতি গল্পত কোনো বিশেষ চৰিত্ৰৰ বৈশিষ্ট্যতে গল্পৰ আবেদন সীমাবদ্ধ নহয়, বৰং অনুমান হয় যেন মানৱ জীৱনৰ কেতবোৰ মৌলিক সমস্যাৰ ওপৰত তেনে গল্পই আলোকপাত কৰিছে। আমাৰ ব্যক্তিকেন্দ্ৰক সমাজৰ দৃষ্টিকোণ অতিক্ৰম কৰিব পৰাটো প্ৰখৰ চেতনা আৰু শিল্পীসুলভ তন্ময়তাৰ পৰিণাম।" সমালোচক উদয় দত্তই ১৯৬৭ চনত 'মণিদীপ'ত লিখিছিল— "টোপ" "মাছ আৰু মানুহ" আদি গল্পৰ আকৰ্ষণীয়তাৰ মূলতো পৰ্যবেক্ষণ ঔৎসুক্য সৃষ্টিৰ অৱদান যথেষ্ট"। কাঠনিবাৰী ঘাট গল্প সংকলনটো ১৯৬১ চনত **প্ৰকাশ** পায়। ই বিদ্বৎ সমাজক প্ৰকাশৰ লগে লগে মুগ্ধ কৰি তোলে। প্ৰথম সংস্কৰণ পাতনিত মহিম বৰাই লিখিছিল- "১৯৪৭ চনত ৰ পৰা ১৯৬০ লৈ ইয়াৰ ভিতৰত লিখা কেইটামান গল্প প্ৰশংসাৰ টোপোলা দুই এটা কঢ়িয়াই অনাত পুলকিত হৈ কিতাপ কৰিবলৈ যোৱা পাঁচ বছৰে ল'ৰা ঢাপৰাশন কৰিলো। যথা নিয়মেই প্ৰকাশক নোলাল। গল্প লিখি নাম ছপোৱাৰ আৰু নামত জুই লাগোৱাৰ ষড়যন্ত্ৰ বহু দিনৰে। সুবিধা নহ'ল। কাৰণ ইতিমধ্যে ডাঙৰ হৈ কেতবোৰ দেশী-বিদেশী ভাল গল্প পঢ়াৰ দুৰ্ভাগ্য হ'ল। ফলত গল্প লিখিবলৈ ল'লেই হাত-ভৰি কঁপে। 'আত্ম-শ্ৰী কাতৰ' জীৱনটোৱেও কিবাকিবি লিখাৰ বাটত হেঙাৰ ধৰি আহিছে।" ১৯৬৬ চনৰ দ্বিতীয় সংস্কৰণত মহিম বৰাই লিখিছে — "আলোচনী বাতৰি অনাতাঁৰৰ উৎসাহজনক সমালোচনা পোৱাত আত্মবিশ্বাস বহুখিনি বাঢ়িল।" কাঠনিবাৰী ঘাট মানবীয় প্ৰেমৰ নিটোল কাহিনী। জীৱনৰ বাটত কেতিয়াবা হঠাৎ লগ পোৱা কোনো মানুহক পৰম আত্মীয় যেন লাগে যেন বহু বছৰৰ আগৰ চিনাকি। মাত্ৰ অলপ সময়ৰ ভিতৰতে ইমান আত্মীয়তা গঢ়ি উঠে যে এৰি যোৱাৰ সময়ত চকু সেমেকি উঠে। যোৰহাটলৈ যাবলৈ কাঠনিবাৰী ঘাটত জাহাজলৈ অপেক্ষা কৰি থকা অৱস্থাত লেখকে বৰুণ নামৰ সৰু ল'ৰাটো আৰু ডেৰ বছৰ আগত বিয়া হোৱা যুৱতী বায়েকৰ লগত কেইঘণ্টামান কথা পাতে। সৰু ল'ৰাটো আৰু ছোৱালীজনীৰ ব্যৱহাৰ ইমানেই আন্তৰিক আছিল যে লেখকৰ তেওঁলোকক যুগ-যুগান্তৰৰ

চিনাকি বন্ধু যেন লাগিল। গল্পটোত মনস্তাত্বিক গল্প বুলিও কব পাৰি। বহু সমালোচকৰ মতে কাঠনিবাৰী ঘাট মহিমবৰাৰ চেষ্ঠ গল্প। ড° সত্যেন্দ্ৰ নাথ শৰ্মাই লিখিছে 'বাতাৱৰণ গল্প ৰচনাত (Atmospheric story) মহিম বৰাই বিশেষ কৃতিত্ব প্ৰদৰ্শন কৰিছে। এওঁৰ 'কাঠনিবাৰী ঘাট' স্বৰচিত গল্পৰ এক উপাদেয় সংগ্ৰহ। ইয়াৰ বহিৰেও 'বহুভূজী ত্ৰিভূজ' (১৯৬৭), মই, পিপলি আৰু পূজা' (১৯৬৭) ৰাতি ফুলা ফুল' (১৯৭৭) আদি গল্প সংগ্ৰহৰ যোগেদি সমসাময়িক সমাজ আৰু ব্যক্তিৰ চৰিত্ৰ, মানসিকতা, আচৰণ আৰু সমস্যাৰ পৰিমিত বৰ্ণনা মিশ্ৰণৰ যোগেদি আবেদশীল কৰাৰ ব্যঙ্গ আৰু হাস্যৰসৰ বেদনা মিশ্ৰণৰ যোগেদি আবেদনশীল কৰাৰ প্ৰয়াস লক্ষ্য কৰা যায়। এওঁ গল্পৰ গঠন তথা আঙ্গিকৰ প্ৰতি সচেতন।' 'টোপ' গল্পটো এটা গভীৰ মনস্তাত্বিক গল্প। ক্ষয়িষ্ণু অসমীয়া মধ্যবিত্ত সমাজখন যৌন ভণ্ডামি এই গল্পত দেখুওৱা হৈছে। গল্পৰ নায়ক হৰিবল ককাই কৈছে 'মই যোৱা কাৰণেই কিজানি শিয়াল পলাল। গাঁৱত কিন্তু দেখা দেখিকৈ কাৰো কেঁচুৱা হোৱা নাছিল। কোনোবা পাষণ্ড, পাপীৰ কাম।' হৰিবল বুঢ়াই দেখা গাঁৱৰে কাৰোবাৰ অবৈধ প্ৰেমৰ কেঁচুৱাটোৰ কথা শুনি বৰশী বোৱাত প্ৰচণ্ড আগ্ৰহী সৰু ল'ৰা বেণু আৰু চেনীৰ মনত এক ভয় মিশ্ৰিত কৌতুহ'ল জাগি উঠে। সেয়ে বেণুৱে নিজৰ বৰশীত উঠা ডাঙৰ শল মাছটো নিজে নলৈ চেনীক দিব খুজিছে। চেনীয়েও নোলোৱাত আন কাৰোবাক দিব খুজিছে। মানুহৰ বিচিত্ৰ মানসিক জগতখনৰ মনস্তাত্বিক বিশ্লেষণ এই গল্পত আছে। সমালোচক উপেন্দ্ৰ নাথ শৰ্মাই এই 'টোপ' গল্প সম্পৰ্কে লিখিছে —'টোপ' গল্পত গাঁৱৰ জীৱনৰ লগত অংগাঙ্গীভাৱে জড়িত তিনিকুৰিৰ দেওনাপাৰ হোৱা হৰিবল ককাৰ মনৰ গুহাত লুকাই ৰখা অপৰাধ চেতনাৰ মৰ্মস্পৰ্শী ৰূপায়ণ আছে। গল্পটোত সন্নিবিষ্ট বৰ্ণনাসমূহো পৰিস্থিতিৰ লগত সম্পূৰ্ণভাৱে থাপ খোৱা আৰু 'ফাংচনেল'। হৰিবল ককাৰ মুগা সূতাৰ জৰীৰ ধ্বনিত হোৱা যেন লাগে।' অসমীয়া গাঁৱৰ মানুহৰ পৰশ্ৰীকাতৰতা আৰু স্বাৰ্থপৰতাৰ এক জীৱন্ত প্ৰতিচ্ছবি ৰস গল্পটো। ভটা নামৰ সৰল ডেকাটোক গাঁৱৰ মানুহে যি কোনো কামত খটুৱায়। কিন্তু কামৰ ফচল বৰুৱাৰ 'জীৱনৰ বাটত' উপন্যাসত চিত্ৰিত হৈছে। সৰল ভটাগুটিক লিও টলষ্টয়ত 'আইভান ইলিচৰ মৃত্যু' গল্পৰ 'গৰাছিম' নামৰ সৰল গাঁৱৰ ল'ৰাটোৰ লগত তুলনা কৰিবৰ মন যায়। উপেন্দ্ৰনাথ শৰ্মাৰ ভাষাত 'বৰ্ঙৰ সৰুকালত হৰিবল ককাৰ দৰে লোক সমাজৰ প্ৰাণকেন্দ্ৰত বিৰাজ কৰিছিল। ৰত্ন ভটাগুটিৰ দৰে ডেকাৰ দুঃসাহসিকতা গাঁৱৰ সামাজিক জীৱনৰ প্ৰাণৰ সঞ্চাৰ কৰিছিল। এতিয়া দিন সলনি হৈছে আৰু গ্ৰাম্য জীৱনৰ ওপৰত আচহুৱা যান্ত্ৰিক সভ্যতাৰ আঁচোৰ পৰিছে। জনগোষ্ঠীসুলভ মনোবৃত্তি অথবা 'চেঞ্চ অব কম্যুনিটি' নাইকিয়া হৈছে। মহিম বৰাৰ ভাল গল্পবোৰে এই লুপ্তপ্ৰায় অতীতক ধৰি ৰাখিবলৈ সক্ষম হৈছে। অসমীয়া গাঁৱলীয়া জীৱনৰ নিখুঁত ছবি বৰাৰ ৰামধেনু যুগৰ গল্পৰ প্ৰধান বৈশিষ্ট্য।' শৰ্মাই বৰাৰ

'এচেৰেঙা স্মৃতিৰ জোনাক' গল্পৰ বিষয়ে লিখিছে — 'মহিম বৰাৰ 'এচেৰেঙা স্মৃতিৰ জোনাক' গল্পত ৰোমাণ্টিক প্ৰেমৰ দ সাঁচ বাহিছে। খন্তেকৰ বাবে হ'লেও এনেবোৰ গল্পই আমাৰ মন উন্মনা কৰে, কাৰণ যৌৱনৰ অভিজ্ঞতাৰ বৰ্ণনাৰ ক্ষেত্ৰত বৰাই যিমানেই ৰহণ নচৰাওক সেইবোৰ স্পৰ্শক্ষম অভিজ্ঞতাৰ দ্বাৰা পুষ্ট।' 'মাছ আৰু মানুহ' মহিম বৰাৰ এটা অন্যতম শ্ৰেষ্ঠ গল্প। গভীৰ মনস্তাত্বিক বিশ্লেষণ এই গল্পত পোৱা যায়। এই গল্পটো পঢ়ি যাওঁতে বাৰে বাৰে আৰ্ণেষ্ট হেমিংবেৰ কালজয়ী উপন্যাস 'বুঢ়া আৰু সাগৰ' (Old man and the sea) লৈ মনত পৰে। হেমিংৱেৰ উপন্যাসখনত ছাণ্ডিয়াগো নামৰ বৃদ্ধজনে মাজসাগৰত অকলশৰীয়াকৈ বৃহৎ মাৰ্লিন মাছ এটা ধৰিবলৈ কৰা চেষ্টাত মানৱজাতিৰ চিৰন্তন জীৱন সংগ্ৰামৰ চিত্ৰই অংকিত হৈছে। মাজ সাগৰৰ ভয়াবহতাক অস্বীকাৰ কৰি বুঢ়া মানুহজনে কৈছে ' 'And what beat you' he though 'Nothing' he said aloud, 'I went too far' একেধৰণেই এখন বিশাল বিলত মাছ মৰা পল' এটাত বিৰাট বৌমাছ পৰাত মহিম বৰাৰ কাহিনীৰ নায়ক জীৱকান্তই মাছটো আৰু প'লটোৰ সৈতে সাতুৰি গৈ থাকে। অত্যন্ত কষ্টেৰে মাছটো ধৰাৰ পাচত মাছটোলৈ দয়া উপজি মাছটোক এৰি দিয়ে। হাজাৰজনৰ হাকবচন নামানি প্ৰকাণ্ড বিলত শক্তিশালী মাছটোৰ লগত যুদ্ধ কৰি কৰি প্ৰায় মৃতপায় হোৱা জীৱকান্তই শেষত মাছটো ধৰিও ইয়াক এৰি দিয়াত মানৱ মনৰ বিচিত্ৰ বৰ্ণময় সীমাহীন ৰহস্যৰ মনস্তাত্বিক বিশ্লেষণ ফুটি উঠে। উপেন্দ্ৰনাথ শৰ্মাই তেওঁৰ প্ৰবন্ধ 'চুটি গল্প' ১৯৫০-১৯৯০ 'ত মহিম বৰাৰ গল্পৰ বিষয়ে আৰু মন্তব্য কৰিছে — 'মহিম বৰা নিঃসন্দেহে অসমীয়া ভাষাৰ শ্ৰেষ্ঠ গল্প লেখকসকলৰ অন্যতম। মৌলিকতা আৰু আঞ্চলিক জনজীৱনৰ সুদৃঢ় প্ৰতিফলনেৰে সমৃদ্ধ এই গল্পসমূহ ভাৰতীয় সাহিত্যৰ বাবেও এক মূল্যবান অৰিহণা। বৰাৰ গল্পত অসমীয়া সৃজনীধৰ্মী সাহিত্যৰ পৰম্পৰাই ক্ৰিয়া কৰি আহিছে। তেওঁৰ ভাষাই বেজবৰুৱাৰ দিনৰ পৰা হৈ অহা বলিষ্ঠ ধাৰাটোৰ প্ৰতিনিধিত্ব কৰে। নিভাঁজ অথচ প্ৰকাশিকা শক্তিসম্পন্ন শব্দ সম্ভাৰৰ ওপৰত ভেঁজা দি তেওঁ মনোমোহা ৰূপত তেওঁৰ বক্তব্য উপস্থিতি কৰে।' মহিম বৰাৰ উপন্যাসৰ ওপৰত প্ৰখ্যাত সাহিত্য সমালোচক গোবিন্দ প্ৰসাদ শৰ্মাই 'অসমীয়া উপন্যাসৰ ধাৰা' (১৯৩৯-৮৯) প্ৰবন্ধত চিন্তাশীল মন্তব্য দিছে 'সুখ্যাত গল্পকাৰ মহিম বৰাই শেহতীয়াভাবেহে উপন্যাসত হাত দিছে আৰু উপন্যাসত এওঁৰ চুটি গল্পৰ প্ৰতিভা ধৰা পৰিবলৈ এতিয়াও বাকী। তথাপি বৰাৰ উপন্যাসতো তেওঁৰ চুটি গল্পৰ সূক্ষ্ম অনুভূতিৰ যি ব্যঞ্জনাময় প্ৰকাশ, সি ধৰা পৰে। এওঁৰ প্ৰথম উপন্যাস পুতলাঘৰ (১৯৭১) ত দুটা পৰিয়ালৰ অৰ্থনৈকিত উত্থান পতনৰ মাজেদি এটি অন্তৰস্পৰ্শী কাহিনী কোৱা হৈছে। এটি কুকুৰকো কাহিনীত স্থান দি উপন্যাসখনৰ আবেদন বৃদ্ধি কৰা হৈছে। ইয়াৰ আগতে লুম্বেৰ দাইয়ে তেওঁৰ 'মন আৰু মন'ত (১৯৬৮) কুকুৰক এনেদৰে চৰিত্ৰ হিচাপে অৱতীৰ্ণ কৰাইছিল। বৰাৰ আন

এখন উপন্যাস হ'ল হেৰোৱা দিগন্তৰ মায়া (১৯৭৩) ইংগিত ধৰ্মিতা আৰু চিত্ৰকল্প, প্ৰতীক আদিৰ ব্যৱহাৰৰে কাব্যময় ভাষাৰ এই এখন সাৰ্থক উপন্যাস।' ড° সত্যেন্দ্ৰনাথ শৰ্মাই মহিম বৰাৰ কবিতা সম্পৰ্কত তেওঁৰ 'অসমীয়া সাহিত্যৰ সমীক্ষাত্মক ইতিবৃত্ত'ত লিখিছে 'মহিম বৰাৰ কবিতাত অনুপম উপমা, চিত্ৰকল্প আৰু কাব্যিক অভিজ্ঞতাৰ সুস্থ প্ৰকাশ দেখা যায়। কিন্তু তেওঁৰ ৰচনা স্বল্প সংখ্যক।"

## এধানী মাহিৰ হাঁহি

এধানী মাহিৰ হাঁহি উপন্যাস (প্ৰথম প্ৰকাশ ১৯৯৭)ৰ মহিম বৰাই এইবছৰ সাহিত্য একাডেমী বঁটা লাভ কৰিছে। ইতিমধ্যে বাৰ্ধক্যজনিত অসুখত ভোগা মহিম বৰাই এই উপন্যাসৰ পাতনিৰ তেখেতৰ অসুস্থতাৰ কাৰণে দুখেৰে লিখিছিল — "মোৰ লিখা আৰু পঢ়া কামৰো ইমানতে সামৰণি। মোৰ লিখা ভালপোৱাসকলৰ কাৰণে এইখনেই মোৰ 'কলম মোছা' গ্ৰন্থ বা কিতাপ— "পেট মোছা" সন্তানৰ দৰে।" বৰাই এইদৰে লিখিলেও আমি আশাবাদী অসমৰ মানুহৰ শ্ৰদ্ধেয় এই নিৰৱ নিৰভিমান সাহিত্যিজনৰ অক্লান্ত কাপৰ পৰা আমি ভৱিষ্যতেই অনেক লিখনি পাম। অৱশ্যে সাহিত্য একাডেমী বঁটা পালেও 'এধানী মাহীৰ হাঁহি'ৰ বঁটা পোৱাৰ যোগ্যতা সম্পৰ্কে বিদ্বৎ মহলত প্ৰশ্ন উঠিছে। বহু সমালোচকে ইতিমধ্যে মতামত আগবঢ়াইছে যে মহিম বৰা অসমীয়া জনগনৰ বাবে সদায় স্মৰণীয় আৰু বৰণীয় হৈ থাকিব তেওঁৰ উৎকৃষ্ট সৃষ্টি 'কাঠনিবাৰী ঘাটৰ' বাবেহে, 'এধানী মাহিৰ হাঁহি'ৰ বাবে নহয়। মহিম বৰাই 'কাঠনিবাৰী ঘাট'ৰ বাবেহে এই বঁটা পোৱা উচিত আছিল। আটাইতকৈ বিস্ফোৰিত, ক্ষুৰধাৰ মন্তব্য দি ড° হীৰেন গোহাঁয়ে লিখিছে - - "যি সকল একালৰ অদ্বিতীয় গল্পকাৰ মহিম বৰাক নচুৱাবলৈ নিজে নাচিছে, তেওঁলোকৰ বাহিৰে আন কোনো সাহিত্যিকে বা সমালোচকে মহিম বৰাৰ 'সাহিত্য একাডেমী' বঁটা লাভ সম্পৰ্কে বিশেষ উচ্ছ্বাস প্ৰকাশ কৰা নাই দেখি স্বস্তি পাইছে। অসমত ন্যস্ত স্বাৰ্থই সাহিত্যিক মূল্যবোধ সম্পূৰ্ণ গ্ৰাস কৰা নাই বুলি ধাৰণা জন্মিছে। অথচ ন্যস্ত স্বাৰ্থই চেষ্টাৰ ক্ৰটি কৰা নাই সাহিত্যৰ মূল্যবোধক ধন-ক্ষমতাৰ অধীন কৰিবলৈ। মহিম বৰাই এইবাৰ যিখন কিতাপৰ বাবে সাহিত্য একাডেমী পুৰস্কাৰ পালে সেইখনতকৈ ভাল কিতাপ যোৱা তিনিবছৰে ওলোৱা নাছিল নেকি?" উল্লেখযোগ্য যে ড° গোহাঁয়ে 'এধানী মাহিৰ হাঁহিক" দ্বিতীয় শ্ৰেণীৰ কিতাপ আখ্যা দিছে। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি এনে ক্ষুৰধাৰ মন্তব্য কৰা ড° গোহাঁয়ে নিজেই 'মহিম বৰাৰ গল্প সংগ্ৰহ'ৰ সম্পাদনা কৰিছিল। ড° গোহাঁইৰ বাহিৰেও আন কেইজনমান কৰ্ণধাৰ সমালোচকেও 'এধামী মাহীৰ হাঁহিক' সাহিত্য একাডেমী বঁটা পাবৰ বাবে অযোগ্য আখ্যা দিছে। মহিম বৰাই নিজেও স্বীকাৰ কৰিছে যে কিতাপখনৰ প্ৰথম সংস্কৰণত অনেক ছপা ভুল থাকি গ'ল। গুৱাহাটী বিশ্ববিদ্যালয়ৰ ইংৰাজী বিভাগৰ অধ্যাপক, সমালোচক ড° গোবিন্দ প্ৰসাদ শৰ্মাই কৈছে -

- "এধানী মাহিৰ হাঁহি" অকল ভুল-ভ্ৰান্তিৰ বাবে নহয়, গুণগত দিশৰ পৰাও সন্মানীয় সাহিত্য একাডেমী বঁটা পোৱাৰ যোগ্য নহয়। একাডেমী বঁটাৰ বাবে মহিম বৰা নিসন্দেহে যোগ্য ; কিন্তু যিখন গ্ৰন্থৰ বাবে পালে, এনে বঁটাৰ বাবে সেইখন উপযোগী নহয়। অকল এই বছৰতেই নহয়, যোৱা কেইবাবছৰৰ ভিতৰত কোনো কোনো বছৰত অসমীয়া সাহিত্যৰ ক্ষেত্ৰত কিতাপৰ বিচাৰতকৈ লেখকৰ বঁটা নিৰ্বাচনৰ কৰ্ণধাৰসকল আৰু বঁটা নিৰ্বাচকসকলৰ সতে ব্যক্তিগত সম্পৰ্কত ভিত্তিতেই একাডেমী বঁটা আগবঢ়োৱা হৈছে। এই কথাই অসম সাহিত্য একাডেমী বঁটাৰ সন্মান হানি কৰিছে। প্ৰখ্যাত ঔপন্যাসিক পদ্ম বৰকাটকীয়ে কয় — "মহিম বৰাদেৱে কেতিয়াবাই এই বঁটা পাব লাগিছিল কিন্তু এইবাৰ অত্যাধিক ছপা ভুল আৰু বিসংগতি থকা কিতাপখন পঢ়িহে একাডেমী বঁটা প্ৰদান কৰিবলৈ মনত পৰিলনে ?" গুৱাহাটী বিশ্ববিদ্যালয়ৰ অসমীয়া বিভাগৰ অধ্যাপক, সমালোচক ড° শৈলেন ভৰালীয়ে কয় যে মহিম বৰাৰ দৰে বহুমুখী প্ৰতিভাসম্পন্ন লেখক গৰাকীক কেৱল দায় সাৰিবলৈ সাহিত্য একাডেমীয়ে এইবাৰ এই বঁটা আগবঢ়ালে। ড° ভড়ালীয়ে আৰু কয় — "ভুলকৈ প্ৰকাশ হোৱা আৰু সেইখন কিতাপ তকৈও ভাল কিতাপ থকাৰ পাছতো বৰাদেৱক 'এধানী মাহী ৰ হাঁহি'ৰ বাবেহে একাডেমী বঁটা দিয়া হ'ল। এয়া এজন লেখকৰ বাবে ন্যায় বিচাৰ নহয়।" বিশিষ্ট কবি গৌতম প্ৰসাদ বৰুৱাই কয়— "এধানী মাহীৰ হাঁহি'ৰ বাবে নহয়, 'কাঠনিবাৰী ঘাট' বা 'ৰঙা জিঁয়া'ৰ বাবেহে মহিম বৰাদেৱে কাহানিবাই এই বঁটা পাব লাগিছিল।"

এধানী মাহীৰ সৰলতা আৰু মানৱতাবোধ আৰু কিছু পৰিমাণে ৰহস্যময়ীতাই এই উপন্যাসৰ বিষয়বস্তু। এই উপন্যাসত সম্বন্ধীয়া মাহী এধানীৰ লগত ভাগিন দেউকনৰ শৈশৱৰ পৰা যৌৱনলৈ মানৱীয়, আৱেগিক সম্পৰ্কৰ দ্বাৰা লেখক মহিম বৰাদেৱে মানৱীয় সম্পৰ্কৰ এনাজৰীদাল সুন্দৰকৈ বান্ধিছে। তথাপি আমাৰ নিজৰ মতামত "এধানী মাহীৰ হাঁহি" এখন ৰসঘন উপন্যাস। কিন্তু ইয়াৰ কাহিনী সাৱলীল নহয়। "এধানী মাহীৰ হাঁহি" উপযুক্ত হওক বা নহওক মহিম বৰা যে একাডেমী সন্মানৰ বাবে এজন যোগ্য ব্যক্তি এই সম্পৰ্কে দ্বিমত নাই। তথাপি ভাৱো "এধানী মাহী হাঁহি'ৰ স্ৰষ্টা মহিম বৰা নহয়, 'কাঠনিবাৰী ঘাট'ৰ স্ৰষ্টা মহিম বৰাহে অসমীয়া সাহিত্যৰ এচেৰেঙা ৰৌদ্ৰদীপ্ত পোহৰ, এটা উজ্জ্বলতম তৰকা। নবীন লিখকসকলৰ বাবে তেওঁ অৱশ্যেই প্ৰেৰণাৰ অমল উৎস। তেওঁ অসমীয়া সাহিত্যৰ অন্যতম লাইখুটি, অন্যতম পথিকৃৎ।

---

(দৈনিক জনমভূমি, ২০০২)

# “ৰাতি ফুলা ফুল”

-নলিনীধৰ ভট্টাচাৰ্য

প্ৰসিদ্ধ গল্পকাৰ আৰু কবি মহিম বৰাৰ ‘ৰাতি ফুলা ফুল’ৰ একাধিক আলোচনা ইতিমধ্যে হৈছে। কিতাপখন হাতত লৈ ভাবিছোঁ, আমাৰ দেশত বৰ্তমান পৰিস্থিতিত সমাজ সচেতন শিল্পীয়ে কেনে ভূমিকা লোৱা উচিত? জীৱনটো এটা সংগ্ৰাম — এই সংগ্ৰাম প্ৰকট হয় বুৰ্জোৱা আৰু সৰ্বহাৰাৰ শ্ৰেণীদ্বন্দৰ মাজত, মানুহ আৰু প্ৰকৃতি, পুৰণি আৰু নতুনৰ দ্বন্দৰ মাজত। সমাজবাদী আদৰ্শেৰে সেই দ্বন্দসমূহৰ অৱসান ঘটাবলৈ চেষ্টা কৰা হয়। আমাৰ সকলো লেখকেই যে সমাজবাদী হ'ব লাগিব সেই কথা ক'ব খোজা নাই, কিন্তু তেওঁলোকে শিল্পৰ সামাজিক ভূমিকাৰ কথা মনত ৰখা ভাল। ধনতান্ত্ৰিক দেশবোৰত শিল্পীক নান্দনিক যাদুকৰ কৰি থোৱা হৈছে — তেওঁলোক যেন সামাজিক মানুহ নহয়। শিল্পকলা ব্যক্তিগত সৃষ্টি হ'লেও জীৱনৰ উদ্দেশ্য আৰু প্ৰয়োজনৰ লগত তাৰ সম্পৰ্ক নোহোৱা নহয়। এই ক্ষেত্ৰত সকলো বাস্তৱবাদী লোকৰে চিন্তা আৰু ধাৰণা থকা প্ৰয়োজন। কেৱল ৰ্ফমেই ঘাই কথা নহয়, যাৰ সাজ-সজ্জা উগ্ৰ নহয়, তেৰেঁহে নিজক সজাব জানে। শিল্প কলাৰ ক্ষেত্ৰতো এই কথা সঁচা।

মহিম বৰাৰ বাস্তৱবোধ নাই বুলি নকওঁ, বৰ্তমান সংকলনৰ বিভিন্ন গল্পত নিম্ন মধ্যবিত্ত জীৱনৰ বাস্তৱ চিত্ৰ আছে। অৱশ্যে ইয়াৰ ভেটি হ'ল তেওঁৰ নিজা পৰ্য্যবেক্ষণ আৰু বিশ্লেষণ। এনে পৰ্য্যবেক্ষণ আৰু বিশ্লেষণ গভীৰ আৰু ইতিবাচক হৈছে নে নাই তাক বিচাৰ আমি কৰি চাব পাৰোঁ। সমাজৰ মুল দ্বন্দ ক'ত, সমাজ সচেতন লেখকে তাৰেই বিচাৰ কৰে। এনে বিচাৰ কৰিবলৈ লেখক মাৰ্ক্সবাদী হ'ব নেলাগে। আজিৰ সমাজ ব্যৱস্থাৰ প্ৰয়োজনতে তেনে বিচাৰ কৰিবলগীয়া হয়।

মহিম বৰাই চিত্ৰিত কৰা বস্তুনিষ্ঠ জগতখন সামাজিক বিকাশৰ তত্ত্বৰ লগত জড়িত হয় নে নহয়, সেই কথা নিৰ্ভৰ কৰিব তেওঁৰ বিশ্ববীক্ষাৰ ওপৰত। তেওঁৰ বিশ্ববীক্ষা নো কি তাক তেওঁৰ লেখাৰ পৰা ধৰিব পৰা নেযায়। বৰাই কোনো আদৰ্শৰ কথা ক'ব খোজা নাই, — তেওঁ দেখুৱাব খুজিছে বাস্তৱৰ উপৰিভাগ, গভীৰ তলীৰ শ্ৰেণী দ্বন্দজনিত অন্তৰ্দ্বন্দই

মানুহৰ হৃদয় কেনেকৈ তোলপাৰ লগায়, তাৰ সংবাদ তেওঁৰ গল্পত নাই। ভৱিষ্যতৰ গতি প্রকৃতি সম্বন্ধে লেখকে সচেতন নহ'ব পাৰে, কিন্তু দ্বন্দ জৰ্জৰ মানুহৰ অন্তৰৰ ক্ষোভ আৰু প্রতিবাদৰ বাসনা তেওঁ উপলব্ধি কৰা কঠিন নহয়। 'এই নদীৰ সেতে' প্ৰবোধক জন্ম দিছে আৰু সেই সোঁতেতেই তেওঁ উটি ভাঁহি ফুৰিছে। এই নৈৰাশ্য, হতাশাৰ ছবিয়েই জানো একমাত্র বাস্তৱ সত্য? এই সৰ্বনাশী সোঁতত নিজকে এৰি দিবলৈ তেওঁ ৰাজী নহবওতো পাৰে। লেখকে কিন্তু প্ৰবোধৰ ক্ষেত্ৰত এই দৃঢ়তা দেখুওৱা নাই। 'পইতাচোৰা' গল্পক ধনেই সম্পৰ্ক নিৰ্ণয় কৰা এখন সমাজত বল্লভে অনুভৱ কৰিছে মানুহৰ হৃদয়হীনতা, উপলব্ধি কৰিছে নিজৰ জীৱনৰ অসহায় আৰু নিশ্চিত ৰূপ। কাফকাৰ অনুৰণ গল্পটোৰ সৌন্দৰ্য্যৰ বাবে অপৰিহাৰ্য্য নহয়। বৰাৰ গল্প কোৱাৰ নিজা দক্ষতাই তাৰ বাবে যথেষ্ট। নৈৰাশ্য আৰু হতাশা এই গল্পটোৰো প্ৰতিপাদ্য। 'ৰাতি ফুলা ফুল'ত 'নমিতা'ৰ যি ট্ৰেজেডি তাৰ মূলতে আছে প্ৰচলিত মূল্যবোধ। সামন্তযুগীয় আৰু ঔপনিবেশিক অৰ্থনীতিৰ পৰিবেশত নাৰীক দিবলগীয়া মৰ্য্যাদা দিয়া নহয়। নমিতাৰ দৰে কুৰূপা অথচ গুণী ছোৱালী এজনীৰ আশা আকাংক্ষা সদায় মৰিমুৰ হ'বলৈ এৰি দিব নোৱাৰি। ইতিহাস ৰৈ নাথাকে, মানুহ সদায় অদৃষ্টবাদী হৈ পৰিস্থিতিৰ ওচৰত আত্ম সমৰ্পণ নকৰে। বাস্তৱবাদী লেখকে এই ইতিবাচক দিশটোলৈ মন কৰা ভাল। নিম্ন মধ্যবিত্তৰ মন সদায় দোদুল্যমান হৈ নেথাকে — সদায় যন্ত্ৰাণাকে সাৱটি নলয়। এদিন নহয় এদিন সি ক্ষুব্ধ হৈ উঠে — এই সত্যক জানো আওকাণ কৰিব পাৰি?

'আবুৰ' গল্পত বৰঠাকুৰ আৰু কাকতি উভয়েই বিছিন্ন মানুহ। তেওঁলোকে বিজ্ঞাপনত নগ্ন-নাৰীৰ শোভা লোকক দেখুৱাই নিন্দা কৰে, কিন্তু লুকাই-চুৰকৈ তাক উপভোগ কৰে। তেওলোকৰ মনৰ এই দ্বন্দ নিতান্ত ব্যক্তিগত, তাৰ সামাজিক ভেটি নাই। সমাজৰ দৈন্যৰ উৎস ক'ত তাৰ বিচাৰ তেওঁলোকে নলয় বা ল'ব নোখোজে। অপসংস্কৃতিৰ যি ভয়াবহ ৰূপ আমাৰ দেশৰ যৌৱনৰ অৱক্ষয় আনিছে, তাৰ বিৰুদ্ধে বৰঠাকুৰইতে দেখুৱাই বিৰক্তি প্ৰদৰ্শন কৰিলেও ভিতৰি সেই অপসংস্কৃতিৰে সোৱাদ লয়। এনে কন্‌ট্ৰেডিকচনৰ জন্ম দিয়ে বিচ্ছিন্নতাই। যৌৱনৰ অপচয় সম্পৰ্কে লেখক সজাগ সঁচা, কিন্তু ইয়াৰ মূল ক'ত সেই সম্বন্ধে ক'তো ইংগিত তেওঁ দিয়া নাই। 'এটি পুৱাৰ জন্ম'তো নিজৰ ল'ৰাৰ উদ্দেশ্য বিহীন জীৱন যাপন, অপসংস্কৃতিৰ সেৱা দেখি শইকীয়া বিবুদ্ধি হৈ অসহায় বোধ কৰিছে। ইয়াৰো মূল সুৰ হতাশা।

বৰাৰ চুটি গল্প লেখাৰ আকৰ্ষণীয় কৌশল আছে, তেওঁ সুক্ষ্মভাৱে কিছুমান কথা নিৰীক্ষণ কৰিব জানে, কিন্তু তেওঁৰ পৰ্য্যবেক্ষণ গভীৰ নহয়। উত্তৰণৰ প্ৰশ্ন বাদ দিও আমি এটা কথা চাব পাৰোঁ। আচলতে যিটো আৰ্থ-সামাজিক পৰিবেশ এই পৰিস্থিতিৰ সৃষ্টি

কৰিছে, চৰিত্ৰবোৰ সেই পৰিস্থিতি সম্বন্ধে সজাগ নোহোৱা বাবেই আদৰ্শবাদী প্ৰবোধ খোপনি হেৰুৱাই লুইতৰ প্ৰচণ্ড বানত উটি গৈছে; বৰঠাকুৰহঁতে ল'ৰাবোৰক খং কৰিছে অথচ লুকাই চুৰকৈ সিহঁতে কৰা কামকে কৰিছে। নমিতাৰ প্ৰতি সমাজৰ খবৰ নৰখা তপনহঁতে সুবিচাৰ নকৰে, আজিৰ পৰিবেশেই তপনহঁতক সেই সুযোগ দিছে। বৰাৰ লেখাত যি বিমৰ্ষ চেতনা আছে সি সমাজৰ কোনো কামত নাহে। সাহিত্য সাহিত্য হৈ থাকিও মানুহৰ মনক সচেতন কৰিব পাৰে। তাৰ বাবে বিপ্লৱী নহ'লেও হয়, লাগে মাথোন বস্তু-সত্যৰ বৈজ্ঞানিক বিচাৰ। বৰাৰ দৰে শিল্পীৰ পৰা আমি সেইটো নিশ্চয় আশা কৰিব পাৰোঁ।

---

(মোৰ দেশ)

# চিন্তা-বিচিত্ৰা

- ড° নৰেন কলিতা

অসমীয়া সাহিত্যত সুপৰিচিত গল্পকাৰ, কবি শ্ৰীমহিম বৰাৰ সাহিত্য-সংস্কৃতি বিষয়ক তেৰটা প্ৰবন্ধৰ সংকলন 'চিন্তা-বিচিত্ৰা' অসমীয়া চিন্তামূলক সাহিত্যত উল্লেখযোগ্য সংযোজন। প্ৰবন্ধসমূহৰ পৰিসৰ বিস্তৃত, আৰু ইয়াত লেখকৰ চিন্তা আৰু বিষয়-বস্তুৰ যুক্তি নিৰ্ভৰ উপস্থাপন পৰিদৃশ্য হৈছে। অঙ্কীয় নাটৰ বিষয়ে লিখা তিনিটা সুদীৰ্ঘ প্ৰবন্ধত অঙ্কীয় নাট, ভাওনা আৰু চৰিত্ৰ-বিশ্লেষণৰ ক্ষেত্ৰত বহু সময়ত দেখা পোৱা চৰ্বিত-চৰ্বন ধ্যান-ধাৰণা পৰিহাৰ কৰি লেখকে কেৱল অঙ্কীয়া নাটসমূহৰ অন্তৰংগ প্ৰমাণ, চৰিত পুথিৰ সাক্ষ্য, ভাওনাৰ পৰম্পৰাগত কৌশল আৰু অসমৰ লোক-নাট্যানুষ্ঠানৰ উপকৰণ লৈ অঙ্কীয়া নাটৰ কলা - কৌশল বিশ্লেষণ কৰি ভালেখিনি নতুন তথ্য আগবঢ়াইছে। অঙ্কীয়া নাট সন্দৰ্ভত অধিক আলোচনা-বিলোচনাৰ কাৰণে লেখকে ভালেখিনি ইঙ্গিত দিছে, অঙ্কীয়া নাট আৰু ভাওনাক নতুন দৃষ্টিৰে বিচাৰ কৰিব খোজাসকলৰ কাৰণে প্ৰবন্ধকেইটা কেৱল স্মৰণীয়েই নহয়, প্ৰচুৰ তথ্যেৰে বাটকটীয়া হৈ ৰ'ব। এইকেইটা প্ৰবন্ধৰ উপৰিও 'শেৱালিৰ সৌৰভ বিচাৰি' শীৰ্ষক প্ৰবন্ধটি শেৱালি - কবি বৰকাককীদেৱক বুজাত আৰু অসমীয়া সাহিত্যত বৰকাকতীৰ গুৰুত্ব আৰু প্ৰভাৱ বিশ্লেষণ কৰাত এতিয়ালৈকে একমাত্ৰ তথ্যসমৃদ্ধ প্ৰবন্ধ হৈ আছে। এজন কবিক বুজিবৰ কাৰণে আন এজন কবিৰ যি আন্তৰিকতা আৰু নিৰপেক্ষ বিচাৰ, সেয়ে এই প্ৰবন্ধটোৰ বিশেষ অলঙ্কাৰ। বেজবৰুৱাৰ 'বীণা-বৰাগী' কবিতাটিৰ 'জন্ম-জন্মান্তৰ', 'সিজন্মৰ সোঁৱৰণি', 'ইপুৰী-সিপুৰী' আদি শব্দৰ কাৰণে কবিতাটিৰ প্ৰকৃত ভাব বিশ্লেষণৰ ক্ষেত্ৰত যি খেলি-মেলিৰ সৃষ্টি হৈ আহিছে, লেখকে তাৰো বাস্তৱতা যুক্তিৰে প্ৰতিপন্ন কৰিছে। সেইদৰে পদ্মনাথ গোহাঞিঁ বৰুৱাৰ 'গাঁওবুঢ়া', হেমচন্দ্ৰ বৰুৱাৰ 'বাহিৰে ৰং চং ভিতৰে কোৱা ভাতুৰী', মানবতাবাদী দৰ্শনৰ ঐতিহ্য বিচাৰ কৰাৰ উপৰি লেখকে সাহিত্যৰ উপমালৈকে গভীৰ আন্তৰিকতাৰে বিশ্লেষণ কৰিবলৈ সক্ষম হৈছে।

প্ৰবন্ধ-সংকলনটিৰ মাজেৰে লেখকৰ গভীৰ অধ্যয়ন, আৰু কোনো কোনো বিষয়-বস্তু সমাজতত্ত্ব দৃষ্টিৰে বিশ্লেষণ কৰাৰ প্ৰৱণতা পৰিলক্ষিত হৈছে। ৰচয়িতাৰ লেখাৰ ৰীতি প্ৰাঞ্জল আৰু তেখেতৰ গল্পসমূহৰ দৰেই সুখপাঠ্য।

---

(অসম সাহিত্য সভা পত্ৰিকা, ১৪ শ বছৰ ৪ৰ্থ সংখ্যা, ফেব্ৰুৱাৰী, ১৯৭৮।)

# 'মোমাইৰ পদুলিত বান্ধিলো ঘোঁৰা'ৰ

১৯৬৭

## আগলিকা

পঞ্চম বাৰ্ষিকত পঢ়োঁতে বিশ্ববিদ্যালয় আলোচনীৰ কাৰণে সম্পাদক শ্ৰী যাদৱ ভূএগ্ৰাই কিবা এটা দিবৰ কাৰণে উৎপাত কৰাত 'সেই ডাঙৰীয়াজন' নামৰ ৰচনা খনি লিখি ভয়ে ভয়ে আগবঢ়াই দিলোঁ। বাতৰি কাকতৰ সমালোচনাত ৰচনাখন বিশেষভাৱে উল্লেখিত হ'ল। শ্ৰদ্ধেয় স্বৰ্গীয় বেণুধৰ শৰ্মা ডাঙৰীয়াই অনাতাঁৰ কেন্দ্ৰত (মই পাৰ্টটাইম ষ্টাফ আৰ্টিষ্টৰ কাম কৰিছিলোঁ) মোক এদিন লগ পাই ৰচনাখনৰ প্ৰশংসা কৰে আৰু মোক পিছত এদিন (স্বৰ্গীয়) ডঃ ভূএগ্ৰাদেৱৰ লগতো চিনাকি কৰি দিয়ে। স্বাভাৱিকতে মই পুলিকিত আৰু উৎসাহিত হৈছিলোঁ। কাৰণ নাম আৰু প্ৰশংসাৰ কাৰণেই মই লিখা আৰম্ভ কৰোঁ। অৰ্থাৎ প্ৰেৰণা নহ'লে সকলোৰে ক্ষেত্ৰত সৃষ্টি সম্ভৱ নহয়, আৰু প্ৰথমতে প্ৰশংসাই যথেষ্ট প্ৰেৰণা দিব পাৰে।

অনাতাঁৰ কেন্দ্ৰৰ শ্ৰী সত্য প্ৰসাদ বৰুৱা আৰু শ্ৰী ফণী তালুকদাৰে তেনে এটা চিৰিজ লিখিবলৈ (আৱশ্যক মতে ৰেডিঅ'ত প্ৰচাৰৰ ব্যৱস্থা কৰিব) মোক কয়, য'ত টিপিকেল অসমীয়া ডাঙৰীয়ানীগৰাকী বৰ বোপাজন, বৰ আইদেউগৰাকীক বিষয় কৰি লোৱা হ'ব। যি হওক, লিখা নহ'ল।

ইয়াৰ পিছত নতুন অসমীয়াৰ সম্পা দক শ্ৰী কীৰ্তিনাথ হাজৰিকাদেৱৰ তাড়নাত 'কড়ি এঢাল খেলোঁ আহক' নামেৰে কড়িখেলৰ বিষয়ে প্ৰথম ৰচনাখন ধেমেলীয়া ধৰণত লিখোঁ। সেইবাৰো শ্ৰীযুত শৰ্মাদেৱে প্ৰশংসা কৰাৰ উপৰিও মোৰ লিখাৰ ঠাচটোৰে শলাগ লয়।

ইয়াৰ ভিতৰতে ৰম্যৰচনা, লঘুৰচনা, ৰসৰচনা, আদি বিভিন্ন নামেৰে সেই সময়ৰ আলোচনী, বাতৰি কাকতত বহুতো ৰচনা-লেখকৰ ৰচনা ওলায় আৰু নগাঁৱৰ পৰা ওলোৱা 'বিহলঙনি'য়ে তেনে ভালেখিনি ৰচনা প্ৰকাশত সূচল কৰি দিয়ে। শ্ৰী তিলক হাজৰিকা, শ্ৰী ললিত চন্দ্ৰ বৰা, শ্ৰী নৱকান্ত বৰুৱা, কুমাৰ মধুসূদন, শ্ৰী লীলা গগৈ, শ্ৰী হেম শৰ্মা আদি কেবাজনো লেখকে এই ক্ষেত্ৰত সুনাম কৰে আৰু কেবাখনো ৰচনা - সংগ্ৰহ

প্ৰকাশিত হয়।

এম-এ পাছ কৰি অহাৰ পিছত, সম্ভৱ ১৯৫৪ চনত দৰং জিলাৰ চতিয়াৰ ফালে ফুৰিবলৈ যাওঁতে, জামুগুৰি হাইস্কুলত (সম্ভৱ) শিক্ষকতা কৰি থকা শ্ৰী ৰাধিকা মোহন ভাগৱতীয়ে (বৰ্তমান ৰামধেনুৰ সম্পাদক) বাটত পাই গাৰ বলেৰে (এসময়ত শ্ৰী ভাগৱতীয়ে ব্যায়াম চৰ্চা কৰিছিল) ধৰি নি হাইস্কুলৰ ছাত্ৰ-শিক্ষকৰ আগত ৰচনাৰ বিষয়ে বক্তৃতা দিবলৈ লগাই দিয়ে। প্ৰাণ আৰু মানৰ ভয়ত কি ক'লোঁ পাহৰিলোঁ, কিন্তু পিছত নগাঁও কলেজত পণ্ডিতালিৰ কাম লৈ সোমোৱাৰ লগে লগে কলেজ আলোচনীৰ তেতিয়াৰ ছাত্ৰ সম্পাদক শ্ৰীমান অমূল্য নাথে তাক আকৌ মনত পেলোৱাৰ ব্যৱস্থা কৰে। তাৰ ফলস্বৰূপে 'ৰচনাৰ বিষয়ে এখন ৰচনা' কলেজ আলোচনী প্ৰকাশিত হয় আৰু এনে বিধৰ সম্ভৱ প্ৰথম আলোচনা হোৱাত ৰামধেনুৰ এটা প্ৰবন্ধত শ্ৰী জ্ঞানানন্দ শৰ্মাপাঠকদেৱে প্ৰসঙ্গক্ৰমে প্ৰবন্ধটোৰ উল্লেখ কৰিছিল।

কেইখনমান ৰচনা (মই তাহানি 'লাহতী ৰচনা' নাম দিছিলোঁ, কিন্তু কোনেও গ্ৰহণ নকৰিলে।) কিতাপ কৰি উলিওৱাৰ সুবিধা পালোঁ প্ৰাক্তন ছাত্ৰ, সুপৰিচিত গল্প লেখক শ্ৰীমান হেমকান্ত ভূঞাৰ দ্বাৰা নগাঁৱৰ প্ৰকাশন প্ৰতিষ্ঠান 'গ্ৰন্থ-বিপণী'ৰ যোগেদি। প্ৰকাশক শ্ৰী উপেন চন্দ্ৰ পাল চৌধুৰীয়ে সিদিনা এই সম্পৰ্কত ঘৰলৈ আহি ক'লে যে ছেক্স বেছি থকা অসমীয়া কিতাপহে পাঠকে কিনে। বাকীবোৰ পৰি থাকে। তথাপি তেখেতে এই নিৰামিষ ৰচনাখিনি প্ৰকাশ কৰিবলৈ আগবঢ়াত শলাগ ললোঁ।

পাণ্ডুলিপিৰ সমস্যাটো প্ৰত্যক্ষ লেখকৰ কাৰণেই হেঁচনিৰ দৰে। মোৰ কেবাখনো কিতাপৰ একাধিক পাণ্ডুলিপি প্ৰকাশৰ হাতত ঘৰ সলনি কৰি ফুৰোঁতে নিজৰ হাততে হেৰায়। তেনে বহুত লেখাৰ একাধিক পাণ্ডুলিপি কৰাৰ কাৰণে একেবাৰতে যিকেইজনৰ শলাগ ল'ব পাৰি, তাৰ ভিতৰত প্ৰথম নিজেই পাৰোঁ, দ্বিতীয়ত শ্ৰীমতী দীপ্তি, তাৰ পিছত বাবুল, অকণমান, কণ, ননী, চীনু আদি বহুত।

'সেই ডাঙৰীয়াজন'ত অলপ নতুন সংযোজন কৰা হ'ল। বাকীবিলাক ৰচনা একেই আছে। 'ৰচনাৰ বিষয়ে ৰচনা'খন বহলোৱাৰ সুবিধা আছিল ; কিন্তু সময়ৰ অভাৱত বঢ়াব নোৱাৰিলোঁ। এই ৰচনাবিলাক প্ৰকাশিত হোৱা আৰু প্ৰচাৰিত হোৱা বিহলঙনি, নতুন অসমীয়া, সঙ্গম, অসমী আই, আকাশী গঙ্গা আৰু আকাশবাণীৰ সৌজন্য স্বীকাৰ কৰিছোঁ।

'তেজীমলা' মহিম বৰা

আমোলাপট্টি, নগাঁও

বুদ্ধ-পৰ্ণিমা (২৩/৫/১৯৬৭)

# 'বৰযাত্ৰী'ৰ

১৯৮০

## বৰযাত্ৰী নোহোৱা সকললৈ ঃ

বিভিন্ন সময়ত লিখা কেইটামান ধেমেলীয়া গল্প একেলগে থুপাই উলিওৱাৰ সাহস কৰিলে 'অধ্যয়ন প্ৰকাশন'ৰ প্ৰকাশিকা শ্ৰীমতী ৰেজিনা চুলতানাই। লগে লগেই কাগজৰ দাম অন্যান্য বস্তুৰ দাম বঢ়াৰ উপৰিও দেশজুৰি আৰম্ভ হ'ল অসমৰ অস্তিত্ব ৰক্ষাৰ শেষ আন্দোলন। এতিয়ালৈকে কেইবাজনো কুমলীয়া ছাত্ৰ শ্বহিদ হ'ল, ভাৰত চৰকাৰে আজিলৈকে অসমৰ বিদেশী শাসকৰ দৃষ্টিৰেই গণ্য কৰি আহিল। অসমৰ ৰাজনৈতিক নেতাদল স্বাৰ্থ - সংৰক্ষণত ব্যস্ত। জাতীয় জীৱনৰ এই অপমৃত্যুৰ ছায়াৰ থিয় হৈও আমি হাঁহিবলৈ পাহৰা নাই, তাৰেই এটা ক্ষুদ্ৰ নিদৰ্শন এই সংকলনখন।

অধ্যাপক শ্ৰীযুত তিকল চন্দ্ৰ মজুমদাৰ আৰু অধ্যাপক শ্ৰীমান যোগেন্দ্ৰ নাৰায়ণ ভূঞাৰ নাম কিতাপখনৰ লগত জড়িত থাকিল। লগতে শ্ৰীমতী সান্ত্বনা মহন্তৰ শলাগ ললোঁ পাণ্ডুলিপিৰ কষ্টৰ কাৰণে।

মহিম বৰা

৭/১/৮০ তেজীমলা'

নগাঁও ঃ অসম

# 'কাঠনিবাৰী ঘাট'ৰ

১৯৬১

## ঘাটৰ বাটত ঃ

১৯৪৭ ৰ পৰা ১৯৬০ লৈ — ইয়াৰ ভিতৰত লিখা কেইটামান গল্প বা গল্প-প্ৰয়াস 'কাঠনিবাৰী ঘাট'। বাহিৰলৈ যোৱা দুই-এটা গল্পই প্ৰশংসাৰ টোপোলা দুই-এটা কঢ়িয়াই অনাত পুলকিত হৈ কি তাপ কৰিবলৈ যোৱা পাঁচ বছৰে লৰা-ঢপৰাথন কৰিলো। যথা নিয়মেই প্ৰকাশ নোলাল।

গল্প লিখি নাম ছপোৱা আৰু নামত জুই লগোৱাৰ ষড়যন্ত্ৰ বহুদিনৰে। সুবিধা নহ'ল, কাৰণ ইতিমধ্যে ডাঙৰ হৈ কেতবোৰ দেশী-বিদেশী ভাল গল্প পঢ়াৰ দুৰ্ভাগ্য হ'ল। ফলত গল্প লিখিবলৈ ল'লেই হাত-ভৰি কঁপে। 'আত্ম-শ্ৰী-কাতৰ' জীৱনটোৱেও কিবাকিবি লিখাৰ বাটত হেঙ্গাৰ ধৰি আহিছে।

যিটো কাম সহজ বুলি ভাবিছিলোঁ সঁচাকৈয়ে বেয়া গল্প লিখাও বৰ বিৰক্তিৰ কাম। একোটা গল্পৰ কাৰণে জীৱনলৈ কমখিনি ভো গ কৰিব লাগেনে? অৱশ্যে দক্ষসকলৰ কথা সুকীয়া।

. যাওক সেইবোৰ। আকৌ গল্প লিখাৰ জঁকটোৱে এবাৰ উক দিলে। নিয়মিত (হায়! নিয়ন্ত্ৰিত!!) চাহ চিগাৰেট আৰু 'কপি' কৰিবলৈ চিৰপ্ৰস্তুত এক 'নতুন উৎপাত'ৰ আবিৰ্ভাৱেই ইয়াৰ কাৰণ অৱশ্যে। আকৌ সিদিনা আবিৰ্ভাৱ হ'ল এজন ভদ্ৰবন্ধুৰ — মানে আপোনালোকে চিনেই — শ্ৰী ভদ্ৰ বৰাৰ, যি প্ৰকাশক এজন সাজি হ'লেও দিব বুলি পাণ্ডুলিপি লৈ গ'ল। আৰু প্ৰকাশক দিলেও।

এতিয়া প্ৰকাশকক আপোনালোকে জেপ উবুৰিয়াই আশীৰ্ব্বাদ কৰক। মই হিয়া উবুৰিয়াই দি থৈছোঁ। আৰু পঢ়ি সোৱাদ লগাৰ কিবা ভয় কৰিছে যদিও অভয় দিছোঁ - কাৰণ খোৱা বস্তু নহয় নহয়!

তেনেহ'লে আগবাঢ়ক। বাটত সময় নষ্ট নকৰোঁ। নমস্কাৰ।

নগাঁও ঃ ১৪ ব'হাগ
২৭/৪/৬১

মহিম বৰা

# ‘পাখি লগা দিন’ৰ

(১৯৮৯)

## পাখি গজাৰ আগৰ কথা ঃ

তেজপুৰৰ অধ্যাপক ইন্দ্ৰপ্ৰসাদ শইকীয়াৰ লগত আন এজন অধ্যাপক বন্ধুৱে আহি সৰু আঁচ পৰা বহী এখন দি ক'লে, “গল্প নিবিচাৰোঁ, কাৰণ আপুনি গল্প নিদিয়ে, কিন্তু সৰু কালৰ সোঁৱৰণী অলপকে দিয়ক। আমি গল্প সংকলন উলিয়াম তিনিমহীয়াকৈ। প্ৰত্যেকজন লিখকৰে তেনে সোঁৱৰণী দিয়াৰ ব্যৱস্থা কৰিছোঁ, প্ৰত্যেকখনতে।”

এলাহতে থাকি গৈছিল, হঠাৎ ওলালহি অধ্যক্ষ প্ৰদীপ শইকীয়া। আহিয়ে তৰ্জন-গৰ্জন, গল্প লেখা নাই কিয়? চাহ একাপ দি দুৰ্বাসাৰ খং মাৰ নিওৱাৰ পিছত ভাৱস্থিৰে জনালোঁ যে মোৰ লিখাৰ ক্ষমতা কেতিয়াবাই শেষ হ'ল। চাহত ঢোক মাৰি মুখখনলৈ সামান্য কোমলতা এটা আনি ক'লে,“তেনেহ'লে ‘মেমইৰচ’ লেখক। তাহানিৰ সমাজখন য'ত প্ৰকাশ পায়।” “কিন্তু কোনো পঢ়িব? প্ৰকাশ কৰিব কোনে?” “নালাগে প্ৰকাশ হ'ব, ময়ে পঢ়িম।”

যি কি নহওক, কলমত হাত দিয়াৰ লগে লগে দেখোন কথাবিলাক সৰসৰকৈ ওলাই আহিল আৰু খ মান শ্ৰেণী পাওঁতেই বহুত পৃষ্ঠা ভৰি গ'ল। তেওঁলোকে গল্পৰ লগত ইমান দীঘল জীৱন-স্মৃতি ছপাব নোৱাৰিব।

গতিকে বহুত ঘটনা এৰি চমু কৰিলোঁ। কিন্তু অধ্যাপক শইকীয়া নাহিল। ইতিমধ্যে সাহিত্য সভাৰ সভাপতিৰ নিৰ্বাচনৰ বাতৰি ওলোৱাত “মইনা”ৰ ফালৰ পৰা শ্ৰীযুত ডিম্বেশ্বৰ মহন্তই মোৰ আন কিতাপ নাপাই এইখিনি স্মৃতিকে ছপাবলৈ ওলাল। যোৱা বছৰ কলিয়াবৰ হাইস্কুলৰ সোণালী জয়ন্তী স্মৃতি-গ্ৰন্থত হাইস্কুলৰ চাৰিটা বছৰৰ স্মৃতি ওলাইছিল। সেইখিনিও ইয়াৰ লগতে যোগ দি “পাখি লগা দিন” সম্পূৰ্ণ কৰিলে। পাঠকৰ আগ্ৰহ হ'লে আৰু মোৰো লিখাৰ ইচ্ছা হ'লে — মাজৰ অংশ কেতিয়াবাকৈ সম্পূৰ্ণ কৰিম। আৰু পিছৰ অংশও কিজানি লিখিব পাৰো! অৱশ্যে কথা নিদিওঁ।

পাঠক সমাজলৈ আগতীয়াকৈ কাৰদম্ জনালোঁ। ইতি —

আমোলাপাট্টি ঃনগাঁওঃ অসম — মহিম বৰা

৭৮২০০১ — দেওবাৰ

৫৪০ শঙ্কৰাব্দ — ১২/২/৮৯

## 'হেৰোৱা দিগন্তৰ মায়া'ৰ

১৯৭২

'অসম বাণী'ৰ ৰঙালী বিহু সংখ্যাত (১৮৮৮ শক) এই উপন্যাসখন প্ৰকাশিত হৈছিল — তাড়না আছিল অগ্ৰজপ্ৰতিম শ্ৰীযুত তিলক হাজৰিকাৰ। প্ৰকাশৰ লগে লগে কেবাগৰাকী সহৃদয় পাঠক-পাঠিকাই উপন্যাসখনৰ সম্পৰ্কে মতামত আৰু উৎসাহ জনাইছিল। কেবাজনা সাহিত্যিক সমালোচকে উপন্যাসখন পৰিবৰ্ধিত কৰি কিতাপ আকাৰত প্ৰকাশ কৰিবলৈ পৰামৰ্শ দিয়ে। সাহিত্য সৃষ্টিৰ কাৰণে অতি প্ৰয়োজনীয় বস্তু হ'ল অফুৰন্ত আহৰিৰ। আমাৰ নিচিনা লিখকসকলৰ কাৰণে সাহিত্য কৰ্মটোতে খৰ মাৰি কৰা কাম। তথাপি বৰ্তমান অসমৰ এজন আগশাৰীৰ প্ৰকাশক শ্ৰীযুত বংশীধৰ শৰ্মাই কিতাপখন প্ৰকাশ কৰিবলৈ আগবঢ়ি আহিল। 'পুতলা ঘৰ'ৰ সম্পৰ্কত তেখেতৰ কথাৰ মূল্যৰ বিষয়ে ভালদৰে জানিছিলোঁ। গতিকে অশেষ পৰিশ্ৰম কৰি কিতাপখনৰ বৰ্তমানৰ ৰূপ দিবলৈ চেষ্টা কৰিছোঁ। কিমানদূৰ কৃতকাৰ্য্য হৈছোঁ — বিচাৰৰ ভাৰ পাঠক-সমালোচকৰ ওপৰত।

পাণ্ডুলিপিৰ কাৰণে শ্ৰীমতী বাসন্তী দেৱী শলাগৰ পাত্ৰী। লগতে বেটুপাতৰ শিল্পী শ্ৰীযুত ত্ৰৈলোক্য দত্ত দেৱলৈতে এইখিনিও ধন্যবাদ আগবঢ়ালো।

মহৰামুখলৈ মই যোৱা নাই। গতিকে তাৰ ভূগো লখিনি, চৰিত্ৰ আৰু কাহিনীৰ দৰে কাল্পনিক।

মহিম বৰা

(১৯৭২)

# ‘চিন্তা-বিচিত্ৰা’ৰ

## বাট-চ’ৰা ঃ

‘চিন্তা-বিচিত্ৰা’ তেৰটা সাহিত্য-সংস্কৃতি বিষয়ক প্ৰবন্ধৰ সংকলন। অসম প্ৰকাশন পৰিষদৰ জাননী অনুসৰি সাহায্য বিচাৰি ১৯৭৩ চনৰ জুলাই মাহত, পৰিষদৰ ওচৰত সংকলনটি আগবঢ়ালো। ১৯৭৪ চনৰ এপ্ৰিল মাহত কিতাপখনে অৰ্থসাহাৰ্য্যৰ বাবে পৰিষদৰ অনুমোদন লাভ কৰাৰ কথা সচিব মহোদয়ে জনোৱাত, আৱশ্যকীয় বিধি পালন কৰি প্ৰকাশন পৰিষদৰ লগত ২৪-৮-৭৪ তাৰিখে চূড়ান্ত চুক্তিপত্ৰত চহী কৰি কিতা পৰ এটা পাণ্ডুলিপি প্ৰেছলৈ পঠাওঁ।

লগে লগেই কেবাটাও দুৰ্যোগে জুমুৰি দি ধৰে। সেই সময়তে ৰেল- ধৰ্মঘট, ছপাৰ নিৰিখ বৃদ্ধি, কাগজৰ দুষ্প্ৰাপ্যতা, বিদ্যুৎ-সংকট আৰু প্ৰেছৰ কৰ্মীসকলৰ ধৰ্মঘাট আদি মিলি কিতাপখন যথা সময়ত প্ৰকাশ হোৱাত পলম কৰাৰ উপৰিও খৰচো অসম্ভৱ ৰূপে বাঢ়ি গ’ল। এই ব্যৱসায়িক কথাখিনি সকলোৱে জনাৰ প্ৰয়োজন আছে বুলিয়ে জনাই থলো।

সন্নিবিষ্ট দুই এটা আলোচনা অনাতাঁৰ কেন্দ্ৰৰ প্ৰয়োজনত লিখা। দুটা মান প্ৰবন্ধ অসমীয়া বিভাগৰ সন্মান ছাত্ৰ-ছাত্ৰীৰ কাৰণে বিভিন্ন গ্ৰন্থৰ সহায়ত যুগুত কৰা পাঠ্য-টোকাৰ পিচত কলেজ আলোচনীত প্ৰকাশৰ কাৰণে দিয়া বৰ্তমানৰ ৰূপ।

আন দুটামান আলোচনা সম্পৰ্কে কেইটামান জনাবলগীয়া কথা থাকিল।

‘শেৱালি’ৰ ওপৰত লিখা আলোচনাটো সেই সময়ত ‘ৰামধেনু’ৰ সম্পাদক শ্ৰীযুত বীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য আৰু লগতে সহ-সম্পাদক শ্ৰী ৰাধিকামোহন ভাগৱতীৰ ‘টেলিগ্ৰাফিক’ চিঠিৰ তাগাদাত পৰি অতি কম সময়ৰ ভিতৰতে (ওঠৰ দিন) সম্পূৰ্ণ কৰি দিব লগা হৈছিল। কবিৰ ব্যক্তিগত সান্নিধ্যলৈ অহাৰ সময়ত তেখেতৰ কবিতা বেয়া পাওঁ বুলি সদায়ে তেখেতৰ মুখৰ আগত মন্তব্য দি আহিছিলো। উত্তৰত কবিৰ মুখমণ্ডলত শিশুৰ দৰে সৰল মিচিকি হাঁহি এটা শেৱালী এপাহ ফুলাৰ দৰেই বিকশি উঠিছিল আৰু লগে লগে তৰুণ কবিসকলৰ নতুন কবিতাক দকচি সমালোচনা কৰিছিল। তেখেতৰ আকস্মিক বিয়োগত নগাঁও চহৰত যি অভূতপূৰ্ব শোক-যাত্ৰা আৰম্ভ হ’ল তাত আমি

কেবাজনেও সমদলৰ আগত থাকি 'শেৱালি' আৰু মাত্ৰ তিনিদিনৰ আগত প্ৰকাশিত 'চন্দ্ৰ হাৰ'ৰ পৰা কবিতা আবৃত্তি কৰি গৈছিলা। (মনত পৰাসকল হ'ল, শ্ৰীযুত সুৰেন্দ্ৰনাথ শৰ্মা (তেতিয়াৰ ডি.ডি. এচ), অধ্যাপক শ্ৰীযুত সৰ্বেশ্বৰ ৰাজগুৰু, অধ্যাপক শ্ৰীযুত জগৎচন্দ্ৰ শৰ্মা, অধ্যাপক শৰ মাধৱ কুম্ৰে, শ্ৰীমান খগেন মহন্ত।) প্ৰকৃততে সেইদিনাই তেখেতৰ কবিতাৰ প্ৰতি মোৰ দৃষ্টিভঙ্গিৰ সলনি হ'ল আৰু সাদিনৰ পিচত সম্পাদকৰ চিঠি পাই আলোচনাটো লিখিবলৈ আৰম্ভ কৰো। কলেজৰ পৰীক্ষাৰ কৰ্তব্যৰ মাজতো যাতে প্ৰবন্ধটোৰ কাম অব্যাহত থাকে তাৰ বাবে তেতিয়াৰ নগাঁও কলেজৰ অধ্যক্ষ শ্ৰদ্ধেয় শিক্ষাগুৰু শ্ৰীযুত যজ্ঞেশ্বৰ শৰ্মাদেৱে তেখেতৰ ক্ষমতাৰ ভিতৰত সম্ভৱপৰ সা-সুবিধাখিনি কৰি দিছিল, এই কথা কৃতজ্ঞতাৰে সোঁৱৰণ কৰিলো। মোৰ সীমিত জ্ঞান আৰু উপলব্ধিৰে লিখা এই আলোচনাটো কবিয়ে জীৱিত অৱস্থাত পঢ়িবলৈ পোৱা হ'লে কি এক পবিত্ৰ আনন্দৰ জেউতিৰে তেখেতৰ মুখমণ্ডল উদ্ভাসিত হৈ পৰিলহেঁতেন, সেই দৃশ্য কল্পনালৈ আনিলে আজিও অন্তৰ কাতৰ হৈ পৰে।

'গাওঁবুঢ়া'ৰ ওপৰত লিখা প্ৰবন্ধটো প্ৰকাশন পৰিষদৰ গোহাঞিবৰুৱা শত-বাৰ্ষিকী উপলক্ষে প্ৰকাশিত সমালোচনা গ্ৰন্থ, 'পদ্ম গোহাঞিবৰুৱা'ত সন্নিবিষ্ট হৈছিল। (১৯৭১চন)। এইখিনিতে পৰিষদলৈ আৰু গ্ৰন্থৰ সম্পাদক শ্ৰীযুত চন্দ্ৰ প্ৰসাদ শইকীয়াদেৱলৈ ধন্যবাদ জনাই থলো।

'পত্নী প্ৰসাদ' এই কিতাপৰ সম্পূৰ্ণ নতুন প্ৰবন্ধ আৰু ৰচনা কাল ১৯৮৩।

'অঙ্কীয়া নাটৰ সূত্ৰধাৰ' আৰু বিশেষকৈ 'চিহ্নযাত্ৰা' সম্পৰ্কীয় আলোচনাত শিক্ষাগুৰু ড° মহেশ্বৰ নেওগদেৱৰ "শ্ৰীশ্ৰী শঙ্কৰদে ৱ" গ্ৰন্থৰপৰা প্ৰয়োজন বিশেষে উদ্ধৃতি দিছো। প্ৰবন্ধটো ছপা হোৱাৰ পিচত এদিন হঠাৎ লগ পোৱাত প্ৰসঙ্গক্ৰমে তেখেত 'চিহ্নযাত্ৰা' নামৰ নাট এখনৰ অস্তিত্ব সম্পৰ্কে তেখেতৰ ইংৰাজী গ্ৰন্থ "শঙ্কৰদেৱ এণ্ড হিজ টাইমচ্" গ্ৰন্থত সন্দেহ প্ৰকাশ কৰিছে বুলি মোক জনায়। গ্ৰন্থখন বহুতদিনৰ পিচতহে পঢ়াৰ সুযোগ পোৱাত তেখেতৰ এই সন্দেহৰ কথা আলোচনাৰ যথাস্থানত উল্লেখ কৰিব নোৱাৰি দুঃখিত।

এই নাটৰ অস্তিত্ব বা নাটৰ ভাওনা সম্পৰ্কে চৰিত পুথিত দিয়া বিৱৰণৰ মৌলিক সত্যতাত মই বিশ্বাসী। সেই বিৱৰণৰ ভেটীত অঙ্কীয়া নাটৰ সূত্ৰধাৰৰ ক্ৰমবিকাশ বা অঙ্কীয়া নাটৰ সৃষ্টিত নাট্যকাৰৰ মৌলিকতা সম্পৰ্কে অৰ্থাৎ অঙ্কীয়া নাট যে জাতীয় সৃষ্টি স্বৰ্গীয় কালিৰাম মেধিদেৱৰ এই মন্তব্যৰ সমৰ্থনত যুক্তি দাঙি ধৰিবলৈ মই প্ৰয়াস কৰিছো।

এই সংকলনটো প্ৰকাশ কৰি উলিওৱাত নানা জনৰপৰা নানাভাৱে সহায় পাইছো। সকলোৰে নাম উল্লেখ কৰা সম্ভৱ নহয় যদিও প্ৰধানকৈ এই সকলৰ নাম ল'বই লাগিবঃ

অধ্যাপক শ্ৰীযুত তিলক চন্দ্ৰ মজুমদাৰ, অধ্যাপক শ্ৰীমান যোগেন্দ্ৰনাৰায়ণ ভূঞা (দুয়োজন নগাওঁ ছোৱালী কলেজৰ) অধ্যাপক শ্ৰীযুত থানেশ্বৰ শৰ্মা (এ. ডি. পি. কলেজ, সংস্কৃত বিভাগ) শ্ৰীমান নন্দ শইকীয়া, ছাত্ৰ শ্ৰীমান কেশৱচন্দ্ৰ শৰ্মা বৰুৱা, বৰ্তমান নগাঁও কলেজৰ অধ্যক্ষ শ্ৰীযুত মুহিধৰ শইকীয়াদেৱ আৰু সংস্কৃত বিভাগৰ অধ্যাপক শ্ৰীযুত দীনেশ চন্দ্ৰ দত্তদেৱ। ( মোৰ দোষ-ত্ৰুটিৰ লগতে এই সকলৰ নাম জড়িত নহয়।)

আমাৰ নিম্ন-মধ্যবিত্ত পৰিয়ালৰ এশ-এটা জুমুৰিৰ মাজত সাহিত্য-চিন্তা-চৰ্চা এক মহা বিড়ম্বনা! বিশেষকৈ শিক্ষক-লিখকৰ ক্ষেত্ৰত ই য়ো এক বিলাসিতাই। ইয়াৰ বাবে পৰিয়ালৰ প্ৰত্যেকেই নানা ধৰণে ত্যাগ স্বীকাৰ কৰিবলগা হয়। এনে ত্যাগ কষ্টৰ এটা সামাজিক স্বীকৃতিৰ থকা উচিত বুলি ভাবিয়ে পৰিয়ালৰ সকলোৰে বিশেষকৈ শ্ৰীমতী দীপ্তিৰ এইখিনিতে শলাগ ললো।

প্ৰেছৰ কৰ্মী আৰু স্বত্বাধিকাৰী শ্ৰীযুত কালীচৰণ পাল ডাঙৰীয়া নান ফালৰপৰা ধন্যবাদাৰ্হ। এই প্ৰেছৰ সম্পৰ্কলৈ অহাসকলে জানে যে এই সম্পৰ্ক অকল ব্যৱসায়িক লেন-দেনৰেই নহয়।

অনিচ্ছাকৃত ভুলৰ চকুত পৰাবিলাকৰ শুধৰণি কিতাপৰ শেষলৈ দিছো আৰু এনে ভুলৰ বাবে সদাশয় পাঠক-পাঠিকাৰ ওচৰত ক্ষমা বিচাৰিছো।

ইতি -

‘তেজিমলা’

১৯৭২ শকৰাব্দ ঃ ভাদ

১৯৭৫ চন ঃ চেপ্তেম্বৰ

নগাঁও ঃ অসম

মহিম বৰা

সাক্ষাৎকাৰ ঃ প্ৰান্তিক

# সাহিত্যিক মহিম বৰাৰ সৈতে মুখামুখি

**"জীৱনৰ মূল সুৰটো দুখৰ আৰু বেদনাৰ ; হাঁহিটো তাৰ বাহিৰৰ আবৰণ।**

ৰামধেনু যুগৰ অন্যতম সাহিত্যশিল্পী, 'কাঠনিবাৰী ঘাট', হেৰোৱা দিগন্তৰ মায়া'ৰ দৰে সহজ আন্তৰিকতাৰ ভাবেৰে সমৃদ্ধ গল্প-উপন্যাসৰ স্ৰষ্টা মহিম বৰাদেৱ অসমীয়া সাহিত্যৰ পঢ়ুৱৈ মাত্ৰৰেই পৰম শ্ৰদ্ধাৰ ব্যক্তি। তেখেতৰ উপন্যাস আৰু গল্পসমূহে শিল্পনৈপুণ্য আৰু স্বকীয় জীৱনবোধৰ যোগেদি পঢ়ুৱৈ আৰু সমালোচকসকলৰ সততে দৃষ্টি আকৰ্ষণ কৰিছে। 'এধানি মাহীৰ হাঁহী' উপন্যাসৰ যোগেদি তেখেতে অলপতে সাহিত্য একাডেমীৰ বঁটা লাভ কৰিছে। ইয়াৰ আগতেও তেখেতলৈ অসম প্ৰকাশন পৰিষদ বঁটা, অসম উপত্যকা সাহিত্য বঁটাৰ বাহিৰেও আন কেইবাটাও গুৰুত্বপূৰ্ণৰ্ণ পুৰস্কাৰ আগবঢ়োৱা হৈছে। ১৯৮৯ চনত তেখেতে ডুমডুমাত অনুষ্ঠিত অসম সাহিত্য সভাৰ অধিবেশনতো সভাপতিত্ব কৰিছিল। এনে এগৰাকী বৰেণ্য সাহিত্যিকৰ সৈতে দুঘণ্টামান সময় কথা পাতিবলৈ পোৱাটো আমাৰ জীৱনৰ কাৰণে এক অন্যতম সুখকৰ অভিজ্ঞতা হৈ থাকিল। মহিম বৰাদেৱৰ সৈতে অলপতে হোৱা আমাৰ এই কথা-বাৰ্তাৰ কিছু নিৰ্বাচিত অংশ প্ৰান্তিকৰ পঢ়ুৱৈসকললৈ আগবঢ়োৱা হ'ল।

● **সাহিত্যিক জীৱনৰ এই সুদীৰ্ঘ পৰিক্ৰমাৰ শীৰ্ষত পদাৰ্পন কৰি আজি আপোনাৰ কোনে অনুভৱ হৈছে?**

❑ হতাশা আৰু শূন্যতা। মই আগৰ জীৱনত কিছু কষ্ট কৰিব পৰা হ'লে কিজানি বাইজে ভাল পোৱাকৈ আৰু দুখনমান কিতাপ লিখিব পাৰিলোহেঁতেন। মনৰ ভিতৰৰ সকলোখিনি কথা প্ৰকাশ কৰিব নোৱাৰিলো ; ভিতৰত আৰু কিছু কল্পনা আছিল..।

● **আপুনি কেইবাটাও শীৰ্ষস্থানীয় বঁটাৰ গৰাকী। প্ৰতিটো পুৰস্কাৰ পোৱাৰ পাছত**

আপোনাৰ কেনে অনুভৱ হয়?

☐ শেহতীয়াকৈ সাহিত্য একাডেমীৰ বঁটাও পালো। পিছে পত্নী জীয়াই থকাৰ সময়ত বঁটাই যিটো আনন্দ আনিছিল, সেইটো আনন্দ এই বঁটাৰ পাছত যেন লাভ কৰিব পৰা নাই।

আমি যেতিয়া লিখিবলৈ লৈছিলো, তেতিয়া বঁটা-বাহনৰ প্ৰশ্ন নাছিল, জীৱনৰ অভিজ্ঞতাসমূহক প্ৰকাশ কৰিবৰ কাৰণে সাহিত্য সৃষ্টিত হাত দিছিলোঁ। সৃষ্টিৰ আনন্দটোৱেই মূল কথা; বঁটা-বাহন 'ফাও', এইটো উপৰুৱা লাও। কিন্তু এই বঁটা বাহনৰ লগত যিহেতু আৰ্থিক সকাহো জড়িত হৈ আছে, গতিকে কিবা এটা ব্যৱহাৰিক মূল্য আছে, কিন্তু অকল নামযশৰ কাৰণে বা সম্বৰ্ধনা গ্ৰহণ কৰিবৰ কাৰণে যদি কোনোবা লেখকে সৃষ্টি আৰম্ভ কৰে তেনেহ'লে তেনে সৃষ্টি ক্ষণস্থায়ী হ'ব। ডেকা বয়সত নামটো বিচাৰিছিলোৱেই, — সকলোৱে মোৰ নাম লওক, মোক কবি বোলক, সাহিত্যিক বোলক; কিন্তু শেষ বয়সত থিয় হৈ দেখিলো, — সেইবিলাক লগত যোৱা বস্তু নহয়।

● আপোনাৰ লেখাত জনজীৱনৰ বাস্তৱ চিত্ৰৰাজি সহজ-সৰলকৈ আৰু এক অনুপম শিল্পীনৈপুণ্যৰে উপস্থাপিত হয়। ইফালে কেইবাটাও সৃষ্টিত লক্ষ্য কৰোঁ পৰিবেশ এটাৰ ৰসাল শৈল্পিক উপস্থাপন. কিন্তু তাৰ মাজতো ক'ৰবাত যেন আছে এক বিষণ্ণতাৰ বোধ?

☐ মই যিখন সমাজত বাস কৰিছিলোঁ, মোৰ গাঁওখন, মোৰ চাৰিওফালৰ মানুহবোৰৰ জীৱনচিত্ৰ নিজে-নিজেই প্ৰোথিত হৈছিল মোৰ মনত সেই সমাজৰপৰা সেই মানুহবোৰ ৰপৰা । বিভিন্ন প্ৰতিকূল পৰিস্থিতিৰ মাজত থাকিও মানৱতাৰ অমৃতৰে ভৰাই ৰাখিব পাৰিছিল তেওঁলোকে তেওঁলোকৰ ওঅন্তৰবোৰ। সেই কথাটোৱে মোক সদায় তেওঁলোকৰ প্ৰতি আকৰ্ষিত কৰি ৰাখিছে। মই নিজেও অতি কম বয়সৰ পৰা বহুখিনি জীৱনসংগ্ৰামত আত্মানিয়োগ কৰি আহিছোঁ — মোৰ মনৰ বিকাশো এইদৰেই হৈছিল।

মোৰ লেখাত ৰসাল ভাব-ভাষাৰ প্ৰয়োগ মোৰ এটা ধৰ্ম ; তুমি ঠিকেই কৈছা ভিতৰত দুখৰ সুৰ এটা বাজি থাকে। জীৱনৰ দুখৰ কথা একোটা এটা হাঁহিৰো কাৰণ হ'ব পাৰে। জীৱনৰ মূল সুৰটো দুখৰ আৰু বেদনাৰ ; হাঁহিটো তাৰ বাহিৰৰ আৱৰণ।

● আপোনাৰ সাহিত্যিকজীৱনৰ সূচনা কেনেকৈ হৈছিল?

সৰুকালত; আমাৰ আদবয়সত আলোচনীৰ সংখ্যা খুব কম আছিল, গতিকে স্কুলীয়া জীৱনত কোনো আলোচনী-পত্ৰলৈ লেখা পঠোৱা হোৱা নাছিল। হাতেলিখা আলোচনীত লেখা প্ৰকাশ কৰিছিলো। হাইস্কুলত থাকোঁতে সপ্তম শ্ৰেণীত প্ৰথম গল্প এটা লিখিছিলো।

তেতিয়া নিয়ম নীতি- কঠোৰ, শিক্ষকসকলৰো দৃষ্টি আকৰ্ষণ কৰিছিলো আৰু মই বৰ উৎসাহিত অনুভৱ কৰিছিলো। পাছত কলেজত থাকোঁতে হাতেলিখা আলোচনীত প্ৰকাশিত এটা গল্পই, বিশেষকৈ শ্ৰদ্ধেয় মহেশ চন্দ্ৰ দেৱগোস্বামীদেৱৰ দৃষ্টি আকৰ্ষণ কৰাত মোৰ আত্মবিশ্বাস দুগুণে বাঢ়িল। ইয়াৰ পাছত মই 'বৰদৈচিলা' লৈ (১৯৪৪-৪৫ চনত) এটা গল্প পঠাইছিলো ; লগৰ বন্ধুবিলাকে হাঁহিছিল — "জইন মৰা"। বহুদিনৰ পাছত কোনো এজন পাঠকৰ মুখত জানিছিলো যে সেইটো প্ৰকাশ হৈছিল, কিন্তু মই পঢ়িবলৈ নাপালো। ...গল্পটো এটা সঁচা ঘটনাৰ আলমত লিখা হ'লেও তাত কোনোবা বাংলা আলোচনীত পঢ়া ফৰাছী গল্প এটাৰ প্ৰভাৱ কেনেকৈযে পৰিছিল. সেই কথাটো এতিয়া এই বয়সতহে মই চিন্তা কৰি পাইছিলো।

● গল্পকাৰ আৰু ঔপন্যাসিক হিচাপে আপোনাৰ প্ৰথম পৰিচয় হ'লেও আপুনিতো সাহিত্যৰ অনেক কৰ্মক্ষেত্ৰতে প্ৰবৃত্ত ?

❑ সাহিত্যৰ প্ৰতিটো ফৰ্মৰে প্ৰয়োজন থাকে মোৰ ক্ষেত্ৰত। জীৱনৰ বহু বিচিত্ৰ অভিজ্ঞতাৰ সমাবেশ উপন্যাসত ঘটে। ঔপন্যাসিক এজনে বহুতো কথা জানিব লাগে - - জীৱনৰ খুঁটি-নাটি। নহ'লে তেওঁৰ অভিজ্ঞতা পুৰঠ নহয়। তথাপি 'হেৰোৱা দিগন্তৰ মায়া' আৰু শেহতীয়া 'এধানি মাহীৰ হাঁহি' সম্ভৱস্থলত কৰিব পৰা সূক্ষ্ম পৰ্যবেক্ষণৰ অভিজ্ঞতাৰ আৰ্হিত লিখা হ'ল। তদুপৰি মোৰ ছখনমান উপন্যাস হাতেলিখা অৱস্থাতে নষ্ট হৈছে। সুবৃহৎ উপন্যাস এখন মুঠ ছবছৰ ধৰি লিখিছিলো আৰু ছবাৰ 'ৰিভাইজ' কৰিছিলো। প্ৰকাশক গৰাকী ঢুকাল আৰু দুকুৰি বছৰেও সেইখন ওলটাই নাপালো। প্ৰায় ৩০০ পৃষ্ঠাৰ (ফুলস্কেপ কাগজত) সেই পাণ্ডুলিপিটোৰ ছবহু কপি মই ৰাখিব পৰা নাছিলো। তাৰ আগতেও কিছু লিখিছিলো — মোৰ ঘৰুৱা বিপৰ্যয়ৰ সময়ত সেইখিনি হয় এন্দুৰে খালে, ন হয় ক'ৰবাত সোমাই আছে। 'চাহবাগানৰ গান', 'নাম নোহোৱা' - এইবিলাকৰ পাণ্ডুলিপি আছে ক'ৰবাত। প্ৰকাশকৰ পৰা ঘূৰাই নোপোৱাখনৰ নাম দিছিলো দেৱকান্ত বৰুৱাৰ কবিতাৰ শাৰীৰ পৰা— 'খেলিমেলি এই উপন্যাস'। কলেজৰ বৃত্তি, ঘৰুৱা কাম-কাজ, — এইবোৰৰ মাজত বৰ কষ্টেৰে লিখা হৈছিল ; তাত চীনা আক্ৰমণৰ বিষয়ে আছে। অৰুণাচললৈ নোযোৱাকৈ কিতাপ- পত্ৰ পঢ়ি পশ্চাদ পটটো গঢ়ি তুলিছিলো।

আৰম্ভণিতে ডিটেক্টিভ উপন্যাসো লিখিছিলো। চেমনীয়া মনৰ আচৰিত ধৰণৰ কল্পনাশ্ৰয়ী মন এটা তাত সোমাই আছিল। আমি পঢ়া গোলাই ছিৰিজে তাত প্ৰভাৱ পেলাইছিল।

লাহতী ৰচনা লিখিছোঁ — Belle Letters ! প্ৰয়াত যজ্ঞেশ্বৰ শৰ্মা ছাৰে 'লাহতী ৰচনা', — এই নামটো গ্ৰহণ কৰি গৈছে। অনাঁতাৰ নাটো লিখিলো। 'অমৰ চকুলো'

'লাৰুগোপালৰ প্ৰেম, বিবাহ আৰু ঘৰ-সংসাৰ', লগতে 'পদুম কুঁৱৰী', 'নিৰ্মল ভকত', ভীম চৰিত' আদিৰ অনাঁতাৰ ৰূপ এনে দহ-বাৰখন নাট লিখা হৈছিল, জনপ্ৰিয়ও হৈছিল।

কবিতাৰো প্ৰয়োজন মোৰ কাৰণে। কবিতা ভাব অনুভূতিৰ বাহক ; গল্পত ভাব, অনুভূতিৰ লগতে কল্পনা আৰু বাস্তৱ জীৱনক দাঙি ধৰিব পাৰি। ইফালে বিস্তৃত জীৱনৰ চিত্ৰ দাঙি ধৰিবলৈ উপন্যাস লিখোঁ।

● কবিতা কিয় কম লিখে?

বছৰত এটামান লিখা হয় হয়তো। কবিতাৰ বাবে অনুভূতিৰ খুন্দা লাগে। এই অনুভূতিৰ খুন্দাই কি ৰূপ ল'বলৈ মই লগে লগে ক'ব নোৱাৰোঁ। গল্পৰ মাজেদি ইয়াক প্ৰকাশ কৰিম নে কবিতাৰ যোগেদি। এই খুন্দাবিলাকে মোক ভূতে লম্ভাদি লম্ভিব লাগিব, তেহে লিখাত বহিব পাৰোঁ। 'ৰঙা জিয়া' তেনে এক 'মুড'ত লিখা ..... শৈশৱৰ স্বপ্নবোৰ যৌৱনত এখন কোনো কাল্পনিক প্ৰেমিকাৰ মুখ হৈ যেন 'ৰঙা জিয়া' মোৰ পাছৰ বয়সৰ ৰচনা। যৌৱনোত্তৰ । মানুহ স্বপ্নবিলাক এটা এটাকৈ জীৱনত (বাস্তৱত) শেষ হৈ যায়। তথাপি যেন কিবা এটা থাকি যায়, যিটো মৃত্যুৰ লগে - লগেহে চিতাৰ ধোঁৱাৰ লগে লগে আত্মাৰ গৰাকী হ'বগৈ।

● 'এধানি মাহীৰ হাঁহি'ৰ মাহীগৰাকী আৰু অন্যান্য চৰিত্ৰসমূহ তথা ইয়াৰ পশ্চাদপটটোৰ সৈতে আপোনাৰ নিজৰ সম্পৰ্ক এটা আছেনে কি?

❑ আছে। কিন্তু বৰ্ণনাতহে আছে। এগৰাকী মাহী নহয়, মাহী পেহী, খুৰী, — এই সম্পৰ্কীয় যিসকল লোক, তেওঁলোকৰ ভিন-ভিন চৰিত্ৰৰপৰা ইটো অংশ - সিটো অংশ আনি এধানি মাহীৰ চৰিত্ৰটোৰ ৰূপ দিছোঁ। তেওঁৰ জীৱনৰ যিখিনি ঘটনা মোৰ কোনো মাহীৰ বাস্তৱ কাহিনীত নাই। কিন্তু নৰ মামাৰ দৰে লোক , এধানি মাহীৰ দৰে মৰমিয়াল, পৰোপকাৰী অন্তৰৰ নাৰী সমাজত আছে। এতিয়াও আছে।

● আমাৰ বৰ্তমান সামাজিক আৰু সংস্কৃতিক পৰিবেশটোৰ বিষয়ে আপোনাৰ অভিমত?

❑ বিজ্ঞানৰ ন-ন আবিস্কাৰে আমাৰ জীৱনৰ পথটো সলনি কৰিছে। স্বাভাৱিকতে পৰিৱৰ্তন আহিবই। তাৰ মাজতেই কিছু ভাল কাম কৰিব পৰাটোহে ডাঙৰ কথা। হয়তো আমাৰ মনুষ্যবোধৰ কিছু অৱক্ষয় হৈছে। অসমৰ মানুহৰ মনটো মূলতঃ ভকতীয়া, তেওঁলোকে জীয়া মাছ এটা মাৰি খাবলৈও ভাল নাপায়। ইমৰান হুচেইনৰ এটা গল্পত পাওঁ — এজন মানুহে পাৰ এযোৰ মাৰিবৰ কাৰণে গোটেই গাঁৱত মানুহ বিচাৰি ফুৰিছে। আমি তেনেকুৱা মানুহ। সামাজ বিজ্ঞানীয়ে চিন্তা কৰক আমাৰ এই নৈতিকতাৰ স্খলন কিয় হৈছে। সাহিত্যিকে নিজৰ বিবেচনাশক্তিৰে তাতো পোহৰ পেলাব লাগিব।

● জ্ঞানপীঠ বঁটা লাভ কৰোঁতে মামণি ৰয়ছম গোস্বামীৰ সাহিত্যিকৰ্মৰ বিষয়ে আপোনাৰ অভিমত ?

❑ তেওঁ মোৰ কাৰণে এটা বিস্ময়। মই ভাবোঁ, আমাৰ সময়ৰ তেওঁ এটা বিস্ময়কৰ প্ৰতিভা।

● নতুনচাম সাহিত্যিকৰ সাহিত্যৰাজিয়ে আপোনাক উৎসাহিত কৰেনে ?

❑ বহুতো প্ৰতিশ্ৰুতিসম্পন্ন লেখক -লেখিকা ওলাইছে। তেওঁলোকৰপৰা পঢ়ুৱৈ ৰাইজে ভৱিষ্যতে বহুখিনি আশা কৰে। মাটি, বোকা-পানীৰ পৰা আৰম্ভ কৰি জীৱনৰ সকলো অভিজ্ঞতা তেওঁলোকে সঞ্চয় কৰক ; যিমানখিনি সম্ভৱ আহৰণ কৰিহে হাতত কলম ল'ব লাগিব ; অকল কিতাপ পঢ়ি পোৱা জ্ঞানেৰে সাৰ্থক সৃষ্টি কৰাটো সম্ভৱ নহয়।

● আপোনাৰ সামগ্ৰিক ব্যক্তিসত্তাক সৰ্বদিশতে প্ৰভাৱ পেলোৱা প্ৰধান ব্যক্তিসকল কোন ?

❑ মোৰ মাতৃ আৰু মোমাইদেউ। লগতে দুগৰাকীমান বিশেষ শিক্ষাগুৰু – গিৰিকান্ত মহন্ত, খৰ্গেশ্বৰ গোস্বামী, পুষ্পকান্ত খাউণ্ড, ৰমেশ চন্দ্ৰ চক্ৰৱৰ্তী। সাহিত্যৰ ক্ষেত্ৰত হেম বৰুৱা আৰু নৱকান্ত বৰুৱা।

সকলো দিশতে মূল প্ৰভাৱ কিন্তু আহিছিল মাতৃৰ পৰা। মাতৃ বৰ ৰুচিসম্পন্না আৰু সংস্কৃতিআশ্ৰয়ী আছিল। উচ্চ আশা আছিল তেওঁৰ শিৰৰ ভূষণ। বহু সাংসাৰিক দুখ-যন্ত্ৰণাক সেয়েহে সহজে জয় কৰিব পাৰিছিল। তীব্ৰ অভাৱৰ সময়তো নিজৰ ৰুচিবোধ, অভিজাৎ বোধক স্খলিত হ'বলৈ দিয়া নাছিল মোৰ মাতৃয়ে। মোৰ সাহিত্যকৃতিৰ গুৰিতো আছে মাতৃৰ প্ৰোৰেণা। মই এম. এ. পাছ কৰি কলেজত সোমাওঁতেই তেওঁ পৰলোকগামী হয় ; সেইটো আঘাতেই মোৰ জীৱনৰ গতি বহুখিনি সলনি কৰি দিলে।

সাক্ষাৎকাৰ গ্ৰহণ কৰোঁতা ঃ
**দীপকজ্যোতি বৰুৱা**
সম্পাদক, প্ৰজ্ঞাদ্বীপ
নিজৰাপাৰ, জাগীৰোড — ৭৮২ ৪১০

---

*লিখক জীয়াই থাকে, পাঠকৰ মনমত। শিক্ষক জীয়াই থাকে, ছাত্ৰৰ মনমত লিখকৰ মৃত্যু হয়, কিন্তু পাঠক সদায়ে অমৰ।* — মহিম বৰা

সাক্ষাৎকাৰ ঃ ৰূপান্তৰ

# প্ৰখ্যাত গল্পকাৰ শ্ৰীমহিম বৰাৰ সৈতে এটি সাক্ষাৎকাৰ

সাক্ষাৎকাৰটো গ্ৰহণ কৰিছে অধ্যাপক শ্ৰী শৰৎ বৰকটকীয়ে

গল্পকাৰ মহিম বৰা- অসমৰ পাঠক সমাজৰ বহু পৰিচিত জনপ্ৰিয় গল্পকাৰ। চল্লিছৰ দশকৰ পৰাই মহিম বৰাই অসমীয়া চুটি গল্পৰ এটা নতুন ধাৰাৰ সূচনা কৰে। গল্পকাৰ শ্ৰীযুত মহিম বৰা এজন প্ৰখ্যাত কবিও। 'ৰঙা জিয়া'ৰ কবিতা পঢ়ি কলিকতাৰ শান্তি নিকেতনৰ শ্ৰী ক্ষীতিশ ৰায়ে লিখিছিল, 'ৰঙা জিয়াৰ কয়েকটি কবিতা পাঠ কৰে মনে হ'ল সকলেই কবি নয়, কেউ কেউ কবি।" আন দহজন অসমীয়া আধুনিক কবিৰ দৰে তেখেতে আবেগেই প্ৰকাশ কৰা নাই জীৱন আৰু জগত সম্বন্ধে ব্যক্তিগত অভিজ্ঞতাৰে এনেভাৱে কবিতাত চিত্ৰিত আৰু ৰূপায়িত কৰিছে যাৰ দ্বাৰা পাঠকৰ মনত এটা দীৰ্ঘস্থায়ী আলোড়নৰ সৃষ্টি হয়। সদায় প্ৰচাৰৰ পৰা আঁতৰি ফুৰিব বিচৰা এইজনা কবি আৰু গল্পকাৰ মহিম বৰাৰ জীৱন-আৰম্ভ হৈছিল নানান সংঘাটৰ মাজেদি। ঘৰুৱা সমস্যা, স্বাধীনতাৰ আন্দোলনৰ চাকনৈয়াত সোমাই নানান অভিজ্ঞতাৰে জীৱনৰ বাটত খোজ কাঢ়িছিল। ১৯২৬ চনত জন্ম লাভ কৰা গল্পকাৰ মহিম বৰাই হাইস্কুলীয়া জীৱনৰ সোঁৱৰণীত কৈছে 'ৰঙা কেৰাচিন, হাৰিকেন লেম্প নজ্বলে। প্ৰকাণ্ড একোটা পিতলৰ চাকিত ৰঙা কেৰাচিন ভৰাই ধোঁৱাৰ মাজত সোমাই ৰাতি পঢ়ো। এনেকৈ পঢ়িয়েই ১৯৪৪ চনত কলিয়াবৰ উচ্চ মাধ্যমিক বিদ্যালয়ৰ পৰা প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। ১৯৪৬ চনত নগাঁও মহাবিদ্যালয়ৰ পৰা ইনটাৰমেডিয়েট আৰু ১৯৪৮ চনত কটন মহাবিদ্যালয়ৰ পৰা বি. এ. ডিগ্ৰী লাভ কৰে। ১৯৫২ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰা এম. এ. ডিগ্ৰী লাভ কৰে। ১৯৫৪ চনত নগাঁও মহাবিদ্যালয়ৰ অধ্যাপক হিচাপে যোগদান কৰে আৰু ১৯৮৭ চনত অধ্যাপনাৰ পৰা অৱসৰ গ্ৰহণ কৰে।

সপ্তম মানত পঢ়ি থাকোতে হাতে লিখা আলোচনীত 'মলয়া'তপ্ৰকাশ হোৱা 'হাভনাৰ

চুৰট' নামৰ গল্পটোৱেই গল্পকাৰ মহিম বৰাৰ প্ৰথম প্ৰকাশিত গল্প। মহিম বৰাৰ গল্পৰ বিশেষ বৈশিষ্ট্য হ'ল গাঁৱৰ নিম্নবিত্ত জীৱনৰ পৰিবেশ, চৰিত্ৰ নিখুঁত ৰূপত অংকন কৰা। প্ৰতিটো বসোত্তীৰ্ণ গল্পত থাকে প্ৰত্যক্ষ অভিজ্ঞতাৰ ফচল।

ইতিমধ্যে গল্পকাৰ মহিম বৰাৰ 'কাঠনিবাৰীৰ ঘাট' নতুন দিল্লীৰ 'নেচনেল বুক ষ্ট্ৰটে বঙালী, উৰিয়া, মাৰাঠী ভাষালৈ অনুবাদ কৰি প্ৰকাশ কৰিছে। ভাৰতৰ কেইবাখনো আগশাৰীৰ আলোচনীত মহিম বৰাৰ গল্প আৰু কবিতা ইংৰাজী, হিন্দী আৰু কেইবাটাও আঞ্চলিক ভাষালৈ অনুদিত হৈছে। শ্ৰীযুত বৰাৰ নগাঁৱৰ ঘৰত এদিন গধূলি উপস্থিত হ'লো। হাতত কেইটামান প্ৰশ্নলৈ। শ্ৰীযুত বৰাদেৱে বৰ আথেবেথে প্ৰশ্নকেইটা পঢ়িলে আৰু গভীৰ আন্তৰিকতাৰে উত্তৰ দি গ'ল। গল্পকাৰ মহিম বৰাই লগতে উল্লেখ কৰিলে যে এনেধৰণৰ সাক্ষাৎতকাৰ তেখেতে এইটোৱেই শেষবাৰৰ বাবে দিলে। অসমৰ প্ৰখ্যাত গল্পকাৰ মহিম বৰাৰ সৈতে হোৱা সাক্ষাৎকাৰটি তলত দিয়া হ'ল।

প্ৰশ্ন ঃ *আপুনি অসমৰ পঢ়ুৱৈসমাজৰ বহু পৰিচিত জনপ্ৰিয় গল্পকাৰ। আপোনাৰ গল্পৰ দৰ্শন সম্বন্ধে আপোনাৰ নিজা অভিমত কি?*

মহিম বৰা- 'গল্প - দৰ্শন'ৰ মাজেদি ফুটি উঠা জীৱন সম্পৰ্কীয় মোৰ নিজা দৃষ্টিভংগী বুলিয়ে ধৰিব পাৰো নিশ্চয়। ৰচনাৰ মাজেদি লিখকজনৰ জীৱনৰ মৰ্মবাণীৰ ইঙ্গিতময় প্ৰকাশ থাকে। জীৱন আৰু জগত সম্পৰ্কে তেওঁৰ একান্ত নিজা যি অভিজ্ঞতা, সি যিমানেই সীমিত নহওক কিয় তেওঁৰ সৃষ্টিৰ মাজেদি নিৰ্যাসৰ দৰে বিয়পি থাকিব পাৰে। স্ৰষ্টাৰ জ্ঞাতে বা অজ্ঞাতে হ'লেও। জীৱনৰ মন্থনৰ মাজেদিহে সৃষ্টি সম্ভৱ।

মই সৰুকালতে জনা মোৰ চিনাকি মানুহবোৰ জীৱনৰ দুখ-কষ্ট, হাঁহি-আনন্দ, ঈৰ্ষা, ঘৃণা, কপটালি, চতুৰালি তেওঁলোকৰ স্বপ্ন-কল্পনা, আৰু স্বপ্ন-ভঙ্গৰ বেদনাসমূহৰ লগত মই ঘনিষ্ঠভাৱে জড়িত হৈছিলো। তাহানিৰ 'আৱাহন' আদিৰ গল্পবিলাকত এই চিনাকি জীৱনবিলাকৰ ছবি নেদেখি প্ৰতিজ্ঞা কৰিছিলোঁ, ডাঙৰ হ'লে ময়ো গল্প লেখিম আৰু এই জীৱনবোৰক গল্পৰ মাজেদি ৰূপায়িত কৰিম।

কাৰ্যতঃ হৈ নুঠিল। এই জীৱনবোৰৰ বিচিত্ৰ ৰূপ গল্পৰ মাজত ধৰি ৰখা টান। একমাত্ৰ বেজবৰুৱাই পাৰিছিল, তথাপি সেই সকলো বিলাকৰে নিটোল কলা ৰূপ দিয়াত বেজবৰুৱাও সকলো সময়তে কৃতকাৰ্য হোৱা নাছিল। আশা-আকাংক্ষা সকলোৰে একে, ৰেহৰূপ মাত্ৰ বেলেগ। কিন্তু মোৰ অভিজ্ঞতা অৰ্থাৎ মই জনা জীৱন বিলাকৰ ক্ষেত্ৰত সকলোবোৰ পৰিণতি প্ৰায় একে ধৰণৰ একো একোটা সৰু হুমুনিয়াহ পৰাজয়ৰ। তথাপি এই মানুহবোৰে পৰাজয় মানি লোৱা নাই। শেষলৈকে জীৱন যুঁজখন চলাই গৈছে। মোৰ

মতে তেনে সকলেই প্রকৃত বীৰ। (গোপন নৰ হত্যাকাৰী সকলতকৈ)। বহুতৰে জীৱন সমস্যা বহুল, সংকটপূর্ণ আৰু সংঘাতময়, কিন্তু মই ভাবো মোৰ সমান সমস্যাবহুল, সংঘাতময় জীৱন আন কাৰো নাই। (তেনে ক্ষেত্রত প্রত্যেকেই ভাবে।) প্রতি খোজতে মোৰ বাধা। অতি সহজ কামটোতো অভাবনীয় জটিলতাৰ সৃষ্টি, অকাৰণ শত্রুতা, এই বিলাকৰ বিষয়ে বহলাই লিখিবলৈ ইয়াত ঠাই নাই। তোমাক থোৰতে মাত্র কৈ থলো। জীৱনৰ প্রকৃত আনন্দ যদি কিবা আছে, মই তাৰ ভাগ পোৱা নাই, নিস্বার্থ প্রেম ভালপোৱাও মোৰ জীৱনলৈ নাহিল। মোৰ বা মই দেখা জীৱনবোৰৰ চাৰিবেৰ সৰু-বৰ আইৰণিৰ (irony) জলঙাৰে থকাসৰকা। কোনোবা এজন সমালোচকে মোৰ গল্পৰ সম্পর্কেও অভিমত দিছিল tragic irony of life মোৰ গল্পৰ মাজেদি প্রকাশিত হোৱা বুলি। মোৰ ধাৰণা এই অভিমত নির্ভাঁজ। (মোৰ ল'ৰালি কালছোৱাও বৰ আচৰিত ধৰণে সংকট, সংঘাত আৰু সংগ্রামপূর্ণ।

মোৰ যি কেইটা গল্প পাঠক সমালোচকে অলপ ভাল হোৱা বুলি ভাবে সেইবোৰৰ মাজেদি বোধহয় জীৱন সম্পর্কীয় মোৰ নিজা দৃষ্টিভঙ্গী এইদৰেই প্রকাশিত হৈছে, যাক তোমালোকে জীৱন দর্শন এটা নির্দিষ্ট কৰি লৈ কোনো গল্প লিখিবলৈ আৰম্ভ কৰা বুলি মোৰ মনত নপৰে।

কবিতাৰ ক্ষেত্রত এনে প্রকাশ অলপ সুকীয়া ধৰণৰ। ৩০/৩৫ বছৰৰ আগতে লিখা 'সৰু মানি মুনি' নামৰ এটি পদ্যজাতিয় কবিতা হয়তো বহুতেই পঢ়া নাই। (ৰঙাজিয়াঁ নামৰ মোৰ একমাত্র কবিতা পুথিত সন্নিবিষ্ট।) কবিতাটোৰ দুটি শাৰীয়ে আজিও মোৰ অন্তৰৰ তাঁৰবিলাক একেলগে জোকাৰি তোলে। এয়াই যেন মোৰ জীৱন মন্থনৰ যোগেদি নিগৰি ওলোৱা বেদনাৰ বাণী ৰূপ। স্বৱকটোকে বাৰু উদ্ধৃত কৰি দিছো।

কাৰো ওচৰত মুখ জুৰাবৰ
নাপালো অকনো ঠাই
লোহা-লস্কৰ, শিল কংক্রিতৰে
আছে ঠাহ খাই
এবেহা পাতৰ কাণে বাৰে যদি লাগিও ৰ'ল
সিওয়ে ৰেডিঅ' এক্টিভ হ'ল!

প্রশ্ন-বর্তমান অসমত নবীন গল্পকাৰ হিচাপে যিসকল ওলাইছে সেই সকলৰ লেখনিৰ সন্দর্ভত আপুনি কিছু কথা ক'ব নেকি? মহিম বৰা- বহুতো আলোচনাৰ চক্রৰ সঞ্চালক উদ্বোধক, সভাপতি হৈ বহুতো নতুন সম্ভাৱনাপূর্ণ লিখকক লগ পাইছো।

তেওঁলোকৰ বহুতৰে উজ্জ্বল ভৱিষ্যত আছে। কিন্তু সৰহ সংখ্যকৰে কষ্ট কৰাৰ, যন্ত্ৰণা সহ্য কৰিব পৰা ক্ষমতাৰ অভাৱ লক্ষ্য কৰিছো। সোঁতত আবামেৰে উটি যোৱাৰ প্ৰৱণতা এটাহে সুস্পষ্ট। সাহসী আৰু যন্ত্ৰণা সহ্য কৰিব পৰা সকলেহে সৃষ্টিৰ ক্ষেত্ৰলৈ অহা উচিত। বাকী বিলাকে আনৰ কিতাপ পঢ়িয়ে সন্তুষ্ট। মই ভাবো, প্ৰকৃত শিল্পী সাহিত্যিকৰ কাৰণে সাংসাৰিক জীৱনৰ সুখ আনন্দ লাভৰ স্বপ্ন নথকাই ভাল। ইয়াত তেওলোকৰ সকলো স্বপ্ন চুৰমাৰ হ'ব। স্বপ্ন নাথাকিলে সৃষ্টিও নাথাকে। সৃষ্টিৰ কাৰণে অকলশৰীয়া একাণপতীয়া সাধনাৰ প্ৰয়োজন। true to the kindred paints heaven and home.(Wordsworth) মহাপুৰুষসকলৰ ক্ষেত্ৰতহে সম্ভৱ।

প্ৰশ্ন ঃ *আপোনাৰ সৃষ্টিধৰ্মী সাহিত্যৰ ভিতৰৰ গল্পৰ উপৰিও যথেষ্ট সংখ্যক কবিতা আছে। যি সমূহ কবিতাই অসমীয়া পাঠকৰ বুকু চুই গৈছে। নতুন কাব্যসৃষ্টি কৰি অসমীয়া সাহিত্যলৈ অৰিহণা যোগাব নেকি?*

মহিম বৰা - তুমি তেনেহ'লে মোৰ কবিতা পঢ়িছা? কবিতাৰ সংখ্যা বৰ কম। (গল্পৰো সংখ্যা বেছি নহয়) মোৰ কবিতাই পাঠকৰ বুকু চুই গৈছে বোলা কথাষাৰ মই কবিত্বময় উক্তি হিচাপেই লৈছো। মোৰ 'ৰঙাজিয়া' নামৰ সৰু কবিতা পুথিখন গুৱাহাটী বুকষ্টলে ছপাইছিল কম সংখ্যক। বহুতেই পঢ়িবলৈ পোৱা নাই। আমাৰ শ্ৰেষ্ঠ সমসাময়িক কবিসকলৰ কবিতাৰ আঁৰত মোৰ কবিতা লুকাই পৰিল। তথাপি কবিতাকেইটাই শ্ৰীযুত হৰেকৃষ্ণ ডেকা 'তেখেতে পাতনিতে লিখিছে) ডঃ হীৰেণ গোঁহাই (সমালোচনা কৰিছে) অধ্যাপক শ্ৰীযুত ভবেন বৰুৱা, অধ্যাপক শ্ৰীমান ৰঞ্জিত কুমাৰ দেৱ গোস্বামী, ইমদাদ উল্লাহ (সমীক্ষকৰ দৃষ্টিৰে সংকলনত এটা আলোচনা কৰিছে) অধ্যাপক অপূৰ্ব শৰ্মা, শ্ৰীযুত ললিত বৰুৱা আদিৰ দৰে বুদ্ধিমান ৰসজ্ঞ সকলৰ দৃষ্টি আকৰ্ষণ কৰাত মই নিজকে ভাগ্যবান বুলি ভাঁবিছো। (কোনোবা প্ৰকাশক পো ৱানে চাবা, ২ য় সংস্কৰণ উলিয়াম) কবিতাৰ সৃষ্টিৰ ক্ষেত্ৰত চিন্তন মনৰ লগতে তৰুণ্য মনৰ কল্পনাৰ প্ৰয়োজনীয়তা সৰ্বাধিক। সেই তাৰুণ্য কেতিয়াই হেৰুৱালে। মই যি ঠাইত থাকো, ইয়াত ঘৰত বা বাহিৰত ক'তো সাহিত্যৰ পৰিবেশ নাই। পৰিবেশে যথেষ্ট প্ৰেৰণা দিব পাৰে। মোৰ নিজা মতটো বোধহয় কৈছোৱেই দৈৱিক প্ৰেৰণা বা কৃপা নহ'লে মোৰ কাৰণে সৃষ্টি অসম্ভৱ। বাহিৰৰ প্ৰেৰণাই ভিতৰৰ তাঁৰডাল কঁপাব নোৱাৰে।

অলপ হাঁহি উঠা কথা এটা কওঁ মোৰ 'চিন্তা বিচিত্ৰা' নামৰ প্ৰবন্ধ সংকলনখন প্ৰকাশ হোৱাৰ পিছত এদিন ডঃ লক্ষীনন্দন বৰাক হঠাৎ নগাঁৱত লগ পালোঁ। ডঃ বৰাই মুখখন অলপ সময় আধামেলাকৈ বৈ থাকি হঠাৎ খপ্‌কৰে জপাই দি লগে লগে ক'লে, 'আপুনি কেনেকৈ লিখিব পাৰিছে নগাঁৱত?" সচাঁ বিস্ময়েৰে তেওঁ সুধিলে। "কিয়?" তেওঁ মুখখন অলপ মেলি আকৌ জপাই লৈ ক'লে, " যোৰহাটত মই কিবা এটা লেখাৰ

পিছত টাউনলৈ ওলাই অহাৰ বাটত ৫/৬ জন মানুহে গালি পাৰিবলৈ ৰাস্তাৰ কাষত থিয় দি থাকিব, কি বাজে লিখিছো বুলি। নাইবা, ভাল পালে প্ৰশংসা কৰিবলৈ বৈ থাকিব। নগাঁৱত আপুনি কিবা এটা লিখি প্ৰকাশ কৰাৰ পিছত ৰিক্সা এখন লৈ টাউনখন এপাক ঘুৰি আহক কোনেও একো ক'ব নোৱাৰে।"

*প্ৰশ্ন ঃ অসমীয়া পাঠক আৰু গ্ৰন্থ প্ৰকাশৰ বিষয়ে আপোনাৰ ধাৰণা কি?*

মহিম বৰা — আচৰিতভাবে নভবা নিচিন্তা ঠাইত মোৰ একান্ত অনুৰাগী পাঠক পাঠিকাই মোক কেতিয়াবা হতবাক কৰি দিছে। বি বৰুৱা কলেজৰ এজন ছাত্ৰ গোৰেশ্বৰ, গোৱালপাৰা, ৰামপুৰ, উত্তৰ লক্ষীমপুৰ আদি ঠাইত কেইজনমান ছাত্ৰ-ছাত্ৰীৰ চিঠিয়ে মোক উৎসাহ দান কৰিছে। এজন ৭৫ বছৰীয়া ভদ্ৰলোকে এঘৰত মোৰ লগত চিনাকি হোৱাৰ পিছত স্থান, কাল, বয়স পাহৰি মোক আকোৱালি ধৰি ক'লে, 'আজি মোৰ জীৱন সাৰ্থক হ'ল। তেখেতে শ্বিলঙত থাকে, আৰু ঘটনাটো ঘটে অধ্যাপক অপূৰ্ব শৰ্মাৰ ঘৰত। তেখেতে হেনো মোৰ 'বৰযাত্ৰী' গল্পটো সদায় সন্ধিয়া নাতিপুতিক পঢ়ি শুনায় আৰু হাঁহিত বাগৰে। অধ্যাপক ডঃ গোবিন্দ প্ৰসাদ শৰ্মাই হেনো বিচনাৰ কাষত ৰখা কিতাপৰ লগত মোৰ 'কাঠনিবাৰী ঘাট'খনো ৰাখে আৰু মন বেয়া লাগিলেই গল্প এটি পঢ়ি মনটো সতেজ কৰি লয় বন্ধুবৰ শ্ৰীযুত তাৰিণী বৈশ্যয়ো এদিন এইদৰে কৈছিল। এইবিলাক ভালৰি বোলোৱা কথা নিশ্চয় হ'ব নোৱাৰে। বহুত পলমকৈ হ'লেও এনে বিলাক প্ৰেৰণা নিশ্চয় উৎসাহজনক। কিন্তু মনত ৰাখিবা তেনে প্ৰায়বিলাক গল্প তোমালোকৰ বয়সত লিখা। তেতিয়া তেনে প্ৰেৰণা, উৎসাহ পোৱা নাছিলো।

(মোক বুজি পোৱা মানুহ বা মোৰ প্ৰকৃত বন্ধু বা শুভাকাঙ্খী মোৰ জীৱনত বৰ কম। সাধাৰণ শ্ৰেণীৰ পৰা শিক্ষিত শ্ৰেণীৰ ক্ষেত্ৰতো মোৰ অভিজ্ঞতা বেদনাদায়ক। বহুতে মোৰ সহজ বিশ্বাসৰ সুবিধা ল'লে কিন্তু যি কেইজন খাটি বন্ধু আৰু আত্মীয় পাইছোঁ তেওঁলোক জুয়ে পোৱা সোণ। খাটিহীৰা)

*প্ৰশ্ন ঃ যোৱা কেইবাছৰো ধৰি অসমৰ পঢ়ুৱৈসমাজ আপোনাৰ গল্প পঢ়াৰ পৰা বঞ্চিত হৈছে কি কাৰণে আপোনাৰ গল্প লেখাৰ কলম থমকি ৰৈছে নেকি?*

মহিম বৰা - মোৰ জীৱনত বহুত আচৰিত অদ্ভুত আলৌকিক ঘটনা ঘটি আহিছে যিবিলাকৰ কোনো বৈজ্ঞানিক বা নৈয়ায়িক (Logical) ব্যাখ্যা বিচাৰি নাপালো। আৰু পোৱা নাই। যোৱা দহ বছৰত এই সকলোবিলাকে এক চূড়ান্ত ৰূপ ধাৰণ কৰিলে। যোৱা আন্দোলন আৰম্ভ হোৱাৰ লগে লগে মোৰ পাৰিবাৰিক জীৱনৰো চৰম বিপৰ্যয় আৰম্ভ হৈছিল যদিও ব্যক্তিগত ভগ্ন স্বাস্থ্যৰেই আন্দোলনত সাহিত্য সভাৰ যোগেদি তিনি কুৰিৰ ওপৰ জনসভাত আনসকলৰ লগতে শান্তি-সম্প্ৰীতিৰ বাণী প্ৰচাৰত আত্ম নিয়োগ

কৰিছিলো। সেই সুযোগতে কিছুমান ঈৰ্ষাকাতৰ লোকে (প্ৰকাশন পৰিষদৰ বঁটা পোৱাৰ পাছত) অবিশ্বাস্য ধৰণৰ শত্ৰুতা কৰিলে ঘৰখনৰ ওপৰত।

.. কলেজৰ ১৭৫ টকীয়া দৰ্মহাৰ চাকৰিত সোমোৱাৰ লগে লগে মাতৃ বিয়োগ এবছৰৰ পিছত ৰুগ্ন পিতৃৰ কাতৰ অনুৰোধত বিবাহ বন্ধন, তাৰ এবছৰৰ পিছত পিতৃ - বিয়োগ, আৰু পিছৰ এবছৰ তিনিমাহৰ ভিতৰত পৰিয়ালৰ (বংশৰ) চাৰিজন পিতৃব্য মাতৃব্যৰ বিয়োগ, নিজাঘৰ জনশূণ্য হোৱাত ভাই দুজনৰক নগৰৰ ভেৰোণীয়া ঘৰলৈ আনি কলেজত পঢ়োৱাৰ ব্যৱস্থা (পিছত ঘৰ সংসাৰ পতাৰ ক্ষেত্ৰত অংশীদাৰ) মোৰ একান্ত শুভাকাঙ্খী ডাঙৰজনী ভনী জোৱাইৰ বিয়োগ, তাৰ দুবছৰ মানৰ ভিতৰত পত্নী পক্ষীয় মোৰ একমাত্ৰ আশ্ৰয়ৰ স্থল, শহৰ, খুড়াশহৰ, খুলশালী এজনী আৰু দুজন অতি মৰমৰ আত্মীয়ৰ আকস্মিক বিয়োগ, আন্দোলনৰ সময়ত মোৰ অতি মৰমৰ ভাগিন, কবি, অৰূপ কুমাৰ বৰুৱা এম. এছ. ছিৰ ভৰ ডেকা বয়সত মধুপুৰ সত্ৰত অতি করুণ অৱস্থাত (দুবৃত্তৰ যড়যন্ত্ৰত) মৃত্যু, এইবিলাক ঘটনাৰ চাকনৈয়াই মোৰ জীৱন তল ওপৰ কৰি পেলালে। পত্নীয়ে বি এ. পৰীক্ষা দিবৰ কাৰণে স্নাজু হওঁতেই শ্ৰীযুতা উষা বৰঠাকুৰে তেওঁক জোৰ কৰি স্কুলত কাম কৰিবলৈ দিলে (শিক্ষয়িত্ৰীৰ অভাৱ আছিল তেতিয়া) আৰু প্ৰাইভেটকৈ বি. এ. (পিছত বি.এ.) পাছ কৰি মোক কলেজৰ সামান্য উপাৰ্জনৰ লগত যোগ দি আৰ্থিক সকাহ দিয়াৰ ব্যৱস্থা কৰিলে। (তেতিয়া শিক্ষকৰ দৰ্মহা ৮০ টকা)।

ধাৰে ঋণে মাটি লৈ নতুনকৈ সৰু খেৰৰ ঘৰ এটা সাজি সোমাই লোৱাৰ পিছৰ পৰা আমাৰ আৰ্থিক স্বচ্ছলতা বাঢ়িল কিন্তু দৈহিক আৰু মানসিক অৱস্থা অৱনতি আৰম্ভ হ'ল। পত্নীৰ নানান অসুখ, মোৰ (Sciatica) (বাতৰোগ) প্ৰষ্টেট গ্ৰেণ্ডৰ অসুখ আৰু ল' প্ৰেছৰ আৰম্ভ হ'ল। যোৱা দহটা বছৰত এনেবিলাক ৰোগৰ ঘনাই আক্ৰমণৰ লগতে মোৰ খাদ্যনলীৰ অসুখ, মটৰ এক্সিডেণ্টত ভৰিভগা, পিছত বলিয়া কুকুৰৰ কামোৰত চিকিৎসাধীন হোৱাৰ উপৰিও ল'ৰা দুটাৰ পৰীক্ষাৰ সময় হ'লেই গুৱাহাটীত বিভিন্ন ৰোগ হ'বলৈ ধৰিলে। আমাৰ লগত ঘনিষ্ঠ সম্পৰ্কলৈ অহা এগৰাকী বিখ্যাত চিভিল চাৰ্জনে (তেখেত এজন সুলিখক) বাধ্য হৈ মোক তন্ত্ৰ-মন্ত্ৰ বেজ-জ্যোতিষীৰ আশ্ৰয় ল'বলৈ আৰু নিজেও এই ক্ষেত্ৰত আগভাগ ল'লে। এই বিপদৰ সময়ত এটা অতি অন্তৰঙ্গ বন্ধু পৰিয়াল আৰু এজন ঘনিষ্ঠ আত্মীয়ই আমাক সহায় আৰু সাহস দিছিল। (নাম প্ৰকাশ কৰিব নোখোজো)।

ইয়াৰ পিছত ঘটনাবিলাক সম্পূৰ্ণ মধ্যযুগীয়া, সম্পূৰ্ণ অবিশ্বাস্য আৰু অলৌকিক। আমাৰ পৰিয়ালৰ মানসিক শান্তি, শাৰিৰীক সুস্থতাৰ অভাৱ হোৱাৰ উপৰিও আমাৰ আত্মীয় কুটুম্ব এই ঘৰত দুদিন থাকিলেই হয় কোনো আকস্মিক দুৰ্ঘটনা বা কোনো হস্পিটালাইজ কৰিব লগা ৰোগত আক্ৰান্ত হ'ল। এই ঘটনাবিলাকৰ মূলত মানুহৰ হাত

আছে আমাৰ কোনো অজানশত্ৰুৰ। মোৰ ফালৰ পৰা কাৰো লগত শত্ৰুতা নাই। প্ৰকাশন পৰিষদৰ বঁটা লাভ, অসুখৰ মাজেদিয়ে ল'ৰাহঁতে লাভ কৰে কৃতকাৰ্যতা আদিয়ে এনে ঈৰ্ষাৰ কাৰণ হ'ব পাৰে।

শৰৎ, তুমি ভাবাচোন, ইমানৰ মাজতো মোৰ পৰা গল্প কবিতা অৰ্থাৎ সৃষ্টিমূলক ৰচনা আশা কৰিব পাৰিনে? সম্ভৱনে? প্ৰতিভাবানসকলৰ ক্ষেত্ৰত সম্ভৱ হ'ব পাৰে। মই হ'লো, ঘঁহি পিহি চুচুৰি বগু ৱাবাই যোৱা লিখক। তাৰ উপৰি সাহিত্য মোৰ (তোমাৰ অসমীয়া লিখকৰ) বৃত্তিও নহয়, আজৰি পৰৰ টৌতে খৰ মাৰি কৰা কাম।

তাৰ উপৰি দেশৰ যোৱা দহবছৰৰ ঘটনাৱলীয়ে আনৰ লগত মোকো বেয়াকৈ ক্ষতিগ্ৰস্ত কৰি গ'ল বাস্তৱৰ নিষ্ঠুৰতাই কল্পনাৰ অৱশিষ্ট খিনিও শেষ কৰি পেলালে। কেন্দ্ৰীয় চৰকাৰৰ অদূৰদৰ্শিতা আৰু আমাৰ দেশৰ বদনবিলাকৰ ক্ষমতাৰ লোভে দেশৰ মাটি ৰক্তাক্ত কৰিলে। মই এই আন্দোলনৰ লগত ঘনিষ্ঠভাৱে জড়িত হ'লো সাহিত্যসভাৰ যোগেদি।

ৰাতি ২/৩ বজালৈকে লিখা পঢ়া এসময়ৰ মইজনে এতিয়া বাতৰি কাকতখন সম্পূৰ্ণ পঢ়াৰ ধৈৰ্যও হেৰুৱালো। জড়তা, অৱসাদ কোনোমতে দিন যাওক ৰাতি পুৱাওক এই চিন্তাত যোৱা আঠটা বছৰ পাৰ কৰিছো। চাৰি পাঁচটামান বেমাৰ মোৰ দেহত একেলগে আক্ৰমণ কৰি মোক পঙ্গু কৰি পেলালে। জীৱনটো শালত চেপা দাবৰি লৈ পৰিল।

**প্ৰশ্ন ঃ** *যোৱা দুটা দশকত অসমত নানা ধৰণৰ ৰাজনৈতিক, সামাজিক আৰু অৰ্থনৈতিক পৰিৱৰ্তন ঘটিছে, এনে ধৰণৰ পৰিৱৰ্তনে জনসাধাৰণক তিক্ত মধুৰ অভিজ্ঞতাৰে পৰিপূৰ্ণ কৰি তুলিছে ,এই পৰিবৰ্তিত জনজীৱনে নতুন সাহিত্য সৃষ্টিৰ বাবে আহ্বান জনোৱা নাইনে?*

**মহিম বৰা ঃ** এই প্ৰশ্নৰ উত্তৰ বোধহয় আওপকীয়াকৈ হ'লেও দিয়া হৈছে। বাস্তৱতাৰ নিষ্ঠুৰতাৰ মুখামুখী হোৱাৰ পিছত কল্পনাৰ কাৰণে অকণো খালি ঠাই নাই। কল্পনা নহ'লে সৃষ্টি অসম্ভৱ। নতুন চামৰ ওপৰত এই দায়িত্ব থাকিল আৰু প্ৰকাশৰ কথা ? মহেন্দ্ৰ বৰঠাকুৰৰ ভাষাত "নোকোৱাই ভাল'। তথাপি যদি শুনাৰ ধৈৰ্য্য আছে এটাক গল্প শুনা। মোৰ দেহা গৰকা প্ৰেম' গল্প সংকলনখন এজন বঙালী প্ৰকাশকে নি কলিকাতত ছপাবলৈ দিলে। ভাষা আন্দোলনৰ সময়ত তেওঁ কলিকতালৈ গ'ল। দুবছৰৰ মূৰত হঠাত এদিন আহি পা তনি জাতীয় কিবাকিবি লিখাই নিলে। তাৰ চাৰি বছৰৰ পিছত এদিন হঠাৎ জৰাজীৰ্ণ ৰূপত 'লয়াৰ্ছ'ত কিতাপ কেইখনমান দেখি তিনিখন কিনিলো আৰু কিতাপখন ক'ত পালে সুধিলো। গুৱাহাটীৰ প্ৰাইভেট ট্ৰন্সপৰ্ট কোম্পানী এতিয়া উঠি গ'ল। তাত

কিতাপ উয়ে খালে। তেওঁলোকে কেইবাখনো দোকানত বেছিব নোবাৰি লয়াৰ্ছৰ কাষ চাপিল। লয়াৰ্ছে হাজিৰা লগাই কেইশমান কিতাপ অৰ্দ্ধমৃত অৱস্থাত পাই প্ৰায় কিলো ওজনত কিনি পেলালে। সেইখিনিও বিক্ৰী হোৱাত মোক এই তিনিখনহে দিবলৈ থাকিল। কৰ্মচাৰীজনে ময়ে সেইজন লিখক বুলি জানি আফচোচ কৰি ক'লে যে তেখেতে ৰচিদ কাটিলেই আগতে জনা হ'লে পইচা নল'হেঁতেনে। মোক আৰু এখনমান যোগাৰ কৰি দিলেও দুগুণ মান দাম দিবলৈ ৰাজী বুলি ক'লো।

আন এটা কাহিনী। মোৰ 'প্ৰথম প্ৰেমৰ জন্ম' নামৰ উপন্যাসখন ফাকে ফাকে সময় উলিয়াই লিখোতে ছবছৰ আৰু সংস্কাৰ কৰি পাঁচবাৰ কপি কৰোতে এবছৰ যোবাৰ পিছত প্ৰকাশক গুৱাহাটী বুক ষ্টলৰ মালিকে কলিকতাৰ চাৰিটা ফৰ্মা ছপা কৰোৱাৰ পিছত ৰেলৱে ষ্টাইক হ'ল। তাৰ পিছতে কলিকতাত অভূতপূৰ্ব বানপানীত তেওঁৰ অন্যান্য কিতাপৰ পাণ্ডুলিপিৰ লগতে মোৰখনো তিতিলে। চাদত নি শুকোওৱাৰ পিছত অসম আন্দোলন আৰম্ভ হ'ল আৰু তেওঁলোকে অসমীয়া কিতাপ ছপা নকৰা হ'ল। আৰু আন কথা আছে যদি নাজানো উপন্যাসখনো মোৰ ভাল উপন্যাস নহয় যদিও বহুত কষ্ট গ'ল ছবহু কপিও নাই গতিকে সেইখন সেইফালেই শেষ হ'ল। 'চাহ বাগানৰ গান' উপন্যাসখন প্ৰায় শেষ। মোৰ অতি মৰমৰ ভাগিন অৰূপ কুমাৰ বৰুৱা এম. এছ. চিৰ (মোৰ ফিনিক্সজনী' নামৰ কবিতা পুথিৰ মৰনোত্তৰ প্ৰকাশ হৈছে অধ্যাপক শ্ৰীমান উপেন্দ্ৰ নাথ বৰকটকীয়ে সম্পাদনাত তেজপুৰ সাহিত্য সভাত সৌজন্যত প্ৰকাশিত হৈছে) সহযোগত 'চাহবাগানৰ গান' ৰাইজৰ মাজলৈ গৈ উপন্যাসৰ সমল লৈছিলো। আন্দোলনৰ সময়ত ভুল বুজাবুজিৰ ফলত সেই ৰাইজই তেওঁক মাৰিবলৈ বেৰি ধৰিছিল। ছাত্ৰাবাসৰ মাজতে তেওঁ মানসিক ডিপ্ৰেচনত ভুগিছিল। এই ঘটনা আৰু গহপুৰৰ ঘটনাই তেওঁক মানসিক অস্থিৰতা দুগুণ কৰি তুলিলে। এদিন হঠাৎ কোঁচবিহাৰৰ মধুপুৰ পালেগৈ আৰু অতি কৰুণ পৰিস্থিতিত অস্বাভাবিক ভাবে তেওঁৰ মৃত্যু হ'ল। পশ্চিমবঙ্গ চৰকাৰ, সেই সময়ত অসম চৰকাৰে ঘটনাটোৰ একো অনুসন্ধান নকৰিলে। ছাত্ৰসন্থায়ো তেওঁক 'ছহিদ': ঘোষণা নকৰিলে। মোৰ উপন্যাসৰ ফিনিশ্বিং থাকি গ'ল আৰু এই আঘাত বোধহয় মৃত্যুৰ দিনাহে পাহৰিম।

আৰু বাকী কিতাপৰ প্ৰকাশৰ বাধা ক'ম জানো? এতিয়া একমাত্ৰ আস্থাভাজন প্ৰকাশক হ'ল তিনিচুকীয়া মিশ্ৰ এজেন্সিৰ শ্ৰীযুত নৰেন্দ্ৰ নাথ ডাণ্ডৰীয়া। তেখেতে তিনিখন কিতাপৰ পুনমুদ্ৰন কৰিছে আৰু প্ৰাপ্যখিনিও উচিত মতেই দিছে। বাকী – 'নোকোৱাই ভাল'।

**প্ৰশ্ন ঃ** *বৰ্তমান আপুনি অধ্যাপনা জীৱনৰ পৰা অৱসৰ গ্ৰহণ কৰিছে। এতিয়াৰ জীৱন আপুনি কেনেকৈ কটাব বিচাৰিছে? ক'ব নেকি?*

**মহিম বৰা ঃ** 'অৱসৰ গ্ৰহণ কৰা বাক্যাংশটো মোলায়েম শুনায় 'ইউফেমষ্টিক'। তুমিও কলেজ শিক্ষক। ১৯৭৫ চনৰ পৰা জীৱন আৰম্ভ কৰা শিক্ষকসকলে এতিয়া অৱসৰ পাইছে। এই সমস্যা নতুন, কিয়নো আমাৰ কলেজসমূহ স্বাধীনতা লাভৰ পিছৰ পৰাহে স্থাপিত হৈছে। ঘৰৰ লগুৱা বা ৰান্ধনি এটাক আমাক তেনেদৰেই বিদায় দিওঁ, কলেজৰ পৰাও আমাক তেনেদৰেই বিদায় দিলে। গ্ৰেটুইটি পেঞ্চন একো নাই মাত্ৰ লগৰ শিক্ষকসকলে ছাতি এটা আৰু লাঠি এডাল দিলে। (ক'ৰবাত দীঘলীয়া জাতিলাউ একোটাও দিয়াৰ ব্যৱস্থা আছে যাতে মানুহে দূৰৰ পৰাই ধৰিব পাৰে পণ্ডিতজন 'লাওলোৱা হৈ গৈছে।।) এক্সটেনচন দিয়াৰ প্ৰভিজন আছে যদিও আমি সেই সুযোগ পোৱা নাই। চৰকাৰী কৰ্মচাৰীয়ে পেঞ্চন, গ্ৰেটুইটি পোৱাৰ পিছতো দুই তিনিবছৰলৈ আন চৰকাৰী কামত অস্থায়ীভাৱে কাম কৰাৰ সুযোগ পায়। এম. এল. এ. হ'লেই গোটেই জীৱন পেঞ্চন পায়। আমি পাওঁ চৰকাৰৰ পৰা টকাত ছপইচা প্ৰভিডেণ্ট ফাণ্ড আনাত দহপইচা কৈ পায়। আমাৰ নিজা চৰকাৰৰ দিনতো এই অৱস্থা। সঁচা চৰকাৰৰ ধন নাই কিন্তু মই ভাবো 'শিক্ষকৰ' এটা প্ৰৱৰ্তন কৰি হ'লেও কলেজ শিক্ষকক আমাৰ নিজা চৰকাৰে (এইটোৱে যোৱা চল্লিশ বছৰত আমাৰ নিজা চৰকাৰে) অন্ততঃ গ্ৰেটুইটি খিনি দিব পাৰে - সিদিনাৰ পৰা তেওঁলোকে শাসনভাৰ লৈছে সেইদিনাৰ পৰা চৰকাৰী কৰ্মচাৰীক পেঞ্চন পোৱাৰ পিছতো কিয় নতুন দায়িত্ব দিব লাগে। যিসকল কলেজ শিক্ষকৰ ল'ৰা-ছোৱালী উপযুক্ত হৈ অৰ্জনসক্ষম হোৱা নাই তেওঁলোকৰ অৱস্থা পানীত হাঁহ নচৰা হৈছে। তাৰ উপৰি শিক্ষকৰ আত্ম সন্মান বোধ প্ৰৱল। ল'ৰা-তিৰোতাৰ হাত মুখলৈ চাই থকাটো তেওঁলোকৰ কাৰণে সন্মান হানিকৰ। চিকিৎসা বানচ সিদিনাৰ পৰা মাত্ৰ পোৱা হৈছে। ভ্ৰমণৰ ব্যৱস্থা নাই।

"শুধু দিন যাপনেৰ শুধু প্ৰাণ ধাৰণেৰ গ্লানি'ৰে জীৱন কটাইছো। বাকী সময় সভাপতি হৈ গামোছা আৰু ফুলৰ মালা গোটাইছো।

এসময়ৰ গভীৰ আত্মবিশ্বাসী আৰু নিজৰ ভৰিত থিয় দিয়া মানুহজন মই এতিয়া ঘোৰ ভাগ্যবাদী আৰু কৰ্মফলত বিশ্বাসী।

ইমানতো ক'বানে ঈশ্বৰ নাই? মই কিন্তু গভীৰ ঈশ্বৰ বিশ্বাসী হৈ পৰিছো। ভগৱান সত্য সাই বাবাৰ জীৱনী আৰু বাণীসমূহে যোৱা কেইবছৰত মোক বহুত সাহস দিয়াৰ ওপৰিও শঙ্কৰদেৱৰ ওপৰত বিশ্বাস গভীৰতৰ কৰি তুলিছে। শঙ্কৰী সাহিত্যই মনলৈ বহুত শান্তি আনি দিছে।

সামৰণিত গল্পকাৰ বৰাদেৱে কয় এনে সাক্ষাৎকাৰ তোমাতেই শেষ। মোৰ ক্ষেত্ৰত এনেবিলাক কাৰ্য ম'হতকৈ শিংচৰা বিধৰ হৈছে। তুমি মোৰ কথা বিশ্বাস কৰা কাৰণে কৈছো মই বৰ লাজ পাওঁ, এড়াগছক বৰগছ্ পতা। যদি পাৰো ভৱিষ্যতে কিবাকিবি লিখাৰ চেষ্টাত থাকিম, তোমাক বিশ্বাস দিলো। কিন্তু, সাধাৰণভাৱে মানুহৰ ওপৰত আনকি বহুত শিক্ষিত বহুত গুণী জ্ঞানীৰ ওপৰতো মোৰ বিশ্বাস আৰু আস্থা হেৰাইছে। এনে আচৰিত শত্ৰুতা মই কাৰাবাৰ ক্ষেত্ৰত ঘটা বুলি নাজানো। ঘৃণাৰ দ্বাৰা সৃষ্টি সম্ভৱ নহয় প্ৰেমৰ দ্বাৰাহে সৃষ্টি। আমাৰ শাস্ত্ৰৰ কাহিনীবিলাক ৰূপক হিচাপে চোৱা দেখিবা, পৃথিৱীত চিৰকালেই অশুভ শক্তিয়ে প্ৰাধান্য লাভ কৰি আহিছে যাৰ কাৰণে (হিন্দু শাস্ত্ৰমতে) ভগৱানে বাৰে বাৰে একোটা নতুন ৰূপলৈ অৱতাৰ ল'ব লগা হৈছে অৰ্থাৎ নামি আহিব লগা হৈছে। ইতিমধ্যে অশুভ শক্তিয়ে মানুহৰ যিখিনি ক্ষতি কৰিলে সেইখিনিৰ ক্ষতি পূৰণ কোনে কৰিলে? 'কৰ্মফল' ধৰণৰ শান্ত্বনা? সেয়ে মোৰ ঈশ্বৰ বিশ্বাসোঅতি গভীৰ হ'ব পৰা নাই।

তোমাক কোৱা কথাখিনিত মোৰ নিজৰ দুখ দুৰ্বলতা সজতনে লুকুৱাই ৰাখিছো। সেয়েই স্বাভাৱিক। বেছি কৌতুহলী হ'লে 'আন'ৰ পৰা জানি ল'বা।

.............................

# মহিম বৰাৰ সৈতে অন্তৰঙ্গ আলাপ

**সাক্ষাৎকাৰ ৰিনোদন কাকতি**

'সৰু কালৰ পৰাই অৰ্থাৎ ৩ বছৰমান বয়সৰ পৰাই কিতাপৰ প্ৰতি মোৰ দুৰ্বাৰ হেঁপাহ হৈছিল। অৱশ্যে সেই হেঁপাহ কিতাপ পঢ়াৰ নহয় কিতাপৰ গোন্ধটোৱে মোক বৰকৈ আকৃষ্ট কৰিছিল।" শৈশৱত কিতাপৰ গোন্ধলৈ ভাল পোৱা লোকজনেই হ'ল বৰ্তমানৰ স্বনামধন্য সাহিত্যিক, অসম সাহিত্য সভাৰ সভাপতি শ্ৰীযুত মহিম বৰা দেৱ। তেখেতৰ সৈতে হোৱা কথোপকথোনৰ একাংশ পাঠকসমাজলৈ আগবঢ়োৱা হ'ল —

ছাৰ, প্ৰথমেই আমি আপোনাৰ শৈশৱত এভুমুকি মাৰিব খুজিছো। প্ৰথমেই আমাক আপোনাৰ শৈশৱৰ দুই এটা স্মৰণীয় ঘটনা সম্পৰ্কে কওঁকচোন।

প্ৰত্যেকজন মানুহৰ থকাৰ দৰেই মোৰ শৈশৱৰ কালৰো দুই এটা স্মৰণীয় ঘটনা নথকা নহয়। অতি সৰুকালৰ পৰাই অৰ্থাৎ প্ৰায়ত বছৰ মান বয়সৰ পৰাই কিতাপৰ প্ৰতি মোৰ দুৰ্বাৰ হেপাঁহ হৈছিল। অৱশ্যে কিতাপ পঢ়াতকৈয়ো কিতাপৰ গোন্ধটোৱে মোক বাৰুকৈয়ে আকৃষ্ট কৰিছিল। ঘোপসাধাৰো বাগানত কাম কৰি থকা অৱস্থাত দেউতাই দু-অনা-চাৰি -অনাকৈ দি সপ্তাহত এখনকৈ কিতাপ কিনিছিল। কিয় জানো সেই কিতাপসমূহৰ গোন্ধটোৱে মোক বৰকৈ আকৰ্ষিত কৰিছিল।

সেইবাবেই কিতাপবোৰ ফালো আৰু তাৰ গোন্ধটো লৈ ভাল পাওঁ। ছবি থকা কিতাপবোৰৰ ছবি চাওঁ আৰু ফালি গোন্ধ লৈ পেলাই দিওঁ। কিন্তু এবাৰ কি হ'ল জানা হাৰিকেনৰ পোহৰত মায়ে মোক ল'ৰা পুথিখন চাবলৈ লগাই দি পাকঘৰত ব্যস্ত হৈ আছিল। বহল পালেঙখনত মোক তুলি দি মায়ে মাজে মাজে পাকঘৰৰ পৰা আহি মোক চাই যায়হি। হঠাৎ এবাৰ দেখিলো মোৰ কিতাপখন কোনোবাই লৈ গ'ল। কোনে নিলে

ভাবি থাকোতেই দেখিলো ঘৰটোৰ এটা বেঁকা সোনাৰু কাঁঠৰ খুটাত কেকুৰা চুলিৰে এজনী সৰু ছোৱালী বহি একেথিৰে মোৰ কিতাপখনৰ ফালে চাই আছে।

মই কথাটো মাক কোৱাত মায়ে বিশ্বাস কৰা নাছিল। মায়ে ভাবিছিল মই মিছা কথা কৈ মাৰ মনোযোগ ভংগ কৰিব খুজিছিলো। মায়ে দেউতাক মতাই আনি কথাটো কোৱাত দেউতাই মোক ক'লে যে কিতাপখন সৰস্বতী আয়ে লৈ গৈছে। কাৰণ তই যে কিতাপ ফাল। গতিকে আজিৰ পৰা কিতাপ নাফালিবি। এইটো মোৰ জীৱনৰ স্মৃতি আচৰিত ঘটনা। সেই ছোৱালীজনী আৰু কিতাপখন আজিও জীৱন্ত হৈ আছে। কিন্তু মা দেউতাইঁতে পৰৱৰ্তী সময়ত সেই কথাটো কেতিয়াও নুলিয়ালে। পাছলৈ অৱশ্যে কথাটো মোৰ সপোন যেন লাগিল।

মই সৰুতে বৰশী বাইছিলো, যিটো মাছ বৰশীৰ পৰা এৰাই স্বায় তেতিয়া মাক আহি কওঁ যে মস্ত ডাঙৰ শ'ল এটা লাগিছিল কিন্তু ধৰিব নোৱাৰিহে এৰি দিলো। সদায় ধৰিব নোৱাৰা মছাটোহে ডাঙৰ বুলি কওহি।

সৰুতে মই বহুত অঘাইটাং আছিলো মোৰ প্ৰায়ে দাঁতৰ বিষ হৈছিল আৰু বিষত গাল ফুলি গৈছিল তাতেই মই প্ৰায় সুবিধা লৈছিলো। এবাৰ ক্লাছত মোৰ দাঁতৰ বিষ উঠিল আৰু গালখন অলপ ফুলি আছিল। আৰু সেই সুবিধাটোকে লৈ মই স্কুলৰ পৰা লেজাৰত ছুটি লৈ গুচি গ'লো। ৰাতিপুৱাই কেইগৰাহ মান মাৰ ভাত খাই স্কুললৈ বুলি ওলাই গৈছিলো। আমাৰ স্কুললৈ অহাই যোৱাই প্ৰায় তিনি মাইল ৰাস্তা। সেইদিনা কি হৈছিল জানা, স্কুলৰ পৰা আহি থাকোতে বাটত এডৰা মাঁহনি বাৰী দেখিলো। সদায় দেখি অহা মাঁহনি বাৰী ডৰা দেখি সেইদিনা মোৰ বৰ লোভ লাগিল আৰু ভোকটো বেছি হ'ল। আৰু ইফালে-সিফালে কোনো মানুহ দুনুহ নেদেখি মই আৰামত বহি লৈ মাহ তুলি খোৱাত লাগিলো। অলপ খোৱাৰ পাছত পাছ ফালৰ পৰা কোনোবা পাহৰাল ডেকা এজনে সাৱটি ধৰিলে। আৰু মই লৰচৰ কৰিব নোৱাৰা হ'লো। বহু কষ্টৰ মূৰত যেনে তেনে মূৰটো ঘূৰাই দেখিলো ৬ষ্ঠ শ্ৰেণীৰ এজন ছাত্ৰই মোক সাৱটি আছে আৰু তেওঁ মুখেৰে কৈছে আজিটো ধৰা পৰিলি আজি ক'ত সাৰিবি। সেই বুলিকে মোৰ কিতাপ খিনি কাঢ়ি লৈ গ'ল। তেতিয়া মোক মোৰ সম্পূৰ্ণ ঠিকনা বিচৰাত ঠিকনাটোও ক'লো অৱশেষত ঘৰলৈ ওভোটাই পঠালে কিন্তু কিতাপ খিনি ৰাখি থ'লে। ঘৰলৈ গ'লো যদিও মোৰ বৰ ভয় লাগিল, কাৰণ মোক লৈ মায়ে গৌৰৱ কৰে। আৰু যেতিয়া গম পাব মই এটা মস্ত-ম্যাহ চোৰ তেতিয়া মায়ে গাঁৱৰ মানুহৰ ওচৰত মুখ উলিয়াব নোৱাৰা হ'ব। মইনো কেনেকৈ মুখ উলিয়াম যেতিয়া সকলো ছাত্ৰ-ছাত্ৰীয়ে কথাটো গম পাব। আৰু তেতিয়া মোৰ মনলৈ নিজকে শেষ কৰি দিয়াৰ ভাব আহিছিল। মোৰ নিছিনা ল'ৰা

জীয়াই থকাৰ যোগ্যই নহয়। তেতিয়া মই ভাবিছিলো, কলগুত জাপ দি মৰি যোৱাই ভাল হ'ব। সেয়ে মৰাৰ ভাবটো মই পৰিত্যাগ কৰিছিলো। আৰু পিছদিনা স্কুলৰ পৰা ঘূৰি আঁহাটো সকলো ল'ৰা -ছোৱালীৰ আগত মাঁহ চোৰ বুলি চিনাকি দি কিতাপ খিনি ঘূৰাই দিলে আৰু ক'লে যদি কেতিয়াবা এনেকুৱা কৰ তেতিয়া তহঁতৰ হ্ৰেশ্বৰ চাৰৰ আগত সকলো কথা লগাই দিম।

❑ ছাৰ আ পুনি কেতিয়াৰ পৰা লেখা-মেলা আৰম্ভ কৰিছিল আৰু এইক্ষেত্ৰত কাৰ পৰা প্ৰেৰণা লভিছিল?

ঘোপসাধাৰো বাগানৰ পৰা যেতিয়া হাটবৰৰ ঘৰলৈ আহো তেতিয়া বৰদেউতাই কিছুমান কিতাপ কিনি পঢ়া দেখিছিলো। দেউতায়ো মাক ভীম-চৰিত্ৰ, কানখোৱা আদি ধৰণৰ কিছুমান কিতাপ কিনি আনি দিছিল। মায়ে নিচুকণি গীত, মালিতা, বেলাদ আদি সুৰ লগাই গাইছিল। মাৰ মুখত সেইবোৰ শুনি সেইবোৰ জানিবলৈ মোৰো বৰ আগ্ৰহ হৈছিল। তদুপৰি সাধু শুনি বৰ ভাল পাইছিলো। সৰুতে মোৰ এনেকুৱা হৈছিল যে ঘৰলৈ কোনোবা আহিলে সাধু নুশুনোৱাকৈ যাব নোৱাৰিব। সেয়েহে পেহীদেউ, জেঠাইদেউহঁত আহিলে একোটাকৈ নতুন সাধু মোক শুনাই যায়। স্কুললৈ যেতিয়া গ'লোগৈ তেতিয়া মুখে মুখে কবিতা সৃষ্টিৰ খেল খেলিও বৰ আমেজ পাইছিলো। এইক্ষেত্ৰত মোৰ লগৰীয়া আছিল মোৰ বৰদেউতাৰ ছোৱালীজনী। এবাৰ তাই তেনেকৈ এটা কবিতা ৰচিবলৈ কোৱাত মই ক'লো —

"পাৰই কুত কুত পানী খাই
বাঁহৰ তলে উৰি যায়।"
তাৰ পিছত কোনে পাৰ কোনে পাৰে

— বুলি কোৱাত মোৰ বৰদেউতাৰ ছোৱালীজনীয়ে গালে —

দুৱাৰৰ খিলিকি
শাহু আইৰ তিলিকি।

তাৰ পিছত আৰু কোনেও নোৱাৰিলে। মোৰ কবিতাটো সকলোৰে ভাল হৈছে বুলি কোৱাত মই আনক গাবলৈ দিয়া নাছিলো। যিয়েই মোৰ কথা শুনিব সিয়েই হে গাব পাৰিব। ইয়াৰ পিছত বিদ্যালয়ৰ সাৰস্বত সভাত প্ৰথম পুৰস্কাৰ হিচাপে এখন সৰু আৰ্চি পাইছিলো। সেই খন দি ঘৰত মা-দেউতাক দেখুৱাত তেওঁলোকে বৰ আনন্দ প্ৰকাশ কৰিছিল। ইয়াৰ পিছত ভালদৰে জনা বুজা হোৱাত মই গদ্য লেখা আৰম্ভ কৰিলো। এটা সময়ত মই দুখ-কষ্ট অতিক্ৰম কৰিব লগা হৈছিলো। সেই সামাজিক দুখ-কষ্ট বিলাকক

বৰ্ণনা কৰি মই গল্প লেখা শেষ কাম আৰম্ভ কৰিলো।

এইক্ষেত্ৰত প্ৰথম প্ৰেৰণা দাত্ৰী হিচাপে মই মাৰ কথাকে ক'ব লাগিব।

❑ আজিৰ যুৱক আৰু আপোনাৰ দিনৰ যুৱকৰ মাজত কিবা সাদৃশ্য বা পাৰ্থক্য আছে বুলি ভাৱেনে?

এতিয়া বিজ্ঞানৰ বহু উন্নতি হ'ল। শিক্ষানুষ্ঠান বাঢ়িল। আমাৰ দিনত কেৱল কটন কলেজখন আনপিনে জে. বি. কলেজ আৰু শিলচৰ কলেজ। নগাঁও কলেজ প্ৰথম আৰম্ভ হয় ১৯৪৪ চনত। গতিকে নগাঁও কলেজৰ আমি আছিলো প্ৰথম বেট্‌চ। শ্ৰদ্ধেয় তিলক হাজৰিকা, হবিবুৰ ৰহমন, মোৰ ঘটধৰা সখী শ্ৰীযুত দেবেন গগৈ, চন্দ্ৰকান্ত মহন্তকে ধৰি ভালেকেইজন লোক আমাৰ নগাঁও কলেজৰ সহপাঠী আছিল।

আমাৰ দিনত এম. ই. স্কুল বা হাইস্কুললৈ যোৱা ল'ৰা-ছোৱালী তেনেই সীমিত আছিল। যি সকল এই পৰ্য্যন্ত পাইছিলগৈ তেওঁলোক যথেষ্ট আদৰ্শবান আৰু ভদ্ৰ আছিল। আমি কেৱল পঢ়া-শুনাতে নহয়। খেল-ধেমালিটো যথেষ্ট আগৰনুৱা আছিলো। শিক্ষক-শিক্ষয়িত্ৰী আৰু আমাতকৈ জেষ্ঠ ছাত্ৰ-ছাত্ৰী সকলক আমি সদায় সন্মান কৰিছিলো, স্কুললৈ কেৱল খোজ কাঢ়িয়েই যাব লগা হৈছিল। যাওঁতে মায়ে বান্ধি দিয়া মাৰ ভাত কেইটা খাই যাওঁ। আজিৰ দৰে সেই স্কুল চৌহদত কোনো ধৰণৰ দোকান বা হোটেলৰ ব্যৱস্থা নাছিল। গোটেই দিনটো ভোকে লঘোনে থাকি কটাব লগা হৈছিল। স্কুলৰ পৰা আহি খোজকাঢ়ি ঘৰ সোমাওঁতে গধূলিয়ে হৈছিল। নিশাৰ ভিতৰতে স্কুলৰ কাম সমূহ কৰি পাছদিনা পুৱাতে স্কুললৈ ওলাবৰ হয়। আমি ভীষণ কষ্টৰে শিক্ষা লাভ কৰিব লগা হৈছিল।

❑ ছাৰ আপোনাক যদি এখন শিশু উপযোগী গল্পৰ পুথি লিখিবলৈ কোৱা হয় কেনেধৰণৰ পুথি লিখিব?

মই ভাবো শিশুৰ বাবে লিখা সাধু সমূহ অলপ নাটকীয় হ'ব লাগে। মই মোৰ নাতিহঁতক সাধু কওঁতে সদায় নাটকীয়তা অৱলম্বণ কৰি বিভিন্ন কৌশলৰে কওঁ। তেতিয়া সিহঁতে বৰ আমোদ পায়। তা ৰোপৰি শিশু উপযোগী পুথি সমূহত ছবি থকাটো নিত্যান্তই প্ৰয়োজনীয়।

❑ আপোনাৰ দিনৰ কবিতা আৰু আজিৰ কবিতাৰ মাজত কিবা পাৰ্থক্য আছে নেকি?

আমাৰ সেই সময়ত ৰোমাণ্টিক যুগ চলি আছিল। মহাযুদ্ধৰ সেই সময়ছোৱাত মানুহৰ মূল্যবোধ হেৰাই গৈছিল। গতিকে কবিতাসমূহৰ কিছু পৰিবৰ্তনে দেখা দিয়ে। মোৰ মতে কবিতা সদায় কবিতা হ'ব লাগিব। জীৱনৰ লগত সংগতি ৰাখি

শীলতা অটুট ৰাখি কবিতা এটা সৃষ্টি কৰিব পাৰিব লাগিব। যিটো কবিতাই পাঠকৰ অন্তৰ চুই যাব পাৰে সিয়েই প্ৰকৃততে সফল কবিতা।

❑ গল্প, উপন্যাস আৰু কবিতা। এই কেইটাৰ ভিতৰত কোনটোৰ পৰা আপুনি অধিক সন্তুষ্টি লাভ কৰে?

এই কেইটাৰ ভিতৰত একে আষাৰতে ক'ব লাগিলে মই কবিতাৰ কথাকে ক'ব লাগিব।

❑ এতিয়ালৈকে আপুনি যি যি বঁটা বা পুৰস্কাৰ পাইছে সেই সমূহৰ পৰা আপুনি সন্তুষ্ট হ'ব পাৰিছেনে?

প্ৰথম কথা হ'ল আমি যি লিখো তাৰো কিতাপখনৰ কপিটো বিছাৰি কিনি আনিব লাগে প্ৰথমতে মোৰ কথা হ'ল মই লিখা আলোচনী বা কিতাপখন মোৰ হাতত জমা হৈ থাকিব লাগে। বঁটা বাহনটো তাৰ বহু পাছৰ কথা। বঁটা হিচাপে বিশেষ তেনেধৰণৰ বঁটা পোৱা নাই। যি সময়ত পাব লাগিছিল তাকো বহু পলমকৈহে পাইছো।

❑ ৰঙা জিএগ্ৰা কবিতা বিষয়ে কিছু কথা ক'ব নেকি?

ৰঙা জিএগ্ৰাৰ কবিতা মোৰ ৰামধেনুত ওলাইছিল। তোমালোকে পঢ়িছিলানে? তোমালোকৰ তেতিয়া জন্মই হোৱা নাই ছাগৈ?

❑ ছাৰ দিনত ভোগালী বিহুৰ সময়? বিহুৰ প্ৰাক্‌মুহূৰ্তত আপোনাৰ মনলৈ অহা অনুভৱ আমাৰ আগত ব্যক্ত কৰককচোন।

আমাৰ এতিয়া নগাঁৱৰ এটা বিশেষ বৈশিষ্ট্য আছিল যে, সেই সময় মেজি বা হাঁৰলি ঘৰ সাঁজি তাত নাম কীৰ্ত্তন কৰা হৈছিল। বিহু নাম গোৱা হোৱা নাছিল। বহাগৰ বিহুতহে আচল ৰং ধেমালি হৈছিল। এতিয়াও মই নাতি কেইটাক লৈ ঘৰতে মেজি জ্বলাও। বিহুৰ লগত জৰিত সকলো পৰম্পৰা মানি চলিবলৈ মই ভাল পাওঁ। বৰ্ত্তমান বিজ্ঞানৰ যুগত ইয়াৰ সত্যতা হিচাব কৰাতকৈ তাক মানি চলিবলৈ ভাল পাওঁ।

❑ ছাৰ নৱবৰ্ষৰ প্ৰাক্‌মুহূৰ্তত আপোনাৰ কিবা পৰিকল্পনা?

এই বয়সতনো কি নতুন পৰিকল্পনা কৰিম। তোমালোকৰ দ্বাৰাহে আমাৰ পৰিকল্পনাৰ সাৰ্থকতা তথাপি আধৰুৱা হৈ পৰি থকা গল্প এটা সম্পূৰ্ণ কৰাৰ ইচ্ছা আছে। কিয়নো মই বৰ্ত্তমান বাৰ্দ্ধক্যজনিত কাৰণত প্ৰায় অসুস্থ হৈ থাকো। কোনোবাই কেতিয়াবা লিখি সহায় কৰি দিম বুলি আগবাঢ়ি আহিলেও নিজে প্ৰস্তুত হ'ব নোৱাৰো।

ছাৰ আপুনি পাঠক সকললৈ ভোগালী বিহু আৰু নৱবৰ্ষৰ শুভেচ্ছা কেনেদৰে জনাব?

❑ মই ভোগালী বিহু আৰু নববৰ্ষৰ শুভেচ্ছা এনেদৰে জনাইছো যে তেওঁলোকে যাতে অধ্যয়ণ কৰি যায়। বৰ্ত্তমান সময়ত যি জ্ঞান বিজ্ঞানৰ বিস্ফোৰণ ঘটিছে তাৰ সুবিধা সকলোৱে লওঁক। তাৰোপৰি সকলো সময়তে সৃষ্টিশীল কামত নিয়োজিত হৈ থকাটো থকাটো মই কামনা কৰো।

ছাৰ আমাৰ ফালৰ পৰা লগতে সমূহ কাকলি গোষ্ঠীৰ হৈ আপোনালৈ নববৰ্ষৰ লগতে ভোগালী বিহুৰ ওলগ যাচিলো।

(তোমালোকলৈ মোৰ পৰা আশীৰ্বাদ থাকিল।)

বিনোদন কাকলি (৪ ৰ্থ বছৰৰ ১ম সংখ্যা)

সাক্ষাৎগ্ৰহণ : ছানমণি বৰদলৈ

........................

# মই কবি হ'বলৈহে বিচাৰিছিলোঁ

দুৰন্ত মন, অসাধাৰণ ব্যক্তিত্ব, সুস্পষ্টবাদী আৰু উজ্জ্বল আদৰ্শেৰে মহিমামণ্ডিত বিশিষ্ট সাহিত্যিক মহিম বৰা। 'কাঠনিবাৰী ঘাট', 'এধানী মাহীৰ হাঁহি'ৰ লগতে অসমীয়া ভাষা সাহিত্যৰ ভৰাঁললৈ এ বোজা মেটমৰা সাহিত্যৰ উপহাৰ দিছে 'ৰঙা জিঞ'ৰ কবি খ্যাত সাহিত্যিকগৰাকীয়ে। আকাশৰ দৰে বিশাল, সমুদ্ৰৰ দৰে গভীৰ, বনানীৰ দৰে স্থিৰ, সাগৰৰ দৰে গম্ভীৰ হোৱাৰ বাবেই সকলোৰে আত্মীয় হৈ পৰা জীৰ্ণ-ক্ষীণ অথচ সজীৱ-সতেজ, মৰমিয়াল সদালাপী, নিৰহংকাৰী, ব্যক্তিগত জীৱনত অতি সহজ-সৰল, হাস্যমুখৰ সাহিত্যিকগৰাকীৰ ৮১ তম্ জন্ম দিৱসৰ প্ৰাক মুহূৰ্তত তেখেতৰ ওচৰলৈ গৈছিলো। কিছু বাৰ্তালাপ কৰাৰ উদ্দেশ্যে। নিৰবিলি আবেলি সাহিত্যিকগৰাকীৰ বাসগৃহত হোৱা কথোপকথনত উপলব্ধি কৰিছিলোঁ হৃদয়খন যেন তেখেতৰ জীৱনৰ কঠিন শিলত কটা নিৰ্লোভি ভাস্কৰ্যৰ বেদনাৰে ভৰপুৰ, যাৰ তৰংগৰ সীমা হীন জোৱাৰৰ অবিৰত কোলাহল মৃত্যু, কেৱল ভাষা আৰু বৰ্ণ। মূৰৰ ওপৰত থকা বেলিটো পশ্চিম আকাশত সেন্দুৰৰ ফোঁট যেন হোৱালৈকে এই সময়খিনিত তেখেতৰ সহজ-সৰল প্ৰকাশ ভংগী আৰু এক নিৰুপম উপমাৰ মাধ্যমেৰে প্ৰকাশ কৰা প্ৰশ্নোত্তৰ আগবঢ়োৱা হ'ল।

– ভাস্কৰজ্যোতি মেধি

দৈনিক জনমভূমি, ২০০৪

❑ *জীৱনৰ সুখ-দুখ আৰু অনুভূতিৰে চাৰি কুৰি বসন্ত অতিক্ৰম কৰি স্বাদ পোৱা পৃথিবীখনৰ বিষয়ে আপুনি জীৱনৰ বিয়লি বেলাত উপনীত হৈ কেনে অনুভৱ কৰিছে?*

কেনে অনুভৱ কৰিছোঁ একে এষাৰতে কোৱা টান। এতিয়া যিকোনো বিষয়তে যেতিয়া আনন্দ লাভ কৰোঁ, তেতিয়া ভাব হয় যে জীৱন আনন্দময়, পৃথিৱীত মানৱ হৈ জন্ম লোৱাটো বৰ আনন্দৰ কথা। কিন্তু যেতিয়া হতাশ, নিৰাশাই আগুৰি ধৰে আৰু ঠগ-প্ৰৱঞ্চনাৰ মাজত সোমাই পৰোঁ, কেউফালে দুখ-যাতনা দেখিবলৈ পাওঁ তেতিয়া ভাবোঁ মহাপাপৰ ফলতে মানুহে পৃথিৱীত জন্ম লাভ কৰে। গতিকে আন্ধাৰ আৰু পোহৰৰ লুকাভাকুৰ মাজত মানৱ জীৱন সোমাই থাকে বুলি মোৰ ধাৰণা। আৰু দুখৰ অনুভৱেই মানুহৰ জীৱন আটাইতকৈ বেছি। গুৰুজনাৰ উদ্ধৃতিৰে ক'ব পাৰোঁ, 'অহতু শংকৰে এই দুঃসাগৰে পাৰ কৰা হৃষিকেশ'। কিন্তু জীৱনৰ তিনিটা প্ৰধান ঋণ লৈ আমি জন্ম গ্ৰহণ কৰোঁ। ঋণ তিনিটা হ'ল দেৱঋণ, গুৰুঋণ, পিতৃঋণ। এই ঋণ তিনিটাই সমগ্ৰ মানৱতাকে সাঙুৰিছে। গতিকে জন্মৰ পৰা পৰিত্ৰাণ পোৱাৰ উপায় নাই। আমি বাৰে বাৰে এই

অসম্পূৰ্ণ কৰ্ম সম্পূৰ্ণ কৰিবলৈ পৃথিবীলৈ আহিবই লাগিব। মুক্তি লাভ সকলোৰে কাৰণে সম্ভৱ নহয়।

❑ *সাহিত্যই আপোনাক বহু সন্মান দিয়াৰ লগতে বঁটাও লাভ কৰিছে। সাহিত্যত এই বঁটাই আপোনাক কিবা বৰঙণি আগবঢ়াইছেনে?*

সৰুতেই ভাবিছিলোঁ — মোক মানুহে কবি বুলি ক'ব, সাহিত্যিক বুলি ক'ব। মোৰ নামটো ছপা আকাৰত প্ৰকাশ হ'ব। মোৰ ফটো কাগজত ছপা হ'ব। অ লপ ডাঙৰ হোৱাত ভাবিছিলোঁ মই মোৰ চাৰিওফালৰ মানুহবিলাকৰ আশা-আকাংক্ষা, কল্পনা-দুখ-যন্ত্ৰণা, প্ৰেম-ভালপোৱাক মোৰ সাহিত্যৰ যোগেদি ৰূপায়িত কৰিম। তেতিয়া বঁটা-বাহনৰ কথাই নাছিল। আৰু সাহিত্যিককো বহুতো মানুহে চিনি নাপাইছিল। পিছত দুই-এটা বঁটা - বাহন পাইছোঁ সেইটো আনন্দ সঁচাকৈয়ে ক'বলৈ গ'লে দীৰ্ঘস্থায়ী নহয়। মোৰ কাৰণে আনন্দ হ'ল নতুন নতুন সৃষ্টি কৰিব পৰা ক্ষমতাটোহে। যিহেতু আমাৰ কিতাপ বেচি পইচা নাপায়। (এতিয়াহে দুই-এপইচামান পোৱা গৈছে)। গতিকে বঁটা-বাহনৰ লগত অহা ধনে কিছু আৰ্থিক সকাহ দিছে। নহ'লে মোৰ জীৱন অন্যান্য সমস্যাৰ লগতে আৰ্থিক সংঘাতৰ সংগ্ৰামেৰেই পৰিপূৰ্ণ। সাহিত্য সৃষ্টিৰ বাবে যি আহৰিৰ প্ৰয়োজন, ভ্ৰমণৰ প্ৰয়োজন সেইখিনি মোৰ জীৱনত খুব কমেই ঘটিছিল। আৰ্থিক আৰু পাৰিবাৰিক সমস্যাই মোক প্ৰায় কাবু কৰি ৰাখিছিল।

❑ *"এধানি মাহীৰ হাঁহি' আৰু 'কাঠনিবাৰী ঘাট' দুয়োখনেই আপোনাৰ পাঠক সমাজৰ জনপ্ৰিয়। আপুনি দুয়োখনৰ ভিতৰত কোনখনৰশ্ৰেষ্ঠতাৰ স্বীকৃতি দিব বিচাৰে?*

এজন লেখকৰ কাৰণে সকলো গ্ৰন্থই সমানে প্ৰিয়। মোৰ প্ৰতিটো গল্প, কবিতা, প্ৰবন্ধত আন লেখকৰ দৰে মোৰো সত্তাটোৰ এটা অংশ সোমাই গৈছে। প্ৰতিটো সন্তানৰ ক্ষেত্ৰত পিতৃ-মাতৃয়ে নিজস্ব সত্তা দান কৰি সন্তানটো জন্ম দিয়াৰ দৰে। মোৰ 'এটি হাঁহিৰ জন্ম' কবিতাটোত এনে এটা শাৰী আছে 'ক্ষণে ক্ষণে ক্ষয়িষ্ণু সত্তাৰে নাৰী হ'ল অন্তঃসত্ত্বা প্ৰতীক্ষা আতুৰ।' পদ্মনাথ গোহাঞি বৰুৱাদেৱৰ 'সন্তান' নামৰ কবিতাটোত তেওঁ গ্ৰন্থ সন্তানৰ বিষয়ে বৰ্ণনা কৰিছে। গতিকে প্ৰশ্নটো পাঠক সমাজেহে সোধা ভাল।' 'এধানী মাহিৰ হাঁহি' ৰ পাতনিতে মই এইখন কলম মোচা সন্তান বুলি কৈছোঁ। স্বাভাৱিকতে এইখনৰ প্ৰতি মোৰ আকৰ্ষণ বেছি। অৱশ্যে ৰচনা বেয়াই হওঁক বা ভালেই হঁক কষ্ট আৰু যন্ত্ৰণা সকলোতে সমান।

❑ *শেহতীয়াকৈ আপোনাৰ কোনো ধৰণৰ বিশেষ উল্লেখযোগ্য সৃষ্টি অসমীয়া সাহিত্যপ্ৰেমীসকলে নোপোৱাৰ ক্ষেত্ৰত আপোনাৰ ক'ব লগীয়া?*

'এধানী মাহিৰ হাঁহি' ৰ পিছত মোৰ নানা যাতনা মোৰ মাৰাত্মক মূৰৰ বিষ, পত্নীৰ আকস্মিক বিয়োগ পাৰিবাৰিক আন কিছুমান দুৰ্যোগত মই যোৱা পাঁচ বছৰ একো লিখা

পঢ়া কৰিব নোৱাৰা হ'লোঁ। দীঘল গল্পৰ প্লট এটা যোৱা দুবছৰ পাগুলি আছোঁ, কিন্তু কলম ধৰাৰ দৈহিক, মানসিক স্বাস্থ্য মোৰ উভতি অহা নাই। নতুন একো পঢ়িবও পৰা নাই — মূৰৰ বিষ আৰু চকুৰ বাবে।

❑ *আপুনি কবি হ'ব বিচাৰিছিল নে গল্পকাৰ হ'ব বিচাৰিছিল?*

মই কবি হ'বলৈহে বিচাৰিছিলোঁ। গল্পৰ প্ৰেৰণাটো পিছতহে পাইছিলো। কিন্তু মোক বহুতে গল্পকাৰ আৰু বহুতে কবি বুলি দুয়োটাই কয় যদিও বেছিভাগে মূলতে বহুতে ক'ব খোজে কবিহে। কিজানি সঁচা।

❑ *সৃষ্টিৰ অৰ্থৰ বাখ্যা আপুনি কি দৰে দিব?*

সৃষ্টিৰ বৰ ৰহস্যময়। গুটি এটাৰ পৰা গছ এজোপা গজি অহাৰ দৰে, পাতৰ মাজৰ পৰা ফুল এপাহ ওলাই অহাৰ দৰে, কণী এটাৰ পৰা জেঠী পোৱালি ওলাই অহাৰ দৰে সাহিত্যত সৃষ্টি প্ৰক্ৰিয়াটো অতি ৰহস্যময়। যাক মই ভগৱন্তৰ কৃপা বুলি কওঁ । সৃষ্টিৰ ক্ষেত্ৰত এজন মানুহৰ দৈহিক, মানসিক আৰু আধ্যাত্মিক, অৰ্থাৎ সমগ্ৰ সত্তাটোৱে জড়িত হৈ পৰে। তাৰ প্ৰমান হ'ল কল্পনা। সেই কল্পনাই এটা নিজস্ব ৰূপ লৈ স্বপ্নত পৰিণত হয়। আৰু সেই স্বপ্নই তেওঁ কলমেৰে বা তুলিকাৰে ৰূপায়িত কৰে। গতিকে সৃষ্টি হ'ল স্ৰষ্টাজনৰ সমগ্ৰ সত্তাৰ ৰূপান্তৰ।

*মৃত্যুৰ ভয়ে আপোনাক কেতিয়াবা শংকিত কৰি তুলিছে নেকি? আপুনি আৰু কিমান দিন জীয়াই থাকিব বিচাৰে?*

মই জন্মান্তৰবাদত গভীৰ বিশ্বাসী। মই আকৌ উভতিবই লাগিব। গতিকে মৃত্যুৰ ভয় কমি গ'ল। কিন্তু এটা সময়ত মৃত্যুৰ ভয়ে সকলো সময়তে শংকিত কৰি ৰাখিছিল। জীৱনৰ যন্ত্ৰণা বেছি হোৱাৰ লগে লগে জীৱনৰ ভয়হে মোৰ বেছি হৈ গ'ল। কেতিয়াবা মই মৃত্যুকেই বৰ আদৰণী বুলি ভাবো।

মানুহৰ মৃত্যুৰ কথা কোনেও ক'ব নোৱাৰে। মোৰ আৰু কিছুমান কাম আৰু দায়িত্ব আছে। সেইখিনি পালন কৰিব লাগে বুলি ভাবোঁ। কিমান দিন জীয়াই ৰাখে সেইটো ভগ বন্তৰ উচ্ছা।

❑ *জন্ম, বিবাহ আৰু মৃত্যু — তিনিটাৰ ভিতৰত আপোনাৰ আটাইতকৈ প্ৰিয় কোনটো?*

আগৰ বয়সত বিবাহকেই জীৱনৰ আটাইতকৈ মধুৰ ক্ষণ বুলি ভাবিছিলোঁ। কিন্তু বৈবাহিক জীৱনৰ দায়িত্ব আৰু সমস্যাই মোৰ সেই ধাৰণা বহুখিনি কমাই দিলে। জন্ম আৰু মৃত্যুৰ কথাটো কোনেও ক'ব নোৱাৰে। ○

# মহিম বৰাৰ স'তে এখন্তেক

'কাঠনিবাৰী ঘাট'ৰ পৰা 'এধানী মাহীৰ হাঁহি'লৈকে এক নিৰলস সাহিত্য সৃষ্টিৰে অসমৰ সাহিত্যক চহকী কৰি তোলা শ্ৰদ্ধেয় মহিম বৰা — যাৰ কলমত প্ৰাণ পাই উঠে গাঁৱৰ সহজ-সৰল মানুহৰ সৰু সুৰু কথাবোৰ, হেৰাই যাব খোজা গাঁওবাসীৰ আপুৰুগীয়া সম্পদৰাজি। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি প্ৰথিতযশা কথাশিল্পীগৰাকীক তেওঁৰ অনবদ্য সাহিত্য সৃষ্টিৰ বাবে ১৯৯৮-৯৯ চনৰ মেগৰৰ 'অসম উপত্যকা বঁটা'ৰে সন্মানিত কৰা হয়। 'ৰাতি ফুলা ফুল' গল্প সংকলনখনে কঢ়িয়াই আনিছিল 'অসম প্ৰকাশন পৰিষদ বঁটা' বিজয় গৌৰৱ। 'এধানী মাহীৰ হাঁহী'য়ে লাভ কৰে ২০০১ চনৰ সাহিত্য অকাডেমী বঁটা। তেওঁলৈ আমাৰ প্ৰশ্ন আছিল -

❑ *অনাগত দিনবোৰৰত অসমীয়া সাহিত্যৰ ক্ষেত্ৰখনত এটা গভীৰ শূন্যতাৰ সৃষ্টি হ'ব বুলি বহুতেই আশংকা কৰিছে। এই সন্দৰ্ভত আপোনাৰ প্ৰতিক্ৰিয়া কেনেধৰণৰ?*

মঃ বঃ — আমি ছাত্ৰ হৈ থাকোতেও তেনে এটা ধাৰণা কৰিছিলো। কাৰণ বেজবৰুৱা, গোহাঞিবৰুৱাকে মুখ্য কৰি সেই সময়ৰ প্ৰধানসকল যোৱাৰ পাচত শূন্যতাৰ সৃষ্টি হ'ব বুলি ভাবিছিলো। কিন্তু অসমীয়াসকল বিশেষকৈ ছাত্ৰসকল সজাগ হ'ল আৰু নিজৰ হেৰুওৱা মৰ্য্যদা ঘূৰাই অনাৰ সংকল্প ল'লে। আমি ড° কাকতী, ড° ভূঞা, সন্দিকৈৰ দৰে মহান ব্যক্তিসম্পন্ন লোক পালো। কালিৰাম মেধি, উপেন লেখাৰু, বিৰিঞ্চি কুমাৰ বৰুৱা — এইসকলে সেই শূন্যতা পূৰণ কৰিবলৈ আগবাঢ়ি আহিল। ইয়াৰ পাচত আমি এম এ ক্লাছৰ ছাত্ৰ হৈ থাকোতে এইসকলে মেলানি মাগিছিল যদিও মহেশ্বৰ নেওগ, ডিম্বেশ্বৰ নেওগ, প্ৰফুল্লদত্ত গোস্বামী, সত্যেন্দ্ৰনাথ শৰ্মা, তীৰ্থনাথ শৰ্মা — এইসকল ব্যক্তি আহিল। কথাশিল্পী, কবিসকলৰ মাজতো আৱাহন যুগৰ বহুকেইজন লব্ধপ্ৰতিষ্ঠ সাহিত্যসেৱী পাইছিলো। সেইসকলেও আমাৰ শূণ্যতা বহুখিনি পূৰাইছিল। বিশেষকৈ, জ্যোতিপ্ৰসাদ, ফণী শৰ্মা, বিষ্ণু ৰাভা — এই তিনিজনে আমাৰ সাহিত্য-সংস্কৃতিৰ জগতত ত্ৰিমূৰ্তিৰূপে

থিয় হৈ আমাক ৰক্ষা কৰি আহিছে। সেই সময়ছোৱা আছিল আমাৰ মহা সংকটৰ কাল। মই ব্যক্তিগত ভাৱে মহা হতাশ হৈছিলো যদিও হেম বৰুৱাক আঁতৰৰ পৰাই জানি বহুখিনি আশ্বস্ত হৈছিলো। ৰাজনৈতিক যিটো গ্ৰুপিং ব্যৱস্থা, সেইটোৱে আমাৰ অস্তিত্ব বিপন্ন কৰি তুলিছিল। গান্ধীজীৰ আদৰ্শই ইয়াৰ বিৰুদ্ধে থিয় দিলে। আৰু হেম বৰুৱা ছাৱে অসমৰ বাহিৰৰ ইংৰাজী কাকতত প্ৰবন্ধ-পাতি লিখি অসমৰ অৱস্থাতো জনাব পাৰিছিল। আৱাহন যুগৰ অন্ত পৰাৰ লগে লগে কমলনাৰায়ণ দেৱ, ভবানন্দ দত্তৰ নেতৃত্বত দত্তৰ নেতৃত্বত 'জয়ন্তী' কাকতৰ পুনৰ প্ৰকাশ হয় আৰু অসমীয়া সাহিত্যত নতুন ধাৰাৰ প্ৰৱৰ্তনৰ বাবে তেওঁলোকে হাতত কলম তুলি ল'লে। 'জয়ন্তী' কাকতৰ এই আন্দোলনৰ প্ৰতি মই বিৰূপ হৈ পৰিছিলো। এই মাৰ্ক্সীয় ধাৰাৰ বিপৰীতে আন এজন ডেকা আগবাঢ়ি আহিল আৰু সম্পূৰ্ণ পশ্চিমীয়া আৰ্হিত, বিশেষকৈ এলিয়টত প্ৰভাৱত অসমীয়া কবিতা আৰম্ভ কৰিলে। তেওঁ হেম বৰুৱা আৰু তেওঁক কেন্দ্ৰ কৰি এচাম নতুন লেখক সৃষ্টি হ'ল। ইয়াৰ পাচত ৰামধেনু যুগ আৰম্ভ হয় আৰু নৱকান্ত বৰুৱাই দুয়োটা ধাৰাৰ মাজত সমন্বয় ৰক্ষা কৰি এই মাটিৰ পৰাই ৰস লৈ ৰোমাণ্টিক ধাৰাটো সম্পূৰ্ণ বৰ্জন নকৰি কবিতা ৰচনা কৰে। নৱকান্ত বৰুৱাক কেন্দ্ৰ কৰিয়েই আৰম্ভ হোৱা ৰামধেনু যুগটো বিভিন্ন দিশত প্ৰস্ফুতিত হৈ উঠিল। বৰ্তমান প্ৰবীণ হৈ পৰা প্ৰায়বোৰ নবীন লেখক-লেখিকা এই যুগৰ সৃষ্টি। হোমেন বৰগোহাঞি, চন্দ্ৰ প্ৰসাদ শইকীয়া, সৌৰভ কুমাৰ চলিহা, শীলভদ্ৰ, নীলমণি ফুকন, ড° নিৰ্মলপ্ৰভা বৰদলৈ, ড° লক্ষহীৰা দাস, বীৰেশ্বৰ বৰুৱা, প্ৰফুল্ল ভূএগ, হৰি বৰকটকী, মহেন্দ্ৰ বৰা, আব্দুল মালিক (আৰু কেইবাজনৰো নাম বৰ্তমানলৈ মনলৈ অহা নাই) এইসকলে আমাৰ কবিতাৰ ধাৰাত (দুই-এজনে গল্পৰ ধাৰাতো) নতুন প্ৰাণৰ সঞ্চাৰ কৰিলে। গতিকে মাধৱ কন্দলিৰো আগৰ হৰিবৰ বিপ্ৰ আদি কবিসকলৰ দিনৰ পৰা আজিলৈকে আমাৰ সাহিত্য-সংস্কৃতিৰ ধাৰাটো নানান ৰাজনৈতিক উত্থান-পতনৰ মাজতো কেতিয়াবা অন্তঃসলিলা হ'লেও নিছিগা ধাৰেই বৈ আগিছে।

১৯৭৮ চনত গোলাঘাটত বহা অসম সাহিত্য সভাৰ কবি সন্মিলনৰ সভাপতিৰ ভাষণত মই এই বিষয়ে কিছু আলোচনা কৰি আহিছো আৰু ভাষণটোত 'পিওঁময় নিছিগা ধাৰা'ৰে বেজবৰুৱাৰ কবিতাৰ এই উদ্ধৃতিৰ উপ-শিৰোনামা দিছিলো।

ড° বাণীকান্ত কাকতী, বিৰিঞ্চি কুমাৰ বৰুৱাৰ পাচত এইসকলৰ স্থান পূৰণ কৰিব পৰা লোক ওলোৱা নাই সঁচা, কিন্তু চন্দ্ৰপ্ৰসাদ শইকীয়াৰ সম্পাদনাত 'অসমীয়া', প্ৰকাশ', 'গৰীয়সী' আৰু ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ সম্পাদনাৰ ওলোৱা 'প্ৰান্তিকে' আমাৰ এই ধাৰাটোৰ নিৰৱচ্ছিন্নতা ৰক্ষা কৰাই নহয়, প্ৰায় সকলোফালে সমৃদ্ধ কৰাৰো চেষ্টা কৰি আহিছে। গতিকে মই ভাবো ৰামধেনু যুগৰ এই লেখকসকলৰ পাচত এই উঠি অহাসকলেই বিভিন্ন দিশত সাহিত্যৰ নতুন ধাৰা প্ৰাণচঞ্চল কৰি তুলিব। ড° হীৰেন গোহাঁই, ভবেন

বৰুৱা, অপূৰ্ব শৰ্মা, হীৰেন ভট্টাচাৰ্য, ৰঞ্জিত দেৱগোস্বামী, ড° নগেন শইকীয়া, ড° গোবিন্দ প্ৰসাদ শৰ্মা, ড° মুকুন্দমাধৱ শৰ্মা, দুৰ্গেশ্বৰ বৰঠাকুৰ, মহেন্দ্ৰ বৰঠাকুৰ — এইসকলৰ চিন্তা-চৰ্চা আৰু আদৰ্শৰ দ্বাৰা অনুপ্ৰাণিত হৈ নতুনচাম লিখক আগবাঢ়িছে। চিন্তা-চৰ্চাৰ ক্ষেত্ৰত তেওঁলোক সম্পূৰ্ণ বিশ্বমুখী হোৱাৰ ফলত আমাৰ সাহিত্যৰ বিভিন্ন দিশে একোটা নতুন মাত্ৰা লাভ কৰিছে বুলি মোৰ ধাৰণা। কবিতা, গল্প. নাটক, উপন্যাস, চিন্তাপ্ৰধান ৰচনা, বিজ্ঞান সম্পৰ্কীয় গ্ৰন্থ, দৰ্শন, টেকন'ল'জি আৰু বিভিন্ন তাত্ত্বিক আলোচনা আদিত বিভিন্নজন প্ৰবৃত্ত হৈছে আৰু মই ভাবো বয়সৰ লগে লগে তেওঁলোকে পৈণত চিন্তাৰে আমাৰ সাহিত্য সমৃদ্ধ কৰি তুলিব। মই এইসকলৰ নাম এতিয়া দিব নোখোজো। কাৰণ বহুত নাম এতিয়া বাদ পৰি যাব পাৰে। মোৰ সকলোবিলাক নাম মনত নাই। আৰু এটা আশাৰ লক্ষণ এয়ে যে আমাৰ মাজত ইংৰাজী, হিন্দী ভাষাৰ বহল জ্ঞান থকা বহুতো সাহিত্যিক আছে যি আমাৰ সাহিত্যৰ ইংৰাজী ভাঙনি বাহিৰত প্ৰকাশৰ চেষ্টা কৰিছে। ড° হীৰেন গোহাই, প্ৰদীপ শইকীয়া, ভবেন বৰুৱা, কৃষ্ণ দুলাল বৰুৱা, নীৰেন বৰুৱা, অৰিন্দম বৰকটকী, ত্ৰিদিব গোস্বামী — এইসকলৰ পৰাও আমাৰ সাহিত্যৰ প্ৰচাৰ বাঢ়িছে। গতিকে বহুতে ভয় কৰাৰ দৰে প্ৰবীণচাম যোৱাৰ পাচত অসমীয়া সাহিত্যৰ জগতখনত শূন্যতাৰ সৃষ্টি হ'ব বুলি মই নাভাবো।

- যুগুতালে গীতাঞ্জলী মেধিয়ে

(অসমীয়া প্ৰতিদিন , ২০০৩)

..................................

# বিলম্বিত সমালোচনাই মোক ক্ষতিগ্ৰস্ত কৰিছে ঃ মহিম বৰা

অসম সাহিত্য সভাৰ নৱনিৰ্বাচিত সভাপতি মহিম বৰাক তেওঁৰ কবিতা, গল্প আৰু সাহিত্যিক ব্যক্তিত্ব সম্পৰ্কে প্ৰশ্ন কৰিছে অপূৰ্ব শৰ্মাই।

## কথোপকথন ঃ

❑ প্ৰধানতঃ গল্পকাৰ বুলিয়েই স্বীকৃত হ'লেও আৰু আপোনাৰ কাব্য-কৃতিৰ পৰিমাণ সীমিত হোৱা সত্বেও আপুনি যে মূলতঃ এজন কবি আৰু আমাৰ সময়ৰ উল্লেখযোগ্য কবি, সমালোচকৰ লেখাত সি প্ৰতিষ্ঠিত হৈছে। আপোনাৰ সৃষ্টিশীলতাৰ এই ক্ষেত্ৰটি উপযুক্তভাৱে কৰ্ষিত নোহোৱাৰ বাবে প্ৰৰিশ্ৰমৰ প্ৰতি আপোনাৰ অনীহাই হয়তো দায়ী। কাব্য-চৰ্চাৰ প্ৰেৰণা আৰু দিক্- নিৰ্ণয়ক হিচাপে অধ্যয়ন আৰু অনুশীলনৰ পৰিবেশ আৰু সংবেদনশীল সহযোগিতাৰ অভাৱো হয়তো ইয়াৰ বাবে দায়ী হ'ব পাৰে। অথবা সমসাময়িক কবিতাৰ প্ৰভাৱশীল 'মননশীল' ধাৰাৰ মাজত আপুনি নিজকে ব্ৰাত্য আৰু অকলশৰীয়া বোধ কৰা কাৰণেও হয়তো কাব্য-চৰ্চাৰ প্ৰতি আপুনি উদাসীন হৈ পৰিল। আপুনি জীৱন আৰু কাব্য অধ্যৱসায়েৰে চৰ্চা কৰা হ'লে আপুনি অসমীয়া কাব্যজগতৰ এজন প্ৰধান (Major) কবি হ'ব পাৰিলেহেঁতেন।

কবিত্বময় ভাব আৰু কবিতা- সৃষ্টি দুটা সম্পূৰ্ণ বিভিন্ন বিষয়। মোৰ কবিত্বময় ভাৱ-অনুভূতি গাঁৱৰ জীৱনৰ প্ৰকৃতিৰ সৌন্দৰ্য্যৰ মাজত আপেনা-আপুনি জন্ম হৈছিল। মোৰ জন্মদায়িনীৰ মুখৰ নিচুকণি গীত, কাণখোৱাৰ পদ, বিয়ানাম-আইনামৰ সুৰবিলাকে এতিয়াও মোৰ স্নায়ুমণ্ডল তৰংগায়িত কৰি আছে যেন লাগে। আনৰ মুখৰ পৰা শুনা সাধুকথা, সাধুৰ মাজৰ সুৰলাকৈ সুৰ লগাই গোৱা গীত আদিয়ে মোৰ মনটো কোনোবা এখন কল্পনাৰ জগতলৈ উৰুৱাই নিয়ে। (মই সৰুৰে পৰাই অদ্ভুত ধৰণে কল্পনাপ্ৰৱণ)। গতিকে পদ্যৰচনালৈ ধাউতি মোৰ সৰুৰে পৰাই আছিল। পঢ়াৰ খক ইমান বাঢ়িছিল যে

কিতাপৰ অভাৱত ভীমচৰিত, কাণখোৱা, বৈষ্ণৱী কীৰ্ত্তন, ৰামায়ণ, মহাভাৰত আদিৰো সোৱাদ ল'বলৈ চেষ্টা কৰিছিল। কিন্তু তেতিয়া মোৰ কবিতাৰ সঠিক অনুভূতি অহা নাছিল। সেই কাৰণে প্ৰায়ে পদ্য লিখিছিলো আৰু সেইবোৰ বহুক্ষেত্ৰত যান্ত্ৰিক আছিল। দশমমানলৈকে দুটামান কবিতাহে মনত লগা হৈছিল — 'পুৰণা ভেটি' আৰু 'গাঁৱৰ গাভৰু'। প্ৰকৃততে বি.এ. পাছ কৰাৰ পাচত 'ৰংঘৰ' আলোচনীত মই প্ৰথম আধুনিক কবিতা এটা লিখোঁ। সেই সময়ত বিশেষকৈ 'জয়ন্তী' কাকতত স্বৰ্গীয় ভৱানন্দ দত্তৰ নেতৃত্বত নতুন ধাৰাৰ কবিতাই ৰূপ লৈছিল ; কিন্তু এই কবিতাবিলাকে মোক আকৰ্ষণ কৰিব নোৱাৰিলে। তথাকথিত আধুনিক কবিতাৰ স্বৰূপটো নো কি মই বুজিব পৰা নাছিলো। এনে শ্ৰেণীৰ কবিতাৰ বাবে বিস্তৃত অধ্যয়ন মোৰ একেবাৰে নাছিল। তথাপিও 'ৰামধেনু'ত প্ৰথমতে দুই-এটা কবিতা লিখিছিলো। ৰোমাণ্টিক ধাৰাটোৰ প্ৰতিহে মোৰ মন বেছিকৈ আকৰ্ষিত হৈছিল। সৰ্বহাৰাৰ শ্ৰেণী সংগ্ৰাম আদি শব্দ ভৰা কবিতাবোৰ মই মুঠেই ভাল নাপাইছিলো। শেষত ৰোমাণ্টিক ধাৰাটো সম্পূৰ্ণ ত্যাগ নকৰি সমসাময়িক ধাৰাৰ লগত সংগতি ৰাখি মই মাজে মাজে দুই-চাৰিটা কবিতা লিখিছিলো। ইতিমধ্যে নৱকান্ত বৰুৱাই আধুনিক কবিতাক এটা নিজৰ ৰূপত থিয় কৰিবলৈ চেষ্টা চলালে আৰু ই অসম্ভৱ জনপ্ৰিয় হৈ পৰিল। মযো তাৰ ভক্ত হৈ পৰিলো। তেওঁৰ চিত্ৰকল্প, শব্দযোজনা আৰু ছন্দৰ বৈশিষ্ট্যই আছিল মোৰ বাবে প্ৰধান আকৰ্ষণ। প্ৰায় কবিতাই মই পিছৰ জীৱনত লিখা আৰু প্ৰত্যেকটোৰে লগত বহুত যন্ত্ৰণা। ছাত্ৰ অৱস্থাত আৰু শিক্ষক জীৱনতো বহু সমস্যা তথা সংগ্ৰামৰ সন্মুখীন হ'ব লগা বাবে কবিতা ৰচনাৰ কাৰণে অতি প্ৰায়োজনীয় অৱসৰ মোৰ একেবাৰে নাথাকিল। প্ৰেৰণাতো নাছিলেই। আপুনি মোক মুলতঃ কবি বুলি কোৱাটো মোৰ জীৱনৰ লগত খাপ খোৱা নাই যেন লাগিছে। আনৰ কোনো কবিতাৰ মই একান্ত পাঠক, কিন্তু তথাপি মই কবি নহওঁ। গতিকে প্ৰধান কবি হোৱাৰ প্ৰশ্নই নুঠে।

❑ আপোনাৰ কবিতাত মননশীলতাৰ অভাৱ সম্পৰ্কে সহৃদয় সমালোচকে আক্ষেপৰ সুৰত মন্তব্য কৰিছে। কিন্তু আপোনাৰ সফল কবিতা কেইটাত আবেগত সহজ নিয়ন্ত্ৰণ, গভীৰ আৰু অকৃত্ৰিম উপলব্ধিৰ সূক্ষ্ম, আবেদনময় প্ৰকাশ আৰু প্ৰকৃতিৰ বিভিন্ন পৰিচিত উপাদানৰ মাজত জীৱন আৰু জগত আপোনাৰ ধাৰণাৰ প্ৰতীকী ব্যঞ্জনা আদিত এক ৰুচিপূৰ্ণ সংস্কৃতি মননৰে উপস্থিতি অনুভৱ কৰা যায়। আপোনাৰ কবিতাত তথাকথিত আধুনিক বৌদ্ধিক মননশীলতাৰ অভাৱৰ বাবে আপোনাৰ কোনো খেদ আছে নেকি?

মননশীলতাৰ অভাৱ মই অকপটে স্বীকাৰ কৰোঁ। কিন্তু মোৰ খেদ নাই ; কাৰণ পাশ্চাত্য আধুনিক কবিসকলৰ বিষয়ে বিস্তৃত অধ্যয়ন মোৰ নাই, অ'ত ত'ত চেগচোৰোকা প্ৰভাৱ ক'ৰবাত থাকিব পাৰে। পিছৰ কবিতা কেইটাত মোৰ নিজস্বধাৰা এটাতহে কবিতা ৰচনা কৰিছো বুলি মই ভাবোঁ।

**❑ অলপতে এখন সভাত আপোনাৰ কবিতাৰ আলোচনাত এজন প্ৰতিষ্ঠিত তৰুণ সমালোচকে আপোনাৰ দুটামান কবিতাৰ প্ৰসংগত পাশ্চত্যৰ ক'ৰবাত একাধিক কৰিৰ সৈতে সহমৰ্মিতাৰ ইংগিত দিছে। সচেতনভাৱে পাশ্চাত্য কাব্যদৰ্শৰ চৰ্চা কৰা হ'লে আপোনাৰ কাব্য- মানসে অধিক গভীৰতা আৰু বিস্তৃতি লাভ কৰিলেহেঁতেন যেন লাগে।এই দিশত আপুনি কিয় আগবাঢ়িব নুখুজিলে। আপোনাৰ গল্পই লাভ কৰা সফলতাই কাব্য-সাধনাৰ পথত বাধা উঠিল নেকি?**

আচলতে হাইস্কুলৰ পৰাই মোৰ জীৱন ইমান সংঘাতপূৰ্ণ আৰু দায়িত্বপূৰ্ণ হৈ পৰিল যে সাহিত্য অধ্যয়ন বা চৰ্চা মোৰ কাৰণে এটা বিলাসিতাহে হৈ পৰিছিল। মোৰ গল্পই লাভ কৰা সাফল্যই মোৰ কাব্য-ৰচনাত বাধা দিয়া নাই। কিয়নো গল্পৰ ক্ষেত্ৰতো মই সফল হৈছিলো বুলি কেতিয়াও আত্মবিশ্বাস অহা নাছিল আৰু এতিয়াও নাই।

❑ প্ৰকৃতিৰ প্ৰাণ - প্ৰবাহৰ মাজত জীৱনৰ বিভিন্ন অকৃতিম উপলব্ধিৰ সাৰ্থক ৰূপায়ণ আপোনাৰ কবিতাত যিদৰে সজীৱ হৈ উঠিছে, বিভিন্ন দ্বন্দ্ব আৰু সংঘাতত জৰ্জৰ আধুনিক বিপন্ন জীৱনৰ বৈচিত্ৰ্য আৰু তীব্ৰতা তাত অস্পষ্ট হৈ ৰৈছে। এনে হোৱাৰ কাৰণ আপুনি কি বুলি ভাবে?

অভিজ্ঞতাৰ স্তৰত লাভ কৰা জীৱনৰ স্বৰূপটোৰ লগত আপুনি কোৱা বিপন্ন আধুনিক জীৱনৰ স্বৰূপটোৰ এটা সাযুজ্যৰ চেষ্টা কৰিও মই কৃতকাৰ্য হোৱা নাই। আধুনিক জীৱনৰ বিপন্নতাৰ মূলত বহু পৰিমাণে দায়ী আমি - মানুহ, প্ৰকৃতি নহয়, এনে এটা ধাৰণাও মোৰ দৃঢ় লৈ উঠিছিল। এইখিনি কথা বহলাই বুজাবলৈ বহুত কথাই ক'ব লাগিব আৰু বৰ দীঘলীয়া সময় ল'ব।

**❑ শৈশব আৰু কৈশোৰত প্ৰকৃতিৰ সৈতে হোৱা আপোনাৰ নিবিড় সান্নিধ্যৰ যোগেদি প্ৰকৃতিৰ যি অমৰ সৌন্দৰ্য্যৰ আপুনি 'আত্মসাৎ' কৰিছিল, আপোনাৰ গল্পৰ জগতখনত মানুহ আৰু প্ৰকৃতিৰ বিচিত্ৰ সম্পৰ্ক, জীৱন আৰু মৃত্যুৰ সম্ভাৱনা আৰু ভঙ্গুৰতাৰ অবিৰত দ্বন্দ্বক সেই সম্পদসমূহে আচৰিত ব্যঞ্জনাৰ খলকনিৰে সমৃদ্ধ কৰিছে। আপোনাৰ গল্পত প্ৰকৃতিৰ উপস্থিতি কেৱল এক সহজাত প্ৰকাশ নে কিছুদূৰ সচেতন অনুশীলনৰ ফল?**

সৰুতে গাঁৱত আমাৰ চাৰিঘৰ মানুহৰ এটা সৰু চুবুৰী আছিল। আমাৰ পাছফালে বাঁহ আৰু গছ-গছনিৰ জাৰণি, সোঁ ফালে আন এখন সুবৃহৎ বাঁহনি আৰু গছ-গছনিৰে ভৰা হাবি। আমাৰ সন্মুখত চোতাল এৰিয়েই আৰম্ভ হৈছে সুবৃহৎ তামাল-পাণৰ বাৰী। গতিকে ক'বলৈ গ'লে আমি প্ৰকৃতিৰ কোলাত ডাঙৰ হ'লো। স্কুলীয়া কালছোৱাত বৰশীবোৱা, নৈত সাঁতোৰা, ফমুটিয়াই গছৰ ফল-মূল পৰা, ৰোৱা-দোৱা, কুঁহিয়াৰৰ খেতি কৰা আদি

কামৰ মাজত মোৰ বোকা-পানীৰ অভিজ্ঞতা হৈছিল। গতিকে, প্ৰকৃতিৰ যি প্ৰকাশ বা সজীৱ ৰূপ মোৰ লিখাত আপোনালোকে দেখিছে সি সহজাত ; তাৰ বাবে মোৰ কোনো সচেতন অনুশীলন নাছিল।

**❑ কিন্তু পিছলৈ যেতিয়া প্ৰকৃতিৰ এই সৰস প্ৰাণময় জীৱনপ্ৰবাহ অন্তৰ্হিত হৈছে, আধুনিকতাৰ ৰূপত মধ্যবিত্ত সংস্কৃতিৰ হেচাঁত সনাতন সমাজ আৰু জীৱনত অৱক্ষয় সংক্ৰমিত হৈছে, তেতিয়া এই অসমীয়া গাওঁ আৰু প্ৰাকৃতিৰ পটভূমি আপোনাৰ বাবে এটা fixation হৈ পৰিছে, সি আৰু আগৰ দৰে সজীৱ, সমৃদ্ধ হৈ আপোনাৰ বিষয়বস্তুত স্পন্দিত আৰু আলোকিত কৰিব পৰা নাই। এই বিষয়ে আপুনি সজাগ আছিলেনে?**

কৰবালৈ গ'লে। মেট্ৰিক দি উঠাৰ পৰাই মই গাঁৱৰ লগত সম্পৰ্ক ক্ষন্তেকীয়া আলহীৰ দৰে হৈ পৰিল। চাওঁতে চাওঁতে প্ৰকৃতিৰ সেই মনোমোহা ৰূপো লুকাই গ'ল। কিন্তু মোৰ কল্পনাত তাহানিৰ সেই ছবিয়েই চাব মৰা হৈ ৰ'ল। নগৰীয়া জীৱনক মই সদায় কৃত্ৰিম বুলিয়েই গণ্য কৰি আহিছো। আমাৰ অসমত এই জীৱনৰ শিপা skin deep (মোৰ 'মৰা নগৰ' কবিতাটো ক'ৰবাত পালে পাঢ়িব)। পিছৰ জীৱনত বিশেষ একো লিখিবও নোৱাৰিলো হেৰুৱালো গাঁৱৰ জীৱন, 'আত্মসাৎ কৰিব নোৱাৰিলো নগৰীয়া জীৱন। জাতীয় নানান সমস্যাই আমাক বিব্ৰত কৰি তুলিলে। ব্যক্তিগত সমস্যা আছেই। গতিকে যিখিনি পাছত লিখিছো তাত আগৰ সেই সজীৱতা নিশ্চয় নাথাকে। জীৱন স্পন্দনো নাথাকে।

**❑ আপোনাৰ পিছৰ কালৰ ৰচনাত মধ্যবিত্ত শ্ৰেণীৰ মাজলৈ অহা হতাশা, আৰ্থ-সামাজিক বিসংগতি আৰু তজ্জনিত বিভিন্ন দ্বন্দ্বৰ প্ৰকাশ ঘটিছে। কিন্তু আধুনিক জীৱনৰ গভীৰত সোমাই তাৰ বিভিন্ন সংকট দ্ৰষ্টাৰ অৰ্ন্তদৃষ্টিৰে আপুনি . পৰীক্ষা কৰি চোৱা নাই। কিয়? এজন সংবেদনশীল মধ্যবিত্ত অসমীয়া হিচাপে পৰ্যুদস্ত আধুনিক জীৱনৰ ৰূপ আপোনাক বিৱশ কৰিছিল নে এনে পৰীক্ষাৰ বাবে আপোনাৰ মানসিকতা প্ৰস্তুত (equipped) নাছিল?**

আধুনিক নগৰীয়া জীৱনটোৰ প্ৰতি মোৰ সৰুৰে পৰাই কোনো আকৰ্ষণ নাছিল। কলেজীয়া জীৱনতে নগৰীয়া জীৱনৰ sophistication মোৰ চকুত কৃত্ৰিম যেন লাগিছিল। কিন্তু একে সময়তে একধৰণৰ inferiority complex-ও আৰম্ভ হৈছিল, স্বাভাৱিকতে। আপোনাৰ প্ৰশ্নৰ উত্তৰৰ এটা সূত্ৰ হয়তো এনেধৰণৰ মানসিক বিকাশত পাব পাৰে। পিছৰ কালত নগৰীয়া জীৱনলৈ আহিব লগা হ'ল যদিও এই জীৱনটো মোৰ বাবে অনাত্মীয় হৈ ৰ'ল, ইয়াক মই সম্পূৰ্ণভাৱে 'আত্মসাৎ' কৰি ল'ব নোৱাৰিলো। বোধকৰো মোৰ

মানসিক গঠন তাৰ বাবে উপযোগী নাছিল। আনহাতে, গাওঁ জীৱনৰ কিছুমান vulgarity সহ্য কৰিব নোৱাৰিলেও মই নিজকে সেই জীৱনতে খাপ খুৱাই লৈছিলো। পিছৰ জীৱনত সেইখিনিৰ পৰাও বিছিন্ন হৈ পৰিলো। গতিকে মোৰ অৱস্থাটো এটা সৰু সুৰা ত্ৰিশংকুৰ লগতেই তুলনা কৰিব পাৰে। আকৌ চাওক, শিল্পায়ন বা উদ্যোগীকৰণৰ তেনে পৰিবেশো মই পোৱা নাই যি আধুনিক জীৱনৰ ৰূপায়ণৰ বাবে মোক কৌতুহলী আৰু অভিজ্ঞ হোৱাৰ সুযোগ দিব পাৰিলেহেঁতেন।

**❑ কাঠনিবাৰী ঘাট'ত আমি দেখা পাওঁ জীৱনৰ মাদকতাভৰা সম্ভাৱনা আৰু ভয়াবহ অসম্ভৱতাৰ দ্বন্দ্ব। বিষয়বস্তু আৰু গঠনৰ দিশৰ পৰা একমাত্ৰিক আৰু সৰল হোৱা সত্বেও গল্পটো অধিক প্ৰচাৰিত আৰু প্ৰশংসিত। আনহাতে, মৃত্যুৰ দুৰ্বোধ্য ৰহস্য, কদৰ্য্যতা, গ্লানি, ভয় আৰু অস্বস্তিৰ মাজত 'টোপ' গল্পটোৱে লাভ কৰা গভীৰতা আৰু মাত্ৰাৰ বিস্তাৰ দুই-এটা মাত্ৰ সমালোচনাতহে ধৰা পৰিছে। এই দিশৰ পৰা আপুনি ভাবেনে আপোনাৰ গল্পবোৰৰ প্ৰকৃত ব্যাখ্যা আৰু সুবিচাৰ আপুনি পাইছে?**

কাঠনিবাৰী ঘাট' গল্পটো বিষয়বস্তু আৰু গঠনৰ ফালৰ পৰা একমাত্ৰিক আৰু সৰল বুলি মই ভবা নাছিলো। এই গল্পটো অন্ততঃ দহবছৰ চেষ্টাৰ ফল। এই নামৰ সংকলনটি প্ৰকাশৰ পিছত শ্ৰদ্ধেয় মুনীন বৰকটকী ডাঙৰীয়া আৰু বিভিন্নজনৰ সমালোচনাই মোক সেই বয়সত উৎফুল্লিত কৰি তুলিছিল। টোপ, ৰস, আদি অন্যান্য গল্পৰ বিশ্লেষণাত্মক সমালোচনা হোৱা নাই। মাত্ৰ ড° হীৰেণ গোহাঁয়ে বিলাতৰ পৰা আহিয়ে এটা সাক্ষাৎকাৰত গল্পকাৰ হিচাপে মোৰ নামটো উল্লেখ কৰাৰ দিন ধৰি আমা ৰ পাঠক সমাজত এটা নতুন আলোড়ন হৈছিল। তাৰ আগতে অধ্যাপক ভবেন বৰুৱাই মোৰ গল্পৰ ওপৰত বহল আলোচনা আৰম্ভ কৰিছিল আৰু দুই -এখন ব্যক্তিগত চিঠিও দিছিল। মই ভাবোঁ প্ৰকাশিত হোৱা হ'লে তেওঁৰ হাতত মোৰ গল্পৰ প্ৰকৃত মূল্যায়ন হ'লেহেঁতেন আৰু মোৰ দোষ-দুৰ্বলতাখিনি ওলাই পৰিলেহেঁতেন। ড° হীৰেণ গোহাঁয়ে দুই-এটা আলোচনাত আৰু শেহতীয়াভাৱে অধ্যাপক শ্ৰীমান ৰঞ্জিত কুমাৰ দেব গোস্বামীয়ে মোৰ গল্পৰ দীঘল আলোচনা কৰিছে। আপুনি কোৱা মতে 'টোপ' গল্পটোৰ এই দিশবিলাকলৈ দুই-এজনেহে আঙুলিয়াইছে। মোৰ যিকেইটা গল্পৰ যি স্থায়ীমূল্য আছে বুলি আপোনালোকে ভাবে, ভৱিষ্যতৰ ৰসজ্ঞ সমাজেহে তাৰ বিচাৰ কৰিব।

**❑ হাস্যৰস শব্দটো কিছু অন্ত্যজ ; আপোনাৰ গল্পৰ হিউমাৰৰ অন্তঃস্বাৰী বিষাদ হাস্যৰস বুলিলে প্ৰকাশ নাপায়। আপোনাৰ গল্পত প্ৰায়ে ব্যৱহৃত চিত্ৰকল্পৰ বিপৰীতে ধৰ্মী ব্যঞ্জনাৰ দ্বন্দ্বই যিদৰে বিষয়বস্তুগত (Thematic) আবেদন গভীৰ কৰি তোলে, সেইদৰে ৰসৰ এই বিপৰীত মুখী বিন্যাসত আপোনাৰ গল্পৰ**

**হিউমাৰৰ আবেদন মৰ্মস্পৰ্শী হৈ উঠে। কি ধৰণৰ অভিজ্ঞতা আৰু মানসিকতাৰ গঠন আপোনাৰ এনে হিউমাৰৰ উৎস?**

অতি কম বয়সতে মোৰ এজন খুড়াৰ মৃত্যু আৰু মোৰ এগৰাকী খুড়ীৰ কৰুণ মৃত্যুৰ অভিজ্ঞতা মোৰ হৈছিল। সন্তান জন্ম দিব নোৱাৰি তিনিদিন চট্‌ফটাই থাকি বিনা চিকিৎসাত খুড়ীদেৱে মৃত্যুবৰণ কৰা নিজ চকুৰে দেখিবলৈ পাইছিলো। জীৱন আৰু মৃত্যুৰ এই যুদ্ধই মোৰ চেতনাক গভীৰভাৱে আলোড়িত কৰিলে। জন্ম আৰু মৃত্যু আচলতে গাৰ লগত ছাঁ, বয়স বঢ়াৰ লগে লগে এই বিশ্বাস গভীৰ হৈ পৰিল। তাৰেই ফলস্বৰূপে বোধ হয় মই ক'ব নোৱাৰাকৈয়ে হাঁহিৰ লগতে কান্দোনক একেলগে সাঙুৰি পেলাই থ'লো। যৌৱনৰ দুৱাৰমুখলৈকে এই সময়ছোৱাত নানা দুখ-যন্ত্ৰণা, আশাভংগ, মোহভংগ, বেদনা'ৰ সৰু-বৰ 'আইৰণি'ৰ খোচ পাইছিলো। কৰ্মজীৱনৰ আৰম্ভণিতে মাতৃ-বিয়োগৰ ঘটনাই মোৰ জীৱনৰ তলিলৈকে জোকাৰি পেলালে। সম্পূৰ্ণ স্বাভাৱিক অৱস্থাত মাত-কথাৰে মাই মোৰ হাততে শেষ-নিশ্বাস ত্যাগ কৰিলে। সেইদিনাৰ পৰাই মোৰ অন্তৰত মানৱীয় অনুভূতি পৰিপূৰ্ণ হ'ল বুলি ধাৰণা হ'ল। A deep sorrow hath humanised my soul, ওৱৰ্ডচ্‌ৱৰ্থৰ তাহিনিতে পঢ়া এই শাৰীটোৰ অৰ্থৰ প্ৰকৃত উপলব্ধি যেন সেইদিনাহে হ'ল। ছাত্ৰ অৱস্থাতে পঢ়া ড° কাকতিদেৱৰ 'সাহিত্যত কৰুণ ৰস' নামৰ প্ৰবন্ধটোৱেও মোক গভীৰভাৱে প্ৰভাৱান্বিত কৰিছিল। শংকৰদেৱৰ প্ৰভাৱ কমকৈ হ'লেও সৰুৰে পৰাই আছিল। প্ৰথম বয়সত দুৰ্বৰাৰ 'ওমৰ - তীৰ্থ' মোৰ প্ৰিয় কবিতা আছিল। শেলীৰ বিখ্যাত উক্তিটো জানেই। এই সকলোবিলাক অভিজ্ঞতাই জীৱন মন্থনত বেদনাৰ সৃষ্টি কৰিলে। আৰু আমাৰ হাঁহি এই বেদনাৰে প্ৰকাশ মাথোন, এনে ধাৰণা হ'ল মোৰ। ছাত্ৰ জীৱনতে পঢা হাৰ্ডিৰ The Return of the Native নামৰ উপন্যাসখনতে বোধহয় 'লিটল ফ্লাৱৰ' নামৰ চৰিত্ৰটোৰ উক্তি এষাৰ — "মানুহে কিয় হাঁহে মই বুজি নাপাওঁ। ভালদৰে চালে জীৱনত হাঁহিবলগীয়া একো নাই" মোৰ অন্তৰত ছপা আখৰত ৰৈ গ'ল। হাৰ্ডিৰ উপন্যাসেও বোধহয় মোক কিছু প্ৰভাবিম্বত কৰিছিল।

**❑ ছাত্ৰ অৱস্থাত হাৰ্ডি বোধহয় আপোনাৰ প্ৰিয় ঔপন্যাসিক আছিল?**

হাৰ্ডি কিয় প্ৰিয় হৈছিল বুজিছেই। এতিয়াও দুৰৰ ঘাঁহনি পথাৰ, বাকৰি এখন দেখিলেই 'ইগডন্ হীথ' খনকে চকুৰ আগত দেখা যেন লাগে। গাখীৰৰ কড়িয়া কঢ়িয়াই নিয়া ছোৱালী দেখিলেই এসময়ত টে'ছক (টেৰেছা) দেখা যেন লাগিছিল।

**❑ অসমৰ এজন আগশাৰীৰ গল্পকাৰ আৰু কবি হোৱাৰ সত্বেও উভয়ক্ষেত্ৰতে আপোনালৈ সমালোচকৰ স্বীকৃতি দেৰীকৈ আহিছে। একেদৰেই বঁটা, পদবী আদিৰো সন্মান আপুনি যথেষ্ঠ পলমকৈ পাইছে। ই আপোনাক**

**অসন্তুষ্ট আৰু ক্ষতিগ্ৰস্ত কৰা নাইনে?**

নিশ্চয় কৰিছে। এটা সময়ত মই বৰ প্ৰশংসা - আলসুৱা আছিলো। প্ৰথম বয়সত সি স্বাভাৱিক হ'লেও মোৰ ক্ষেত্ৰত পৰিণত বয়সলৈকে সি ব্যাপি পৰাত সি বোধহয় মোৰ অপৈণত মানসিকতাৰে পৰিচায়ক হৈ পৰিল। সৃষ্টিৰ ক্ষেত্ৰত সময়ে সময়ে একোটা মূল্যায়ন নহ'লে স্ৰষ্টাসকলে উচিত বাট নাপাবও পাৰে, উঠি অহা বয়সত প্ৰকৃত guidance-ৰ প্ৰয়োজন। এতিয়াৰ লিখকসকলৰ কাৰণে ড° গোঁহাই, ভবেন বৰুৱা, ইমদান উল্লাহ, ড° গোবিন্দ প্ৰসাদ শৰ্মা, আদি কৃতি ৰসিক সমালোচক পণ্ডিতসকলৰ গাইডেন্স আছে। মই কিন্তু কাৰো গাইডেন্স নাপালো। মোৰ ৰচনাৰ সংখ্যা কম হোৱাত হোৱাত আৰু ব্যক্তিগত চিনা-জনা নথকাত মই সমালোচকৰ দৃষ্টিলৈ সহজে আহিব পৰা নাছিলো। ফলত মোৰ আত্মবিশ্বাস মাজতে হেৰাই গৈছিল।

১৯৬১ চনত প্ৰকাশিত মোৰ 'কাঠনিবাৰী ঘাট' অকাডেমী বঁটাৰ তালিকাত উঠা নাছিল। আৰু সেইসময়ত অসমীয়া সাহিত্যত কেইবাবছৰলৈ সেই বঁটা অহা নাছিল। আন প্ৰথিতযশা সমালোচকেও মোৰ লেখাৰ প্ৰকৃত মূল্যায়ন কৰা নাছিল যেন লাগে। টকা-পইচাৰ প্ৰশ্নই তেতিয়া নাছিল, কিন্তু উৎসাহ বা প্ৰেৰণাও যেতিয়া নাথাকিল মোৰ উদ্যম কমি যাবই। 'কাঠনিবাৰী ঘাট' সংকলনটোৰ প্ৰকাশৰ বাবে ৬/৭ জন প্ৰকাশৰ ওচৰলৈ গৈ বিমুখ হৈছিলো, তেওঁলোকে বিচাৰিছিল উপন্যাস।

**❑ আপোনাৰ সাহিত্যিক প্ৰেৰণা কি? ই আজিও প্ৰথমৰ দৰেই অটুট আছেনে?**

সৰু কালতে মাৰ প্ৰেৰণাই মূলধন। পিছত বন্ধু-বান্ধৱ. আত্মীয়-কুটুম্ব, স্কুল-কলেজত শিক্ষক, যৌৱনত পত্নীৰ প্ৰেৰণাই কাম কৰিছে। কিন্তু প্ৰকৃততে প্ৰথম প্ৰেৰণাৰ উইঁ কি, মোৰ কাৰণে ৰহস্যময় ; সেই কাৰণে 'দৈৱিক' বুলি কওঁ।

প্ৰেৰণা কেতিয়াও অটুট থাকিব নোৱাৰে, ই এটা বিজুলীৰ চমক — এটা জিলিমিলনি।

**❑ লেখকৰ সামাজিক দায়বদ্ধতাক আপুনি কি ধৰণে চাব খোজে? এজন সাহিত্যিক হিচাপে সমাজৰ লগত আপুনি এক বিশেষ সম্পৰ্ক আৰু ইয়াৰ প্ৰতি এক বিশেষ দায়িত্ব অনুভৱ কৰে নেকি?**

সমাজৰ লগত সাহিত্যিকজনৰ সম্পৰ্ক সদায় পোনপটীয়া। একোজন লিখকক সমাজখনেই সৃষ্টি কৰে আৰু গঢ় দিয়ে আৰু লিখকেও তেওঁৰ সৃষ্টিৰে সমাজখনক প্ৰভাৱান্বিত কৰে, গঢ় দিয়ে। সাহিত্যই জীৱনৰ পৰা ৰস টানে, পৰিপুষ্ট হয় আৰু উভতি সেই জীৱনৰে সংবৰ্ধন আৰু বিকাশত অৰিহণা দি ঋণ শোধ কৰে। মানুহ জন্মৰ পৰাই তেওঁৰ সমাজৰ

ওচৰত ঋণী। আমাৰ শাস্ত্ৰমতেও আমি জন্মৰ লগে লগে তিনিটা ঋণৰ বোজা লওঁ, দেৱঋণ, পিতৃঋণ, আৰু গুৰুঋণ আৰু এই ঋণ পৰিশোধ কৰা প্ৰত্যেকৰে জীৱনৰ প্ৰধান কৰ্তব্য। মই যেতিয়া কওঁ যে মই জীৱনৰ ওচৰত দায়বদ্ধ, তেতিয়া বোধহয় (এই সম্পূৰ্ণ) মোৰ সকলোখিনি কথা কোৱা হৈ যায়।

কিন্তু কোনো বিশেষ মতবাদ সাহিত্যৰ মাধ্যমেৰে পোনপটীয়াকৈ প্ৰচাৰ কৰিবলৈ যাওঁতে যদি মতবাদকেই প্ৰাধান্য দিয়া হয় আৰু সেইটোৱেই যদি সাহিত্যৰ দায়বদ্ধতা বুলি ধৰি লোৱা হয়, মোৰ সীমিত জ্ঞানে সেইটো স্বীকাৰ কৰিবলৈ টান পাই আহিছে। সাহিত্যই যি ক'ব লাগে, সাহিত্যক নিজৰ ভাষাৰেই ক'বলৈ দিয়া উচিত। তাৰ মাজত লিখকজন জোৰ কৰি সোমাই পৰিব নালাগে বুলিয়েই মই ভাবোঁ। আমাৰ সৃষ্টিমূলক সাহিত্যৰ ক্ষেত্ৰতো এটা বিৰাট শূণ্যতাৰ সৃষ্টি হৈছে। কেইজনমান লিখকৰ একক সাধনাই এই শূন্যতা পূৰ্ণ কৰিবলৈ চেষ্টা কৰি আহিছে। অস্তিত্ব হেৰোৱাৰ ভয়ত জাতিটো আকৌ আতংকিত হৈ পৰিল।

জাতীয় জীৱনৰ যোৱা দহটা বছৰ অতি দুঃসময় আৰু এতিয়াও বিচ্ছিন্নতাবাদী শক্তিসমূহ সক্ৰিয়। অৱশ্যে এই সময়ছোৱাত চিন্তামূলক সাহিত্য, সময়োপযোগী চিন্তামূলক সাহিত্য, সময়োগযোগী কবিতা আৰু নাট্যসাহিত্যৰ কিছু প্ৰসাৰ ঘটিছে। সদ্যহতে সংবাদপত্ৰধৰ্মী সাহিত্যৰ এটা জোৱাৰ আহিছে। ইয়াৰ পিছৰ ৰূপ কেনে হয় তৎক্ষণাৎ কোৱা টান।

......................

**(বিঃ দ্ৰঃ বৰাদেৱৰ একান্ত ইচ্ছা আৰু অনুমতি অনুসৰি এই নিৰ্বাচিত সাক্ষাৎকাৰ কেইটা সংকলনটিত সন্নিবিষ্ট কৰা হ'ল। সাক্ষাৎকাৰ গ্ৰহণ কৰোতা সকলৰ পৰাও অনুমতি লোৱা হৈছে।)**

# মহিম বৰা ঃ এটা ইম্প্ৰেছন্

- অভয় বৰুৱা

'কেঁচা-জনমৰ গন্ধ নাকত' লৈ 'দুচকুৰ দুবৰি পতাত জীৱনৰ উল্লাস' — দেখা মহিম বৰা ছাৰক প্ৰথম লগ পাইছিলোঁ নগাঁও কলেজত ইণ্টাৰমিডিয়েট শ্ৰেণীত নাম ভৰ্ত্তি কৰি পাঠ গ্ৰহণ কৰোঁতে। ক্ষীণকায় চেহেৰাৰে শুধ - বগা ধুতি - পাঞ্জাৱী পৰিহিত পাতল লাহীকৈ মুখত খোলোচা হাঁহিৰে আড়ম্বৰহীন পূৰ্ঠ ডেকা ছাৰৰ বাহ্যিক ব্যক্তিত্বই আৰম্ভণিতে মোক মুগ্ধ কৰিছিল যদিও পাঠদানৰ সময়ত অন্যমনস্কতা আৰু শ্ৰেণী কক্ষত ছাত্ৰ-ছাত্ৰীৰ সৈতে অন্তৰংগতা স্থাপনৰ প্ৰতি উদাসীনতাই ছাৰৰ প্ৰতি মোৰ শ্ৰদ্ধা আৰু ভক্তি কিছু লাঘৱ কৰিছিল। তেতিয়া ছাৰক ব্যক্তিগতভাৱে নিচেই ওচৰৰ পৰা জনা বা বুজাৰো কোনো সুযোগ পোৱা নাছিলোঁ আৰু সাহিত্য-কৃতিৰ বিষয়েও বিশেষ অৱহিত নাছিলোঁ।

লাহে লাহে নগাঁও সাহিত্য সভা, কলংপৰীয়া আলোচনা চক্ৰ প্ৰভৃতি সাহিত্য-সাংস্কৃতিক সংগঠনৰ মাধ্যমে যেতিয়া সঘনে আৰু নিচেই ওচৰৰ পৰা লগ পোৱাৰ সুযোগ পালোঁ তেতিয়া মহিম বৰা ছাৰৰ প্ৰশস্ত মানস-দিগ্বলয়ৰ সন্ধান পালোঁ অৰ্থাৎ ছাৰৰ অন্তৰখনৰ সৈতে পৰিচিত হলোঁ। বাহিৰত খৰাং যেন অনুমান কৰা ছাৰৰ অন্তৰখন আচলতে অতি কোমল আৰু সংবেদনশীল। হিকটি, কঁকালৰ বিষ, ছায়োটিকা প্ৰভৃতি এশ এবুৰি ব্যাধিয়েও কোনো দিনে কাবু কৰিব নোৱাৰা মহিম বৰা ছাৰে 'কুহি থোৰ এটি হৈ' - উভতিব খোজে জীৱনৰ যৌৱনৰ নৱ বসন্তলৈ। কোমল আৰু সংবেদনশীল মনৰ গৰাকী মহিম বৰা ছাৰ আচলতে উদাৰ, মৰমিয়াল আৰু আনৰ যশ বা কৃতিত্বত প্ৰশংসামুখৰ এজন আপোনা ভোলা মানুহ। নিজৰ জীৱনৰ দুখ-বেদনা, ঘাত-প্ৰতিঘাত আওকান নকৰিও - ইয়াৰ মষ্টিত ভাৱৰ সুখানুভূতি আৰু মানৱিক প্ৰমূল্য উপলব্ধি কৰিব পৰা এগৰাকী মননশীল ব্যক্তি মহিম বৰা ছাৰ।

ছাৰৰ কথা-বতৰা চিধাচিধি ক'তো একা বেঁকা বা পাকচক্ৰ নাই। জটিল কুট-তৰ্কৰ জালত ছাৰ কোনোদিন নোসোমায়। আনকি ব্যক্তিগত অপায়-অমংগল, দুখ-দুৰ্গতিবোৰৰ

কথাও ছাৰে আনৰ আগত অকপটে প্ৰকাশ কৰে। ছাৰৰ পঢ়া-শুনা কৰা, গল্প-কবিতা লিখাত কোনো কাল পাত্ৰ নাই। যেতিয়াই তেতিয়াই য'তে ত'তে বহি শুই লিখে। বিছনাত আঁঠু কাঢ়ি ভেকুলী পৰাদি পৰি লিখি থকা অৱস্থাত ছাৰক বহুদিন লগ পাইছোঁ।

ছাৰ এগৰাকী ৰসিক ব্যক্তিত্ব। নিজৰ জীৱনত ঘটা খুটি-নাটি বোৰেই ছাৰৰ ৰস-ৰচনাসসমূহৰ উপজীব্য উপাদান। এই ৰসিক গুণেই ব্যৱহাৰিক জীৱনতো ছাৰৰ 'অকনমান কথাতে টিঙিচকৈ খং উঠা স্বভাৱটোক তল পেলায়। পোহনীয়া কুকুৰ-মেকুৰী-ছাগলীৰ সৈতে ছাৰৰ অন্তৰংগতা অধিক, অভিনৱ প্ৰীতিৰ বান্ধোন। 'বৰযাত্ৰী' নামৰ গল্প -সংগ্ৰহ ইয়াৰ অনুপম চানেকি।

সভা-সমিতি বুলিলে মোৰ দৰে হ্ৰাৱৰ গাতো তৎ নাই। খদ্‌মদ্‌ম উলহ-মালহ। কাৰো নিমন্ত্ৰণ ছাৰে উপেক্ষা নকৰে। মহিম বৰা ছাৰক বাদ দি নগাঁৱৰ কোনো অনুষ্ঠানৰ কথা ভাবিব নোৱাৰি। ছাৰ নগাঁও বাসীৰ শিৰৰ মুকুট, গলৰ সাতসৰী, নিৰাশ্ৰয় সাহিত্য সেৱীৰ আশ্ৰয় নিবাস।

---

(প্ৰথম প্ৰকাশ 'তৰা')

# মহিম বৰা ছাৰৰ সংস্পৰ্শত

- জীৱেশ্বৰ গোস্বামী

১৯৮৮ চনৰ নৱেম্বৰ মাহৰ ২৮ তাৰিখ। মই তেতিয়া আমোলাপট্টিত থকা ভাড়াঘৰৰ পৰা পুৱা ৬-৩০ বজাত অসম নাট্য সন্মিলনৰ বিশেষ কামত গুৱাহাটীলৈ বুলি ওলাই বাছষ্টেণ্ডলৈকে খোজ লৈছোঁ। কেইটিমান পদূলি পাৰ হৈয়েই শ্ৰদ্ধেয় মহিম বৰা ছাৰৰ ঘৰ। চিৰাচৰিত প্ৰথাৰে ছাৰৰ ঘৰলৈ চকু ফুৰাওঁতে চকুত পৰিল - ইমান ঠাণ্ডাকো নেওচি ছাৰ প্ৰাতঃস্নানৰ অন্তত গাত চেলেং এখন লৈ গোঁসাই ঘৰলৈ বুলি তামৰ ফলি এখনত ফুল তুলিছে। মোৰ চকুৱে চকুৱে পৰাত ইমান সুন্দৰকৈ হাঁহি এটা মাৰিছিল যে সেই হাঁহি আজিও মোৰ অন্তৰত মধুৰ স্মৃতিহৈ জিলিকি আছে। আগৰ বহুদিনেই ম্লান পৰি থকা চাৰৰ মুখত সেই মুহূৰ্তৰ হাঁহিটোৰ মোৰ বাবে দুৰ্বোধ্য হৈ ৰৈছিল। আমাৰ মাজত কিছু দূৰত্ব থকাৰ বাবে হাঁহিৰেই চাৰৰ পৰা বিদায় লৈ বাট বুলিছিলোঁ। বাছত উঠাৰ পাছত বাতৰি কাকত এখনত চকু পৰিল মোৰ অতি প্ৰিয় সাহিত্যিক মহিম বৰা চাৰ পৰবৰ্ত্তী কাৰ্য্যকালৰ বাবে অসম, সাহিত্যসভাৰ সভাপতি নিৰ্বাচিত হৈছে। আনন্দত বিভোৰহৈ পৰিছিলোঁ। মনলৈ ভাব এটিও আহিছিল - চাৰে আকৌ মই গম পায়ো অভিনন্দন নজনোৱা বুলি মনতে অসন্তোষ কৰিছে নেকি ? পিছদিনাৰ চাৰক অভিনন্দন জনাইছিলোঁগৈ। চাৰে আগদিনাৰ পুৱাৰ সেই হাঁহি বিনিময় মুহূৰ্ততো মনত ৰাখিছো অৱশ্যে পিছত চাৰে গম নোপোৱা বুলিয়েই অনুভৱ কৰিছিল। প্ৰকৃততে আগৰ কেইবাটাও বছৰে আমি চাৰৰ তেনে এটা ভাল খবৰৰ বাবেই উৎকণ্ঠাৰে বাট চাইছিলোঁ। আমাৰ অনুভৱ-বহু আগতেই চাৰে সেই আসন অলঙ্কৃত কৰিব লাগিছিল। যাহওক দেৰিকৈ হ'লেও চাৰে সুবিচাৰ পালে।নিৰৱে সাহিত্য কৰ্ম কৰি থকা প্ৰচাৰ বিমুখ সমস্যা-জৰ্জৰিত চাৰে এটা সময়ত অগোচৰেই থাকি এটা নিৰলস জীৱন যাপন কৰিছিল। হতাশাত ভুগি থকা চাৰৰ কাপৰ পৰা গল্প-কবিতাও নিগৰি নহা হৈছিল। কিন্তু অসম সাহিত্য সভাৰ সভাপতি পদ পোৱাৰ পিছৰে পৰা চাৰৰ সত্বাই যেন পুনৰ প্ৰাণ পাই উঠিল, চাৰ অসমৰ

ৰাইজৰ মাজত একাকাৰ হৈ গ'ল।

আজীৱন শিক্ষকতাত ব্ৰতী হৈ অধ্যাপনা কাৰ্যৰ পৰা অৱসৰলৈ ৬০-৬৪ বছৰ বয়স চোৱাত চাৰৰ জীৱনলৈ যি জড়তা, স্থবিৰতা আৰু হতাশা নামি আহিছিল বৰ্ত্তমান ৭৫ বছৰ বযসত কিন্তু সেই স্থবিৰতা নাই। বৰঞ্চ যথেষ্ঠ কৰ্ম তৎপৰতাৰে ৰাইজে যঁলৈকে বিচাৰিছিল তালৈকে গৈ ৰাইজৰ মঞ্চত থিয় দি ছিগৈ। অৱশ্যে, এইটো ঠিক যে প্ৰাণ প্ৰাচুৰ্য্যৰ আধাৰত এটা সময়ত এই গৰাকী গল্পকাৰৰ লিখনীয়ে এক স্বকীয় বৈশিষ্ট্য লাভ কৰিবলৈ সক্ষম হৈ ছিল - বৰ্ত্তমান কিন্তু সেই সৃষ্টিৰ গতি স্তব্ধ প্ৰায়।❑❑

---

('তৰা'ত প্ৰকাশ)

মহিম বৰাৰ কবিতাত

# তীব্ৰ সমাজচেতনা

- প্ৰদীপ শইকীয়া

হঠাৎ উঠিল জাগি সন্ধ্যাৰ আকাশ
দগ্‌মগ্ অঙঠাৰ
শতচিহ্ন নীলাম্বৰ উৰি
আউলি-বাউলি হৈ বহি ৰ'ল
আমাৰ জননী।
মোহমুক্ত নতুন পুৰুষে
ইবাৰ চেলেকি ল'ব এই ৰক্তবীজ
জ্যোতিস্তম্ভ কৰি থ'ব পোহৰৰ আগন্ত
বুৰঞ্জীৰ অনন্ত যাত্ৰাত।

(ৰক্তবীজ)

উক্ত কবিতাৰ পংক্তি কেইটা তুলি দিয়া হৈছে মহিম বৰাৰ 'ৰঙাজিয়া' নামৰ কবিতা সংকলনৰ পৰা। পাতনিত শ্ৰীহৰেকৃষ্ণ ডেকাই 'পুখুৰী', 'মাছ', 'ভৰালী পাৰৰ আবেলী' আৰু 'ৰঙাজিয়া' এই কবিতা কেইটা ভাল কবিতাবোৰৰ ভিতৰতে ভাল বুলিছে। কিন্তু মহিম বৰাৰ কবিতাৰ মাজেদি ভুমুকি মৰা তেওঁৰ সমাজ সচেতন মনটোৰ খবৰ আমি লোৱা নাই।

সংকলনটোৰ প্ৰথম কবিতাটো 'পৰিচয়'তেই পৰিচয় পোৱা যায় সেই মনটোৰ। বিপ্লৱৰ ধ্বজাবাহী পোহৰৰ যাত্ৰীদল চিৰ আগুৱান বিপুলা ধৰণী আৰু নিৰৱধি কালৰ বুকুত। কবিৰ মনৰ চকুত জিলিকি উঠে সমস্ত ভাৰত - 'মাদুৰা বঢ়মপুৰ বৰঙাবাৰীত/ভাৰতৰ

গাঁওভূঁই মহানগৰীত।.......... .. বৃহত্তৰ জীৱনৰ প্ৰথম প্ৰভাত/ত্ৰিৰঙ্গাত হ'ল প্ৰতিভাত'। সেই একে তীব্ৰ সমাজ বোধ অনুভূত হয় — 'বসন্তৰ বাট পথাৰৰ গান' কবিতাতো। - 'মন বকৰানি নগজে দুববি বন।' 'শিল ধুমুহাৰ পিচৰ পুৱাত' কবিতাত টিপচী চৰাইটোৱে কয় ৰিঙিয়াই/আমি মৰা নাই' বুলি কওঁতে। "বিহু সুৰ' নামৰ সেই অপূৰ্ব সুন্দৰ কবিতাৰ সেই শাৰী কেইটাত লোণ-তেল-চাউলৰ গুদামত বহুদিন হৈ ৰুদ্ধশ্বাস/পাহৰিলোঁ বাহিৰৰ এখন পথাৰ আৰু এখন আকাশ।'

'কমলা কুঁৱৰী' সাধুৰ প্ৰতীক আমাৰ সকলোৰে জনা। মহিম বৰা সেই অনুপাম কবিতাৰ শেহৰ শাৰী কেইটা পঢ়ক। 'তোমাৰ বিননি শুনিবনো কোনে অন্ধ বধিৰ ৰজাৰ/ কমলাকুঁৱৰী, অগ্নিৰ প্লাৱনে ৰোধিলে মুখৰ বাণী/শুকান পানীৰে ভৰিল মাথোন আমাৰ পুস্কৰিনী।' ইয়াৰ শুকান, পানী শব্দ কেইটা অতুলনীয় ভাবে অৰ্থপূৰ্ণ।

'এনেকৈয়ে' নামৰ কবিতাত মূৰ্ত হৈ উঠিছে অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ সময় জনজাগনৰৰ আবেগ উচ্ছাস। ৮০' চনৰ পৰা ৮৮ চনৰ ঘটনাৱলীৰ পটভূমিত ৰচিত - 'এনেকৈয়ে/এনেকৈয়ে উৰো আমি মৃত্যুৰ উৰণ/মহংগড়, বঢ়মপুৰ, বৰঙাবাৰীত এনেকৈয়ে/এনেকৈয়ে জাহ যায় পাখি লগা স্বপ্নবোৰ/দুলিয়াজান আৰু ভৱানীপুৰত। .....

এনে উদাহৰণ আৰু আছে। সকলো দিব পৰা নগ'ল। মহিম বৰাৰ কবিতাৰ লীৰিকেল গুণাৱলী আলোচনা কৰাৰ লগতে তেওঁৰ কবিতাৰ এই তীব্ৰ সমাজ চেতনা আৰু জীৱনবোধ অতিশয় প্ৰেৰণাদায়ক। এইবোৰ চেতনাৰ টুকুৰাই কবিৰ ভাষাতে 'নতুন জনম ল'ব ভৱিষ্যতে স্বপ্নৰ গৰ্ভত/গান গাব বসন্তৰ নতুন দিনত' ('আমাৰ সময় এয়া') ❑❑

---

('তৰা'ত প্ৰকাশ)

# নমস্তে ফলেন বৃক্ষা ঃ

ডাঃ প্ৰয়াগ শইকীয়া

সৃষ্টিৰ আদিম সন্তান মাছকলৈ খেলা কৰা মহিম বৰা চাৰ মোৰ বাবে সৰলতাৰে গঢ়া এক আচৰিত সত্য ; যি কেতিয়াবা সাধাৰণ শিল কেতিয়াবা সময় ভাস্বত হাতত হৈ উঠা অপূৰ্ব ভাস্কৰ্য্য। চাৰক মই সৰুৰে পৰা দেখিছোঁ। বাই চাইকেল চলাই 'হেৰুৱা দিগন্তৰ মায়া' নামৰ উপন্যাসখনৰ স'তে আমাৰ ঘৰলৈ অহাৰ দিনটোৰ ছবিখন আজিও মোৰ মনত স্পষ্ট হৈ আছে আৰু পৰিষ্কাৰকৈ মনত আছে মেট্ৰিক পৰীক্ষাৰ পিছত কোনো এটা দিনত নগাঁৱলৈ বুলি আহিব লগা এখন বাছৰ বাবে গুৱাহাটী ট্ৰেন্সপ'ৰ্ট ষ্টেচনৰ কাউণ্টাৰৰ আগৰ শাৰী পতা অৱস্থাত চাৰৰ স'তে দুই এটা কথাপতা লক্ষ্য কৰি, টিকেট কাটি বাছমুৱা হোৱা অৱস্থাত একে লগে শাৰীপতা আন এজন মানুহে আহি পৰম উৎসুকতাৰে মোক সোধাৰ কথা 'ভাইটি এই মানুহজন কোন ?' গল্পকাৰ মহিম বৰা বুলি উত্তৰ দিয়াত কিবা এটা পোৱাৰ আনন্দত উদ্ভাসিত হৈ উঠা মানুহজনৰ মুখখন এতিয়াও যেন পাৰহৈ যোৱা সময়ে স্তিমিত কৰিব পৰা নাই।

মোৰ আচৰিত লাগে একো একোটা লিখাৰ বাবে তেওঁ কৰা অপৰিসীম শ্ৰমৰ কথা জানি, চাৰৰ কোনো কথাই হঠাৎ নহয়। আচৰিত হওঁ সন্ত্ৰাসৰ এই আচৰিত ভয়াবহ সময়ত আও পুৰণি হৈ পৰা তাহানিৰ সন্ত্ৰাস হেৰিম মেক্সিমৰ মেক্সিম গানৰ (Maxim Gun) কথা স্মৃতিৰ পৰা তুলি আনি যেতিয়া তেওঁ কয়।

আটাইতকৈ স্তম্ভিত হওঁ যেতিয়া তেওঁতকৈ বহু সৰু কেইজনমান বিদ্বান মানুহৰ কথা ওলালে অকণো ইতস্ততঃ বোধ নকৰাকৈ এওঁলোকৰ প্ৰতি তেওঁ গভীৰ শ্ৰদ্ধা থকাৰ কথা প্ৰকাশ কৰে।

চাৰৰ সান্নিধ্যত মনতে তেতিয়া আওৰাও - 'নমস্তে ফলনে বৃক্ষা ঃ নমস্তে গুণিনো জনা ঃ' ❑❑

---

('তৰা'ত প্ৰকাশ')

# 'জাগৰণ'ত মহিম বৰা ছাৰক যেনেদৰে পাইছিলোঁ

- গীতাঞ্জলী মেধি

'ছাৰ পালেহি' — বাহিৰত প্ৰকাশক বিভুদাৰ মাত শুনাৰ লগে লগে আমি আটাইকেইজনী সন্ত্ৰস্ত হৈ পৰোঁ। আমি মানে মই, অশ্ৰুমণি, অলকানন্দা, কবিতা। মহিম বৰা ছাৰ আমি সম্পাদকৰ টেবুলত বহাৰ লগে লগে মণিয়ে সোঁধেহি — "ছাৰ চাহ আনিমনে?

"চাহ একাপ খাম বাৰু, কিন্তু লাল চাহহে দেই" — কথাষাৰ কৈয়ে ছাৰে নিউজবোৰ পঢ়াত লাগি যায়। বানানৰ খেলিমেলি পালেই কয় - 'চাওঁ গীতাঞ্জলি ডিক্‌চ্‌নেৰিখন মেলাছোন।" শব্দবোৰ বিচাৰি আমি আটাইকেইজনী ডিক্‌চ্‌নেৰিৰ পাত লুটিওৱাত লাগি যাওঁ। মোৰ লেখা পঢ়ি ছাৰে প্ৰায়েই কয় - 'তুমি এই 'হয়তো', 'ভুল' আদি বানানবোৰ বৰ ভুল কৰা।"

— এই বানানবোৰ তেতিয়াই যি শুদ্ধ হ'ল, দ্বিতীয়বাৰ আৰু ক'তো ভুল কৰা নাই।"

এদিন ছাৰক মোৰ এটা গল্প চাবলৈ দিছিলোঁ। গল্পটোত থকা 'ঘৰ ভাড়া' শব্দটো কাটি দি ছাৰে কৈছিল।

— বুজিছা, ইয়াৰ সলনি মই এটা সুন্দৰ শব্দ দি দিছো

— 'ভেড়োন'। ইয়াৰ আগলৈকে এই শব্দটো মই শুনাই নাছিলোঁ।

এইজনেই মহিম বৰা ছাৰ, যিজনে নগাঁৱৰ পৰা প্ৰকাশিত 'পূৰ্বাচল জাগৰণ'ৰ মুখ্য সম্পাদকৰ দায়িত্বত থাকোঁতে প্ৰায় প্ৰতিদিনেই আবেলি অফিচলৈ আহিছিল।

— গাড়ী নেথাকিলে কেতিয়াবা খোজকাঢ়িয়েই আহে।

— কিয়নো কঁকালৰ বিষৰ বাবে ছাৰৰ ৰিক্সাত উঠা মানা। আমি সঁচাকৈয়ে গৌৰৱবোধ কৰিছিলোঁ ছাৰৰ লগত কাম কৰি। আবেলি হ'লেই বাট চাওঁ ছাৰ কেতিয়া পাইহি।

বাইদেউ ঢুকুৱাৰ অলপদিনৰ পাছত যাওঁতে ছাৰে কৈছিল - 'এওঁ যোৱাৰ পৰা আজি কালি মানসিকভাৱে বৰ অকলশৰীয়া হৈ পৰিছো। নাতিনী দুটাৰ লগতে সৰহখিনি সময় কটাই দিওঁ।"

শাৰীৰিক অসুস্থতাৰ বাবে বৰ্তমান কলম বন্ধ কৰি ৰখা শ্ৰদ্ধাৰ মহিম বৰা ছাৰে যাতে সুস্থ হৈ পুনৰ হাতত কলম তুলি ল'ব পাৰে - আজিৰ এই শুভ মূহূৰ্ত্তত চাৰৰ পৰা অন্তঃকৰণেৰে আশা কৰিব পৰাকৈ মোৰ আন একোকে নাই। ❑❑

---

('তৰা'ত প্ৰকাশ)

# "আবুৰ" ঃ এক উপলব্ধি

- সাধনা বৰুৱা

আবুৰ গল্পটি সময়ে সাপেক্ষ। গল্পটি সমালোচনা কৰাৰ ধৃষ্টতা লেখিকাৰ নাই কিন্তু কোনো কল্পলোকৰ আশ্রয় নোলোৱাকৈ এক জীৱন্ত কথা চিত্রৰ মাজেদি সমাজৰ স্খলনৰ দিশ কেইটামান দেখুৱাই সহজ-সৰল আবেদন পূৰ্ণ ভাষাৰে সজাগতা আনি দিয়াৰ যি প্রচেষ্টা লেখকে সত্তৰৰ দশকতে কৰিছিল তাকে উপলব্ধি কৰিবলৈ আৰু সময়োচিত ব্যৱস্থা লবলৈহে পঢ়ুৱৈ সমাজক আহ্বান জনাব খুজিছোঁ।

গল্পটিত পুৰন্দৰ বৰঠাকুৰ আৰু বলো কাকতি দুয়ো অৱসৰ, গ্রহণ কৰাৰ পিছত চান্দা দি অতিষ্ঠ হোৱা, মাঘৰ বিহুত, বিহু মেলা পাতি মাইকত কেইজনমান ল'ৰাৰ অশ্লীল বিহুগীতত অতিষ্ঠ হোৱা, নিজৰ ঘৰতে কলেজীয়া ছোৱালীয়ে উদং বাহু, উদং পিঠিৰে পিন্ধা সাজ দেখি মাকে প্রতিকাৰৰ ব্যৱস্থা নোলোৱাত অতিষ্ঠ হোৱা, চেঙেলীয়া ল'ৰাই যি মন যায় তাকে কৰিব অথচ বাধা দিবৰ কোনো উপায় নেদেখি অতিষ্ঠ হোৱা, উৎসৱৰ আনন্দত লোকৰ বাৰীৰ জেওৰা - জপনা চুৰ কৰি বাৰীৰ শাক-পাচলি নষ্ট কৰি অতিষ্ঠ কৰি তোলা, বুঢ়া হোৱা পিতৃ-মাতৃক নিজহাতেৰে মনেৰে গঢ়ি তোলা সন্তানে কথাই কথাই বুঢ়াটোৱে, বুঢ়ীজনীয়ে বুলি তাচ্ছিল্য কৰা আদি বিভিন্ন পৰিস্থিতিৰ যোগেদি অনুশাসনহীন এটা অৱস্থাৰ কথাকে প্রতিপন্ন কৰিছে। বৰ্ত্তমান ঘৰে পৰে ইয়াৰ প্ৰভাৱে বনজুইৰ দৰে অন্তৰ দহিবলৈ লৈছে। উদণ্ড ল'ৰাৰ দলটোৱে বৰঠাকুৰৰে বাৰীখন আবুৰহীন কৰা অৱস্থাত টৰ্চটো নুমুৱাই দি অল্পবসনা নাতিনীয়েকক চাব নোৱাৰা দৃশ্যটোৰ দৰেই কৰি তুলিছে। তেখেতে বাৰীখনক সমাজৰ প্ৰতীক হিচাপেই উদঙাই দেখুৱাইছে। সেয়ে ছন্দিতাক বাৰে বাৰে কৈছে - তই গাত চাদৰ খন লৈছনে? লেখকে আচৰণৰ প্রতিটো স্তৰতে এটা আবুৰৰ প্ৰয়োজন অনুভৱ কৰিছে।

মানুহে কয় অস্ত্ৰৰ চোকতকৈ কলমৰ চোকা বেছি। সমাজ সংস্কাৰত অৰিহণা যোগাইছে। যদি সেয়ে হয় পঢ়ুৱৈ সমাজে "আবুৰ" গল্পটো পঢ়ি অশ্বস্তিকৰ অৱস্থাবোৰৰ পৰা ভৱিষ্যতৰ সমাজখনক ৰক্ষা কৰিবলৈ চেষ্টা কৰিব পাৰে। তেহে লেখকৰ দৃষ্টিকোণৰ সাৰ্থকতা আহিব।❑❑

---

('তৰা'ত প্ৰকাশ)

# যি কথা পাহৰিব নোৱাৰি

-পূৰ্ণকান্ত নাথ

১৯৬৮ চনৰ কথা। তেতিয়া মই চাৰাইবাহী হাইস্কুলত শিক্ষকতা কৰোঁ। অসম সাহিত্য সভাই সেই বৰ্ষটোত সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ জন্ম-শতবাৰ্ষিকী উৎসৱ পালনৰ বিস্তৃত কাৰ্য্য সূচী গ্ৰহণ কৰিছিল। শাখা সাহিত্য সভা হিচাবে চৰাইবাহী 'মলয়া' সাহিত্য আলোচৱনা চক্ৰ'ৰ উদ্যোগত স্থানীয় ৰাইজ, শিক্ষক ছাত্ৰ-ছাত্ৰী সকলৰ সহযোগত দুদিনীয়া কাৰ্য্যসূচীৰে আড়ম্বৰ পূৰ্ণ ভাৱে চৰাইবাহী হাইস্কুলত আয়োজন কৰা হৈছিল শতবাৰ্ষিকী উৎসৱ পালনৰ ব্যৱস্থা। মুকলি সভাৰ মুখ্য অতিথিৰূপে আমন্ত্ৰণ কৰা হৈছিল- সুপ্ৰসিদ্ধ সাহিত্যিক মহিম বৰা চাৰক। প্ৰাক্তন ছাত্ৰ হিচাবে মই আৰু এজন বন্ধুৱে সভালৈ আমন্ত্ৰণ জনাবলৈ আহোঁতে চাৰে হাঁহি মুখে আমাৰ আমন্ত্ৰণ গ্ৰহণ কৰি সময়মতে সভাত উপস্থিত হৈছিলগৈ। মুকলি সভাৰ আৰম্ভণিতে কেইজনমান ছাত্ৰ-ছাত্ৰী আৰু শিক্ষকৰ সহযোগত বেজবৰুৱাৰ অসম সংগীত কবিতাটোৰ প্ৰথম দফাটোও সুৰাৰোপ কৰি সঙ্গীতালেখ্যৰ ৰূপ দিবলৈ চেষ্টা কৰিছিলোঁ। দৃশ্যটো উপভোগ্য কৰি আন সকলৰ লগতে চাৰে অভিভূত হৈ মন্তব্য কৰিছিল বৰ সুন্দৰ হৈছে বুলি। আমি উৎসাহিত হৈছিলোঁ। চাৰে ৰসৰাজ বেজবৰুৱাৰ সাহিত্য প্ৰতিভাৰ বিষয়ে অতি প্ৰাঞ্জল ভাষাত সকলোকেই বুজিব পৰাকৈ দিয়া ভাষণৰ কথা আজিও চৰাইবাহীৰ লোক সকলে শ্ৰদ্ধাৰে সোঁৱৰে। ভালটোক ভাল আৰু বেয়াটোক বেয়া বুলি গ্ৰহণ আৰু বৰ্জ্জন কৰিব পৰা চাৰৰ গুণটোৱে আমাক বিশেষ ভাৱে আকৰ্ষন কৰে, যাৰ প্ৰভাৱ আজিও আমি আমাৰ জীৱনত উপলব্ধি কৰোঁ।

চাৰ কেতিয়াবা বৰ খঙাল হৈ পৰে। ছগনলাল বঁটা লাভ কৰোতে আকাশবাণী নগাঁও কেন্দ্ৰৰ যোগেদি প্ৰচাৰৰ বাবে-চাৰৰ প্ৰতিক্ৰিয়া বাণীবদ্ধ কৰিবলৈ যাওঁতে চাৰে খং কৰি মোক থত্মত্ খুৱাই দিছিল। কৈছিল - "কি হ'ব মোৰ প্ৰতিক্ৰিয়া জানি? এতিয়া মোক টকাৰ দৰকাৰ। মোৰ সাক্ষাৎকাৰৰ বাবে টকা লাগিব' কথা শুনি মই হতভম্ভ হৈছিলোঁ। পিছত বাৎসল্য প্ৰকাশ কৰি কৈছিল "মোৰ খং উঠি আছে বুজিছা?" চাৰে হৰ্ষ আৰু বিষাদ মিশ্ৰিত প্ৰতিক্ৰিয়া প্ৰকাশ কৰিলে। চাৰৰ পৰাই গম পালো যে তেখেতৰ পৰিবাৰ-

বাইদেও ৰোগাক্ৰান্ত হৈ আছে। সুচিকিৎসালাৰ বাবে প্ৰয়োজনীয় ধনৰ চিন্তাই চাৰৰ মন আক্ৰান্ত কৰি ৰাখিছিল।

বহু সভা-সমিতিত চাৰক সভাপতি, মুখ্য অতিথি, সভা উদ্বোধক, স্মৃতিগ্ৰন্থ উন্মোচক হিচাবে পাইছোঁ। ওচৰ-চপাৰ লগে লগে বাৎসল্য ভাৱেৰে খা-খবৰ লোৱা চাৰৰ, পিতৃ-সুলভ ছবিখনি মই জীৱনত কেতিয়াও পাহৰিব নোৱাৰোঁ। ❑❑

---

('তৰা'ত প্ৰকাশ)

# ‘ৰঙা জিয়াঁ’

## মহিম বৰাৰ এটি কবিতা

- মুনমুন বৰা

‘ৰঙা জিয়াঁ’ কবিতাত মহিম বৰাই যি ‘জীয়নীয়া মাছ’ৰ প্ৰসংগ আনিছে, এই প্ৰসংগ হৈছে স্মৃতিৰ লগত সাঙোৰ খাই অহা মাছ। স্মৃতি ৰোমন্থন কৰাৰ বহুত আগতেই মহিম বৰাৰ কবিতাৰ শব্দত মাছে খলকনি তুলিছিল। কিন্তু সেই মাছ ‘ৰঙা জিয়াঁ’ কবিতাত উল্লেখিত জীয়নীয়া মাছ নাছিল। ‘ৰঙা জিয়াঁ’ কবিতাত উল্লেখিত মাছ, কবিয়ে অতি হেঁপাহেৰে অন্তৰত পুহি ৰখা মাছ। কবিয়ে জীৱনৰ অলেখ স্মৃতিক বুকুত বান্ধি লৈ ‘ৰঙা জিয়াঁ’ক জন্ম দিছে। যি মাছে কবিৰ হিয়াত খলকনিৰ সৃষ্টি কৰিছিল, সেই স্মৃতিয়ে কবিৰ অন্তৰত হঠাৎ বেদনাৰ সৃষ্টি কৰিছিল। সেই বেদনা আছিল কবিৰ হেৰুৱা বেদনা। বিগত দিনত কবিয়ে ‘সেন্দুৰীয়া আমৰ’ সপোন ৰচিছিল। ‘ৰঙা জিয়াঁ’ কবিতাত কবিয়ে সেই সপোন দিঠকত পৰিণত হোৱাৰ স্বপ্ন দেখিছে। সেয়েহে হয়তো কবিয়ে লিখিছে—

“উজ্জ্বলিল সেই স্বপ্ন জানো/কলঙৰ নিজান ঘাটত/জিয়াঁৰ পাখিয়ে তোলা/বৰশী পুঙাৰ কঁপনিত ?”

‘মাছ’ কবিতাত কবিৰ শব্দধ্বনিয়ে মাছৰ দৰেই যি উজ্জ্বল গতি লাভ কৰিছে, সেই উজ্জ্বলতা ‘ৰঙা জিয়াঁ’ কবিতাত দেখা নাযায়। তাৰ পৰিবৰ্তে দেখা যায় ‘ৰঙা জিয়াঁ’ত ভাব গাম্ভীৰ্য্যতা আৰু শব্দৰ শৃংখলিত ৰূপ। কবিৰ মনৰ মাজত থকা স্মৃতিয়ে কবিক যদিও বাৰে - বাৰে আমনি কৰে, তথাপিও কবিয়ে বাস্তৱতাক আওকান কৰা নাই। বৰঞ্চ সেই স্মৃতিক বাস্তৱৰ লগত একান্ত কৰিবলৈহে বিচাৰিছে....

‘আজিও আমনি কৰে/ৰঙাজিয়াটোৱে মোৰ।/মনৰ পুঙাত/উৰিবনে সিওঁ বাৰু ধোঁৱাৰ লগতে/ সেই সন্ধিয়াত ?’ ......

মন কৰিবলগীয়া যে কবিতাটোত উল্লেখিত ‘ধোঁৱা’ আৰু ‘সন্ধিয়া’ শব্দ দুটাৰ ব্যৱহাৰে কবিৰ বাস্তৱ জীৱন যাত্ৰাকে সূচাইছে। কবিয়ে এই জীৱন যাত্ৰাতো ‘ৰঙা জিয়াঁ’ক

মনৰ মাজত ৰাখিবলৈ বিচাৰে। বিচাৰে হেঁপাহেৰে জীপ দি অতীতৰ সেই 'মাছ'-টোক ৰাখিবলৈ। কবিৰ এই হেঁপাহে এক শাশ্বত সত্যকে প্ৰকাশ কৰে।

নগাঁও মহাবিদ্যালয় আলোচনী' (২৩ তম্ সংখ্যা, ১৯৭৬-৭৭ খৃষ্টাব্দ) ত প্ৰকাশিত এটি প্ৰবন্ধত মহিম বৰাদেৱে কবিৰ কবিতাৰ প্ৰসংগত লিখিছিল যে কবিৰ সৃষ্টিৰ ৰাজ্যত প্ৰৱেশ কৰিবলৈ যোৱাতো অনাধিকাৰ প্ৰৱেশৰ নিচিনা। তেখেতৰ উক্ত কবিতাটোৰ ওপৰত দুআষাৰ লিখিবলৈ-লৈ আজি মোৰ অনাধিকাৰ প্ৰৱেশৰ দৰেই লাগিছে।

---

('তৰা'ত প্ৰকাশ)

# মহিম বৰাৰ সৃষ্টিশীলতাৰ অন্তৰায় ক'ত?

- বুদ্ধীন্দ্ৰ কুমাৰ বৰুৱা

গাঁৱৰ জীৱন-যাত্ৰাক ভালপোৱা, গাঁৱৰ সৰল সহজ মানুহৰ সৰু সৰু কথাবোৰ, কাৰো চকুত নপৰা, আপৰুগীয়া গাওঁবাসীৰ হেৰাই যাব খোজা সম্পদৰাজিৰ বিষয় বস্তুক উপন্যাস-গল্পৰ আহিলা কৰিলোৱা, সাহিত্য সভাৰ মধ্যমণি স্বৰূপ হৈ অন্য কোনোৱে যি কাম কৰিবলৈ আন্তৰিকতা সাব্যস্ত কৰিব নোৱাৰিছিল তেনে কামত আত্মশুদ্ধিৰে দিহিঙে দিপাঙে ঘুৰি জনসংযোগ ঘটোৱাত প্ৰভূত অৰিহণা যোগোৱা ব্যক্তিজনেই আমাৰ সকলোৰে অতিকৈ আদৰৰ, সু-সাহিত্যিক, অসম সাহিত্য সভাৰ কৰ্মঠ প্ৰাক্তন সভাপতি শ্ৰী মহিম বৰাদেৱ।

অসমৰ অস্তিত্ব ৰক্ষাৰ আন্দোলনৰ উত্তপ্ত সময়ত অসমৰ জাতীয় অনুষ্ঠান অসম সাহিত্য সভাৰ গুৰুত্বপূৰ্ণ সভাপতি আসন অলংকৃত কৰি চৰ-চাপৰি, চাহ জনজাতীয় অধ্যুষিত অঞ্চল ভ্ৰমণ কৰি ঐতিহ্য ৰক্ষা কৰাটো কম দায়িত্বৰ কাম নাছিল। তেনে এটা সন্ধিক্ষণৰ মুহূৰ্তত বৰাদেৱে নিজৰ কাম অতি নিয়াৰিকৈ পালন কৰা কাৰ্য্য নগাঁৱৰ কাৰণে গৌৰৱৰ কাৰক। অৱশ্যে কেতিয়াবা কেতিয়াবা বৰাদেৱে বহু কথাকেই পাহৰি ইতিহাসৰ তথা তথ্যভিত্তিক কথাও ওলট পালট কৰা পৰিলক্ষিত হৈছিল। তেনে এটা নিদৰ্শন হ'ল এবাৰ প্ৰবন্ধৰ যোগেদি সভালৈ নোযোৱা ব্যক্তি এজনৰ নাম উল্লেখ কৰি তেওঁ লিখি পেলালে; মই পঢ়ি আচৰিত হৈ সুধিলোঁ স ভাখনত যিজনৰ নাম আপুনি প্ৰকাশ কৰিলে তেওঁটো সভালৈকে যোৱা নাছিল, কিয় তেনে হ'ল? তেখেতে তপৰাই দোষ কৰাৰ দৰে কি কৰোঁ এতিয়া কোৱাছোন বুলি মোক ক'লে। এনেবোৰ কথাই তেখেতৰ উদাৰ নীতিৰো পৰিচয় দিয়ে।

এটা কথাহে তেখেতে কৰিব নোৱাৰিলে সেইটো হৈছে 'কাঠনিবাৰী ঘাট'ৰ দৰে উপন্যাস আজিকোপতি ৰচনা কৰিব নোৱাৰাটো। সৃষ্টিশীলতা যেন স্থবিৰ হৈ গৈছে। দৈহিক, মানসিক সমস্যাই তেখেতক ৰঘুমলাৰ দৰে চানি পেলাইছে বুলি ঠাৱৰ পৰিব পাৰি। এতিয়াও তেখেতে সাহিত্য জগতলৈ অপূৰ্ব সম্ভাৰ আগবঢ়াব বুলি আশা কৰা হৈছে। দৃঢ়তাৰ প্ৰয়োজন নিতান্তই অৱশ্যক। ইয়ো ঠিক ঃ 'শৰীৰমআদ্যম খলু ধৰ্ম সাধনম্'। এই আপ্তবাক্য শাৰীকে গ্ৰহণ কৰি দুৰ্বলতাক প্ৰশ্ৰয় নিদি মানসিক ভাবে নিজক প্ৰস্তুত কৰাটো নিজৰেই কথা।

---

('তৰা'ত প্ৰকাশ)

# কথাশিল্পী মহিম বৰাৰ ব্যক্তিত্ব

- ৰেব বৰা

কথাশিল্পী হিচাপে মহিম বৰাৰ খ্যাতিৰ কথা নক'লেও হ'ব। একোটা গল্পৰ প্লট্ বিচাৰি তেখেত হাবাথুৰি খাই ফুৰে। নগাঁৱৰ নিচিনা এখন সৰু চহৰত তীৰৰ প্ৰকোপ বাঢ়োতে সেই বিষয়ৰ ওপৰত তেখেতে এটা গল্প লিখিব খুজিলে। বাস্তৱ অভিজ্ঞতা লাভ কৰিবৰ কাৰণে কেইদিনামান দোকানে-বজাৰে মুকলিভাবে তীৰৰ টিকট বিক্ৰী কৰা বুকীবিলাকৰ আশে-পাশে ঘুৰিলে। মহিম বৰা বদনামৰ ভাগী হ'ল। দুষ্টচক্ৰই প্ৰচাৰ কৰিলে যে মহিম বৰাই তীৰ খেলে।

নগাঁও কলেজৰ এজন বিয়াৰাৰে কলেজৰ চকোৰাত এৰিয়া চাদৰখন মেলি থওতে কোনোৱাই চুৰি কৰিলে। তেওঁৰ বৰ ভয় লাগিল "ফেমিলিলৈ"। ঘৰ পালেগৈয়ে ভালকৈ বিহু দেখুৱাব। ঘটনাতো মহিম বৰাৰ কাণত পৰিল আৰু বিয়েৰাৰজনে ব্যৱহাৰ কৰা "ফেমিলি" শব্দটোৱে মহিম বৰাৰ মনত দোল দি গ'ল। সেই ঘটনালৈযে তেওঁ সৃষ্টি কৰিলে "দেহা গৰকা প্ৰেম" নামৰ সাৰ্থক গল্প। তেখেতৰ গল্পত ব্যৱহাৰৰ কাৰণে একোটা শব্দ বিচাৰি তেখেতে বিতত্ হৈ পৰে। তেখেতে লিখনিত অনেকবাৰ হাত ফুৰাইও আত্ম সন্তুষ্টি লাভ নকৰে। সেই কাৰণেই হয়তো তেখেতে এজন সাৰ্থক কথশিল্পী হ'ব পাৰিছে।

শিক্ষক হিচাপেও তেখেতে আছিল এজন কৃতি শিক্ষক। কোনো ক্ষেত্ৰতেই ছাত্ৰ-ছাত্ৰীক আঁসে নিদিছিল। নিজে পৰিপাটিকৈ সাজপাৰ পিন্ধিছিল। এদিন ক্লাচলৈ গৈ দেখিলে যে এজন ছাত্ৰই মুৰ নাচোঁৰাকৈ জপৰা চুলিৰে বহি আছে। তেখেতে খণ্ডত টিকচিবিকচি উঠি ছাত্ৰজনক ক্লাচৰ পৰা বাহিৰ কৰি দিলে। পোনচাটেই ল'ৰা গৈ পালেগৈ অধ্যক্ষ যজ্ঞেশ্বৰ শৰ্মাৰ ওচৰ। অধ্যক্ষই "সাপো নমৰক লাঠিয়ো নেভাগক" নীতিৰে সমস্যাৰ সমাধান দিলে - মহিমে ছোৱালীৰ আগতে তোমাক বাহিৰ কৰি বৰ বেয়া কাম কৰিলে। মই তেওঁক কম বাৰু। কিন্তু তুমিও মুৰত তেল এচিকটামান সানি মুৰটো ফনিয়াই চিকুন হৈ আহিবা।" ল'ৰা সন্তুষ্ট হৈ উভটি গ'ল।

দেশত জ্বলন্ত সমস্যাৰ উদ্ভৱ হ'লে মহিম বৰা হৈ পৰে অতিশয় উদ্বিগ্ন। অস্তিত্ব ৰক্ষা আন্দোলনৰ সময়ত এখন সাপ্তাহিক কাকতৰ সম্পাদক অসমীয়া জাতিক তাচ্ছিল্য কৰি এটা সম্পাদকীয় লিখিছিল। অহকাণে-পহকাণে কথাটো শুনি পোনচাটেই কলেজৰ পুথিভঁৰাল পালেগৈ। কাকতখন হাতত লৈ লিখনিটোত চকু ফুৰাই খঙত অধীৰ হৈ মন্তব্য কৰিলে - "ষ্টুপিড, নন্‌চেঞ্চ, " এইটো সম্পাদকীয় হ'ল নেকি? ইহঁতৰ কাৰণেই অসমীয়া জাতিৰ অস্তিত্ব লোপ পাব এতিয়া।"

এইজনেই প্ৰখ্যাত কথাশিল্পী মহিম বৰা, কৃতী শিক্ষক মহিম বৰা, দেশপ্ৰেমীক মহিম বৰা, সৰল-সহজ আপোনভোলা মহিম বৰা।

---

('তৰা'ত প্ৰকাশ)

# বৰাদেৱৰ 'সৃষ্টি আৰু প্ৰেৰণা' - এক অনন্য প্ৰয়াস

-নয়নজ্যোতি নেওঁগ

প্ৰতিভা অনেকৰে থাকে, কিন্তু চেতনাৰ আলোকত সি মনীষালৈ ৰূপান্তৰিত হয় খুব কম ক্ষেত্ৰতহে। তেনে এক চেতনাসিদ্ধ পথিকৰ ৰূপত আমি দেখা পাওঁ অসমীয়া সাহিত্য জগতৰ অন্যতম মহীৰুহ তথা অসমীয়া চুটি গল্প ক এক অনন্য মাত্ৰা প্ৰদান কৰা মহিম বৰাৰ দেৱক। সাহিত্য একাডেমী বঁটাৰে বিভূষিত অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতিজনক যিসকলে ওচৰৰ পৰা পাইছে তেওঁলোকে বৰাদেৱৰ আকৰ্ষণীয় ব্যক্তিত্ব আৰু অৰ্ণৱ অটল পণ্ডিত্যত মোহিত নহৈ নোৱাৰে। তেওঁ এজন উচ্চ খাপৰ কবি আৰু উপন্যাসিকো ; তথাচ ঃ তেওঁৰ প্ৰথম পৰিচয় এজন সুদক্ষ গল্পকাৰ হিচাপেহে। অসমীয়া গ্ৰাম্যজীৱনৰ যি এক ৰসাল নিখুঁত ছবি তেওঁৰ গল্পসমূহত দেখা যায় সেয়া সমকালীন ভাৰতীয় সাহিত্যতে বিৰল। তেওঁৰ গল্পসমূহ ইতিমধ্যে বিভিন্ন আঞ্চলিক ভাষালৈ অনুদিত হৈছে। ব্যক্তি হিচাপে অতি সহজ-সৰল এইজন মানুহ এক কথাত ৰসৰ ভঁৰাল। তেওঁৰ বাগ্মীতা আৰু সৃষ্টিৰাজিত এই নিৰ্মল হাস্যৰস সুন্দৰভাৱে পৰিস্ফুত হয়।

শেহতীয়াকৈ এই অশীতিপৰ লেখকজনৰ জীৱন সোঁৱৰণমূলক আৰু অন্যান্য অপ্ৰকাশিত কিছু লেখা গোটাই মেলি এক পূৰ্ণাঙ্গ ৰূপ দিয়াৰ চেষ্টাৰ ফচল হ'ল "সৃষ্টি আৰু প্ৰেৰণা" নামৰ পুথিখন। পুথিখন যুটীয়াভাৱে সম্পাদনা কৰিছে ক্ৰমে স্থানীয় লেখক, বটদ্ৰবা মহাবিদ্যালয়ৰ ইংৰাজী বিভাগৰ প্ৰবক্তা ত্ৰিদিব গোস্বামী আৰু দৈনিক বাতৰি কাকতৰ সাংবাদিক ৰক্তাভজ্যোতি বৰাই। তেওঁলোকে যথেষ্ট ঐকান্তিকতাৰে বৰাদেৱৰ অপ্ৰকাশিত আৰু অসঙ্কলিত কিছু লেখা গোটাই মেলি আৰু তেখেতৰ কেইবাটাও সাক্ষাৎকাৰৰ পৰা গোটাচেৰেক জীৱন সোঁৱৰণ মূলক লেখা যুগুতাই এই সঙ্কলনটিৰ কাঠামো প্ৰস্তুত কৰিছে। এই ক্ষেত্ৰত তেওঁলোকৰ সদিচ্ছা, আগ্ৰহ, একাগ্ৰতা আৰু পৰিশ্ৰম সচাঁকৈয়ে প্ৰশংসনীয়। মুঠৰ ওপৰত এই সঙ্কলনটো তেওঁলোকৰ কৃচ্ছ সাধনাৰ ফল। অসমৰ আগশাৰীৰ প্ৰকাশন প্ৰতিষ্ঠান ষ্টুডেণ্টচ্ ষ্টৰচে (Student's Stores) এই সংকলনটি প্ৰকাশ কৰি ইয়াৰ সৌষ্ঠৱ দুগুণে বৃদ্ধি কৰিছে।

পুথিখনৰ প্ৰথম খণ্ডটিত শৈশৱৰ সোঁৱৰণমূলক গোদ্ধৰতা বিভিন্ন ৰসাল তথা সংক্ষিপ্ত লেখা সন্নিবিষ্ট কৰি ইয়াক "প্ৰেৰণা" নাম দিয়া হৈছে। প্ৰেৰণা (Inspiration) অবিহনে জীৱনৰ সফলতা লাভ কৰা অৰ্থাৎ জীৱনক এক সাৰ্থক ৰূপ দিয়া সম্ভৱ নহয়।

সৃষ্টিৰ বাবে প্ৰেৰণা অপৰিহাৰ্য্য . এই খণ্ডটিত লেখক বৰাদেৱে তেওঁৰ শৈশৱ ছাত্ৰজীৱন আৰু লগতে কৰ্মজীৱনৰ আৰম্ভণিৰ সময়ছোৱাৰ কিছু তিতা মিঠা স্মৃতি ৰোমন্থন কৰিছে। তেওঁ অতি প্ৰাঞ্জল আৰু ৰসাল ভাষাত জীৱনৰ এই সুমধুৰ সময়খিনিত লাভ কৰা প্ৰেৰণাৰ বিভিন্ন উৎসসমূহ আৰু বিচিত্ৰ অভিজ্ঞতা সমূহ বৰ্ণনা কৰিছে। এয়া তেওঁৰ এক প্ৰকাৰ নষ্টালজিক যাত্ৰা, এক নিৰ্মোহ অতীতমুখী (Restrospective) অলোকন। খণ্ডটিৰ প্ৰথম কেইটামান অধ্যায় যেনে -"শৈশৱৰ কিতাপ পঢ়াৰ আনন্দ" নেওতা পঢ়া আৰু অঙ্ক কৰাৰ ভয়," "পাহৰিব নোৱাৰা এটা স্মৃতি" আদিত তেওঁ অতি নিটোল ৰসাল ভাষাত তেওঁৰ শৈশৱৰ হাঁহি কান্দোন সংমিশ্ৰিত প্ৰেৰণাদায়ক অভিজ্ঞতাবোৰ বৰ্ণনা কৰিছে। লেখাৰ Style অতি সহজ-সৰল তথা আকৰ্ষণীয় ; 'Colloquiaısm' ৰ প্ৰভাৱ সুস্পষ্ট। উদাহৰণ স্বৰূপে, তেওঁ প্ৰথম অধ্যায়টোত লিখিছে, "ভোকত ডেৱা-কৰ্কৰা খোৱাৰ দৰে খঁকত আবাহনৰ গল্প অতি কম বয়সতে হজম কৰিবলৈ লাগি গলোঁ।"

ইয়াৰ পাছৰ কেইটামান অধ্যায় যেনে – "মোৰ গল্পৰ নেপথ্যৰ কথা," "কুঁৱৰীটোলৰ সজীৱ দিনবোৰ", 'তাহানিৰ নগাঁৱৰ এখন ছৱি" আদিত বৰাদেৱৰ সংগ্ৰামী জীৱন বীক্ষাৰ এখনি মননশীল ছৱি প্ৰতিভাত হৈছে। ইয়াত তেওঁ ছাত্ৰ আৰু কৰ্মজীৱনৰ বিভিন্ন প্ৰেৰণাদায়ক অভিজ্ঞতাৰ স্মৃতি ৰোমাম্থন কৰিছে।

"মোৰ গল্পৰ নেপথ্যৰ কথা– " "নামৰ অধ্যায়তো তেওঁ এইদৰেই স্মৃতিৰ কোলাত আশ্ৰয় লৈছে – "মোৰ ক্ষেত্ৰত কিন্তু এনে কোনো অভিজ্ঞতাৰ পৰা তপতে তপতে কোনো গল্প সৃষ্টি কৰিব পৰা নাই। সময়ৰ অভাৱ, বিভিন্ন ধৰণৰ সমস্যা আদিয়েও বাধাৰ সৃষ্টি কৰি আহিছে– বহুত দিন, মাহ, বছৰৰ পিচতহে মনৰ ভিতৰত পূৰ্ণ লৈ প্ৰকাশৰ কাৰণে ক্ষণ গনি থকা– গল্পটোৱে বাস্তৱৰূপ ৰূপ ল'ব পাৰিছে। ধৰক সকলোৱে ভাল পোৱা 'কাঠনিবাৰী ঘাট' নামৰ গল্পটোৰ কথাকে। মই মেট্ৰিক পৰীক্ষা দি উঠি এঘৰ আত্মীয়ৰ ঘৰত এৰাতি আলহী হৈ থাকোঁতে লাভ কৰা এটা ঘটনাই আচলতে গল্পটোৰ গুটি পচালে – মনৰ পিৰালিৰ কোনোবা চুকত, মোৰ অজানিতেই আত্মীয়ই ঘৰত থকা - ৰাতিটোৰ ফিৰফিৰীয়া বতাহ আৰু মাজে মাজে কিনকিনীয়া বৰষুণ হৈ আছিল। পিচদিনা পকী বহল পিৰালিত বহি মুখ ধুই থাকোঁতে দেখিলো কাষৰ ডালিমজোপাৰ গুৰিত এটা টুনী চৰাই ঠেৰেঙা দি পৰি আছে। তেতিয়াহে কাণত পৰিল ডালিম জোপাৰ চাৰিওফালে ঘুৰি ফুৰা আনটো চৰাই চিঞৰ - যাক ইমান সময় মই চৰাইটোৰ গান বুলি ভাবিছিলো। মই যিমান পাৰো যত্ন লৈ চৰাইটোৰ কলিজাৰ দুৰ্বল ধিপ্ ধিপ্‌টো সবল কৰাৰ চেষ্টা কৰিও বিফল হ'লো। টুনী চৰাইৰ বুকুত এটা উজ্জ্বল ৰঙা চকৰ থাকে। সেই ৰঙা চকৰটো ডগমগীয়া তেজৰ ফোঁট হৈ মোৰ কলিজাত যেন সোমাই পৰিল। পিছৰ দিনবোৰত সেই খিনি ঠাইত যেন পাই এটা কাল্পনিক হয়তো– বিষ অনুভৱ কৰি থাকিলো।"

আনহাতে কুঁৱৰী টোলৰ সঞ্জীৱ দিনবোৰ নামৰ লেখাটোত তেওঁৰ স্মৃতিৰ মানসপটত ভাঁহি উঠিছে সমনীয়া বন্ধুসকলৰ মুখবোৰ আৰু ইয়াৰে কেইজনমানৰ সোঁৱৰণীয়ে বৰ্তমান তেওঁক মৰ্মাহত কৰি তুলিছে। তেওঁ লিখিছে – "মনলৈ আহিছে সেই এঘাৰ-বাৰ বছৰীয়া সমনীয়া বন্ধুসকলৰ মুখবোৰলৈ, যিসকলৰ মাজত কেইবাজনেও ইহ সংসাৰ ত্যাগ কৰি আন এখন জগতত আকৌ লগা লগি হ'বলৈ কিজানি আমালৈ বাট চাই আছে। সেই সকলৰ ভিতৰত অতি মৰমৰ পূৰ্ণ মহন্ত, ঘন হাজৰিকা, যতীন খাউণ্ড, ভুৱন হাজৰিকা, গগন মহন্ত ....... এইসকলৰ সোঁৱৰণীয়ে চকুৰ পতা এতিয়াও সেমেকাই তোলে। বাকী জীৱিত সকলৰ লগতে পিচৰ জীৱনত যোগাযোগ প্ৰায় নোহোৱাৰ দৰে যদিও অন্তৰৰ যোগাযোগ সদায় থাকি গ'ল, আৰু শেষ নিশ্বাসলৈকে থাকি যাব।.. .......... ।' আকৌ নগাঁও কলেজৰ ৰাতি নথকা দিনবোৰ' নামৰ তুলনামূলকভাৱে দীঘল অধ্যায়টোত তেওঁ কলেজত কেনেকৈ ইংৰাজী অধ্যাপকৰ 'লেকচাৰ' হৃদয়ঙ্গম কৰিবলৈ অসুবিধা পাইছিল সেয়া বৰ্ণনা কৰিছে এইদৰে – 'কলেজত ইংৰাজীত দিয়া 'লেকচাৰ' মই প্ৰথমে একোৱেই বুজিব পৰা নাছিলোঁ। অধ্যক্ষ শৰ্মা ছাৰ আৰু লজিকৰ স্বৰ্গীয় গোস্বামী ছাৰৰ ইংৰাজী উচ্চাৰণ সুস্পষ্ট। বাকীসকলৰ শব্দ বুজা টান হৈছিল। বিষয়বিলাকো নতুন হোৱাত কলেজলৈ লোকক দেখুৱাই অহা যেন লাগিল ..............।

জীৱনৰ তিতাঁ মিঠা স্মৃতিৰ এই পশ্চদোৱলোকনে পাঠক সমাজকো লৈ যাব তেওঁলোকৰ নষ্টালজিক জগতখনলৈ। যিহেতু Aldus Huxley ৰ ভাষাত "Every man's memory is his private literature."

দ্বিতীয় খণ্ডটোত বৰাদেৱৰ কেইবাটাও বিভিন্ন বিষয়ৰ ওপৰত লিখা অপ্ৰকাশিত নিবন্ধ সন্নিবিষ্ট কৰা হৈছে আৰু ইয়াক "সৃষ্টি" নাম দিয়া হৈছে। প্ৰথম খণ্ডটিৰ "প্ৰেৰণা" পৰা দ্বিতীয় খণ্ডটিৰ "সৃষ্টি"ৰ বীজ মঞ্জৰিত হৈছে। সৃষ্টি (Creation) অবিহনে সকলো এবছাৰ্ড অৰ্থাৎ নিৰৰ্থক। ঈশ্বৰে বিশ্বব্ৰহ্মাণ্ডৰ লগতে মানুহৰ সৃষ্টি কৰিছে; মানুহে সমাজৰ, সমাজে সভ্যতাৰ, সভ্যতাই বিজ্ঞানৰ এনেকৈয়ে চলি আছে সৃষ্টিৰ নিৰন্তৰ ..... এনেকৈয়ে চলি আছে সৃষ্টিৰ নিৰন্তৰ প্ৰক্ৰিয়া। বৰাদেৱে 'লেখকসকলৰ প্ৰতি (১)' নামৰ অধ্যায়টোত উল্লেখ কৰা সোনসেৰীয়া কথাষাৰ এইক্ষেত্ৰত প্ৰনিধানযোগ্য। তেওঁ কৈছে যে মানুহৰ বাবে কিবা নহয় কিব এটা কৰিবলৈকে ঈশ্বৰে মানুহৰ সৃষ্টি কৰিছে; গতিকে শক্তি থকালৈকে মানুহে কৰ্ম কৰা উচিত। লেখকসকলক উদ্দেশ্য কৰি তেওঁ আকৌ কৈছে যে একাগ্ৰতা, সাধনা কষ্ট সহিষ্ণুতা, চিন্তাৰ গভীৰতা আৰু মানৱচৰিত্ৰৰ সুক্ষ্ম পৰ্য্যবেক্ষণ অবিহনে সাহিত্য সৃষ্টিৰ অসম্ভৱ। ইয়াৰ পিছৰ অধ্যায়টোত তেওঁ উল্লেখ কৰা এযাৰ মূল্যবান কথা কাৰণতে উপেক্ষা কৰিব নোৱাৰি। তেওঁ কৈছে, 'মানুহৰ সৃষ্টি প্ৰতিভা স্বৰ্গীয় শক্তি। সেই স্ব-শক্তিটোৰ বিকাশ লাভ কৰে মানুহজনৰ ব্যক্তি সত্তাৰ মাজেদি।"

ইয়াৰ উপৰিও এই খণ্ডোত তেওঁ বৰ্ডছৱৰ্থৰ কবিতা আৰু আমাৰ গুৰুজনৰ অঙ্কীয়া ভাওনাৰ ওপৰত যি নান্দনিক আৰু মননশীল বিশ্লেষণ আগবঢ়াইছে ই এই ক্ষেত্ৰত তেওঁৰ অটল প্ৰজ্ঞা আৰু অগাধ ব্যুৎপত্তিৰ পৰিচায়ক। 'সাহিত্যত শূণ্যতা' নামৰ অধ্যায়টোত পাঠকসমাজে এজন সূক্ষ্ম অন্তদৃষ্টি সম্পন্ন আৰু গভীৰ অনুভূতি প্ৰৱণ লেখকৰ সৈতে অন্তঃসংযোগ স্থাপন কৰিব পাৰে। তেওঁ বেজবৰুৱাদেৱৰ পাছত অসমীয়া সাহিত্য ক্ষেত্ৰখনত এক শূন্যতা বা ৰিক্ততাৰ সৃষ্টি হৈছে বুলি উঠা সমালোচনাৰ যুক্তি আৰু অৰ্ন্তদৃষ্টিৰে প্ৰত্যুত্তৰ দিছে আৰু নতুন প্ৰজন্মৰ ওপৰত গভীৰ আস্থা প্ৰকট কৰিছে। তেওঁ লিখিছে, "অনাগত দিনবোৰত অসমীয়া সাহিত্যৰ ক্ষেত্ৰখনত এটা গভীৰ শূন্যতাৰ সৃষ্টি হ'ব বুলি বহুতেই আশংকা কৰিছে। আমি ছাত্ৰ হৈ থাকোতেও তেনে এটা ধাৰণা কৰিছিলো। কাৰণ বেজবৰুৱা গোহাঁঞি বৰুৱাকে মুখ্য কৰি সেই সময়ৰ প্ৰধানসকল যোৱাৰ পাচত শূন্যতাৰ সৃষ্টি হ'ব বুলি ভাবিছিলো। কিন্তু অসমীয়াসকল বিশেষকৈ ছাত্ৰসকল সজাগ হ'ল আৰু নিজৰ হেৰুওৱা মৰ্যদা ঘূৰাই অনাৰ সংকল্প ল'লে। আমি ড° কাকতি, ড° ভূঞা, সন্দিকৈৰ দৰে মহান ব্যক্তিত্ব সম্পন্ন লোক পালো। কালিৰাম মেধি, উপেন লেখাৰু, বিৰিঞ্চি কুমাৰ বৰুৱা এই সকলে সেই শূণ্যতা পূৰণ কৰিবলৈ আগবাঢ়ি আহিল। ইয়াৰ পাচত আমি এম. এ. ক্লাছৰ ছাত্ৰ হৈ থাকোতে এই সকলে মেলানি মাগিছিল যদিও মহেশ্বৰ নেওগ, ডিম্বেশ্বৰ নেওঁগ, প্ৰফুল্ল দত্ত গোস্বামী, সত্যেন্দ্ৰ নাথ শৰ্মা, তীৰ্থনাথ শৰ্মা – এইসকল ব্যক্তি আহিল।" আনহাতে অধ্যায়টোৰ শেষৰ ফালে তেওঁ কৈছে– ড° বানীকান্ত কাকতি, বিৰিঞ্চি কুমাৰ বৰুৱাৰ পাচত এই সকলৰ স্থান পূৰণ কৰিব পৰা লোক ওলোৱা নাই সঁচা, কিন্তু চন্দ্ৰ প্ৰসাদ শইকীয়াৰ সম্পাদনাত 'অসমীয়া', 'প্ৰকাশ', 'গৰিয়সী' আৰু ড° ভবেন্দ্ৰ নাথ শইকীয়াৰ সম্পাদনাত ওলোৱা – 'প্ৰান্তিকে' আমাৰ এই ধাৰাটোৰ নিৰবচ্ছিন্নতা ৰক্ষা কৰাই নহয় প্ৰায় সকলোফালে সমৃদ্ধ কৰাৰো চেষ্টা কৰি আহিছে।....." সমগ্ৰ পুথিখনতে তেওঁৰ ইয়াত অপূৰ্ব শব্দ চয়ন, বিযেশকৈ archaic শব্দ আৰু Vernacular ভাষাৰ ব্যৱহাৰ নিঃসন্দেহে অনুকৰণীয়।

মুঠৰ ওপৰত 'সৃষ্টি আৰু প্ৰেৰণা" মহিম বৰাদেৱৰ গোটাচেৰেক ৰসাল আৰু ভাব গধুৰ নিবন্ধৰ অপূৰ্ব সঙ্কলন। আগতে উল্লেখ কৰা মতে পুথিখনৰ নামাকৰণ (title) যথেষ্ট অৰ্থবহ হৈছে। এনে এটি সঙ্কলনৰ পৰিকল্পনা আৰু লগতে সম্পাদনা কৰা বাবে ত্ৰিদিব গোস্বামী আৰু ৰক্তাভ জ্যোতি বৰা সচাঁকৈয়ে প্ৰশংসাৰ পাত্ৰ।

---

(প্ৰথম প্ৰকাশ)

# নিমিষতে হেঁৰোৱা দিগন্তৰ মায়া

- ভৈৰৱানন্দ দেৱ গোস্বামী
- শ্ৰীশ্ৰী কৃষ্ণ মিশ্ৰ মন্ত্ৰ

শ্ৰী মহিম বৰাৰ প্ৰায় খিনি কিতাপৰ মাজেদি গৈছো। সকলো বিলাকেই ভাল লাগে। সোৱাদ পোৱা যায়। ভাষাও সহজ-সৰল। মানব জীৱনত ঘটি থকা সৰু সৰু কথা বিলাক সাহিত্য ৰূপে ডাঙি ধৰাত সফলভাৱে সাৰ্থকতা লভিবলৈ সমৰ্থ হৈছে। শ্ৰী বৰাদেৱৰ 'হেৰোৱা দিগন্তৰ মায়া' নামৰ উপন্যাসখন চলিত বছৰৰ ভিতৰতহে পঢ়াৰ ভাগ্য হ'ল। আকাৰত উপন্যাসখনি সৰু হ'লেও স্বাধীন ভাৰতৰ সামাজিক, ৰাজনৈতিক, অৰ্থনৈতিক, আৰু শৈক্ষিক শিক্ষিত সকলৰ চাৰিত্ৰিক অৱক্ষয়ৰ চিত্ৰ নিঃসন্দেহে চিত্ৰিত কৰিছে।

অসমীয়া সাহিত্য জগতৰ ভোটা তৰা স্বৰূপ শ্ৰীমহিম বৰা দেৱৰ বিষয়ে আমাৰ নিচিনা লোকে লিখিবলৈ যোৱাটো ধৃষ্টতাহে মাথো। উদে মাছ খোৱা দেখি বোন্দা বিৰালি পানীত পৰাৰ নিচিনা কামকে কৰা যেন লাগিছে।

"হেৰোৱা দিগন্তৰ মায়া' উপন্যাসখনিৰ কাহিনী ভাগ স্বাধীন ভাৰতৰ প্ৰথম সাধাৰণ নিৰ্ব্বাচনৰ প্ৰিজাদিং অফিচাৰৰ কাৰ্য্য কৰিবৰ বাবে উপন্যাসৰ মূল নায়ক বিপুল কাকতিই শিলঙৰ পৰা সুদূৰ মহুৰা মুখজনৰ সেন্দুৰী পাম গাঁৱত উপস্থিত হয়। স্থানীয় ভাবে মহিলা পুলিং অফিচাৰ এগৰাকী নিযুক্তি দিবৰ বাবে অনুসন্ধান কৰাৰ সময়ত ছোৱালী স্কুলৰ হেড্‌মিষ্ট্ৰেতে অহল্যা নামৰ হিন্দী শিক্ষয়িত্ৰীৰ নাম উচ্চাৰণ কৰিলে। অহল্যাৰ নাম শুনাৰ লগে লগে বিপুল কাকতি ৰোমাঞ্চিত হ'ল। ইলেকচনৰ মুঠ চাৰিদিন ইলেকচনৰ ট্ৰেইনিং আৰু পিছৰ দিন মিলি এমাহ মানৰ ভিতৰত 'হেৰুৱা দিগন্তৰ মায়া' অন্ত পৰে।

উপন্যাসৰ মূল নায়ক বিপুল কাকতি। কাকতি গুৱাহাটীত বি. এ. পঢ়ি থকা ছাত্ৰ। ঘটনা ক্ৰমে অহল্যাৰ বাপেক সদানন্দ খাউণ্ড দুৰ্ঘটনা গ্ৰস্ত হয়। জীয়াই থাকিবৰ বাবে গ্ৰুপ মিলা তেজৰ আৱশ্যক হয় কিন্তু তেজ পোৱা নাযায়। ভাগ্যে তেজৰ গ্ৰুপ মিলা বিপুল কাকতিক পালে কাকতিয়ে আৱশ্যকীয় তেজদিয়াত মান্তি হ'ল। সদানন্দ খাউণ্ডে প্ৰাণ পালে। বিপুল কাকতিৰ অহল্যাহঁতৰ ঘৰৰ লগত আত্মীয়তা বাঢ়িল। সদানন্দ খাউণ্ড বেছি দিন জীয়াই নাথাকিল। মৃত্যুৰ মুখত পৰিল। ঘৰুৱা অৱস্থা শোচনীয়া হ'ল। ডাঙৰ ছোৱালী অঞ্জলীক ডাঃ নীল শইকীয়ালৈ বিয়া দিলে। ভায়েক জিতু ডাক্তৰ ভিনীহিয়েকৰ লগত থাকিবলৈ ল'লে। অহল্যাৰ অৱস্থা পানীত হাঁহ নচৰা হ'ল। বাপেকৰ দুৰ্ঘটনাৰ পিছত তেজ দিওঁতা বিপুল কাকতিৰ লগত প্ৰেম উপজিছিল। কাল ক্ৰমত চাকৰীৰ লোভ গুৱাহাটী শিলেঙত ঘৰ পোৱাৰ আপাহঁত অহল্যাক বাদদি ৰাজনৈতিক ক্ষমতা থকা লোকৰ দুহিতা নন্দিতাক বিয়া কৰালে। ছোৱালী এজনী জন্ম হৈছে নাম টুনটুন। ইফালে

অহল্যাৰ এজনী ছোৱালী হ'ল। নাম হ'ল মায়া। মায়াই অহল্যাক মাহিটী বুলিহে সম্বোধন কৰে। অহল্যাই মহুৰা মুখজানৰ সেন্দুৰী পাম গাঁৱত বিপুল কাকতিৰ সৈতে লগা লগি হোৱাৰ সময়ত মায়াৰ বয়স ৬/৭ বছৰ। এই মায়া নামৰ শিশু চৰিত্ৰটিৰ নামেৰেই উপন্যাস খনি নামাঙ্কিত কৰা হৈছে।

উপন্যাসখনিৰ মূল নায়ক বিপুল কাকতি আৰু অহল্যা নায়িকা। নন্দিতা বিপুল কাকতিৰ বিবাহিতা পত্নী ছোৱালী টুনটুন। সদানন্দ খাউণ্ড- পত্নী, অঞ্জলী - ডা° নীল শইকীয়া জিতু, ৰাজখোৱা নামৰ এজন লোক তেওঁ বিবাহিতা পত্নীক বাদ দি অবিবাহিতা তিৰোতা এজনীৰ লগতে থাকে জীৱনৰ দুখ পাতলাবৰ বাবে সুৰা সেৱন ক ৰে। ৰত্নেশ্বৰ চহৰীয়া বুঢ়ালোক আগৰ দিনৰ এণ্ট্ৰেন্স্ পাচ, বাগিছাৰ চাকৰি কৰিছিল। অৱসৰৰ পিচত সেন্দুৰী পাম গাঁৱত থাকে। বোৱাৰীয়েক ছোৱালী উচ্চ মাধ্যমিক বিদ্যালয়ৰ হেডমিষ্ট্ৰেচ। নাতিনীল'ৰাহঁতে বিভিন্ন ঠাইত চাকৰি কৰি থাকে। অহল্যাই বাপেক-মাকৰ বিয়োগৰ পিছত, ভিনিহীয়েকৰ সহযোগত এলাহাবাদত হিন্দী পঢ়ি আহি সেন্দুৰী পাম গাঁৱৰ উচ্চ মাধ্যমিক বিদ্যালয়ৰ হিন্দী মাষ্টৰণী কাম কৰে আৰু ৰত্নেশ্বৰ চহৰীয়াৰ ঘৰতে থকাৰ ব্যৱস্থা কৰি লয়। মায়া নামৰ ৬/৭ বছৰীয়া কন্যাটি আহল্যাৰ একমাত্ৰ বুকুৰ ধন। মায়াৰ জ্বৰ কাঁহ, তনছিল। ঘটনা ক্ৰমে বিপুল কাকতিয়ে অহল্যাক লগ পায় অনুতপ্ত হৈছিল। মায়াৰ ত নৃছিলৰ চিকিৎসাৰ বাবে শ্বিলঙলৈ নিবৰ বাবে জোৰ কৰিছিল। নিৰ্বাচনৰ কাম শেষ হোৱাৰ পিচত অহল্যাৰ ওচৰত পূৰ্ব্বতে কৰাৰ দোষৰ ক্ষমা বিচাৰে। কিন্তু অহল্যাই চেণ্ডেলেৰে কাকতিৰ গালত কোব দিয়ে, একোব চকুতো পৰে ; যাৰ বাবে কাকতি চিকিৎসাধীন হ'ব লগা হয়। কাকতিয়ে দোষৰ প্ৰায়শ্চিত বুলি গ্ৰহণ কৰি অহল্যা আৰু মায়াৰ কথা ভাবি কিংকৰ্তব্য বিমূঢ় হৈ পৰিছিল। অহল্যালৈ চিঠি দিলে, টেলিগ্ৰাম কৰিলে কোনো খবৰ নাপায় কাকতি বিতত হ'ল। এদিন জলপ্ৰপাতৰ ওচৰলৈ যাওঁতে সিপাৰে পাৰত শিল এটিত মায়াক বহি থকা দেখি মহা চিন্তিত পৰিল। নিৰুপায় কাকতিয়ে পিচদিনা ৰাতিপুৱা মটৰ এখন ভাড়াকৰি মায়াক বিচাৰি হায়ৰান হ'ল, নাপালে। ধানখেতি অঞ্চল চাবলৈ বাকী এনেতে ডাক্তৰ নীল শইকীয়াক পালে। শইকীয়াকো টেক্সিত তুলিলৈ ধানখেতি অঞ্চললৈ যাত্ৰা আৰম্ভ কৰিলে। পথত শইকীয়াই মায়াৰ মৃত্যুৰ বতৰা দিলে। অহল্যাৰো বৰ অসুখ। পদুলি মুখত টেক্সি ৰ'ল। লগা লগি নহ'ল। আনহাতে বিবাহিতা পত্নী, নন্দিতা, ভনীয়েকৰ বিয়াৰ বাবে মাকৰ ঘৰলৈ টুনটুনৰ সৈতে গৈছে। অহল্যা , নন্দিতা, মায়া, টুনটুন কাৰোৰ লগত লগা-লগি হোৱা নহল। উপন্যাসখনি দুখেৰে পৰিসমাপ্তি ঘটে। পাঠকৰ মনতো এটা ধুৱলি-কুঁৱলী ভাব জাগি উঠিছে।

---

(প্ৰথম প্ৰকাশ)

# মহিম বৰাৰ গল্পঃ এটি উপকৰা দৃষ্টি

- অপূৰ্ব শৰ্মা

শিশুটিয়ে বিশ্বাস কৰিছিল যে বেলপাত, তামৰ পইচা এটা আৰু গুবা এটা দি মাত-বোলা কৰিলেই বাণেশ্বৰ বাবাই এটা হাতী পোৱালি দিব। হাতী পোৱালিটো উঠি ফুৰিবলৈ নহয়, স্কুললৈ যাওঁতে লগত লৈ যাবলৈ, লগত লৈ স্কুললৈ যাব ; ওচৰৰ পথাৰখনতে চৰিবলৈ দিব, আৰু স্কুল ছুটি হ'লে লগত লৈ ঘৰলৈ ঘূৰি আহিব।

মহিম বৰাৰ সৃষ্টিশীলতাৰ উৎস যি সমাজ আৰু জীৱন, প্ৰাথমিক পৰ্যায়ত তাৰ ভেটি আছিল তেওঁৰ শৈশৱৰ এই বিশ্বাসৰ দৰেই এক নীৰন্ধ্ৰ সৰল বিশ্বাস। আধুনিক অসমীয়া সাহিত্যৰ মানৱতাবাদী পৰম্পৰাৰ মাজত তেওঁৰ সৃষ্টিশীল সত্তা লালিত হৈছিল। এই সৰল বিশ্বাস আৰু মানৱতাবাদী চেতনাই বহু বৰ্ণ আৰু চিত্ৰৰ মাজেৰে তেওঁৰ লেখাত প্ৰায়ে সৰল আৰু সৰস কাহিনীৰ ৰূপ লৈছে। 'কাঠনিবাৰী ঘাট' প্ৰমুখ্যে পঞ্চাছৰ দশকত ৰচিত প্ৰায়বোৰ গল্প তেওঁৰ এই পৰ্যায়ৰ সৃষ্টি। আধুনিক জীৱন আৰু জগতৰ বিভিন্ন জটিল দ্বন্দ্ব আৰু সংকটৰ পৰা দূৰ তেওঁৰ সৃষ্টিৰ এই বিচৰণ-ভূমি তেওঁ সমৃদ্ধ কৰিছে এক গভীৰ অন্তৰ্দৃষ্টিৰে "আত্মাসাৎ" কৰা প্ৰকৃতিৰ অমৰ সৌন্দৰ্য্যৰ সম্পদেৰে। তেওঁৰ এই গল্পসমূহত মানুহ আৰু প্ৰকৃতিৰ বিচিত্ৰ সম্পৰ্ক, জীৱন আৰু মৃত্যুৰ, জীৱনৰ বিপুল সম্ভাৱনা আৰু ভয়াবহ পৰিণতিৰ অবিৰত দ্বন্দ্ব সেই সম্পদসমূহে আচৰিত ব্যঞ্জনাৰ খলকনিৰে সৰস কৰি তুলিছে। তদুপৰি তেওঁৰ সৃষ্টিৰ আন দুটা আবেদন হ'ল — এক মেদবৰ্জিত, মিতব্যয়ী, প্ৰাণময় ভাষা, আৰু এক অন্তঃ প্ৰবাহী বিষাদবোধক ঢাকি ৰখা সূক্ষ্ম, সংযত হিউমাৰৰ ব্যৱহাৰ।

বৰাৰ বয়োপ্ৰাপ্ত লেখক-জীৱনত মহাযুদ্ধ, মুদ্ৰাস্ফীতি, সাম্প্ৰদায়িকতা, দুৰ্ভিক্ষ আৰু প্ৰাকৃতিক দুৰ্যোগে যেতিয়া যৌৱন ডেবা পোৰা কৰি থৈ গৈছে, আচৰিত নিৰ্বিকাৰতাৰে তেওঁ অৱলোকন কৰিছে তেওঁ প্ৰদূষণ-মুক্ত অন্তৰ্জগতৰ গভীৰলৈ, য'ত শৈশৱ আৰু কৈশোৰৰ পৃথিবীৰ ঘনিষ্ঠ সান্নিধ্য আৰু অভিজ্ঞতাই তেওঁলৈ সাঁচি থৈছে তেওঁৰ সৃষ্টিশীলতাৰ বাবে মেটমৰা সম্ভাৰ। আধুনিক জীৱনৰ নতুন জটিল বাস্তৱতা, তাৰ বিচিত্ৰ

ৰূপ, বিভিন্ন দ্বন্দ্ব আৰু সংঘাত, অশান্তি আৰু অস্বস্তিৰ প্ৰতি এনে নিৰ্বিকাৰ ঔদাসীন্যেৰে অপসৃয়মান এক সমাজ আৰু তাৰ মানৱীয় প্ৰমূল্যৰ মাজত কৰা জীৱনৰ সন্ধানে সমালোচকৰ ভ্ৰূকুটিয়েই উদ্ৰেক কৰিলেহেঁতেন। কিন্তু মহিম বৰাৰ সৃষ্টিশীল চেতনাত বিশাল জীৱনৰে চিৰন্তন বিপুল বাণীৰ মৰ্ম ধ্বনিত হৈছে — জন্ম আৰু মৃত্যুৰ দুৰ্বোধ্য ৰহস্যৰ মাজেদি, প্ৰকৃতি আৰু মানুহৰ আত্মীয়তা সংঘাতৰ মাজেদি, জীৱনৰ উলাহভৰা ছন্দ আৰু ভয়াবহ সম্ভাৱনাৰ, যেন দৈৱ-নিৰ্দিষ্ট, দ্বন্দ্বৰ মাজেদি। তদুপৰি তেওঁৰ কল্পলোকৰ জীৱন আৰু পৃথিৱী সৰস আৰু প্ৰাণৱন্ত হৈ উঠিছে প্ৰকৃতিৰ পৰা আহৰণ কৰা তেওঁৰ বিচিত্ৰ ঐশ্বৰ্যময় চিত্ৰ কল্পৰ সূক্ষ্ম, অৰ্থপূৰ্ণ প্ৰয়োগৰ যোগেদি। বিষয়-বস্তু আৰু গঠনৰ দিশৰ পৰা একমাত্ৰিক আৰু সৰল হোৱা সত্ত্বেও "কাঠনিবাৰী ঘাট"ত জীৱনৰ প্ৰাণময়তাৰ ("..... ফোটটো তেজৰ দৰে দগ্‌মগাবলৈ ধৰিছে") সৈতে সম্ভাব্য মৃত্যুৰ ভয়াবহ ছবি দ্বন্দ্ব ("টৌবোৰ যেন ফোটটো ভাগ কৰি লৈ যাব") আৰু বিভিন্ন ইংগিতপূৰ্ণ চিত্ৰকল্পৰ মাজেদি সঞ্চাৰিত এক অনুচ্চ বিষাদবোধ অন্তঃপ্ৰবাহী হৈ ৰৈছে। জীৱনৰ অপাৰ কৌতুহল আৰু মৃত্যুৰ অজান ভয়, নৃশংসতা আৰু বিতৃষ্ণা, পাপবোধ আৰু গ্লানি আদি মানৱ চৰিত্ৰৰ বিচিত্ৰ আভিব্যক্তিৰ সমন্বয়ত ইংগিতধৰ্মী আংগিক আৰু জটিল বহুমাত্ৰিক বিষয়-বস্তুৰে 'টৌপ' গল্পটি নিঃসন্দেহে সাৰ্থকতৰ সৃষ্টি ; আৰু ইয়াৰ সমাপ্তি উপভোগ্যভাৱে অশান্তিদায়ক (disturbing)। শিশুকেইটি আৰু ককাৰ মাজৰ কথোপকথনত যেনেকৈ জীৱনৰ উলাহ আৰু কৌতুহলৰ আভাস আছে, তেনেদৰেই মাছটোৰ চকুত নৃশংস মৃত্যুৰ চিত্ৰ ("চকু দুটা ....... কেনেকুৱা ঠৰঙা .......") তাৰ গ্লানিকৰ সম্ভাৱনাৰে মৰ্মস্পৰ্শী হৈ উঠিছে। 'ৰস' গল্পত ভটাৰ জীৱন্ত মৃত্যুৰ সম্ভাৱনাই সুবিধাবাদী আৰু চতুৰ ৰত্নৰ আত্মোপলব্ধি ঘটাইছে। সি অনুভৱ কৰিছে — সি দীন, নীচ ভটা তাতকৈ বহু ওপৰত। মৃত্যুৰ সন্মুখত বন্ধুত্ব আৰু প্ৰেমৰ গভীৰতাই তাৰ হৃদয় অদ্ভুত ধৰণেৰে আলোড়িত কৰি তুলিছে। অত্যন্ত সাধাৰণ এটা ঘটনাৰ মাজত জীৱনৰ গভীৰতৰ অনুভূতিৰ সন্ধান আৰু মানৱীয় চেতনাৰ ৰুদ্ধ দ্বাৰৰ আকস্মিক উন্মোচনে ইয়াক এটা প্ৰকৃত চুটি গল্পৰ বৈশিষ্ট্য দিছে।

ইয়াৰ পিছৰ পৰ্যায়ৰ গল্পবোৰত দেখা যায় তেওঁৰ পৰিচিত সনাতন সমাজ আৰু জীৱনৰ ছন্দ স্খলিত হৈছে, গঞা জীৱনৰ প্ৰাণ-প্ৰবাহ অন্তৰ্হিত হৈছে, বিভিন্ন বিসংগতিয়ে জীৱনৰ ৰূপ সলনি কৰি পেলাইছে। আধুনিক অসমীয়া সাহিত্যৰ আৰম্ভণী কালত যি মানৱতাবাদী আদৰ্শৰ ঐতিহ্য গঢ়ি উঠিছিল, তৎকালীন ৰাজনৈতিক পৰিবেশ, সামাজিক বিকাশৰ স্তৰ, বৈজ্ঞানিক পশ্চাৎপদ অৱস্থা আদি কাৰকৰ ফলত তাৰ ভেটি আছিল দুৰ্বল, চৰিত্ৰ আৰু সংস্কাৰধৰ্মী আৰু আধ্যাত্মিকতাসিক্ত। মহাযুদ্ধ আৰু তাৰ পৰৱৰ্তী বিভিন্ন ৰাজনৈতিক-আৰ্থিক-সামাজিক বিপৰ্যয়ত সমাজৰ গাঁথনিৰ জোৰা লৰিল। পুঁজিবাদী সভ্যতাৰ আগ্ৰাসী প্ৰভাৱত শোষণ আৰু অত্যাচাৰ-জৰ্জৰ আধুনিক সমাজৰ সংকটৰ

সন্মুখত জীৱনৰ প্ৰতি সহজ বিশ্বাস আৰু উষ্ণ মানৱতাবাদৰ ভেটি খহি পৰিল। বৰাৰ ষাঠিৰ দশকৰ গল্পবোৰত সেয়ে দেখা গ'ল মানৱীয় প্ৰমূল্যৰ অৱক্ষয় আৰু বিশ্বাসৰ ভাঙোনৰ ছবি। লোভী, ক্ৰূৰ, স্বাৰ্থান্ধ বিভিন্ন শক্তিৰ আক্ৰমণত জীৱনৰ গতি শীৰ্ণ হৈ ৰুদ্ধ হৈ পৰিব খুজিছে; কিন্তু তেওঁৰ সৃষ্টিশীল সত্তাৰ গভীৰত এতিয়াও মানুহৰ ওপৰত সেই বিশ্বাসৰ অৱশেষ ৰৈ গৈছে, সঞ্জীৱ মানৱীয় উষ্ণতাই এতিয়াও তেওঁৰ আহত অনুভূতিৰ ঘাত আশা আশ্বাসৰ প্ৰলেপ সানি যায়। ষাঠিৰ দশকত প্ৰকাশিত সংকলন 'বহুভুজ ত্ৰিভুজ'ৰ 'স্মৃতিগন্ধা', 'অনেক ভোমোৰাৰ গুণগুণনি', 'প্ৰতিবোধ' আদি গল্পত চৌদিশৰ পতন, প্ৰলোভন, অন্যাস অসততা, দ্বেষ আৰু স্বাৰ্থপৰতাৰ শ্বাসৰুদ্ধকাৰী পৰিবেশত পুখুৰীৰ মাজৰ পদুম পাহৰ দৰে, ন-কইনাৰ সুবাসৰ দৰে এক পৰম বিশ্বাস আৰু উষ্ণ মানৱতাবোধ জীৱন্ত হৈ ৰৈছে।

সত্তৰ দশকত প্ৰকাশিত আৰু প্ৰকাশন পৰিষদ পুৰস্কাৰ প্ৰাপ্ত গ্ৰন্থ 'ৰাতি ফুলা ফুল'ৰ গল্পসমূহত বৰাৰ সৃষ্টিৰ অন্তৰ্লীন বিবৰ্তন পৰিস্ফুত হৈ উঠিছে। বিশ্বাসৰ স্খলন আৰু প্ৰমূল্যৰ অৱক্ষয় কেৱল নহয়, এক সৰ্বাত্মক সংকটৰ মাজত জীৱন বিপৰ্যস্ত হৈছে; কোনো আস্থা, কোনো আশ্বাসৰ অৱশেষ আৰু ক'তো নাই ("প্ৰবল গৰ্জন তুলি দীঘল দীঘল ঢৌবোৰে হাত মেলি মেলি তাৰ ফালে আগবাঢ়ি আহিছে।.. . . কিন্তু সিহঁতৰ ভৰিৰ তলৰ মাটিখিনিও যে লুইতৰ ঢৌৱে কঁপাই তুলিলে। এতিয়াযে সিহঁতৰ নিস্তাৰ নাই")। এই সময়ৰ ৰচনাত আধুনিক মধ্যবিত্ত শ্ৰেণীৰ মাজলৈ অহা হতাশা, মোহভংগ, আৰ্থ-সামাজিক বিসংগতি আৰু তজ্জনিত বিভিন্ন সংঘাতৰ প্ৰতি বৰ সজাগ। কিন্তু দুৰ্ভাগ্যবশতঃ আধুনিক জীৱনৰ জটিলতাৰ গভীৰত সোমাই তাৰ বিভিন্ন সংকট স্ৰষ্টাৰ অন্তদৃষ্টিৰে তেওঁ পৰীক্ষা কৰি চোৱা নাই। স্বাভাৱিকতে, এজন সংবেদনশীল মধ্যবিত্ত অসমীয়া হিচাপে আধুনি কতাই অনা চিনাকি জীৱনৰ বিপৰ্যয়ে তেওঁক বিভ্ৰান্ত আৰু বিবশ কৰিছিল। আন হাতে, আধুনিক জীৱনৰ সংকট আৰু তাৰ ধ্বংসযজ্ঞৰ মাজত লুকাই থকা সম্ভাব্য সম্পদৰ সন্ধানৰ বাবে যি শ্ৰমসাধ্য অধ্যয়ন আৰু চৰ্চ্চাৰে তেওঁৰ মানসিকতা প্ৰস্তুত (equipped) কৰিব লাগিছিল, তাৰ বাবে তেওঁৰ আগ্ৰহ অথবা সুযোগৰ অভাৱ আছিল। সেয়ে এনে বিষয়-বস্তুৰ মাজত গল্পকাৰ বৰাৰ নিষ্ঠা আৰু হৃদয়-সংবাদ যেনে আন্তৰিক সুৰত ধ্বনিত হৈছে, গল্পৰ নিৰ্মাণ তেনে নিটোল আৰু আবেদন তেনে মৰ্মস্পৰ্শী হৈ উঠা নাই। নগৰীয়া আধুনিকতা আৰু মধ্যবিত্ত সংস্কৃতিৰ সংক্ৰমণে যেতিয়া গাঁৱৰ জীৱন আৰু সমাজ নিস্তেজ ৰসহীন কৰি আনিছে, তেতিয়া বৰাৰ গল্পত এই গাওঁ-জীৱন আৰু প্ৰকৃতি আগৰ দৰে ব্যঞ্জনা সমৃদ্ধ হৈ তেওঁৰ বিষয়বস্তুক স্পন্দিত কৰিব পৰা নাই। তদুপৰি এই সময়ছোৱাত বৰাই "নতুন কলা-কৌশল প্ৰবৰ্তনৰ সক্ৰিয় প্ৰচেষ্টা" এটাৰ প্ৰয়োজনত বিশ্বাসী হৈ উঠে। কিন্তু আংগিক আৰু বিষয়-বস্তুৰ স্বাভাৱিক সম্পূৰণৰ

ক্ষেত্ৰত এনে সচেতনভাৱে আৰোপিত কলা-কৌশলৰ ক্ষতিকাৰক দিশ এটাও নোহোৱা নহয়।

এই সংকলনৰ 'এই নদীৰ সোঁতে' গল্পটিত আধুনিক মধ্যবিত্ত জীৱনৰ দুৰ্নীতি, অন্যায় আৰু অসমতাৰ মাজত এজন আদৰ্শনিষ্ঠ ডেকাৰ মানসিক সংকট প্ৰকাশ পাইছে। লেখকে বিশ্বাসযোগ্যভাৱে দেখুৱাইছে— গাঁৱৰ পৰম্পৰাগত আত্মীয়তা আৰু প্ৰীতিৰ বান্ধোন উৰঁলি গৈছে, দৰিদ্ৰ্যই জন্ম দিছে অসন্তুষ্টি, ঈৰ্ষা, অসূয়া। কিন্তু দুৰ্নীতি ৰোগ নহয়, লক্ষণ মাত্ৰ। গভীৰতাৰ কোনো ৰোগে জীৱনৰ মূলত সংক্ৰমণ আৰম্ভ কৰিছে যাৰ ফলত সামগ্ৰিকভাৱে জীৱনৰ সকলো দিশতে প্ৰাণৰস শুকাই গৈছে। আধুনিক জীৱনলৈ ই আনিছে আদৰ্শ আৰু বাস্তৱৰ সংঘাত, জীৱনৰ পৰা শুহি নিছে প্ৰেম-প্ৰীতি-কল্যাণৰ জীৱন দায়িনী ৰস। কিন্তু সেই গভীৰতালৈ যাবলৈ লেখক প্ৰস্তুত নহয়, সংকটৰ মাজত জীৱনৰ সন্ধান আৰু উত্তৰণৰ অভীপ্সাই তেওঁৰ সৃষ্টিশীল চেতনাক স্পন্দিত কৰা নাই।

'পঁইতা-চোৰা' গল্পটিত বৰাই কাফ্‌কাৰ 'মেটামৰ্ফচিচ' গল্পৰ কলা-কৌশল অনুসৰণ কৰা বুলি যি উল্লেখ কৰিছে, তাক মানিবলৈ টান। কলা-কৌশলৰ দিশৰ পৰা কাফ্‌কাই এটা পেৰেবলিক্ আৰু নেৰেটিভ্ ষ্টাইল ব্যৱহাৰ কৰিছে। গঠনগত দিশত কাফ্‌কাৰ গল্পটো বিভিন্ন কালৰ তিনিটা প্ৰায় সমান ভাগত সজোৱা হৈছে, আৰু প্ৰতিটো ভাগেই একোটা বিপৰ্যয়ত শেষ হৈছে। এই ফালৰ পৰা দুয়োটা গল্পৰ আংগিকগত সামঞ্জস্য সপ্ৰমাণ কৰা কঠিন। বিষয়-বস্তুৰ দিশৰ পৰা 'পঁইতা চোৰা' গল্পত মানৱীয় সম্পৰ্কৰ সংনম্যতাক নিৰ্মমভাৱে পৰীক্ষা কৰা হৈছে। কিন্তু এই গল্পত মানৱীয় সম্পৰ্কৰ সমস্যা অতি সাধাৰণ বস্তু-সৰ্বস্ব পাৰ্থিৱ জগতৰ সমস্যা। আনহাতে, 'মেটামৰ্ফচিচ' গল্পৰ নায়কে তাৰ দৈহিক ৰূপান্তৰক যদিও তাৰ বাবে এটা বৃত্তিগত অসুবিধা বুলি ভাবে, তথাপি সি কোনো অজ্ঞাত জীৱনশক্তিৰ সহায়ত জীয়াই থাকিবলৈ বিচাৰে, unknown nourisment আশা কৰে। এই দুৰাশাৰ মাজত সোমাই আছে জীৱনৰ বাধ্যবাধকতা ভংগ কৰি অস্তিত্বৰ বন্দীত্বৰ পৰা ওলাই গৈ কোনো আদিম ৰহস্যময় পৰম অস্তিত্বলৈ ঘূৰি যোৱাৰ সম্ভাৱনা। দুয়োটা গল্পই দুখন সম্পূৰ্ণ বেলেগ সমতলত মানৱীয় অস্তিত্বৰ স্বৰূপ পৰীক্ষা কৰি চাইছে।

ব্যঞ্জনাধৰ্মী চিত্ৰ কল্পৰ সফল প্ৰয়োগত বৰাৰ অটুট দক্ষতা দেখা যায় 'ৰাতি ফুলা ফুল' গল্পৰ আৰম্ভণিত। ("ইঞ্জিনৰ বিৰাট ঢপ্ ঢপ্ আৱাজ কৰি মটৰ চাইকেল এখন যেতিয়া পদূলিয়েদি সোমাই আহিল, নমিতাৰ মাক তেতিয়া গা-ধোৱা ঘৰত। তেওঁৰ বুকুৰ ভিতৰতো তেনে দুখন-মটৰ-চাইকেলৰ ইঞ্জিনে সমানে গৰ্জন কৰি উঠিল।") এই চিত্ৰটিয়ে গোটেই গল্পটোৰ মূলত থকা হোৱা-নোহোৱাৰ দ্বন্দ্বৰ এটা তিৰ্যক ব্যঞ্জনাকে কেৱল সৃষ্টি কৰা নাই, মটৰ-চাইকেলখনৰ গৰ্জনে আধুনিক যন্ত্ৰযুগৰ হৃদয়হীনতা আৰু নিৰ্মমতাৰ এক প্ৰতীকী ব্যঞ্জনাও লাভ কৰিছে। বৰাৰ বহু আলোচিত আৰু প্ৰশংসিত

'আবুৰ'ত সচৰাচৰ বিশ্বাস কৰা ধৰণে অপসংস্কৃতিৰ বিৰুদ্ধে বিষোদ্গাৰতকৈও নতুন সময় আৰু পৰিবেশৰ মাজত প্ৰমূল্যৰ অৱক্ষয়ৰ সন্মুখীন এজন বয়স্ক লোকৰ মানসিক সংঘাত আৰু দৌৰ্বল্যহে গল্পটিৰ মূল আবেদন। এটা জটিল মানসিক সিকতাক তেওঁ সূক্ষ্ম ইংগিতময়তাৰে প্ৰকাশ কৰিছে। এই দিশৰ পৰাহে 'আবুৰ' শব্দটি অধিক ব্যঞ্জনাক্ষম। কিন্তু বৰাৰ সৃষ্টিশীল চেতনাৰ গভীৰতম উপলব্ধিত আধুনিক জীৱন আৰু জগত সম্পূৰ্ণকৈ জীণ যোৱা নাই। তেওঁৰ মানস-জগত জুৰি ৰৈছে প্ৰকৃতিৰ লগত নিবিড় অসমৰ গাঁও জীৱনৰ জীয়া অভিজ্ঞতাৰ পৰা সঞ্চিত জীৱনৰ অপাৰ সৌন্দৰ্য্য আৰু অলেখ বিচিত্ৰ অভিব্যক্তি। তেওঁৰ বিষয়-বস্তুৰ উপযোগী এক প্ৰাণৱন্ত ভাষা আৰু অনবদ্য। চিত্ৰকল্পৰে তেওঁৰ পৰিচিত পৃথিৱীৰ মাজতে তেওঁ সন্ধান কৰিছে জীৱনৰ বিচিত্ৰ ৰূপ। তেওঁৰ চেতনাৰ এই কল্পনালোকত সফল ৰূপকাৰ।

---

(মহিম বৰা ঃ শ্ৰষ্টা আৰু সৃষ্টি, ১৯৮৯)

# মহিম বৰাৰ 'টোপ' গল্পটো এটি বিচাৰ-প্ৰয়াস

- অৰূপ কুমাৰ গোস্বামী

মহিম ঘৰাৰ ভালেমান আকৰ্ষণীয় গল্পৰ অন্যতম 'টোপ' গল্পটোৰ তলত এটি ব্যাখ্য আগবঢ়াম ঃ

সংস্কাৰৰ আবুৰেৰে ঢাকখোৱা গাঁও-গাওবাসীৰ মন আৰু বাহ্যিক সচেতন চালচলন। সেয়ে সংসাৰৰ অনিচ্ছাকৃত কিন্তু অৱশ্যম্ভবী উলঙঘন হ'ব পাৰে গুপুত অপৰাধৰ উৎস। বিবাহ বহিৰ্ভূত সন্তান মহাপাপ, সেই মহাপাপৰ বাহ্যিক চিন সন্তানকে সেয়ে জন্মতে মাৰি পুতি থোৱা হৈছে এৰাবাৰীৰ চুকত। কিন্তু পুৱতি নিশা পুতি থোৱা সদ্যোজাতৰ মৰাশ শিয়ালে খান্দি দৃষ্টিগোচৰ কৰিছে কোকাটোপ বিচাৰি নিষিদ্ধ এৰাবাৰী সোমোৱা যৌৱনৰ দুৱাৰডলি গচকা গ্ৰাম্য যুৱকৰ। ক'লা টোকা পৰুৱাই আৱৰি থকা, মাত্ৰ চকু দুটা ঠৰঙা হৈ ওলাই থকা, সদ্যোজাতৰ মৰাশ এক বীভৎস দৃশ্য। গ্ৰাম্য জীৱনৰ গোপন অপৰাধী নগ্নতাৰে মুখামুখী হৈ স্থায়ীভাৱে আৰু সামগ্ৰিক ভাবে অঙ্কুৰতে আঘাত প্ৰাপ্ত হ'ল যুৱকৰ চেতনা। গাঁৱৰ অশিক্ষিত হয়তোবা নিৰক্ষৰ ডেকা যাৰ চেতনাৰ প্ৰকাশ অক্ষম মূক আঘাত চিকিৎসাতীত হৈ ৰ'ল) আহাৰ বিহাৰৰ প্ৰতি উদাসীন হৈ গ্ৰামান্তৰত উপস্থিত হৈছে। পৰৱৰ্তী চিৰকুমাৰৰ জীৱন সুদীৰ্ঘ চল্লিশ বছৰ উদাৰ গ্ৰামান্তৰতে কাটিছে। গ্ৰামান্তৰৰ লোকে ঘাইকৈ তেওঁৰ কথা বতৰাত চনবলীয়া মনৰ আভাস পাইছে, কিন্তু সেই বিকাৰৰ আদি কাৰণ তেওঁলোকৰ অজ্ঞাত হৈয়ে ৰৈছে। গ্ৰামান্তৰতো সুলভ হোৱা ডেকা গাভৰুৰ যৌনকৰ্ষণৰ অভিব্যক্তিমাত্ৰৰে সম্পৰ্কত বহিৰাগতজনৰ মুখৰ স্বতঃ স্ফুত মন্তব্য সততে অনুদাৰ, শ্ৰুতিকটু আৰু নিষেধাত্মক। শিশু বিলাকক তেওঁ 'ছাগলী পোৱালী', 'মেকুৰী পোৱালী', 'কটাৰ পো' 'কটা যোৱা' ইত্যাদি সম্বোধনহে কৰে।

অপৈনত বয়সতে গ্ৰাম্য সংসাৰ যাত্ৰাত উপযুক্ত ক্ষণত স্বাভাৱিক ভাৱে চামিল

নৌহওঁতেই — তেওঁৰ চেতনা দৈব্যক্রমে সেই যাত্ৰাৰ বিৰোধী হ'ব লগীয়া হ'ল যদিও গাঁৱৰ পৰিবেশেই আকৌ নানান বিদ্যাৰ যোগ্যতা দি তেওঁক ধন্য নকৰাকৈও নাথাকিল। বাঁহৰ বিভিন্ন মিহি কাম, আধ্যাত্মিক অনুষ্ঠান ভাওনাৰ ধনু-গদা-মুকুটামণি সজা আদি যাবতীয়া কাৰুকাৰ্য্য, সবাহৰ মাহ-প্ৰসাদ কুশলভাবে ধোৱা, পাঠশালালৈ যোৱা গাঁৱলীয়া ছাত্ৰৰ বাঁহৰ স্কেল-চুপি আদি সজা বৰশীৰ ডোল বঁটা আদি আৱশ্যকীয় কাৰ্য, তদুপৰি গাঁৱৰ স্বীকৃত ঐশ্বিক ব্যক্তিৰূপে God man অসংখ্যাত যাদুমন্ত্ৰৰ ক্ৰিয়া সমাধা কৰা - এই সকলোবোৰৰ বাবে গ্ৰামান্তৰত তেওঁ অপৰিহাৰ্য হ'ল। গাঁৱৰ এমূৰত তেওঁৰ পঁজা ঘৰ। গাঁওবাসীৰ অনুগ্ৰহতে তেওঁৰ গুটীয়া জীৱনৰ দৈনন্দিন ক্ষুদ্ৰ প্ৰয়োজনসমূহ মিলি থাকিল। চাউল-মিমখকণৰ ওপৰঞ্চি তেওঁৰ অত্যাৱশ্যকীয় হৈছে চাহটোপা আৰু ধপাতৰ হোঁকাটো।

ঘৰ সংসাৰ আৰু নিয়মীয়া কৃষিকৰ্মৰ পৰা মুক্তৰ হোৱা গ্ৰাম্য জীৱনধাৰাৰ যি আঁট সি সম্প্ৰতি উদাস বুঢ়াৰ শোঁগোনা অন্তৰ হয়তো নপৰশে। কিন্তু এৰি অহা গাঁৱৰ চেঙেলীয়া যৌৱনৰ বিলত শলমাছ ৰৌমাছ -বৰকাছ ধৰাৰ দিনবোৰ ডাঙৰ ডাঙৰকৈ সুঁৱৰিবলৈ তেওঁ সততে প্ৰলুব্ধ হয়।

গ্ৰামান্তৰৰ চেঙেলীয়া দুজন, এদিন শ'লমাছ ধৰিবৰ মন কৰি বৰশীৰ মুগাৰডোল বাটিবৰ বাবে জেংখৰি আৰু খমিৰা পৰা ধপাতৰ ভেটি লগত লৈ, চনবলীয়া বাহিৰাগত বুঢ়াৰ ওচৰত উপস্থিত। দুয়ো বুঢ়াৰ চাহৰ ভাগ লৈ পিতলৰ চাহৰ গিলাছ ধুই, ধপাতৰ হোঁকা প্ৰস্তুত কৰি, আৰু তেওঁৰ নিজৰ বৰশী বোৱা কাহিনী সুধি বুঢ়াৰ অন্যথা খিংখিঙীয়া স্বভাৱ মসৃন কৰি ৰাখিলে যাতে তেওঁ সুন্দৰকৈ মুগাৰ বটিয়া বাটি শেষ কৰে। তৃপ্ত বুঢ়ায়ো বটিয়া বটাৰ লগে লগে আকৌ এবাৰ সুৱৰিবলৈ লাগিল তেওঁ কোন বিলত কোন দিনা ৰৌমাছনে বৰকাছ কেনেকৈ ধৰিছিল। চেঙেলীয়া দুজনেও সম্ভৱতঃ আগেয়ে শুনা কাহিনীকেই নতুনকৈ আকৃষ্ট হৈ শুনি বুঢ়াকো সিহঁতৰ লগতে সেই দিনা শ'ল টোপাবলৈ যাবলৈ খাটিলে। সন্নিধানত বুঢ়াই বৰশী বোৱাৰ বাবে কোকাটোপ বিচাৰি যাওঁতেই দূৰ অতীততে হোৱা তেওঁৰ অনীহা সঞ্চাৰী অভিজ্ঞতাৰ কথা অপৈনত ল'ৰা দুটাৰ কাণত পৰাকৈয়ে অন্যমনস্কভাবে যদিও অতি সংক্ষেপে সুৱৰিলে - ।

- সেই অভিজ্ঞতাৰ কথা যাৰ ফলস্বৰূপে খাবৰ বাবে মাছ মৰা আৰু ইন্দ্ৰিয়ৰ তাড়নাৰ বলি হৈ জাৰজ সন্তান জন্ম দি মাৰি পুতি থোৱা বীভৎস অপৰাধ এই দুই কাৰ্য সম্ভৱতঃ তেওঁৰ অবচেতনত একাকাৰ হ'ল — যেতিয়াৰ পৰা তেওঁ বৰশী এৰিলে আৰু যাৰ পাছত তেওঁ আৰু কোনোদিনে সংসাৰী নহ'ল।

একালৰ বৰশী বাওতা বুঢ়াই যেন শেহ স্তৰত নিজে এটা টোপ গিলিলে, আগযৌৱনতে পোৱা মনৰ গোপন কৰুণ নিলাজ আঘাত চেঙেলীয়া দুটাৰ প্ৰৰোচনাত

ভুলতে উদঘাটন হ'বলৈ দিলে। ভুলতে এই কাৰণেই যে উক্ত উদঘাটনকাৰ্যই উদঘাটনকাৰী চেঙেলীয়া দুজনৰো অপকাৰহে কৰিব পাৰে। মুগাৰ বতিয়া লৈ ল'ৰা দুটা ঘূৰিল, কিন্তু সিহঁতৰ অবচেতনো সংক্ৰমিত হ'ল বুঢ়াৰ কথাই আঁকা এটা বীভৎস ছবিৰে — এৰাবাৰীৰ চুকত পুতি থোৱা মৰা কেচুৱাৰ শিয়ালে খান্দি বাহিৰ কৰা পৰুৱাই ধৰা শ, চকুদুটা ঠৰঙা হৈ ওলাই থকা। সিহঁতে হয়তো আধাতকৈও কম বুজিলে, কিন্তু ঠিক জানিলে সেয়া কিবা নিষিদ্ধ কথা।

পূৰ্বতে আয়োজন কৰা দৰেই সিহতে এমাইল দূৰৰ ৰাজহুৱা শিঙী পুখুৰীলৈ সময়ত শ'ল ধৰিবলৈ গ'ল। পুখুৰীত অনেক "বৰশী ৱালা।" কাৰ কি টোপ কাৰ কি অবিবেচনাৰ বাবে শেহতীয়াকৈ বৰশীত মাছে খোটা বন্ধ কৰিছে ইত্যাদি প্ৰসঙ্গত বৰশী ৱালাহঁতৰ মাজত কথা বিনিময় আৰু ঈৰ্ষাঈৰ্ষী হ'ল। মাছে খোটাৰ বাবে উৎকুণ্ঠিত অপেক্ষা বেছি, তুলনাত আচল মাছধৰা কম। তথাপিও আবেলিটো মন্ত্ৰমুগ্ধৰ দৰে সকলোৰে হাবিতলীয়া পুখুৰী পাৰতে কাটিলে। সন্ধ্যালৈ, চেঙেলীয়া এজনৰ বৰশীত শলে খুটিলে। কিন্তু সন্ধিয়াৰ ধুসৰ পোহৰত জীয়া ৰঙা-পখৰা পকা শঁলৰ বৰশীৰ আগত ধৰফৰাই থকা দৃশ্যৰ শিহৰণ পৰিপূৰ্ণ নহ'ল। দীঘল ডাঁৰিৰ আগৰ শ'ল ওলমি থকা দীঘল বতিয়া পুখুৰী পাৰৰ আহতৰ ওখ ডালত চিপ মাৰোতেই পাক খালে। আন্ধাৰ হ'বৰ হ'ল। বিৰক্ত চেঙেলীয়া বৰশীৱালাই ফৰ্মুটি মাৰি আহতৰ ডালৰ পৰা বতিয়াৰ পাক খুলি পকা শ'ল মাটিলৈ নমাবলৈ সমৰ্থ হ'ল। কিন্তু ফৰ্মুটিৰ প্ৰচণ্ড কোবত জীয়া শ'ল থৰ হ'ল। অন্যসকলে কলেঃ মৰিলে কি হ'ল পকা শ'ল খাবলৈ মাংস হেন হ'ব। কিন্তু চেঙেলীয়া শ'ল ধৰোতেই মৰা শ'লৰ প্ৰতি হঠাৎ এক আকোৰগোজ অনীহা দেখুৱালেঃ মৰা শ'ল তাক নালাগে, মৰা শ'লৰ ঠৰঙা চকুত এৰাবাৰীত চুকত পুতি থোৱা কিন্তু শিয়ালে খান্দি বাহিৰ কৰা মৰা কেঁচুৱাৰ ঠৰঙা চকু দুটা সি দেখিলে — তাৰ অবুজ ঘিণ লাগিছে। আন্ধাৰেৰে ঘৰলৈ ঘূৰোতে স্বয়ং বটিয়া বঁটা বুঢ়াক নিজৰ ঘৰৰ পদূলিত আন্ধাৰত আকৌ লগ পালে। শ'ল বৰশীত লগাই মাৰি হঠাৎ মৰা মাছটোৰ ঠৰঙা চকুৰে মাছ মাৰোতাক বিতৃষ্ণা লগোৱাৰ কাহিনী বুঢ়াই শুনিলে। শুনি অবাঞ্ছনীয় কিবা এটা ঘটি যোৱা বুলি থাউকতে জানি আন্ধাৰতে বুঢ়াৰ চকু দুটাত যেন ঢেলা পোহৰৰ এক দেখানেদেখা টৌ উঠিল। কিন্তু তেনেদৰেই, নিৰুপায় বৈষয়িক অনীহাৰ ঢেলা এসোতা যেন পুৰুষানুক্ৰমে গ্ৰাম্য মানসত প্ৰবাহিত হ'ল।

কেতিয়াবা গল্প একোটাৰো মূখ্য চৰিত্ৰটোৱেহে মাত্ৰ জিলমিলাইহে আমাক আকৰ্ষণ কৰিব পাৰে। টোপ গল্পৰ বুঢ়ায়ো আমাক তেনেকৈহে আকৰ্ষণ কৰিব পাৰে। এৰাবাৰীৰ চুকত পুতি থোৱা কেচুৱাৰ মৰাশৰ ঠৰঙা চকু দুটাই তেওঁক কিয় উদ্ভ্ৰান্ত কৰিলে? সেই চকু দুটাৰ লগত বুঢ়াৰ সম্পৰ্ক কি? শেহৰ প্ৰশ্নটো গল্পৰ অন্তত বৰশীবোৱা চেঙেলীয়া দুটাৰো মনত খেলাইছে। হওঁতে চেঙেলীয়া দুটাৰো আগত সোৱৰোতে বুঢ়াই পুতি

থোৱা কেচুৱাটো কোনোবা পাষণ্ডৰ বুঢ়া নিজেই নাছিলটো ? সন্তানটো জন্মতে মাৰি পুতি থোৱা কাৰ্য্য বুঢ়াই নিজে কৰা নাছিল যে ঠিক (সেই কাৰ্য মাতৃপক্ষই কৰিব পাৰে) কিন্তু সন্তানৰ অসতৰ্ক পিতৃত্বৰ বাবে জগৰীয়া বুঢ়া নিজে হোৱাটো অসম্ভৱনে ? গল্পৰ পৰিসৰৰ ভিতৰত নিশ্চিত তথ্যৰ ৰূপত এইবোৰ প্ৰশ্নৰ উত্তৰ পাব নোৱাৰি। কিন্তু আমি জানো আগযৌৱনৰ নৈতিক অপৰাধী পিছত নিজৰ চকুতে যি নৈতিক অপৰাধী বয়সত শুচিবায়ুগ্ৰস্ত সাধু হ'ব পাৰে। এই শুচিবায়ুগ্ৰস্ত সাধুতা কৰুণ কিন্তু সত্য, আৰু এনেদৰে ৰূপান্তৰ হৈ প্ৰায়শ্চিত্ত কৰা শুচিবায়ুগ্ৰস্ত বয়সক সাধুৱে আগবয়সৰ নিজৰ নৈতিক অপৰাধী সত্ত্বাক পৰ বুলি সচাঁকৈয়ে ভ্ৰম কৰিব পাৰে।

বৈষয়িক অনীহা প্ৰদৰ্শনকাৰী বুঢ়াৰ চৰিত্ৰৰ লোকে হৰি চিন্তাত এক মানসিক ক্ষতিপূৰণ বিচাৰি পাৰ পাৰে। 'টোপ' গল্পৰ বুঢ়াৰ জনপ্ৰিয় নামটিৰেই "হৰিবল কাকা" ৰাতিপুৱা উঠি তেওঁ হৰি বুলি চিঞৰে, গধূলিও মুখত হৰিনাম থাকে। কিন্তু বুঢ়াৰ এই হৰি চিন্তাৰ দিশটো হৰিনাম লৈ তেওঁ কেনেদৰে তৃপ্ত বা অতৃপ্ত সেই কথাটো গল্পটোত নিতান্তই অপ্ৰধান।

---

(দৈনিক জনমভূমি, ১৯৯০)

# মহিম বৰাঃ সাহিত্য আৰু শিল্প

-দিনেশ গোস্বামী

সাহিত্যৰ যি কোনো আগ্ৰহী আৰু মনস্ক পঢুৱৈৰ বাবে এই কথা অপৰিচ্ছন্ন নহয় যে পৃথিৱীৰ প্ৰতিখন দেশৰ সৃষ্টিশীল সাহিত্যই নিজৰ গতানুগতিক গতিপথৰ পৰিবৰ্তে সময়ে সময়ে নৱ নিৰীক্ষাৰ পথত অগ্ৰসৰ হয়। এই নৱনিৰীক্ষণ সেই সাহিত্যকাৰ সকলৰ বাবে সমাজ, সমসাময়িক কাল, ইতিহাস, ৰাজনীতি আটাইবোৰকে বিভিন্ন দৃষ্টিকোণৰ পৰা চোৱাৰ এক হাতিয়াৰ। বিবাদমান জীৱনক তেওঁলোকে যি ধৰণে উপলব্ধি কৰে, তেওঁলোকৰ সৃষ্ট সাহিত্যই পঢুৱৈক সেই উপলব্ধিৰ মুখামুখিকৈ থিয় কৰায় বা, আন ভাষাত ক'বলৈ গ'লে, মুখামুখিকৈ থিয় হ'বলৈ পঢুৱৈক সহায় কৰে। আধুনিক অসমীয়া সাহিত্যৰ অন্যতম শ্ৰেষ্ঠ গল্পকাৰ মহিম বৰাও ইয়াৰ ব্যতিক্ৰম নহয়। বৰাই পঞ্চাছৰ দশকৰ আৰম্ভণিৰ পৰা বা তাৰ কিছু আগৰ পৰা গল্প লিখিবলৈ আৰম্ভ কৰে। সেই সময়ছোৱা আছিল অসমৰ জাতীয় জীৱনৰ বিভিন্ন দিশৰ পৰিবৰ্তনৰ কাল। দ্বিতীয় বিশ্বযুদ্ধৰ যি প্ৰভাৱ চল্লিছৰ দশকত অসমৰ ওপৰত পৰিছিল, তাৰ অভিঘাতে আগৰ কৃষি ভিত্তিক সমাজ - জীৱনলৈ পৰিবৰ্তন অনাৰ সূচনা কৰিছিল, যান্ত্ৰিক সভ্যতাৰ পদধ্বনিয়ে অসমৰ চিৰপৰিচিত গ্ৰাম্য জীৱন সুৰ ক্ৰমাৎ ম্লান কৰি আনিবলৈ ধৰিছিল। প্ৰাক্-যান্ত্ৰিক যুগৰ অসমীয়া গ্ৰাম্যজীৱন বৰাৰ অতিকৈ চিনাকি আছিল কাৰণে তেওঁ সম্ভৱতঃ তাৰ প্ৰতি এক স্মৃতি ভাৱাতুৰতাবোধ (Nostalgia) অনুভৱ কৰিছিল আৰু সেয়ে সেই জীৱনৰ ৰূপ তেওঁ মৰ্মস্পৰ্শী আৰু স্পষ্টভাৱে প্ৰকাশ কৰিবলৈ সমৰ্থ হৈছিল তেওঁৰ বিভিন্ন গল্পৰ মাজেৰে। এয়া তেওঁৰ অন্ধ অতীত প্ৰীতি নাছিল, আছিল অতীতৰ বুকুলৈ আগবাঢ়ি যোৱা এই যুগৰ ছবি ধৰি ৰখাৰ প্ৰয়াস। সেই যুগৰ প্ৰেম-প্ৰীতি, হিংসা-অসূয়া, সামূহিক আৰু ব্যক্তিজীৱন, মানবীয়তা — এই আটাইবোৰেই তেওঁৰ গল্প সমূহৰ মাজেৰে কলাসন্মত ৰূপত প্ৰকাশ পাইছে। কেৱল স্মৃতিভাৱাতুৰতাতে অৱশ্যে মহিম বৰাৰ পৰ্যবেক্ষণ সীমাবদ্ধ হৈ থকা নাই, ভালেমান গল্পত তেওঁ স্মৃতিভাৱাতুৰতাৰ গণ্ডী অতিক্ৰম কৰি গ্ৰাম্যজীৱনলৈ আহিব ধৰা পৰিবৰ্তনকো সামৰি লৈছে।

বৰ্তমান প্ৰায় বিলীন হোৱা অতীতৰ স্মৰণীয় গ্ৰাম্যজীৱনৰ ৰূপ মহিম বৰাৰ ৰস, টোপ, মাছ আৰু মানুহ, চক্ৰবৎ, এচেৰেঙা স্মৃতিৰ জোনাক, কাঠনিবাৰী ঘাট আদি গল্পত বিধৃত হৈ আছিছে। 'ৰস' গল্পৰ ৰত্ন আৰু 'ভটা বিগত যুগৰ গাঁৱলীয়া ডেকাৰ প্ৰতিনিধি। ইহঁতৰ সাহ-পিতে এসময়ত গাঁৱৰ গতানুগতিক জীৱন ধাৰাত উত্তেজনা আৰু ৰোমাঞ্চৰ খোৰাক যোগাইছিল। সেই সময়ৰ গাঁও আছিল বাঁহ-বন, হাবি-জংঘলে ভৰা, বাটবোৰ আছিল ঠেক — প্ৰকৃততে আছিল অৰ্থত বাট নাছিল বুলিয়েই ক'ব পাৰি, গো-বাটেই আছিল মানুহৰ অহা-যোৱা কৰা বাট। এনে পৰিবেশত গাঁও বাসীৰ জীৱন আছিল নিস্তৰংগ, বৈচিত্ৰ্যহীন। মানুহৰ মন আচ্ছন্ন কৰি আছিল নৈসৰ্গিক জগতৰ বিস্ময় আৰু ভীতিয়ে, সৃষ্টি হৈছিল নানা কুসংস্কাৰৰ। 'ৰস' গল্পত বৰাই সেই সময়ৰ গ্ৰাম্য মানসিকতাৰ কথা বৰ্ণনা কৰিছিল। এটা চৰিত্ৰৰ মুখেৰে এইদৰেঃ 'বুঢ়া ডাঙৰীয়াই সুখেৰে নেৰিব - গাঁৱৰ কাকো সুখেৰে নেৰিব। . এই গছৰে ডাল এটা কাটি গৈ তাহানি নদৰাম বুঢ়াই ঘৰত তেজ বতিয়াই মৰিছিল। বহুত বুঢ়া মেথা লোকে এই কথা জানে। ক'তদিন পূৰ্ণিমা ৰাতি ভাওনা চোৱা মানুহে ডাঙৰীয়াক এই গছতে বহি থকা দেখা পাইছে। মুৰত পৰ্বত হেন ডাঙৰ এটা পাগ? শুধা বগা। পকা থেকেৰাৰ দৰে মুখ। মূৰৰ পাগটো আইতৰ ওপৰত ওলাই কলচীৰ দৰে জিলিকি থাকে। ভৰিদুখন মাটিত লাগি থাকে।' চল্লিছৰ দশকত আনকি পঞ্চাছৰ দশকৰো আগছোৱালৈ অসমৰ গাঁৱে-ভূঞে ভূ ত - প্ৰেত-ব্ৰহ্মদৈত্য-বুঢ়া ডাঙৰীয়াৰ ৰাজত্ব আছিল। পঞ্চাছৰ দশকৰ শেষছোৱামানৰ পৰা গাঁও-ভুঁই লাহে লাহে ফৰকাল হোৱাত আৰু গাঁও অঞ্চলত জনবিস্ফোৰণ ঘটাত মানুহে হাবি-বন ভাঙি বসতি স্থাপন কৰিবলৈ ধৰাৰ লগে লগে সেই অপদেৱতাবোৰো নাইকিয়া হ'ল। অৱশ্যে সেই সময়তো ৰত্ন আৰু ভটাৰ দৰে দুই - এক দুঃসাহসী ডেকা আছিল যিসকলে অপদেৱতাৰ অস্তিত্বক সন্দেহ কৰিছিল। ইহঁত আছিল ব্যতিক্ৰম আৰু ইহঁতৰ কাৰ্যকলাপে সৰল বিশ্বাসী গাওঁবাসীৰ মনত বিস্ময়ৰ সৃষ্টি কৰিছিল। আজি গাঁৱৰ মানুহেও অতীতৰ অপদেৱতাৰ কাহিনীবোৰ গাজাখুৰি গল্প বুলি উৰাই দিব, কিন্তু এসময়ত গাঁও বাসীৰ মনত সেয়া আছিল বাস্তৱ। সেইদৰে 'টোপ' গল্পত দেখিবলৈ পোৱা গাওঁ-ভূইৰ মাছৰ প্ৰচুৰ্য্য আজি কিংবদন্তিত পৰিণত হৈছে। গল্পটোৰ হৰিবল ককা চৰিত্ৰটোৰ দৰে লোকো এতিয়া প্ৰায় বিৰল। এসময়ত গাঁৱত এনে লোক দুই-এক আছিল। হৰিবল ককাৰ মানসিকতা বিশ্লেষণ কৰিবলৈ নগৈও ক'ব পাৰি যে প্ৰাক্‌যান্ত্ৰিক যুগৰ অসমীয়া গাঁৱলীয়া জীৱন পৰিবেশৰ নিবিড় ছবি খুব কম সংখ্যক গল্পকাৰৰ লেখনীতহে বৰাৰ দৰে অনুপুংখভাৱে ফুটি উঠিছে।

প্ৰাক্ যান্ত্ৰিক যুগৰ গাঁৱৰ মাজত আছিল জনগোষ্ঠীসুলভ মনোবৃত্তি। তেওঁলোকে বহু কাম একেলগে মুঠবান্ধি কৰিছিল। এই 'ছেন্স অব কমিউনিটী' আছিল অসমীয়া সমাজৰ এক প্ৰধান বৈশিষ্ট্য। 'মাছ আৰু মানুহ' গল্পত ইয়াৰ এটি ৰেঙনি পোৱা যায়।

গল্পটোৰ আৰম্ভণি ছোৱাত আছে তাৰ এখন ছবিঃ 'তিনি আলিৰ কেঁকুৰিত ৰাইজে হৰিধ্বনি কৰিছে। .......... গাঁৱৰ প্ৰায় দুকুৰি মানুহ, ল'ৰা-ডেকা-বুঢ়া মিলি, কেঁকুৰিত গোট খাই শেষবাৰ হৰিধ্বনি কৰিছে। কোন যাব আহহঁক ঔ। তাৰ পিছত মহখুঁটি বিললৈ চাৰি মাইল বাট পথেৰে পথাৰে পথাৰে খোজ ল'লে সকলোৱে কোবেৰে।' ৰাইজে সমূহীয়াভাবে মাছ মৰাটো অতীতৰ গাঁৱৰ জনজীৱনৰ এটি বৈশিষ্ট্য আছিল। চক্ৰবৎ, এচেৰেঙা স্মৃতিৰ জোনাক আদি গল্পতো গাঁৱৰ জীৱনৰ ছবি ব্যক্তি জীৱনৰ হাঁহি-কান্দোনৰ মাজেৰে প্ৰকাশ পাইছে।

'মহিম বৰা' নামটো উচ্চাৰণ কৰাৰ লগে লগে অসমীয়া গল্প -ৰসিকৰ অনিবাৰ্যভাবে মনত পৰে 'কাঠনিবাৰী ঘাট' গল্পটোলৈ। পৰিবেশ সৃষ্টি, ব্যঞ্জনাধৰ্মিতা আৰু আনুভূতিক গাঁথনিত ফুটি উঠা স্বকীয়তাৰ লগতে নাটকীয় বিস্ময়াঘাতৰ প্ৰয়োগে গল্পটোক অনন্য সাধাৰণ কৰি তুলিছে। গল্পটোৰ কাঠনিবাৰী পাৰঘাটৰ বৰ্ণনা, গৰুগাড়ীত মাইকী মানুহ অহা আদিয়ে যিদৰে অতীতৰ গাঁৱলীয়া পৰিবেশবৈ পঢ়ুৱৈৰ মনত পেলায়, তেনেদৰে স্বাভাৱিক গতিৰে আগবঢ়া গল্পটোৰ আকস্মিক অন্তিম অভিঘাতে পঢ়ুৱৈৰ অন্তৰত কৰুণ ৰসৰ উদ্ৰেক ঘটায়। গল্পটোৰ শেষত পঢ়ুৱৈ যি বিয়োগান্ত বিষাদময় পৰিস্থিতিৰ মুখামুখি হ'বলগীয়া হয়, গল্পটো পঢ়ি যাওঁতে তেওঁ তাৰ গম নাপালেও পঢ়ি শেষ কৰি সূক্ষ্মভাবে চালে বুজি পায় যে গল্পকাৰে আৰম্ভণিৰ পৰা এটি ব্যঞ্জনাধৰ্মী ইংগিতেৰে সেই পৰিণতিৰ প্ৰতি আঙুলিয়াই গৈছে এইদৰেঃ 'মই সেইবিলাকৰ একোকে কৰা নাছিলোঁ, মাত্ৰ প্ৰকাণ্ড সেন্দুৰ বাটি যেন হৈ পৰা বেলিটোলৈ চাই আছিলোঁ। ..... কোনোবাই খণ্ডত যেন গোটেই সেন্দুৰখিনি থেকেচা মাৰি সিহঁতৰ গাতে পেলাই দিলে, — উকা কপালৰ তিৰোতা এগৰাকী যেনেই লাগিল।' আকৌ — 'হঠাৎ চকু পৰিল বৰুণৰ বাইদেৱেকৰ ফোঁটটো তেজৰ দৰে দগ্‌মগাবলৈ ধৰিছে। নাঁৱৰ পৰা মুৰটো অলপ হলাই দিয়াত টৌৰ প্ৰতিবিম্ববোৰ গোটেই মুখখনেদি চক্‌চকাই পাৰ হৈ গৈছে। টৌবোৰ যেন ফোঁটটো ভাগ বাটি লৈ যাব।' অলপ পিছতে পঢ়ুৱৈয়ে গম পাব যে বৰুণৰ বাইদেউকৰ গিৰিয়েকৰ মটৰ দুৰ্ঘটনাত ৰক্তাক্ত মৃত্যু ঘটিছে। ঘননিবদ্ধ ব্যঞ্জনাই গল্পটোক আধুনিক কবিতাৰ দৰেই নিটোল ৰূপত প্ৰকাশ কৰিছে। সন্দেহ নাই যে মহিম বৰাই বাস্তৱ ঘটনাকেই মাত্ৰাগতভাবে পৰিৱৰ্তন কৰি বাস্তৱৰ ব্যাখ্যা কৰিব খোজে — তেহেলৈ সেই বাস্তৱ নৈসৰ্গিকেই হওক বা মানবিকেই হওক।

মহিম বৰাৰ শিল্প কলাৰ আন এটা ব্যশিষ্ট্য হ'ল - তেওঁ বহিৰংগৰ পৰা ব্যক্তিৰ অন্তৰত উপস্থিত হোৱাৰ পৰিবৰ্তে ব্যক্তিৰ ভিতৰৰ পৰা পৰিবেশলৈ ব্যাপ্ত হৈ যায়। তিনিৰ তিন গ'ল, এখন নদীৰ মৃত্যু, চক্ৰবৎ, বহুমুখী ত্ৰিভুজ, অনেক ভোমোৰাৰ গুণগুণনি আদি গল্প ইয়াৰ প্ৰকৃষ্ট উদাহৰণ। 'তিনিৰ তিনি গ'ল' গল্পত পূৰ্ণকান্ত নামৰ দুখীয়া খেতিয়ক

এজনৰ এটি দিনৰ এছোৱাৰ বৰ্ণনা কৰাৰ মাজেৰে আমাৰ শোষিত জৰ্জৰিত উপান্ত খেতিয়ক শ্ৰেণীৰ এখন বিশ্বস্ত ছবি উপস্থাপন কৰা হৈছে। তিনি আষি ক'ল, দুটামান ভাত কেৰেলা, দুটা কলডিল লৈ বজাৰলৈ যাবলৈ ওলোৱা পূৰ্ণকান্তক ল'ৰাহঁতে আৰু ঘৈণীয়েকে সেইখিনি বিক্ৰী কৰি পোৱা পইচাৰে লুজেন গুটি, গুৰ, কাগজ এক দিস্তা, চল্লিছ নম্বৰী সূতা এপোৱা, কাপোৰ ধোৱা চাবোন আধা পোৱা আনিবলৈ ফৰমাচ দিয়ে। বজাৰত বেচিবলৈ নিয়া উক্ত তিনিবিধ সামগ্ৰী কি দৰে পূৰ্ণকান্তই বিনামূলীয়াকৈ বিভিন্নজনক দি শুদা হাতে উভতিব লগীয়া হ'ল, তাৰ বৰ্ণনাই যি দৰে পঢ়ুৱৈক অভিভূত কৰে, সেইদৰে আজিৰ গ্ৰাম্যঞ্চলৰ আৰ্থ-সমাজিক পৰিবেশো ফটফটীয়াকৈ উন্মোচন কৰি পঢ়ুৱৈৰ মুখামুখি কৰায়। কোনো ধৰণৰ গুৰু গম্ভীৰ তথ্য অৱতাৰণা কৰাৰ চেষ্টা গল্পত নাই, বাস্তৱৰ টুকুৰা টুকুৰ ছবিৰ মাজেৰে গল্পকাৰে যি সামগ্ৰিক কোলাজ সৃষ্টি কৰে, তাৰ মাজেৰেই তেওঁ গ্ৰাম্য অৰ্থনীতিৰ বাস্তৱ ছবি এখন দাঙি ধৰে পঢ়ুৱৈৰ হৃদয় - মন স্পৰ্শ কৰিব পৰাকৈ।

'এখন নদীৰ মৃত্যু' গল্পত মহিম বৰাই গল্পকাৰ হিচাপে অসমৰ গ্ৰাম্যসমাজ-গাঁথনিৰ ৰূপায়ণত পালন কৰি অহা তেওঁক ভূমিকাত তীব্ৰ আমোঘ বক্তব্য, ভাষাশৈলী আৰু ৰচনা-ভংগিমাৰে এক নতুন স্তৰত স্থাপন কৰিছে। মাছমৰীয়া সম্প্ৰদায়ৰ জীৱন-জীৱিকাৰ উৎসস্বৰূপ কলংনদীখন মানুহৰ নিৰ্বুদ্ধিতাৰ ফলত মৰাঘুলিত পৰিণত হ'ল। মাছমৰীয়া সম্প্ৰদায়ৰ জীৱিকাৰ পথো বন্ধ হ'ল। গল্পটোৰ নায়ক ধনেশ্বৰৰ ভাষাত, 'আন নালাগে, বোপাইৰ দিনৰ কথাও নালাগে, আজি তিনি বছৰৰ আগলৈকে এই কলঙতে লাঙিজাল, ঘাটজাল, দূৰৰ কথা, তিনিবাৰ খেৱালি মাৰিয়ে তিনিদিনৰ চাউল-পাত, লোণ-তেলৰ খৰছ মই নিজে. এই অমুকায় উলিয়াইছিলো। তেতিয়া নাৰ মাছ নোসোধেই, পাচিয়ে পাচিয়ে টেঙাগছৰ গুৰিতহে মানুহে পুতিছিল। কাৰণ তেতিয়া সেইখন আছিল জীয়া নৈ এখন। গতিকে লুইতৰ পৰা জাকে জাকে মাছ-বানত আহি কলঙত। বিহমেটেকাৰে গোটেইখন অটব্য হ'ল। ঝাওবনে কলঙত বুকু পুতি পেলালে। এনেকৈ এখন নৈ মাৰি পেলায় নেকি? লগে লগে এটা জাতিকো মাৰি পেলোৱা নাই নে চৰকাৰে? এই কলংৰ পাৰৰ নদীয়াল ৰাইজে আজি কিহেৰে জীৱিকা উলিয়াব? যাৰ দুকঠা মাটি আছে আৰু খেতি কৰিলে, যাৰ মাছৰ ব্যৱসায়েই জীৱিকাৰ উপায় সেইবিলাকে কি কৰিব?' কলংপাৰৰ অন্যান্য নদীয়ালবো একে চিন্তাঃ 'সিহঁতৰ সন্মুখত কলং নামৰ এখন নদী আছিল। এতিয়া তাৰ বুকু ঢাকি ধৰিছে বিহ মেটেকাই। মাজে মাজে ঝাওবন, নল-খাগৰিৰ গছ জোপোহা হৈ উঠিছে। অ'ত ত'ত দুই এটা ঘুলি আছে, তাকো বিহমেটেকাই ছাটি পেলাইছে। কলঙৰ পাৰৰ জীয়াৰী-বোৱাৰীয়ে পানী নিবলৈ পুৱা-সন্ধিয়া হাতৰ কাষত গাগৰী-কলহ লৈ নাহে আৰু দুপৰীয়া চৰণীয়া গৰুৰ জাকে গৰু পানী বিচাৰি কলঙৰ বুকু টুকি ফুৰে, সেই

পানী খাই গৰুৰ হয় নানা ধৰণৰ বেমাৰ। বহাগৰ বিহুৰ ভালেমান দূৰৰ পৰা গাঁৱৰ ৰাইজে জাকে-জাকে গৰু গা ধুৱাবলৈ এই কলঙলৈ অনাৰ অপূৰ্ব দৃশ্য এই কলঙৰ পাৰৰ ভৱিষ্যতৰ ল'ৰা-ছোৱালীহঁতে আৰু দেখিবলৈ নাপায়। কলঙৰ বানপানীয়ে গাঁৱৰ পথাৰত পলস নেপেলায় আৰু দেখিবলৈ নাপায়। কলঙৰ বানপানীয়ে গাঁৱৰ পথাৰত পলস নেপেলায় আৰু ব্ৰহ্মপুত্ৰৰ নানা ধৰণৰ মাছে এই কলংপাৰৰ এখন জিলাৰ ৰাইজক পুষ্টিকৰ খাদ্য যোগান আৰু নিদিয়ে আৰু তাতকৈ ডাঙৰ কথা হ'ল এই কলঙৰ পাৰত সাতামপুৰুষ ধৰি বসতি কৰি পৈতৃক ব্যৱসায় চলোৱা এটা সম্প্ৰদায়ৰ অস্ত্ৰ-বস্ত্ৰৰ মূল সুতিটোক এই জীয়া নৈখনৰ লগতে ডিঙি টিপি মাৰি পেলালে।' মেক্সিম গ'ৰ্কীয়ে 'কিয় লিখিছো' শীৰ্ষক এটা নিবন্ধত লেখকক তেওঁৰ দেশ আৰু সমাজৰ চকু, কাণ আৰু হৃদয় আখ্যা দিছিল। এই গল্পটোত মহিম বৰা সেই আখ্যাৰ ওচৰ চাপিছে।

'চক্ৰবৎ' গল্পৰ নায়ক হৰি নাথ সেই ব্যক্তি - চৰিত্ৰ যাৰ মাধ্যমেৰে সামাজিক দ্বন্দ্বৰ বিভিন্ন দিশ প্ৰকাশ পাইছে। হৰিনাথৰ 'নিজস্বতা' খিনি ব্যক্তিকেন্দ্ৰিক-বাইচাইকেলখনৰ ওপৰতে সি নিৰ্ভৰশীলঃ 'আজি ১৫/২০ বছৰ এই দুচকীয়া যন্ত্ৰটোৱেই হৰিনাথৰ জীৱনৰ সুখ-দুখৰ সংগী। তাৰ ওপৰতে পাঁচটা প্ৰাণীৰ সংসাৰখন, কাৰণ খেতি-বাতি নাই। ঘৈণীয়েকে কাপোৰ বয়, সেই কাপোৰ বজাৰত বা-বাগানত বেচে হৰিচন্দ্ৰ। আকৌ সূতা আনে, আকৌ কাপোৰ বয়।' ব্যক্তি কেন্দ্ৰিক হ'লেও হৰিনাথৰ জগতখনৰ পৰিবেশ বিশ্লেষণৰ জৰিয়তে গল্পকাৰে জীৱন সংগ্ৰামত জুৰুলা হৰিনাথৰ অসহায় আৰু কৰুণ দিশটো উন্মোচন কৰি নিবনুৱা সমস্যাৰ ভয়াবহতাৰ প্ৰতি ইংগিত দিছে। 'বহুমুখী ত্ৰিভূজ'ত গাঁৱৰ নেতৃস্থানীয় তিনিজন লোকৰ মুখাৰ অন্তৰালৰ প্ৰকৃত মুখকেইখন কাহিনীৰ হাস্যৰসৰ স্বচ্ছ আৱৰণৰ মাজেৰে উদঙাই দেখুওৱাৰ জৰিয়তে গ্ৰামাঞ্চলত আজিও দেখিবলৈ পোৱা তথাকথিত নেতা শ্ৰেণীৰ শ্ৰেণীগত বিশেষত্ববোৰ ৰূপায়িত কৰি এটা 'টাইপ' সৃষ্টি কৰা হৈছে। 'অনেক ভোমোৰাৰ গুণগুণনি' গল্পতো ধুনুনী ছোৱালী 'মিমি'ক কেন্দ্ৰ কৰি আৱৰ্তিত এচাম মধ্যবিত্ত আৰু নিম্নমধ্যবিত্তৰ 'টাইপ' গঢ়ি তোলা হৈছে। এই শ্ৰেণীৰ লোকৰ প্ৰধান বৈশিষ্ট্য হ'ল সুবিধাবাদ আৰু ভণ্ডামি। মিমিৰ সৈতে সিহঁতৰ ব্যৱহাৰৰ অন্তৰালত লুকাই থকা নীচতাখিনিক গল্পকাৰে গল্পত উদঘাটিত কৰিছে নিৰ্পূণভাৱে।

একান্ত ব্যক্তিগত অনুভূতিৰ বাহক স্মৃতিগন্ধা, দেহাগৰকা প্ৰেম, কলিটোৱে মাতে কিয়, এচেৰেঙা স্মৃতিৰ জোনাক আজি ৰোমাণ্টিক-বাস্তৱবাদী ধাৰাৰ গল্পৰ লগে লগে মহিম বৰাৰ লেখনীৰ পৰা বৰযাত্ৰী, আবুৰ, দৈনন্দিনৰ লেখীয়া বিশুদ্ধ হাস্যৰসৰ গল্পও ওলাইছে। এইবোৰে তেওঁৰ প্ৰতিভাৰ বহুমুখিতাৰ পৰিচয় দিয়ে। 'মোৰ প্ৰিয় গল্প' শীৰ্ষক বৰাৰ স্বনিৰ্বাচিত গল্প-সংকলনত সন্নিবিষ্ট গল্পবোৰ পঢ়িলে তেওঁৰ গল্প-প্ৰতিভাৰ আটাই কেইটা দিশৰ সন্ধান পোৱা যায়। ৰিয়েলিজম আৰু ৰোমাণ্টিট জমৰ সমন্বয় তেওঁৰ গল্পৰ

অন্যতম বৈশিষ্ট্য। শব্দ প্ৰয়োগ আৰু চৰিত্ৰ-চিত্ৰণৰ ক্ষেত্ৰত তেওঁৰ পৰিমিতিবোধ উল্লেখযোগ্য। হাত মুষ্ঠিবদ্ধ কৰিবলৈ হ'লে যিদৰে আঙুলিবোৰ সংকুচিত, সীমাবদ্ধ কৰিবলগীয়া হয় আৰু তাৰ বিপৰীতটো কৰিবলগীয়া হ'লে যিদৰে প্ৰসাৰিত কতা হয়, সেইদৰে পৰিবেশ-পৰিস্থিতিৰ সৈতে সামঞ্জস্য ৰাখি বৰাই শব্দ প্ৰয়োগ আৰু চৰিত্ৰ-চিত্ৰণ কৰা বাবে তেওঁৰ গল্প বহুবল্কিতা-দোষৰ পৰা মুক্ত। অভিজ্ঞতা, কল্পনা. পৰ্যবেক্ষণ আৰু সৰ্বোপৰি ৰূপ তথা লিপিকুশলতাৰ সমন্বয়ত গঢ়ি উঠা গল্পৰাজিয়ে মহিম বৰাক লুইতপৰীয়া জনজীৱনৰ অন্যতম ৰূপকাৰ পৰিচয় হিচাপে প্ৰতিষ্ঠা কৰিছে।

...........

---

(দৈনিক অসম, ১৯৯৯)

# ‘এধানি মাহীৰ হাঁহি’ৰ কাহিনীভাগ

- অৰূপ কুমাৰ গোস্বামী

মহিম বৰাৰ ‘এধানী মাহিৰ হাঁহি’ৰ কাহিনীভাগ সঁচাকৈয়ে একেবাৰে তুচ্ছ নেকি? সঁচাকৈয়ে উপন্যাসখনি ‘দ্বিতীয় শ্ৰেণী’ৰ সৃষ্টিহে নে? উপন্যাসিকাখনি ‘সন্মানীয় সাহিত্য অকাডেমী বঁটা পোৱাৰ যোগ্য’ নহয় বুলি কেনেবিধৰ অসমীয়া উপন্যাসে সংশ্লিষ্ট বঁটা পাব লাগে, সেই কথা ফটফটীয়াকৈ জনা সমীক্ষকে ৰায় দিছে। কোনোৱে মহিম বৰাক কোন-কাহানিবাতে বঁটা প্ৰদান কৰিবলৈ পাহৰা বঁটা প্ৰদানকাৰী সৰ্বভাৰতীয় অনুষ্ঠানটিক প্ৰায়ে নীতিহীনভাবে পুৰস্কাৰৰ ৰাজনীতিহে কৰা অনুষ্ঠান বুলি ইংগিত দিছে। তাৰ বিপৰীতে ‘এধানী মাহীৰ হাঁহি’ৰ বাবে কিতাপখনৰ লেখকক বঁটা প্ৰদান কৰি ‘সন্মানীয়’ অকাডেমী অনুষ্ঠান সম্প্ৰতি নিজেহে মূল্যহীন হৈ পৰিছে বুলি কোনোৱে মন্তব্য কৰিছে। তাৰ মাজতে, গল্পকাৰ - ঔপন্যাসিক স্বয়ং মহিম বৰাদেৱে বঁটা পাই কিছু ‘আৰ্থিক সকাহ’ লভিব পাৰিব বুলি স্বাভাৱিকতে আশা ব্যক্ত কৰিছে। সি যি কি নহওক, সৰ্বভাৰতীয় পুৰস্কাৰ পোৱাৰ আগতেই ‘এধানী মাহীৰ হাঁহি’ কিনি আনি পঢ়ি, আৰু পুৰস্কাৰ পোৱাৰ পিছত প্ৰতিষ্ঠিত সমালোচকৰ উপৰি-উক্ত ধৰণৰ সঁহাৰি লক্ষ্য কৰি, নিজকে দুই-এটা জটিল প্ৰশ্ন সুধিবলৈ এই লেখক বাধ্য হৈছো। যেনে, সামগ্ৰীকভাৱে মহিম বৰাৰ ৰচনা সম্ভাৰৰ অনুৰাগী বা আগ্ৰহী পাঠকৰ বাবে ‘এধানী মাহিৰ হাঁহি’ৰ মাহি-ভাগিনৰ কাহিনীটোৰ বিশদ বা বিস্তাৰিত বিশ্লেষণৰ অন্ততো সঁচাকৈ একোকে তাৎপৰ্য নোলাবনে? ‘গুণগত দিশৰ পৰা’ মহিম বৰাৰ আগৰ ৰচনা সম্ভাৰৰ তুলনাত ‘এধানী মাঁহিৰ হাঁহি’ একেবাৰে তুচ্ছ অথবা নগণ্যহেনে ... ইত্যাদি।

এজন আচল প্ৰতিভাৱান সাহিত্যিকৰ পোনছাতেই শিথিল আংগিকৰ আৰু তুচ্ছ কাহিনীৰ যেন লগা নতুন সৃষ্টিৰো বোধকৰো শেষ পৰ্যন্ত কিবা এটা সঁচা মূল্য ওলায়। সৃষ্টিশীল হৈয়েই থকা এগৰাকী কথাশিল্পীক যথাৰ্থ সমালোচনাই সামগ্ৰিক ৰূপত চাবলৈ পুনঃপুনঃ যত্ন কৰিবলগীয়াও হ’ব পাৰে। বিভিন্ন সৃষ্টিৰ আঁৰৰ এক স্ৰষ্টা বা পাৰ্ছন বিহাইণ্ড

দ্য পাৰ্ছন'ৰ (person behind the personae) ধাৰণা জন্মাবলৈও সাহিত্য সমালোচনাই কৰা উচিত প্ৰয়াস বোধকৰো লাহে লাহেকৈ কেইবাখোপতহে সমাধা হ'ব পাৰে। এগৰাকী নবীন সাহিত্য সমীক্ষক-বিষ্ণুৰাত শৰ্মাই যোৱা ৬ (ছয়) জানুৱাৰীৰ 'দৈনিক জনমভূমি'ত লিখিছে যে 'এধানী মাঁহিৰ হাঁহি' পঢ়ি সেইখন 'ৰসঘন' উপন্যাস বুলি তেওঁ নিজে পতিয়ন গৈছে, কিন্তু দুৰ্ভাগ্যবশতঃ তেৱোঁ আপত্তি কৰিছে যে 'কাহিনী সাৱলীল নহয়'। ২৪ (চৌবিছ) ডিচেম্বৰৰ 'দৈনিক জনমভূমি'তে গল্পকাৰ কবি' শিতানত ৰঞ্জিৎ কুমাৰ দেৱ গোস্বামীয়ে সকীওৱাৰ দৰে কেৱল 'ঘটনুৱৰ্তিতা'ৰ মাপকাঠিৰে 'এধানী মাহীৰ হাঁহি' উপন্যাসিকাৰ কাহিনীটোৰ অনুভাৱন নকৰিবলৈ যদি বিষ্ণুৰাত শৰ্মাই অধ্যৱসায় কৰিলেহেঁতেন, তেনেহ'লৈই কাহিনীটোৰ সাৱলীলতা অসাৱলীলতাৰ সন্দৰ্ভত অন্ততঃ সোনকালেই এটা সিদ্ধান্ত গ্ৰহণ কৰাৰ পৰা তেওঁ বিৰত থাকিলেহেঁতেন। আচলতে এটা নৱতম কবিতা অথবা এখনি নৱতম উপন্যাসিকাৰ গঠন আৰু আংগিক সফল হৈছে নে নাই, সেই কথাটো কোনো প্ৰতিষ্ঠিত সমালোচকে সাধাৰণ পাঠকক একেবাৰে পানী নসৰকাকৈ কৈ বা জনাই দিব নোৱাৰে। সংশ্লিষ্ট কবিতা বা উপ্যনাসিকাৰ ভাৱবস্তু যদি সাধাৰণ পাঠক এজনেও সচাঁকৈ বুলি পাইছে বুলি আনন্দৰে ভাবি এনেকো সেই বৌদ্ধিক-আৰু নান্দনিক প্ৰাপ্তিৰ ভাগ দিব পাৰে, তেনে হ'লে সেই কবিতা বা উপান্যাসিকাৰ আংগিকো সফল হৈছে বুলি এক প্ৰকাৰ প্ৰমাণ হৈয়েই যাব। এনেধৰণৰ এটা প্ৰমাণ চাবৰ বাবে 'এধানী মাহিৰ হাঁহি' কাহিনী আৰু চৰিত্ৰায়নৰ এটি থুলমুল কিন্তু পোনপটীয়া বৃত্তান্ত তলত দাঙি ধৰিম আৰু প্ৰাসংগিক বুলি ভবা টিপ্পনীও দিম। উপ্যনাসিকাখিনি 'ৰসঘন' বুলি ভবা পাঠকে মোৰ কথাত বঢ়া-টুটা বা ভ্ৰম-ভ্ৰান্টি কিবা দেখিলে যেন আঙুলিয়ায়।

মাহী-ভাগিনৰ উপ্যনাসিকাখনি আত্মকাহানী কোৱা জ্ঞানেন্দ্ৰ বায়ন ওৰফে দেউকণ নামৰ ভগিনজনৰ প্ৰাক-বৈবাহিক মাইনৰ পাছ ভিন্ন পাত্ৰীকেন্দ্ৰিক অৱস্থাতে সন্মোহনৰ নিঃশব্দ ঘটনা এটি অৱশ্যে তাহানিতে চিৰবিদায় লোৱা মাহী বিষয়ক মুখ্য কাহিনীৰে অংগাংগী হৈ পৰিছে। কিন্তু প্ৰণিধানযোগ্য যে উপ্যনাসিকাখনিৰ কাহিনী মুঠেও সময়ত বিবাহ প্ৰস্তুত ভাগিনৰ সেই ভিন্নপাত্ৰীকেন্দ্ৰিক এৰি অহা কৈশোৰৰ সন্মোহনৰ ঘটনাসৰ্বস্ব নহয়। কাহিনীৰ বিষয়বস্তু বৰঞ্চ এই কথাটোতহে পৰম ৰূপত উন্মোচিত হৈছে যে বাল্যাবস্থাৰে পৰা ভাগিনীয়েকৰ অভিভাৱিকাস্থানীয় অন্তৰ্যামী নিকটাত্মীয়া এধানি মাহী পঞ্চবিংশতিবৰ্ষ-উত্তীৰ্ণ ভাগিনীয়েক জ্ঞানেন্দ্ৰৰ বিবাহৰ প্ৰাক-মুহূৰ্তত বহুপুৰণি তেওঁৰ এই সন্মোহনৰ অঘটনটোৰ- কৰবাত কেতিয়াবা পাখিলাহী পখিলা এটি উৰি আহি পৰাৰ দৰে নিঃশব্দ কথাটোৰ বিষয়েও আদিৰে পৰা অৱগত তথা অনুকূলো বুলি ঘটনাক্ৰমেই প্ৰমাণ ওলাইছে। ভাগিন দেউকণ তেতিয়া শিক্ষা সাক্ষৰতাৰ যোগে অতি ভিতৰ গাঁৱৰ গণ্ডীৰ পৰা ওলাই আহি 'খাব-জীৱ' পৰা হ'ব খোজা এজন কিশোৰ বা নৱযুৱক। কৈশোৰৰ

অথাই চেতনাৰ পানীত উটি-ভাহি থকা তেতিয়াৰ তেওঁৰ মনৰ সংকল্প সেই ওলাই অহাৰ উদ্দেশ্যতে যেন লংগৰ পেলাই থোৱা আছিল। তথাপি কৈশোৰৰ উত্তৰণৰ অতি উন্মুখ মুহূৰ্ত এটিও সন্মোহনৰ এটি অনিবাৰ্যভাৱে পলৰীয়া কিন্তু মধুৰ জোকাৰ তেওঁৰ অপৰিণত মনতো নিশ্চয় লাগিছিল। কিন্তু তেওঁৰ অপৰিণত সচেনত সুদৃঢ় ইচ্ছাৰ গতিত, অৰ্থাৎ তেওঁৰ ঐচ্ছিক সত্তাৰ পৰা নাছিল তাৰ একো স্থায়ী প্ৰভাৱ। সময়ত অসমত নতুনকৈ পতা চাহ বাগানৰ মহৰী চাকৰি ধৰি যুৱক এদিন গাঁৱৰ গণ্ডীৰ পৰা ওলাই আহিব পাৰিছিলো ঠিকেই। জীৱিকাৰ সংস্থান তথা নিয়মীয়া অৰ্জন সম্ভৱ হলত আত্মীয় - পৰিজনে, বিশেষকৈ নিকটাত্মীয় এধানী মাহীয়ে পঞ্চবিংশতিবৰ্ষ-উত্তীৰ্ণ ভাগিনীয়েক জ্ঞানেন্দ্ৰৰ শুভ বিবাহৰ কথা ভাবিলে আৰু সেই মতেও বন্দৱস্তও কৰিলে, অৰ্থাৎ কন্যা খোজা-বঢ়া কৰি বিয়াৰ মাহ, তাৰিখৰ কথাও ভাবিলে। এদিনৰ সি সন্মোহনৰ নিঃশব্দ ঘটনাৰ কিশোৰী নায়িকাও জ্ঞানেন্দ্ৰৰ পক্ষৰ বন্ধু-বান্ধৱ আৰু আত্মীয়-স্বজনৰ অ লপো অপৰিচিত নাছিল। জ্ঞানেন্দ্ৰৰ বিবাহৰ বন্দৱস্ত কৰাৰ কালতে সকলোৰে জনা-শুনাকৈয়ে সিফালে সেই নায়িকাৰ শুভ বিবাহৰ দিনেই নিচেই ওচৰ চাপ আহিছিল। ভিতৰ গাঁৱৰ পৰা ওলাই আহি চাপি বাগানৰ মহৰী চাকৰি ধৰি বেছিকৈয়ে 'খাব-জীৱ' পৰা হোৱা জ্ঞানেন্দ্ৰৰ বিবাহৰ কইনা-চোৱাৰ দিনটোৰ অন্ততে প্ৰমাণ ওলাল— জ্ঞানেন্দ্ৰৰ বাবেও আৰু উপন্যাসিকাখনিৰ পাঠকৰ বাবেও — যে কইনা ঠিক কৰি অহা নিকটাত্মীয়া অভিভাৱিকা এধানী মাহীয়ে ভাগিনৰ কৈশোৰৰ সেই মনোমোহা অঘটনটো ঘটাৰ দিনৰে পৰা সদায়েই জানিও আহিছিল।

যথাস্থানত বিবাহৰ বাবে সংকল্পবদ্ধ তথা অগ্ৰসৰ জ্ঞানেন্দ্ৰই অৱশ্যে মন ঘূৰোৱাৰ বা ইতস্ততঃ কৰাৰ কথা অশোভনীয় হ'ব। কিন্তু পাঠকে বুজিবলৈ চেষ্টা নকৰি নোৱাৰে - - "মাহীয়ে অতি মৰমৰ ভাগিনীয়েকৰ বিবাহ একালৰ সন্মোহনৰ পাত্ৰীটিৰ সৈতেই যেনেতেনে নাপাতি অন্যফালেহে বন্দবস্ত কৰিবলৈ কেনেকৈ মন মেলিব পাৰিলে? সেই প্ৰশ্নৰ উত্তৰৰ আভাস পাবৰ বাবে পাঠকে ভাবি চোৱা উচিত, মাহীয়ে তাৰো আগতেই কিশোৰৰ জ্ঞানেন্দ্ৰৰ সন্মোহনৰ পাত্ৰীটিৰেই পিতৃ প্ৰতিপত্তিশালী 'মিতামামা'ৰ দ্বিতীয় পক্ষৰ পত্নী হ'বলৈ অসন্মতি জনাই কেনেধৰণৰ চাৰিত্ৰিক গাঢ়তা দেখুৱাইছিল। গান্ধী আশ্ৰমৰ আশ্ৰমবাসী পিতৃ মাতৃহীন নিঃস্ব সমাজসেৱক ভোলানাথ বুলিবৰ এগৰাকীৰহে প্ৰথম পক্ষৰ পত্নী হ'বলৈ কিয় মাহীয়ে সিদ্ধান্ত কৰি পেলালে? মহিম বৰাৰ— 'এধানী মাহীৰ হাঁহি'ৰ মাহীয়েই হওক বা মহাদেউৰেই হওক — কোনোজনাই অৱশ্যে গান্ধীবাদৰ অতীৱ তত্ত্বদৰ্শী অনুগামী নাছিল। তেওঁলোক উভয়েই উপন্যাসখনিত আজিকালি অতিশয্যৰ দৃষ্টিকোণৰ পৰা চাবলৈ গ'লে প্ৰায় অৰাজনৈতিকভাৱেহে চিত্ৰিত হৈছে বুলিব লাগিব। এধানী মাহীৰ চৰিত্ৰ ব'ল উপন্যাসকাখনিৰ কাহিনীভাগত ঘাইকৈ দুধাৰা হৈ ক্ৰমে ওলাই আহিছে। প্ৰথমতে, তেওঁ কিশোৰ জ্ঞানেন্দ্ৰৰ এদিনৰ সন্মোহনৰ পাত্ৰী খৰিকাজাই ওৰফে

লংকলিৰ পিতৃ সম্পত্তিশীল আৰু প্ৰতিপত্তিশীল মিতামামাৰ দ্বিতীয় পক্ষৰ পত্নী হ'বলৈ নাৰাজ হৈছে। বৈষয়িক নিৰাপত্তাৰ প্ৰলোভনেই অতীৱ স্বাৱলম্বী এই নাৰী চৰিত্ৰটিৰ নিৰ্ণায়ক বৈশিষ্ট্য নহয়। কুৰি শতিকাৰ অচিন আৰু ক্ৰমবৰ্ধমানভাৱে বিস্তৃত হৈ পৰা শ্ৰমক্ষেত্ৰৰ বিবিধ আৰু বিচিত্ৰ উৎপাদন খৰিদ্দাৰ হ'ব পৰাকৈ মাহীৰ পাণিপ্ৰাৰ্থী বিপত্নীক মিতামামা গ্ৰাম্যাঞ্চলৰ গোষ্ঠী জীৱনতে থাকিও কৃষিবল আৰু যুদ্ধকালীন বাণিজ্যিক বলত হৈ উঠিছিল প্ৰভূত সম্পত্তিশীল। কিন্তু ৰহস্যময়ী মাহীয়ে নীৰৱে — অলপো স্পৰ্ধাৰ ভাবেৰে নহয় — মিতামামাৰ বিবাহৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰিছিল। দুয়োৰে যোৰা পতাৰ বাবে আগ্ৰহী নৰমামা আচৰিত হৈছিল, ভাগিনীয়েক জ্ঞানেন্দ্ৰয়ো একো বুজি পোৱা নাছিল। মাহী মিতামামা আৰু তেওঁ মাতৃহীন ল'ৰা-ছোৱালীকেইটাৰ প্ৰতি কোনো অৰ্থতে বিৰুদ্ধ ভাবাপন্নও নাছিল। আনহাতে, ভোলানাথৰ সৈতে পৰৱৰ্তী সময়ত হ'বলগীয়া মাহীৰ বিয়াৰ ঘটকালিও মিতামামায়েই কৰিছিল, আৰু বিগত দিনৰ বৰফুকন-বৰবৰুৱাৰ হাউলিৰ দৰে আহল-বহল মিতামামাৰ হাউলিয়েই তেওঁ - কিছু নোহোৱা ভোলানাথৰ বিবাহ-গৃহত হৈছিল। মিতামামাৰ ঘৰলৈ জ্ঞানেন্দ্ৰ আৰু নৰমামা চাইকেলেৰে ফুৰিবলৈ যোৱাৰ পৰ্বটিত (তেতিয়াই দৈৱক্ৰমে লংকলি ওৰফে খৰিকাজাইৰে জ্ঞানেন্দ্ৰ দেখা সাক্ষাৎ ঘটিল) জ্ঞানেন্দ্ৰৰ মাহীগত-প্ৰাণ সতৰ্ক চকুত আক্ষেপজনক ভাৱে মিতামামাৰ দ্বিতীয় শৰীৰ-মনৰ আকৰ্ষনীয় গুণসমূহেই ঘাইকৈ ধৰা পৰিছিল। তথাপি, ইতিপূৰ্বেই মাহিয়ে মিতামামাৰ দ্বিতীয় বিবাহৰ প্ৰস্তাৱ প্ৰত্যাখ্যান কৰি তেওঁৰ চৰিত্ৰৰ নিগূঢ় দৃঢ়তাৰ এটি দিশ দাঙি ধৰিছিল।

এধানী মাহীৰ চুলিখিনি ডাঠ, কিন্তু বৰণটো আছিল 'মাথ'। কম বয়সতে বিয়া নোহোৱা বাবত গাঁৱলীয়া ভাষাত তেও হৈ পৰিছিল 'থুপৰী'। তথাপি আবিয়ৈ বয়সত পুৰুষক নিজ শৰীৰৰ সৌন্দৰ্যৰ আকৰ্ষণ কৰিব পাৰিব লাগিব বুলি যেনেকৈ বহুতো নাৰীয়ে ভাবে, মাহীয়েও চাগে অলপ হ'লেও তেনেকৈ ভাবিছিল। সেয়েহে শৈশৱ-কৈশোৰৰ মাজভাগতে থকা ভাগিনীয়েকক এদিন গাঁ-ধুৱাওঁতে মাহীয়েও ক্ষণিকৰ দুৰ্বলতাৰে সুধি পেলাইছিল — তেওঁৰ বাহু-হাতৰ বৰণ ভাগিনীয়েকে বাৰু বগা বুলিয়েই নক'বনে? কিন্তু মাহীৰ বাস্তৱিক জীৱন আছিল একালৰ অসমীয়া গাঁৱৰ ডাঙৰ পৰিয়ালৰ ঘৰুৱা কামৰ প্ৰতি উৎসৰ্গিত নাৰীৰ কেৱল শ্ৰমময় এটি জীৱন। শ্ৰম অৱশ্যে কঠিন আৰু নেৰানেপেৰা হ'ব পাৰে। তাতো কিন্তু শিল্পগুণ আৰু উদ্ভাৱনী প্ৰতিভাৰ বাবে সুকণ্ঠা ওলাইছিল। তদুপৰি, আনন্দ-সজ্ঞানতা আছিল এধানী মাহীৰ শ্ৰমজীৱনৰেই এটি দিশ। মোমায়েকৰ ঘৰত থাকি মাইনৰ, অৰ্থাৎ মধ্য ইংৰাজী শ্ৰেণীত পঢ়িবলৈ অহা জ্ঞানেন্দ্ৰকো তেওঁ নিৰবচ্ছিন্নভাৱে আলপৈচান ধৰিছিল তেওঁৰ আনন্দৰ উৎসৰ পৰা পোৱা শক্তিৰ জোৰতে। কৃষ্ণ যেনেকৈ মাতৃ নহৈয়ো মাতৃ হোৱা যশোদাৰ আনন্দ তেনেকৈ কিশোৰ

জ্ঞানেন্দ্ৰও হৈছিল বোলে মাহী হৈয়েই মাতৃ হোৱা এধানীৰ আনন্দ। আৰু যশোদাই যেনেকৈ আখ্যানত শেষ পৰ্যন্ত কৃষ্ণক দেখা পাই নাথাকিলে, তেনেকৈ জ্ঞানেন্দ্ৰও শেষ পৰ্যন্ত মাহীৰ সান্নিধ্যৰ পৰা আঁতৰি গ'লেও বোলে যাব, তাৰ বাবে মাহীৰ আক্ষেপ নহ'ব।

কলাখাৰ, চৌদাখাৰ আৰু ঔবীজ মিহলাই চাবোন প্ৰস্তুত কৰা, আৰু তেনেকুৱা ঘৰতে প্ৰস্তুত কৰা চাবোনেৰে মূৰ ধোৱা, কাপোৰ ধোৱা আদিৰ ব্যৱস্থা কৰাত মাহী আছিল ওস্তাদ। গাঁৱৰ ঘৰে ঘৰে তাঁতৰ আমনি ভঙাৰ দায়িত্বও ঘাইকৈ আছিল মাহীৰেই। আচলতে এধানী মাহী একালৰ স্বয়ংসম্পূৰ্ণ গ্ৰামীণ অৰ্থনীতিৰে এগৰাকী অনন্যা জীয়ৰী। ঠিক যি মুহূৰ্তত অসমৰ গাঁৱৰ স্বয়ংসম্পূৰ্ণ অৰ্থনীতিতো হয়তো বিশ্বজনীন বজাৰৰ কেৱল ক্ৰিয়াভিত্তিক আচহুৱা ব্যৱহাৰিক সংস্কৃতিৰ উপুৰ্যপৰি আঘাত লগা ৰ পৰ্ব আৰম্ভ হৈছিল, ঠিক সেই মুহূৰ্ততেই গাঁৱৰ এই স্বাৱলম্বী হৈ ৰ'বলৈ যত্নপৰায়ণা জীয়ৰীগৰাকীৰ চৰিত্ৰৰ বিলীয়মান সৌন্দৰ্য উদ্ভাসি উঠিছিল। পৰৱৰ্তীকালৰ চহৰস্থ গল্পকাৰ ঔপন্যাসিক মহিম বৰাদেৱে নিঃসন্দেহে তেখেতৰ গাঁৱৰ প্ৰথম জীৱনৰ কোনো সঁচা আত্মীয়াৰ জীৱনৰ সোঁৱৰণি 'সঞ্চিত' ধনেৰেই এধানী মাহীৰ চৰিত্ৰটি গঢ়িছে। চহৰস্থ ঔপন্যাসিকে গাঁৱৰ একালৰ গোষ্ঠীজীৱনৰ ছবি আঁকিছে যদিও সেই ছবি তেখেতৰ লিভিং মেমৰি (Living memory) অৰ্থাৎ জীৱনস্মৃতিৰেই অন্তৰ্ভূক্ত। এতেকে সমালোচকে তাক অতীতবিলাস বুলি অৱজ্ঞা কৰা অনুচিত হ'ব। আনহাতে, 'এধানী মাহীৰ হাঁহি' বুৰঞ্জীমূলক উপন্যাসো নহয় বুলি উপন্যাসিকে নিজেই পাঠকক সকীয়াই দিছে। উপন্যাসিকাখনিত এধানী মাহী আচলতে জ্ঞানেন্দ্ৰ ওৰফে দেউকণৰ ৰক্তমাংসৰ বা বায়োলজিকেল সম্পৰ্কৰ মাহীও নহয় তেওঁ জ্ঞানেন্দ্ৰৰ বুঢ়ী আইৰ ভনীয়েকৰ জীয়েক। প্ৰতিপত্তিশালী গ্ৰামীণ পৰিবাৰৰ গোষ্ঠীমুখী প্ৰসাৰনক্ৰমেহে মাহী হৈ পৰিছিল জ্ঞানেন্দ্ৰৰ আশৈশৱ নিকটতমা সম্পৰ্কীয়া।

সি যি কি নহওক, মহাত্মাৰ সেৱাশ্ৰম আন্দোলনযোগে মহাদেউৰে বিবাহ হৈ এধানীৰ যি ভাগ্যৰ হ'ল, তাতো আচলতে অসমীয়া গ্ৰামীণ নাৰীৰ অভ্যস্ত আত্মোৎসৰ্গাৰ একেটি ধাৰাই মাত্ৰ এখোপ ওপৰলৈ উধাই সৰ্বভাৰতীয় এটি পটভূমি তথা প্ৰতিষ্ঠা পালে। গান্ধী আশ্ৰমৰ আশ্ৰমবাসী মধ্যবয়সীয়া মহাদেউৰে বিয়াৰ পিছত এধানী মাহীৰ আত্মোৎসৰ্গাৰ জীৱনৰ নতুন এটি সৰ্বভাৰতীয় পৰ্বৰ মাথোন সূচনা হ'ল। তেওঁ মিলন-পৰিত্যক্তা হৈছিল নে নাই জ্ঞানেন্দ্ৰই নুবুজিছিল। গান্ধী আশ্ৰমত আশ্ৰমবাসীসকলৰ নেওঠনী আৰু যঁতৰেই হৈছিল জপমালা। আৰু মাত্ৰ বছৰদিয়েকৰ ভিতৰতে মহাদেউৰ মৃত্যুও হৈছিল। পত্নীৰ বাবে থাকি গৈছিল মাথোমৃত স্বামীৰ গান্ধী-আনুগাত্যৰ তেতিয়াৰ অতি সম্ভ্ৰামজনক সামাজিক আদৰ্শ। উপন্যাসিকাখনিৰ অন্তিমত এধানিৰ চৰিত্ৰ তথা নিভৃত জীৱন পৰম ৰূপত উন্মোচিত হোৱাৰ এটি ক্ষণত বিবাহ -উন্মুখ জ্ঞানেন্দ্ৰই সকলো বুজি পাওক বুলি এধানিয়ে স্বৰ্গতোক্তি কৰাৰ দৰেই কৈছিল —

'মহাদেৱৰ জন্মৰে দোষ .. দেহৰ মিলন নহয় তয়ে আমাৰ ল'ৰা।'

আত্ম-পুতৌ আছিল এধানী মাহীৰ স্বভাৱৰেই অনভ্যস্ত এটা কথা। অসম-ভাৰতকো সাঙোৰা বিশ্ব ইতিহাসৰ যুদ্ধ আৰু স্বাধীনতা আকাংক্ষাৰ এটি বিৰল ক্ষণত এধানী মাহীৰ জীৱন-যাপনৰ অকথিত আদৰ্শ হৈছিল বুলিব পাৰি এনেকুৱা এটা কথা ঃ একালৰ আশা-আকাংক্ষা পৰৱৰ্তী কালত পূৰণ নহ'ব পাৰে, কিন্তু চকু-কাণ সজাগ হ'লে আৰু অধ্যৱসায় নকমিলে পৰৱৰ্তী কালতো জীৱনৰ ভিন্ন আদৰ্শৰ পথ ওলাবই। 'জীৱন বাটত' উপন্যাসৰ তগৰ-ধৰণী একাকাৰ হৈ পৰাৰ লেখীয়া এধানী মাহীৰ চৰিত্ৰত অৱশ্যে আধুনিক ব্যক্তিৰ লিবাটেৰিয়ান ইম্পালচ্ (Libertarian impulse) অৰ্থাৎ ঐহিক মুক্তিপ্ৰেৰণা প্ৰধান বা প্ৰৱল হোৱা নাই, আৰু সেইবাবেও ইংৰাজী-সাহিত্য - শিক্ষিত অসমীয়া উপন্যাস-সমালোচকক এই চৰিত্ৰই হয়তো আকৰ্ষণ কৰা নাই।

কিন্তু এই মাহীযে খৰিকাজাই ওৰফে লংকলি নামৰ ছোৱালীটিৰ সৈতেই হিয়াৰ আমঠু হেন ভাগিনীয়েক জ্ঞানেন্দ্ৰৰ বিয়াখন সকলো জানি-শুনিও কিয় নাপাতিলে? ভিন্নপাত্ৰীহে কিয বন্দৱস্ত কৰিলে? আচলতে মাহীযে যত্ন নকৰাও নহয়। মিতামামাৰ ঘৰলৈ যাওঁতে লংকলিৰ পেহীৰ হাতে জ্ঞানেন্দ্ৰই লাভ কৰা ফুল বছা গামোচাখনত এছেঞ্চেইনে খৰিকাজাই ফুলৰ গোন্ধ পায়, আৰু হাঁ বুলিলেই হুমুনিয়াহটো চিনি পোৱা মাহীযে জ্ঞানেন্দ্ৰৰ সেই নিশাৰ উজাগৰ অস্থিৰতাও লক্ষ্য কৰি কল্পনা কৰিব পাৰিছিল মিতামামাৰ ঘৰত জ্ঞানেন্দ্ৰ আৰু লংকলিৰ মাজত প্ৰথম দৃষ্টিতে কি ঘটিছিল। পিছত মাহীযে মিতামামাৰ পত্নী নহৈও তেওঁৰ মাতৃহীন জীয়ৰী লংকলিক বিবাহৰ সন্মতিৰ বাবে অভিভাৱিকাৰ দৰেই বুজাবলগীয়া হোৱা পৰিস্থিতিত কুন্থলিয়াই কুন্থলিযাই অভিমানী ছোৱালীজনীৰ পেট পাবও পাৰিছিল। কিন্তু মাহীয়ে জ্ঞানেন্দ্ৰত কোৱা কথাৰ ভাষাতেই -- বিশ্ব যুদ্ধকালীন অসমীযা সমাজৰো নব্যধনী শ্ৰেণীৰ 'মিতামামাক (লংকলিয়ে) কয় কোনটো সাহেৰে। উকিল-হাকিম (জোঁৱাই) বিচাৰি ফুৰা মানুহটোক। 'গাঁৱৰে মৌজাদাৰৰ ল'ৰাই ওকালিত পঢ়াত সহায় কৰি মিতামামাই তেওঁকে জোঁৱাই পতাৰ মানস কৰিছিল। কিন্তু শেহত সেই ভাবি জোঁৱায়ে প্ৰৱঞ্চনা কৰিলে, মিতামামাৰ ব্লাড প্ৰেচাৰৰ অসুখ হ'ল। কিন্তু সম-মৰ্য্যদাৰ ছাপ্লায় ইন্সপেক্টৰ এজনৰ সৈতেই পিতৃৰ স্বাস্থ্যৰ অধিক অৱনতি ঘটাৰ আশংকাত অগত্যা সন্মত হৈ লংকলিৰ বিবাহৰ দিন সমাগত বুলি উপন্যাসিকাখনিৰ শেহত উল্লেখ আছে।

মাহী আৰু লংকলি উভয়ৰে নিভৃত চিন্তা-ভাৱনা আৰু ব্যাহিক কাৰ্যকলাপৰ অৰ্থ উৎসুক হৈ আৰু সসম্ভমে জানিবলৈ আশা কৰি থকা জ্ঞানেন্দ্ৰিই নিজৰ বিবাহৰ মিমাংসাৰ মুহূৰ্তত মাহীৰ স্বৰ্গতোক্তিৰ লেখিয়া কথাৰ পৰাই সকলো বিসন্ন সংবাদ আকস্মিকতে পাই কেনে প্ৰতিক্ৰিয় কৰিছে এয়া পঢ়ক —

'নিজৰ বংশৰ ধাৰাটো বোৱাই ৰাখিবৰ কাৰণে নাৰী-পুৰুষৰ সামাজিক, ধৰ্মীয় সীমাৰ মাজত মিলনৰ ব্যৱস্থা। সেয়ে নহ'লে বিবাহৰ অৰ্থ অকল ইন্দ্ৰিয় চৰিতাৰ্থ।... মই এটা যুগ পাৰ হৈ আহিলো — তাকো হঠাতে, মই থিয় হৈ থকা যুগটো হঠাতেই ভৰিৰ পৰা পিছলৈ লৰ মাৰিলে।... মাহীৰ লগত কথা হোৱাত এই দহ মিনিটমান সময়ৰ পাছত মই এজন নতুন মানুহ। আগৰ দেউকণ মৰি মই এতিয়া নতুন দেউকণ।'

নাজানো মাহীয়েকে বা লোক খোজ -বঢ়া কৰা কইনাৰ সৈতে বিবাহৰ প্ৰাক্কালত কোনো কল্পিক অসমীয়া দৰাৰ মনৰ এনে ভাবনা অসমীয়া গল্প-উ পন্যাসৰ সমালোচকে এতিয়া কৰবাৰ কিবা নৃতাত্ত্বিক অৱশেষ বুলিহে গণ্য কৰে নেকি? কিন্তু তেনেকৈ হলেওতো তাৰ এটা মূল্য থাকিব।

..........

---

(দৈনিক জনমভূমি, ২০০২)

# মহিম বৰাৰ সম্পদ আৰু অপচয়

- তিলক হাজৰিকা

মহিম বৰাক দেখিছে নহয়? তেওঁ ক'বলৈ টান পালেও এতিয়াও এজন বেছ স্বাস্থ্যবান মানুহ। পঞ্চাছ চন মানত এই মানুহজনৰ স্বাস্থ্য আৰু শ্ৰী চেহেৰা কল্পনা কৰক। থুলন্তৰ নুবুলিলেও এজন তেজাল আৰু হৃষ্ট-পুষ্ট ডেকা নিশ্চয় আছিল। সেইদৰেই আমি দেখা পাইছিলোঁ। তেওঁ আছিল স্বাস্থ্য সম্পৰ্কে অতি সচেতন। এদিন এই স্বাস্থ্য-সচেতন ডেকাজনক এটা চকু-চৰহা ক্ষুদ্ৰ চীনা জোকে এটা কূটাঘাত কৰিলে। মহিমে ক'ব নোৱাৰাকৈ জোকটোৱে কেনেবাকৈ মহিমৰ নিম্নাংশত অনুপ্ৰৱেশ কৰি বঁতিয়াব পৰাকৈ পাৰেমানে তেজ পি সময়ত নিজৰ গাৰ ভৰত তললৈ সৰি পৰিল। বিদেশী অনুপ্ৰৱেশকাৰীটো যেতিয়া চোৰাং মালেৰে সৈতে ধৰা পৰিল, তেতিয়াতো মহিমৰ বাবে দস্তুৰমত এটা অস্তিত্ব ৰক্ষাৰ সমস্যাৰ আহি উপস্থিত হ'ল। মহিমৰ শংকা-ব্লাড-বেংকৰ হয়তো তলি উদং কৰি পেলালে পাষণ্ড চীনা জোকটোৱে। এতিয়া সেই হেৰোৱা তেজৰ ক্ষতিপূৰণ কেনেকৈ কৰা যায়। গতিকে খাটি গাখীৰ খোৱা উচিত। ইয়াৰ পিছত মহিমে নিয়মিত গাখীৰ খাবলৈ লৈছিল। কিন্তু গাখীৰ খোৱাৰ লগে লগেই তেওঁ টেবুলত থকা আৰ্চীখনত মুখখন চাই চাই নিশ্চিত হ'বলৈ চেষ্টা কৰিছিল যে গাখীৰে গুণ দিছে। তেওঁৰ তেজখিনি আকৌ উভতি আহিছে।.. এইজনেই মহিম বৰা। মহিমৰ সৰলতাৰ এনেকুৱা কিছুমান কথা কাণ্ডই হাঁহিৰ খোৰাক সকলোকে দিছিল।

কিন্তু মহিমে সকলোকে ওলোটাই হঁহুৱাবও পৰে। মই এবাৰ কিবা ভ্ৰমবশতঃ মূৰৰ চুলি কাটিবলৈ বাটৰ পৰা মুচী এটা মাতি আনিবলৈ মানুহ পঠাইছিলোঁ। ঘটনাটো লক্ষ্য কৰি থকা হাঁহিৰ মহৰী মহিমক পায় কোনে? তেওঁ সজাই-পৰাই বৌটোকে টোটোলৈ নি সকলোকে হঁহুৱাব লাগি গ'ল। মহিম সেইটোৱেই।

আচলতে মহিমক কেন্দ্ৰ কৰি তেওঁৰ ঘনিষ্ঠ মানুহবোৰে যিমান হাঁহিৰ খোৰাক উলিয়াব, তাতকৈ বহুত বহল এখন ৰসগ্ৰাহী সমাজক মহিমে ওলোটাই কেন্দ্ৰ কৰি হঁহুৱাইছে।

মইতো মহিমক সেইবাৰেই আমাৰ সমাজৰ এজন হাঁহিৰ মহৰী বুলিছোঁ। আমাৰ দৈনন্দিন জীৱনৰ এনেকুৱা বহুত হাঁহিব পৰা সৰু-সুৰা ঘটনাৰ টোকা তেওঁৰ হাজিৰা বহীৰ পৰা আমি জানো পোৱা নাই? সেই হেৰোৱা গৰু বিচাৰি চাইকেল কোবাই ঢপলিয়াই ফুৰা মানুহটো আৰু ভাবী শহুৰে হ'বলগীয়া জোঁৱাইক কাঠৰ 'কেবি'ৰ হিচাপটো কৰিবলৈ লগাই দিয়াটোৰ নিচিনা কাণ্ডৰ হিচাপবোৰ কেৱল মহিমৰ দৰে হাঁহিৰ মাহৰীজনৰ দ্বাৰাইহে ধৰা পৰাটো সম্ভৱ। এই ক্ষেত্ৰত মহিমে ভাষাত তুলী বা ব্ৰাছ লগোৱাতকৈ চিত্ৰ সমল বা কম্পজিশ্যনৰ ওপৰতে বেছি কেৰামতালি দেখুৱাব পাৰে। যেনে, তেওঁ ভাষাৰ 'পান' কৰাৰ পৰা বিৰত থাকি কেৱল ঘটনা চিত্ৰৰ 'শ্লিপ' একোটা দেখুৱাই আমোদৰ সৃষ্টি কৰে, আৰু সি বৰ মজাৰ হয়। মহিমৰো এই 'হিউমাৰ' সমানেই 'ছাটল্' বা সূক্ষ্মস্পৰ্শী। মহিমৰ দৰে কাহিনীকাৰৰ শৈলীত এনেকুৱা সূক্ষ্ম হাস্যৰসৰ ক্ষমতা মই কেতিয়াবা কিছু পৰিমাণে ভবেন্দ্ৰ নাথ শইকীয়াৰ গল্পতহে দেখা পাইছে। কিন্তু মহিমৰ দৰে ফটোগ্ৰাফাৰ মই দেখা নাই, মহিম মহিমেই। এই আমোদী লেখকজনে কিছুমান দুৰ্দান্ত ৰঙিয়াল বা ৰম্য ৰচনাও লিখিছে (মোমাইৰ পদূলিত বান্ধিলোঁ ঘোঁৰা, ইত্যাদি), যিবোৰৰ ৰচনা শৈলীক তেওঁ কিন্তু 'লাহতী ৰচনা' বুলিহে কয়। এইবোৰ ক্ষমতাৰ অনুশীলন অথবা পৰিশীলনৰ পৰা চালে মহিমে বঙালী ভাষাৰ পৰশুৰামৰ দৰে বা হিন্দী ভাষাৰ কিষাণচন্দৰ দৰে এজন পূৰ্ণ পৰ্য্যায়ৰ হাস্য-ব্যঙ্গ লেখক হিচাপে আত্মপ্ৰকাশ কৰিব লাগিছিল। কিন্তু নকৰিলে।

মহিমৰ আত্মপ্ৰকাশ হৈছিল এজন কবি হিচাপেহে। নতুন কবিতাৰ আন্দোলনৰ সময়ত আত্মপ্ৰকাশ কৰা এজন সংবেদনশীল কবি হিচাপে বোধহয় বহুতৰে আজি মহিমৰ কথ মনত নপৰিব। মহিমৰ 'জাৰুৱালী ফাগুন'ৰ দৰে কবিতাৰ কথাও সম্ভৱ কাৰো এতিয়া মনত নাই। 'জাৰুৱালী' শব্দটোৰ ব্যঞ্জনাটোৱেই কি অদ্ভুত এক চিত্ৰকল্প-সম্ভূত অসম্পূৰ্ণতা আনি দিয়ে যাৰ পিছত আৰু পূৰ্ণ কবিতা এটা পঢ়াৰ প্ৰয়োজনেই নাথাকে। মহিম আছিল এনেকুৱা দ্ৰষ্টা কবি। কিন্তু মহিম বৰা অভিমানী ; তেওঁ মানুহৰ বাবে লিখে, আৰু মানুহৰ পৰা সমাদৰ পোৱাৰ পাৰ্থিৱ সুখৰ উৰ্ধ্বত বুলি তেওঁ মিছাকৈ কেতিয়াও জহাব নোখোজে কিন্তু মহিমক কবিতাৰ সমালোচক পণ্ডিতসকলে কিয় এৰাই গ'ল। মহিম বৰ স্পৰ্শকাতৰ। মহিমে কবি হিচাপেও সম্পূৰ্ণ আত্মপ্ৰকাশ নকৰিলে।

মহিম এজন মাথোন গল্পকাৰ। এজন সংবেদনশীল সাৰ্থক গল্পকাৰ হিচাপেই অৱশেষত ৰৈ গ'ল। 'কাঠনিবাৰী ঘাটে' মহিমক এজন অনন্য কাহিনীকাৰ হিচাপে সাহিত্যৰ ঘাটতো তুলি দিলেহি। 'কাঠনিবাৰী ঘাট' মানৱীয় প্ৰমূল্যৰ এক কালজয়ী দলিল। মহিমৰ এই গল্পটোৰ দৰে প্ৰায় এনেধৰণৰ কাহিনীৰ গল্প বংগা ভাষাত প্ৰেমেন্দ্ৰ মিত্ৰৰ আৰু ইংৰাজী ভাষাতো (নাম পাইছোঁ) আছে। আন ভাষাতো যে নাথাকিব পাৰে, তেনে কোনো কথা নাই। কাৰণ মানুহৰ বুকুৰ অমৃত (হিউমেন মিল্ক) আৰু তাৰ সোৱাদ সকলোতে

আৰু সকলো সময়তে একে ; মাত্ৰ দেশ-কাল-পাত্ৰই ভাগ কৰি ৰাখে। মহিমৰ সেই কালজয়ী গল্পটোৰ পাত্ৰ-পাত্ৰী আৰু স্থান-কাল মই সকলো জানো, আৰু চিনি পাওঁ, গল্পটো হুবহু এটা সঁচা ঘটনা। মহিম বৰাই অৱশ্যে ভালেখিনি গল্প আৰু ভাল গল্প বিভিন্ন সময়ত লিখিছে; কিন্তু তেওঁ লিখিয়েই থকা নাই, যিটো আমি সকলোৱে আশা কৰিছিলোঁ। মহিমৰ গল্পত এটা বিশেষ প্ৰাণ আছে, এটা আত্মীয়তাৰ পৰিচয় আছে, একেবাৰে ওচৰৰ পৰা গল্প শুনাৰ সুখ আছে। সেইটোৱেই মহিমৰ গল্পৰ ভংগী। মহিমে নিজেই মোলৈ লিখিছিল যে তেওঁ 'জীৱনৰ আঁৰে আঁৰে জীৱনত থাকিবলৈ' ভাল পোৱা সৃষ্টিশীল লেখকহে। কিন্তু মোৰ আক্ষেপ হয়. সেই সৃষ্টিশীল লেখকজনো কিয় থমকি ৰয়, কিন্তু তেওঁ সৃষ্টিৰ যন্ত্ৰণা অনুভৱ নকৰে।

মহিমৰ জীৱনত কিছুমান দুখ-বেদনাৰ ঘটনা একেধাৰে ঘটিছে। তেনেকুৱা ঘটনা অপ্ৰত্যাশিত হ'লেও মানুহৰ জীৱনত ঘটিব পাৰে। কিন্তু সেইবোৰে জীৱনৰ ৰথ যে ৰখাই দিব, তাৰ কোনো মানা নাই। ৰবিন্দ্ৰনাথ ঠাকুৰৰ জীৱনলৈ এটাৰ পিছত এটাকৈ একাধাৰে নামি অহা শোক আৰু মনস্তাপৰ ঘটনাই তেওঁক মুমূৰ্ষু কৰাৰ সলনি তেওঁক দিছিল এক অকল্পনীয় যন্ত্ৰণাবোধ। এই যন্ত্ৰণাবোধকে, তেওঁ ৰূপান্তৰিত কৰিছিল সৃষ্টিৰ যন্ত্ৰণাবোধলৈ। ৰবীন্দ্ৰ নাথৰ দৰেই ট্ৰেজিক ব্যক্তিগত জীৱন বহুত কম লোকৰে আছে। এনেকুৱা বিষাদগ্ৰস্ততাই তেওঁক এটা সময়ত আলৌকিকতাৰ আশ্ৰয়ী পৰ্যন্ত কৰিছিল, যাৰ প্ৰমাণ ৰবীন্দ্ৰ নাথৰ পৰলোক চৰ্চাত আছে। মই মহিমৰো অদৃষ্টবাদ আৰু অলৌকিকতাৰ আশ্ৰয়ৰ অৱস্থাৰ কথা জানো। কিন্তু তেওঁৰ সকলো যন্ত্ৰণা তাৰ পীঠৰ পৰা উৰ্ধলৈ উঠি প্ৰকৃত সৃষ্টিৰ যন্ত্ৰণালৈ যদি ৰূপান্তৰিত হ'লেহেঁতেন, তেনেহ'লে মই আটাইতকৈ সুখী আৰু গৌৰৱান্বিত হ'লোহেঁতেন। কাৰণ ব্যক্তিগত জীৱনত মহিম মোৰ ভাই।

মহিমৰ প্ৰথম উপন্যাস 'হেৰোৱা দিগন্তৰ মায়া' ময়ে তাগাদা কৰি 'অসম বাণী'ৰ বাবে লিখাই অনা এখন উপন্যাস। এই খন উপন্যাস পঢ়াৰ পিছত বহুতেই প্ৰশ্ন কৰিছিল — মহিম বৰাই উপন্যাস নিলিখে কিয়। এই কথা ঠিক যে মহিম 'ৰেডীমে'ড' লেখক 'প্ৰলিফিক্ ৰাইটাৰ' নহয়। কিন্তু যথেষ্ঠ বিৰতি আৰু আন্তৰিক প্ৰেৰণাৰ পৰা এখন ভাল উপন্যাস লিখি উলিয়াইছিল, আৰু সেইখন কোনো এজন প্ৰকাশকে প্ৰেছতো নি দিছিল, আৰু তেওঁক অন্য প্ৰকাৰেও প্ৰতিষ্ঠিত কৰাৰ সম্পূৰ্ণ সম্ভাৱনা আছিল। কিন্তু এনে বিধৰ বিধান যে উপন্যাসখনৰ পাণ্ডুলিপিটো এদিন প্ৰেছত হেৰাই থাকিল, আৰু মহিমৰ দ্বাৰা দ্বিতীয় এটা পাণ্ডুলিপি পুনৰ লিখি যুগুতাই উলিওৱাটো সম্ভৱ হৈ নুঠিল। মহিমৰ বহুতো বিষাদৰ ভিতৰত ইও এটা ঘটনা। কিন্তু মহিমৰ মনোবলৰ পৰীক্ষা আচলতে ইয়াতেই হ'ব পাৰিলেহঁতেন। প্ৰসংগক্ৰমে মই এটা অনুৰূপ ঘটনাৰ উল্লেখ এই খিনিতে কৰোঁ। প্ৰখ্যাত ঐতি হাসিক, উপন্যাসকাৰ শ্ৰী ত্ৰৈলোক্য ভট্টাচাৰ্যই মোক কোৱা মতে চৰকাৰী

চাকৰিত স্থানান্তৰলৈ বদলি হোৱাৰ সময়ত তেওঁৰ বহু মূল্য ৱান কাগজ পত্ৰ আৰু লেখাৰ সৈতে এখন বিখ্যাত ঐতিহাসিকি উপ্যনাসৰ সম্পূৰ্ণ হৈ থকা পাণ্ডুলিপিও বাকচসহ হেৰাল। তেওঁ কিন্তু এক অদ্ভুত মনোবলৰ পৰিচয় দি সেই হেৰোৱা উপন্যাসখন পুনৰ নতুনকৈ লিখিবলৈ আৰম্ভ কৰিলে আৰু সেইদৰে লিখি থোৱা উপন্যাসখনেৰে ছোৱাছোৱাকৈ মই 'অসম বাণী'ত জোনাকী যুগটোক প্ৰকাশ কৰিছিলোঁ দুটা বছৰৰ বিহু সংখ্যাত। এজন লেখকৰ সাধনা, দৃঢ়তা, মনোবল আৰু আত্মবিশ্বাসৰ এনেকুৱা তুলনা ক'ত বিচাৰি পাবলৈ আছে? মোৰ ভাই হিচাপে মহিমৰ পৰাও মই তাকে বিচাৰো, আৰু নাপালে মহিমক কটাক্ষ বা তিৰস্কাৰো কৰোঁ। মহিমে কিন্তু ওলোটাইহে শাস্তি দিয়ে ; মহিমে কোনো মহিমে কোনো তিৰস্কাৰৰ প্ৰতিক্ৰিয়া নকৰে, মাত নামাতে। মহিমৰ যিখন জন্ম ঠাই, য'ত মহিম প্ৰভিভাত হৈছে, আনকি য'ত মহিমৰ পিতৃ ভিঠাটোও আছে, ঠিক সেই খিনিৰ তলতে অসমৰ সৰৱ ইতিহাসৰ কেইডালমান হাড় শুই আছে। সেই হাড় হৈছে ককাদেউতাৰ হাড়, যাক নৱকান্ত বৰুৱাই তেওঁৰ উপন্যাসত মঞহ দিছে। মই একান্ত ভাবে হাবিয়াস কৰো যেন মহিমে সেইবোৰ আত্মক যোগাই তোলক ; কাৰণ মহিম তাৰ ধমনিটোৰ ওচৰতে আছে। কিন্তু মহিমে তাকে কৰিব জানো। মহিমৰ এই অনিহা বা বৈৰাগ্যক মহিমৰ সম্ভাব্য প্ৰতিভা আৰু আমাৰ প্ৰাপ্য অৱদানৰ অপচয় বুলি ভাবিবলৈ মোৰ সত্ নাযায়। মহিমৰ অপচয়— এই নিৰ্মম কথাষাৰে মোৰ চকু সেমেকাই তোলে — ভ্ৰাতৃত্বৰ অকল্যানকৰ সংবাদৰ দুখতে কেৱল নহয়, এই সৰল মনা আৰু ভণ্ডামি নজনা ভাইটোৱে সেই দুখবোৰ বুজি নোপোৱা দুখৰ বাবে । মহিমৰ সম্পদ কি, মহিমে নাজানে।

---

(দৈনিক জনমভূমি, ২০০৪)

# মহিম বৰাৰ কলং-পাৰত গজা হিয়াত দাগ পেলোৱা কবিতা

- জ্ঞানানন্দ শৰ্মা পাঠক

মই মেট্রিক পাছ কৰি বেনাৰছ হিন্দু ইউনিভাৰচিটিত পঢ়িবলৈ যোৱা বছৰতেই ১৯৪৫ চন মানতে হ'বলা, সেই বছৰৰ 'বৰদৈচিলা'ত গল্প এটা পঢ়িছিলো। কোনোবা এজন মহিম বৰাই লিখা গল্প। গল্পটোৰ নাম আছিল 'জইন মৰা'। পিছতহে জানিছিলোঁ সেই 'জইন মৰা'ৰ মহিম বৰায়েই লিখিছিল অসমীয়া তথা বিশ্ব সাহিত্যৰ এক সৰ্বশ্ৰেষ্ঠ গল্প 'কাঠনিবাৰী ঘাট'। টমাছ হাৰ্ডি (Thomas Hardy) জুদ দি অবছকিয়ৰ (Jude the Obscure) অথবা টেছ দাৰ্বাৰভিল (Tess Derbervılle) ৰ কাহিনীয়ে মোক যেনেকৈ অভি ভূত কৰিছিল, তেনে ধৰণৰ মানসিক বেদনা অনুভৱ কৰিছিলোঁ 'কাঠনিবাৰী ঘাট' পঢ়ি। সেইজন মহিম বৰায়েই চল্লিছৰ দশকতে আৰম্ভ কৰি আজি পৰ্য্যন্তস ৮ খন গল্প সংকলনৰ উপৰিও ৰম্যৰচনা, উপন্যাস, অনুবাদ, শিশু সাহিত্য, বিবিধ নিবন্ধ আৰু 'ৰামধেনু' যুগতেই তেওঁৰ কবি প্ৰতিভাৰ চিনাকি দিছিল তেওঁৰ একমাত্ৰ কাব্যসংকলনৰ 'ৰঙা-জিঁয়া'ৰে। তাৰে প্ৰথম কবিতা 'পৰিচয়' প্ৰকাশ হৈছিল ১৯৪৭ চনত। এজন উচ্চমানবিশিষ্ট গল্পকাৰ স্বৰূপে তেওঁৰ গল্পবিলাকৰ মূল্যায়ণ বহুতো আগশাৰীৰ কৰা দেখিছোঁ। এই সন্দৰ্ভত হীৰেণ গোঁহায়ে সম্পাদনা কৰা মহিম বৰাৰ গল্প সমগ্ৰ উল্লেখনীয়।

তেওঁৰ গল্পবোৰ বেছিভাগেই হোমেন বৰগোঁহাই বা পদ্ম বৰকটকীৰ উপন্যাসবোৰৰ মাজে মাজে পোৱাৰ দৰে বৰাৰ কবি মনটোৰ পৰিচয় পাওঁ। একমাত্ৰ কবিতা সংকলনখন ১৯৭৮ চনতেই প্ৰকাশ পাইছিল যদিও 'ৰঙা জিয়া'ৰ সৈতে মোৰ ভেটাভেটি হয় যোৱা বছৰৰ (১৯৯৪) ছেপ্তেম্বৰত যেতিয়া বৰাই তাৰে প্ৰকাশ মোলৈ উপহাৰ হিচাপে পঠাইছিল। তাৰ আগেয়ে মোৰ চাকৰি জীৱনৰ ৩৫ বছৰীয়া অজ্ঞাতবাসৰ কালছোৱাত মহিম বৰাৰ গল্পহে কেতিয়াবা ক'ৰবাত ছেগাচোৰোকাকৈ পঢ়িবলৈ পাইছিছোঁ।

২৯ টা কবিতা ৪৭ পৃষ্ঠীয়া এই সৰু তিনিটকীয়া 'ৰঙা জিঁয়া' খন পঢ়ি মই বৰাৰ কাব্যিক প্ৰতিভাৰ কথা তেওঁৰেই 'কাঠনিবাৰী ঘাট'ত পোৱাৰ যথাৰ্থতা অনুধাৱন কৰিব পাৰিলোঁ।

১৯৪৭ চনতে লিখা 'পৰিচয়'ৰ পৰা ১৯৭৬ চনত 'জন্মদিন'তেই শেষ কৰা কবিতা-পুথিখনৰ প্ৰথম কবিতা 'পৰিচয়'ত ১৯৪৭ চনত স্বাধীনতা প্ৰপ্তিৰ সময়ৰ কবিৰ তৰুণ দ্বিতীয় মহাসমৰৰ বিভীষিকা ; ১৯৪২ চনৰ ৰক্তাক্ত বিপ্লব ; খণ্ডিত ভাৰতৰ সাম্প্ৰদায়িকতাই লগতে লৈ অহা ভগনীয়া সমস্যা, মুদ্ৰাস্ফীতি, দুৰ্ভিক্ষ, বানপানী আৰু ১৯৫০ ৰ বৰ-ভুঁইকপৰ কৰাল ছায়া সম্প্ৰসাৰিত হৈ পৰিছিল, অসমৰ জাতীয় জীৱনত ভাষা-সাহিত্যৰ আৰু অস্তিত্বৰ ওপৰত। তেনে এটা সময়তেই মহিম বৰাই তেওঁৰ অনুভূতিৰ এৰা-সূতি এটাৰ ক্ষীণ ধাৰাকেই প্ৰতিফলিত কৰিছে তেওঁৰ 'পৰিচয়'ত। 'পৰিচয়'ৰ প্ৰথম স্বৱকতেই কবিয়ে ভৱভূতিৰ 'কালো কি হি জয়ং নিৰবধি বিপুলাচ পৃথিৰ প্ৰেক্ষাপটৰ সেই সময়ৰ প্ৰজন্মৰ ইতিহাসৰ পাত এখিলা থৈ যোৱাৰ মানসেৰে কৈছে ঃ

"যাত্ৰাৰ বাটত ৰ'ল এইখিলা পৰিচয় পাত
তোমালোকলৈ হে'ৰা ভৱিষ্যৰ যাত্ৰী,
অনাগত শতিকাৰ কাণে কাণে ক'ব কথা
ক'ব ইতিহাস
জনতাৰ বিজয়ী যাত্ৰাৰ।"

১৯৪৭ চনত মহিম বৰাৰ 'পৰিচয়ে আমাক পৰিচিতি দিয়াৰ পিছত দেখোঁ নৱকান্ত বৰুৱাৰ 'হে অৰণ্য, হে মহানগৰ'(১৯৫১), বীৰেণ বৰকটকীৰ 'মন্বন্তৰ'ক (১৯৫৯); হৰি বৰকাকতিৰ 'মন কাগজৰ নাও'ৰ প্ৰথম কবিতা 'সিহঁত কি? (১৯৪৮), যতি নাৰায়ণ শৰ্মাৰ 'সোণৰ অসম' (১৯৪৬), ভৱ প্ৰসাদ ৰাজখোৱাৰ 'পৰিচয়' (১৯৪৬); বিৰেশ্বৰ বৰুৱাৰ 'নিৰ্জন নাবিক' (১৯৫৩-৬১), পদ্ম বৰকটকীয়ে 'শুনা প্ৰিয়া মোৰ পৰিচয়'ত 'তাজমহল নে তেজমহল'(১৯৪৭) লিখা দেখোঁ। সেই ওপৰোক্ত কবিকেইজনৰ সাময়িক আৰু শাশ্বত চৈতন্যৰ প্ৰকাশ যি ধৰণে হৈছিল — সেই সম্পৰ্কে মোৰ ক'বলগীয়া কথাখিনি হৰেকৃষ্ণ ডেকাৰ দৰেই। চল্লিছ-পঞ্চাছৰ দশকত 'আধুনিক কবিতা'ৰ পোছাক পিন্ধা কিছুমান কবিতাই এক অনৰ্থৰ চোক এতিয়ালৈকে 'নতুন কবিলৈ মুকলি চিঠি' শীৰ্ষকত। সেই অনৰ্থৰ চোক এতিয়ালৈকে কিন্তু কমা নাই। হৰেকৃষ্ণ ডেকাই ঠিকেই কৈছে যে 'কবিতা আধুনিক হোৱাৰ আগতে কবিতা হ'ব লাগিব।' নিবন্ধকাৰ আৰু সমালোচক শোণিত বিজয় দাসে অলপতে লিখা নিবন্ধ এটাত যথাৰ্থভাৱেই কৈছে যে এতিয়া অসমত কবিতা (আধুনিক) এটা কটেজ ইণ্ডাষ্ট্ৰী' (Cottage Industry) ৰ নিচিনা হৈছেগৈ। এনে ধৰণৰ 'কটেজ ইণ্ডাষ্ট্ৰী'ৰ কবিসকলে ভাবে আৰু ভাবি আছে যে অৰ্থহীন দুৰ্বোধ্য শব্দৰ সমাবেশেই হ'ল আধুনিক কবিতা। মই দোহাৰোঁ যে কবিতা অনুভূতিৰ স্বতঃস্ফূৰ্ত প্ৰকাশ— অৰ্থহীন উচ্ছৃংখল-বিশৃংখল শব্দৰ সমদল কেতিয়াও নহয়।

'ৰঙাজিঁয়া'ই মোৰ মনত কেনে প্রতিক্রিয়া সৃষ্টি কৰিছিল তাকে ক'ব খুজিছোঁ এজন সহৃদয় পাঠক হিচাপে— সমালোচকৰ দৃষ্টিভংগীৰে নহয়। 'ৰঙাজিয়া'ৰ পৰিচয় ঠিক যেনে পদ্ম বৰকটকীৰ 'শুনাপ্রিয়া মোৰ পৰিচয়'ৰ দেহেন' বৰুৱাৰ পৰিচয় আৰু ভৱপ্ৰসাদ ৰাজপ্ৰসাদ ৰাজখোৱাই স্বাধীনতাৰ প্ৰাক্ মুহুৰ্ত্তত দিয়া পৰিচয়ৰ দৰেই — যাৰ স্বাক্ষৰ এতিয়াও ম্লান হৈ যোৱা বিষাদগ্ৰস্ত হৈ পৰিছে। এই পৰিচয় ঠিক যেন বীৰেণ বৰকটকীৰ 'মন্বন্তৰ'ৰ প্ৰাণ বন্দৰৰ পৰিচয় ঃ

'জীৱনৰ যুগে যুগে অগ্ৰগামী নাবিকৰ
অক্ষয় হাড়েৰে বচা, সময়ৰ প্ৰবাল দ্বীপত
স্মৃতিৰ উৰ্বৰা লই, সিহঁতে আৰম্ভ কৰে
অনুৰ্বৰা বালিচৰ পলসুৱা কৰি
অনাগত দিনৰ বাবে বোধিদ্ৰুম বন-মহোৎসৱ।"

এয়াই মহিম বৰাৰ ঃ

'অনাগত শতিকাৰ কাণে কাণে ক'ব কথা
ক'ব ইতিহাস
জনতাৰ বিজয়ী যাত্ৰাৰ।'

১৯৫১ চনতেই লিখা 'বসন্তৰ বাট পথাৰত গান'ৰ প্ৰথম স্তৱকৰ প্ৰথম শব্দটোৰেই পাঠকক এক চমক খুৱাই মৌলিক চিত্ৰকল্পৰ মাধ্যমেৰে বৰাই কয়ঃ

জাৰুৱালী ফাগুণীয়ে ঠাই সাৰি যায়
বসন্ত আহিব যাব এই বাটেদিয়ে
জাৰুৱালী ফাগুণীয়ে দিনটোৰ হাজিৰা পূৰায়।"

এই কবিতাটোতেই আকৌ সাময়িক চৈতন্যৰ কথা প্ৰকাশ কৰিছে

— আজিৰ ফাকুৰ ৰং আলান্ধুকলীয়া।'
(ঘোৰ কলিকাল)

এই কবিতাটো পঢ়োঁতে মোৰ বীৰেণ বৰকাকটীৰ উচ্ছ্বাসলৈ মনত পৰিছিল "কোনো এক সাহসী নতুন পুৰুষৰ দৰে শীতৰ মাজৰ পৰা ফাগুণ ওলাই আহে প্ৰতিবাদৰ উচ্ছ্বাসত ....................."

আমাৰ ৰাজনৈতিক নেতাসকলৰ প্ৰতিও ভ্ৰূক্ষেপ লক্ষণীয়ঃ

"বাটপথ চিকুণাই কলগুলি পোতা
মাজে মাজে খদ্দৰৰ গেট আছে সজা।"

হোম বৰুৱাৰ আৰ্হি . .২ কবিতাটোত ব্ৰেকেট, বৰ বন্ধনী দি তেওঁৰ অনুভূতি প্ৰকাশ কৰিছে। মই অৱশ্যে হেম বৰুৱাকে অগ্ৰসুৰী হিচাপে লৈ পঞ্চাছ্-ষাঠিৰ দশকৰ কবিসকলৰ কবিতাৰ ব্ৰেকেট, বন্ধনী, দট্ আৰু দেহৰ অত্যাচাৰৰ কথা পঞ্চাছৰ দশকতে 'ৰামধেনু'ৰ পাতত কৈ আহিছিলোঁ। মই ওপৰত উল্লেখ কৰি অহা এনে ধৰণৰ ব্ৰেকেটত বন্ধোৱা কবিতাৰ পংক্তি এটাৰ কথা কৈছোঁ। হায় স্বাধীনতা। হায় মহাত্মা গান্ধী। হায় খদ্দৰ। ১৯৪৭-৪৮ ৰ কলপুলি আৰু গাঁৱৰ জীয়ৰী-বোৱাৰীয়ে বোৱা খদ্দৰ আজি আৰু ভাৰতৰ ক'ত পাব? এতিয়াৰ লাখটকীয়া। তোৰণ-গেটত কলপুলি আৰু কোমল সজীৱ আকৰ্ষণ আৰু নাই। আছে ঘৃণা, বিদ্বেষ, বিৰক্তি অৱজ্ঞাৰ নিৰ্মম প্ৰতিফলন। ক'ৰ পৰা আহিছে এই লাখটকীয়া গেট, বিছ লাখ টকীয়া ৰভাৰ খৰচ? কোনোবা 'দেশপ্ৰমীকে' উত্তৰ দিবলৈ সাহস কৰিবনে? নকৰে আৰু নকয়ো। কিন্তু আমি আটায়ে জানোঁ তাৰ উৎস আৰু আমি আটায়ে জানো সেই লাখ-লাখ টকাৰ সিংহ ভাগ কাৰ জেপত সোমায়। মন্তব্যৰ প্ৰয়োজন নাই।

নৱকান্ত বৰুৱাৰ 'হে অৰণ্য হে মহানগৰ'ৰ
'টেট্টচেপা ট্ৰেফিকৰ দূৰৰ উৎকণ্ঠা স্পন্দেনে
ভয় আৰু আশ্বাসৰ জটিল উৎকণ্ঠা আনে
(অৰণ্যত চকু জ্বলে বাঘ আৰু মেচেকাৰ)
আৰু থাকে জীৱিকাৰ গলিৰ সাঁথৰ
অমৃত পুত্ৰ আমি
মৃত্যু - স্নাতা হে মহানগৰ।'— দৰেই মহিম বৰাৰ 'শিল ধুমুহাৰ
পিছত পুৱাতে'
"তথাপি উষাৰ কোলাত ভৰি উঠে অগণন
কৌতুকী কণ্ঠেৰে
ফিচা দাণ্ডি ৰাগ টানে দহিকতৰাই
নগৰীৰ কলিজাত প্ৰাণৰ স্পন্দন তোলে
ফৰিং জিঁয়াই
আকৌ জীৱন যায় জীৱিকা বিচাৰি
সোঁতা, জাৰু লৈ হাতে হাতে।'
নৱকান্তৰ 'অমৃতৰ পুত্ৰ' ৰ দৰেই মহিম বৰাৰ
"টিপচী চাৰাইটোৱে যায় ৰিঙিয়াই
আমি মৰা নাই।'

দৃষ্টি' কবিতাটোত কবিৰ বৰষাৰ আবেলি এটাত চকুত পৰিলঃ

"পৃথিৱীৰ সকলো মাধুৰী
থুপ লৈ আছে দুটি আঁক-বাক ৰেখাৰ মাজত
চিকুণ পিছল দেহ-
ভেকুলী এটিৰ।'

এই কবিতাটো পঢ়োঁতে মোৰ বিষ্ণু দে'ৰ পূৰ্বলেখ'ৰ 'হে নিঃসংগ শামুক'লৈ মনত পৰিছিল। সৌন্দৰ্য্য সাধাৰণত মানুহে বুজা অৰ্থত অকল নাৰীয়েই আবদ্ধ হৈ নাথাকে। সেই সৌন্দৰ্য্য প্ৰকৃতিৰ বিভিন্ন প্ৰকাশত, বিভিন্ন জীৱৰ বিভিন্ন সমাহাৰ। প্ৰত্যক্ষ কৰোঁতাজনৰ দুচকুতো সেই সৌন্দৰ্য্যই ধৰা দিয়ে। বিষ্ণু দেৰ কবিতাত শামুকটোৱে ঠাই পোৱাৰ দৰে, পণ্ডিত বোধি-জীৱী, গল্পকাৰ, কবি, নাট্যকাৰ মহিম বৰাৰ কবিতাত, ভেকুলীয়েও সৌন্দৰ্য্যৰ এটা প্ৰতীক হৈ দেখা দিছে।

'উভতি অহাৰ কথা' শীৰ্ষক কবিতাটো তিনিটা স্তৱকৰ প্ৰথম স্তৱকৰ কল্পচিত্ৰৰ বৰ্ণনা সজীৱ — প্ৰাণৱন্ত যেন সেই চিত্ৰ আমি চকুৰ আগতে দেখি আছোঁ। দেশৰ গাজনিক মহিম বৰাই 'আকাশৰ বুকু ফলা ওভতনি গান' বুলি কৈছে। ডাৱৰে ক'লা কৰা আকাশত তৰা ওলাব ক'ৰ পৰা। সেয়ে বৰাই কৈছে ঃ

"আকাশৰ বুকুফালা ওভতনি গান
কাউৰী - বগলী ক'ত শগুণ শৰালি
সিহঁতৰ ডেউকাক নেমাতে তৰাই আৰু
চকু টিপিয়াই।"

দ্বিতীয় স্তৱকৰ 'শৰালিৰ নীড় যেন তোমাৰ এযুৰি চকুৱে পাঠকৰ মনটো জীৱনানন্দ দাশৰ বনলতা সেনৰ 'পাখীৰ মহিম বৰাই কয়ঃ

"— শৰালিৰ নীড় যেন তোমাৰ এযুৰি চকু
দল - ঘাঁহ এডালিৰ স্নিগ্ধতাৰে ধোৱা
উদাভ্ৰান্ত মনক মোৰ টানে তাৰ অদৃষ্টি আহ্বানে
ক্লান্ত দুটি ডেউকাত এড়ালৰ এনাজৰী বান্ধ।"

কবি তেওঁৰ মইনামতীৰ প্ৰেমত মচগুল। এয়া মাটিৰ এয়া মাটিৰ টান। মোহ। নিজৰ শৈশৱৰ গাওঁখনৰ টান। আপোন মানুহৰ মৰমৰ এনাজৰীৰ টান।

কবিতাটোৰ আকৰ্ষণ আৰু এটা কাৰণ কবিৰ একেবাৰে ঘৰুৱা শব্দৰ ব্যৱহাৰ। প্ৰথম দুটা স্তৱকৰ শব্দৰ মোহিনীজালে পাঠকক আবদ্ধ নকৰাকৈ কেতিয়াও নেথাকে। দল-ঘাঁহ এড়ালি 'ডেউকাত এড়ালৰ এনাজৰী বান্ধ' উল্লেখনীয়।

মহিম বৰাৰ কবিতা পঢ়োতে মোৰ জাৰ্মান কবি ৰিলকেৰ (Rillke) কথা এষাৰ মনত পৰিছিল। এই সন্দৰ্ভত The Heritage of Symbollism (দি হেৰিটেজ অব ছিম্বলিজম)ত বিলকেৰ কথা এষাৰ উল্লেখ কৰাৰ কথা মনত পৰিছে। বিলকেই কৈছিল। মানুহৰ ভবাৰ দৰে কবিতা সাধাৰণ অনুভূতি নহয় (এইবিলাক আমি বহুত দেখিলো) 'Verses are not, as people imagine, simply feeling (these we have seen enough) বিলকেই স্থপতিবিদ বন্ধু ৰদ্যা (Rodin) ৰ মতে কবিয়ে বাহিৰৰ জগতখনৰ বিচিত্ৰ অভিজ্ঞতাৰ কাৰণে বৈ থাকি, সেইখিনি গোটাই মনত ধ্যান কৰি থাকিব তেতিয়ালৈকে, যেতিয়ালৈকে তেওঁৰ কবিতাৰ প্ৰথম চৰণৰ জন্ম নহয়। এই অভিজ্ঞতাক সম্পূৰ্ণ স্বাধীন, নৈব্যক্তিক আৰু তন্ময় ৰূপ দিব পৰাতেই কবিৰ কৃতিত্ব। পৰিবৰ্জ্জন কৰি বিশুদ্ধ পৰিগ্ৰহণ কৰাটো অতি প্ৰয়োজনীয়। মহিম বৰাৰ কবিতাৰ আধাৰ তেওঁৰ অভিজ্ঞতা- যি অভিজ্ঞতাই তেওঁৰ অন্তৰত অনুৰণন সৃষ্টি কৰি কাব্যিক ৰূপায়ণ সম্ভৱ কৰি তোলে। বৰাৰ কৃতিত্ব ইয়াতেই যে তেওঁৰ কবিতাৰ খণ্ড-চিত্ৰবোৰ তেনেই সাধাৰণ কথাৰে বৰ্ণোৱা। 'পুখুৰী' কবিতাটোৰ ব্ৰেকেটৰ ভিতৰত হেম বৰুৱাৰ আৰ্হিত দিয়া –

মাদালৰ চেও বন্ধ হ'ল
চাওতালী নাচোনৰ জাক
হাঁহি হাঁহি ছিটিকি পৰিল
পুখুৰীৰ চাৰিও পাৰত

শ্যামল উজ্জ্বল।) খণ্ড চিত্ৰবোৰ চকুৰ আগতে দেখা যেন লাগে। এই কল্পচিত্ৰবোৰে পাঠকক মুগ্ধ কৰে। তেওঁৰ গল্পবোৰৰ মাজত সোমাই থকা বিজুলীৰ জুই নাচ থকা কবিতাৰ গাথাবোৰে কৰা দৰে।

তৃতীয় স্তৱকৰ 'পলৰীয়া এচেৰেঙা ৰ'দে মোলৈ আনে অজিৎ বৰুৱাৰ – আকাশৰ পাৰ ভাঙি অহা জোনাকৰ ধলৰ

"নদীৰ বুকুৰ য'তে
বকুল বনৰ ছায়া পৰে
পাতে বাট আগচি
পলৰীয়া এচাটি জোনাকে তাকে
উজলীয়া বকুলৰ তল।"

এই কবিতাটোৱে আকৌ মোৰ মনলৈ দ্বাদশ শতিকাৰ চীনা কবি লি. ই. আনৰ 'ফুলা ফুল ভাহি যায়' শীৰ্ষক কবিতাটোৰ এটি মৌলিক খণ্ডবাক্যৰ কথা আনে। খণ্ডবাক্যটো বা কল্পচিত্ৰটো সম্পূৰ্ণ মৌলিক। "সময়ৰ চোতালত জোনাকৰ বানপানী"। আৰু মনত

পৰে হেম বৰুবাৰ 'বৰ্ষা' লৈ ঃ

"আকাশৰ পাৰ ভাঙি বৰষুণ নামি আহে

ইয়ালৈ,

বেদনা গধুৰ এই ধৰণীৰ মাটিৰ মাজলৈ।"

বালক প্ৰদ্যুম্নক শম্বৰ অসুৰে লৱণ-সমুদ্ৰত নিক্ষেপ কৰাৰ পিছত মাছৰ গৰ্ভত প্ৰদ্যুম্ন উদ্ধাৰৰ আৰু প্ৰকৃত পৰিচয় পোৱাৰ দৰে কবি অনাগত ভৱিষ্যতৰ কাৰণে উদ্বিগ্ন, ব্যাকুল। প্ৰদ্যুম্নৰ উদ্ধাৰৰ দৰেই দৰেই ভৱিষ্যতৰ প্ৰদ্যুম্নবোৰৰ কাৰণে কবিৰ উদ্বেগ আৰু মানসিক অস্থিৰতা। সাধাৰণ পাঠকৰ কাৰণে 'অভিশপ্ত শাম্বৰ গৰ্ভ' ৰ উল্লেখ বুজা টান। বৰাৰ এই উৎকণ্ঠা, আশা, প্ৰতীক্ষা সুন্দৰ ভৱিষ্যতৰ কাৰণে। বীৰেশ্বৰ বৰুবাৰ প্ৰত্যাশাত প্ৰাপ্তিৰ সম্পূৰ্ণ সম্ভাবনা ঃ

অসুন্দৰৰ পৃথিৱীত

আমাৰ অক্ষয় হাড়ে সুন্দৰৰ ৰচিব পাতনি।"

বৰাৰ 'দুৰ্বাৰ' কবিতাচো পঢ়োঁতে চল্লিছৰ দশকতে অমৰ গীতিকাৰ আৰু সুৰকাৰ ব্ৰজেন বৰুবাই নিজে লিখি সুৰৰ সংযোজনা কৰা গীত এটাই দূৰ অতীতৰ পৰা হঠাতে আহি মোৰ মন বননিখন কঁপাই তুলিলে প্ৰায় হঠাতে আহি মোৰ মন বননিখন কঁপাই তুলিলে প্ৰায় পঞ্চাছ বছৰৰ পিছতো 'ব্ৰজেনে লিখিছিল আৰু গাইছিল ঃ

"মোৰেনো ঐ পাৱেঁখনি

প্ৰকৃতিৰ জীয়ৰী

পৰ্বতৰে নামনিত

বনৰে ঐ হৰিণী

নিজৰাৰে পানী খায় ...............

কবিতাটোৰ নিতান্তই ঘৰুবা সাধাৰণ শব্দৰ মাধ্যমেৰে কবিয়ে জন্মান্তৰবাদৰ দৰে আধ্যাত্মিক ধাৰণাৰ কথা ব্যক্ত কৰিছে। প্ৰতীকী-ব্যঞ্জনাত দুৰৰি আৰু ঘাঁহৰ কথা কৈছে। বতাহক শৰীৰী ব্যক্তিত্ব আৰোপ কৰি কৈছেঃ

"আঁতৰত বাঁহৰ পাতত

সুৰ লৈ বহি আছে

এছাটি বতাহ।"

জাক এৰা দামুৰিটো বৰাৰ কাৰণে 'ইতিহাস অকলশৰীয়া'। 'ইতিহাস'ৰ এই প্ৰতীক অনিন্দ্যসুন্দৰ। অভিনৱ। অতুলনীয়। অনন্ত, অফুৰন্ত, অক্ষয় মহাকালৰ প্ৰৱাহৰ কথা কৈছে কিমান মৰ্মস্পৰ্শীকৈ।

"মোৰ কাষৰত ইতিহাস
বলাকাৰ ডেউকাত বান্ধ খাই উৰি গ'ল
সন্ধিয়াৰ অমৃত আকাশ।"

পৃথিৱীৰ প্ৰত্যেক জীৱ-জন্তু, গছ-গছনি, ঘাঁহ-বন সকলোৰে জন্ম, বিবৰ্দ্ধন আৰু শেষত মৰণ বা পতনৰ ভুমি এই পৃথিৱীখনেই। এনেধৰণৰ ভাবধাৰা প্ৰতিফলিত হোৱা দেখা উইলিয়াম ব্লেকৰ (William Blake) বহুতো কবিতাত। আৰু দেখোঁ ৱৰ্ডছৱৰ্থ (Wordsworth)ৰ 'ইমৰটেলিটী অড' (Immortality Ode) আৰু 'লুচী' শীৰ্ষক কবিতাৰ শেষৰ স্তৱকত।

No motion has she now, no force;
She neither hears nor sees
Rolled round in earth's diumal course,
With rocks and stones and tress."

কবিতাটোৰ আৰু এটি অতি আকৰ্ষণীয় শাৰী হ'ল 'দুচকুৰ দুবৰি-পতাত জীৱনৰ দেখিছোঁ উল্লাস। কবি পুনৰ্জন্মত বিশ্বাসী। সেয়ে তেওঁ দীপ্তকণ্ঠে কয় –

'মোৰ হাড় মোৰ অস্থি, মজ্জাৰ সাৰেৰে তোক
সেউজীয়া কৰি
কুঁহি খোৰ এটি হৈ উভতিম কোলালে
তোৰেই দুবৰি।"

'সৰু মানিমুনি' কবিতাটোৰ নামটো দেখিয়েই ভৈৰব চন্দ্ৰ খাটনিয়াৰে (১৮৮৯-১৯৩১) লিখা 'মানিমুনি শাক' কবিতাটোলৈ মনত পৰিছিল ঃ

'মানিমুনি শাক
তই তাৰেই জীয়াই থাক
বেলিৰ পৰা পাৰি পোহৰ
পানী দি তোক যাবহি ডাৱৰ
ঠেৰে এছাৰি গা-ক বতাহৰ ঠেং এচাৰি গা-ক

প্ৰথম স্তবকটো পঢ়ি মোৰ মনটো জীৱনানন্দ দাসৰ কালজয়ী কবিতা 'বনলতা সেন' লৈ দৌৰি গৈছিল।

এটা মহিম বৰা ঃ "শেষ হ'ল পৰ্য্যটন।
সুমেৰু কুমেৰু আৰু ভূমধ্য প্ৰশান্ত
উৰ্দ্ধত বিজয়ী শৃংগ বিন্ধ্য হিমালয়

পদৰ প্ৰান্তত ক'ত হৈ গ'ল ........... ক্লান্ত ................"

এয়া জীৱনানন্দ ঃ হাজাৰ বছৰ ধৰে আমি পথ হাটিটেছি পৃথিবীৰ পথে

সিংহল সমুদ্ৰ থেকে নিশীথেৰ অন্ধকাৰে মালয় সাগৰে

অনেক ঘুৰেহি আমি................ ।

এই ক্ষুদ্ৰ কবিতাটোত বৰাই এটা কথাকেই প্ৰতিপন্ন কৰিব খুজিছে যে নিজৰ ঠাইখনৰ দৰে আন একো আকৰ্ষণীয় স্থান পৃথিৱীৰ ক'তো নাই। এয়া বৰাৰ নিৰ্ভীক উপলব্ধি ঃ

"সামৰি কাষত মোৰ যাত্ৰাৰ টুপলি

কাষচাপি আহিলোঁ তোৰেই

গৌৰবহীন এখনি সুন্দৰ আমন-জিমন এলাগী হিয়া

- মোৰ পিৰালিৰ অকলশৰীয়া

সৰু মানিমুনি তই।"

চাৰিটা স্তবকৰ 'মাছ' শীৰ্ষক কবিতাটো, কবিয়ে তেওঁৰ স্বভাৱ সুলভ আপোন লগা সহজ সৰল শব্দাৱলীৰ সংহত সমাবেশেৰে তেওঁৰ মনোভাব প্ৰকাশ কৰিছে প্ৰতীকৰ মাধ্যমত। কবিতাটোত "আমাৰ" মৎস্যৰূপে অৱতাৰ ভৈলা প্ৰথমত' কথাষাৰ প্ৰতিপন্ন কৰি শেষত কবিয়ে কৈছে ঃ

সোণালী ৰূপালী মাছ, নীলা বেঙুনীয়া মাছ

জন্মেৰে ৰঙীণ মাৰ, ৰঙেৰে ৰঙীণ আৰু

অজস্ৰ মৃত্যুৰ

চেপা, খোপা, পল দলঙাত

ঘাটে- জাল, খোবালীত, ঘিলাধাৰী নৈৰ বুকুত

তথাপি অমৰ।"

মই নাজানো, হেম বৰুৱাৰ 'বিহুৰ দিনৰ গান' টো কেতিয়া লিখা। মহিম বৰাৰ 'বিহুগীত'ত মই সেই হেম বৰুৱাৰ গানৰ অস্পষ্ট সুৰ খিনি ৰিণি-ৰিণি শুনোঁ। হেম বৰুৱাৰ কবিতাটোৰ সাময়িক চৈতন্যৰ ৰূপায়ণত বৰুৱাই উপমা, ধ্বনি, প্ৰতিধ্বনি সমন্বয় ঘটাইছে অতি কুশলী দক্ষতাৰে। মহিমা বৰাৰ 'বিহু-সুৰ'ৰ আজিৰ জীৱনৰ অৰ্থনৈতিক ৰাজনৈকিত-বিজ্ঞানভিত্তিক জীৱন যাত্ৰাৰ পদ্ধতিয়ে বিব্ৰত কৰা কথা শুনোঁ ঃ

'খন্তেক পাহৰি যাওঁ জীৱনৰ খণ্ড খণ্ড স্বপ্নৰ ভগ্নাংশ নিক্তৰ ওজন লৈ দৰ ভাওঁ কৰি কৰি লাগিল ভাগৰ লোণ-তেল-চাউলৰ গুদামত বহুদিন হৈ বন্ধশ্বাস পাহৰিলোঁ বাহিৰৰ এজন পথাৰ আৰু এখন আকাশ।' হেম বৰুৱাই দেখিছে ঃ 'তলসৰা শুকান পাতৰ

দস্মুজত মৰণৰ অভিধান

চিনাকি আখৰ। মৰে কোন? ষ্টেলিন নে গান্ধী?

........... শান্তিৰ কপৌজনীৰ গাত বাৰুদৰ গোন্ধ

.......... কোৰিয়াৰ প্ৰাঙ্গণত শেণ উৰে, বিদেশী চিলনী

উত্তৰে, দক্ষিণে, মাজত সম্যন্তৰাল ৰেখা।[2]

সেয়েহে হেম বৰুৱাই পুনৰ কয় খুব ক্ষোভেৰে 'মোৰ প্ৰেম'ত

"মাজনিশা কেতিয়াবা উজাগৰে থাকি

শুনিছানে তুমি পৃথিবীৰ উচুপনি?"

মহিম বৰাৰ সিথন আকাশ 'গগণাৰ সুৰে সুৰে উতলিল। তৃতীয় স্তবকটোৰ চিত্ৰাকল্প সমূহত মহিম বৰাৰ মহিমা দেখি আচৰিত হওঁ ঃ

" নেঘেৰী - খোপাত ফুলা নাহৰ-কপৌৰ পেঁপা-টকা বজালে গগনা।

সুছৰি সুৰত হ'ল ফাল আখাল মজিয়া।

চতিয়না গোঁসানীয়ে ঢাপলি মেলিলে সৌ

দেওঠনি যঁতৰ থেকেচি

........... মেখেলা যে তিতিলে ঘামত।" কবিতাটোৰ ভাবৰাশি প্ৰায় কেশৱ মহন্তৰ

"ইফালে পেটৰ ভাত

সিফালে ঢোল মাত।"

কবিতাটোৰ মনোমোহা লয় আৰু তাল মহেন্দ্ৰ বৰাৰ 'বহাগৰ দৃষ্টি'ৰ কথা মনলৈ আনে। আৰু মনত পৰে যতি নাৰায়ণ শৰ্মাৰ 'সোণৰ অসম'ৰ 'সোণৰ অসম' ৰাখিব কোনে? লৈ। মহিম বৰাৰ 'বিহু-সুৰ'ৰ সাময়িক চেতনাৰ বিপৰীতে আমি দেখোঁ গণেশ গগৈৰ অসমীয়া গাভৰুৰ বিহুৰ সময়ত এসময় হিয়ামন জুৰোৱা ৰূপঃ

"মূলা-ৰিহা মেখেলাৰ লৱণু দেহাটি ঢাকি

লাহুতী খোপাত পিন্ধি থোপা-থোপে ফুল,

ৰঙালী কৰিলা কিয় চপাৰ কলিৰে সজা

চিকুণী হাতত সানি জেতুকাৰ বোল।

সেন্দুৰৰ ফোঁটটিৰে কপাল শুৱনী কৰি

দুখনি কাণত পিন্ধি মিনাকৰা কেৰু,

আলসুৱা ডিঙিটিত গলপতা ধাৰি আঁৰি

ক'লৈ ওলালা কোৱা অসম গাভৰু?"

'বালিচৰ' মই ভাবোঁতে মহিম বৰাৰ সৰ্বশ্ৰেষ্ঠ কবিতা। কবিতাটোৰ অনন্য আকৰ্ষণ হ'ল অভিনৱ, অনিন্দ্যসুন্দৰ চিত্ৰকলাৰ সমাবেশ।

পাঁচটা স্তবকৰ এই কবিতাটোৱে পাঠকক আকৰ্ষণ নকৰাকৈ নেথাকে যেতিয়া মহিম বৰাই কয়ঃ

'ট্ৰেনে টানি নিয়া এটি ৰাতি
সশব্দ যন্ত্ৰণা যেন গুড়ি চিটিকিছে
চকাৰ মাতত
চলন্ত খিড়িকীবোৰ বন্দী কৰি লৈ যায়
কাষৰ আন্ধাৰ আৰু দূৰৰ আকাশ।
উদ্যত প্ৰহৰীদল টেলিগ্ৰাফ পষ্টবোৰে
শেষ মুহূৰ্ত্তত
পৃষ্ঠভংগ দিয়ে সন্মুখত
বিজয়ী শত্ৰুৰ।'

গোটেই জীৱনৰ আধাভাগ ৰেলতেই ফুৰিলোঁ। চকাৰ মাতত বিৰক্তি আৰু লাইন টেলিগ্ৰাফ পষ্টবোৰে এনে এটা অনুভূতিৰ সৃষ্টি মোৰ জীৱনত কেতিয়াও কৰা নাছিল। কেতিয়াবা প'ষ্টৰ নম্বৰবোৰ পঢ়িছিলো। পঢ়া শেষ নৌ হওঁতেই ইটো প'ষ্ট পাওঁ। মইতো আৰু মহিম বৰা নহয়। ৰাতিক মহিমে 'বন্দিনী' কৰিছে। বিজাৰ্ড বাৰ্থৰ অচিনাকি যাত্ৰী প্ৰত্যেকেই এটা বালিচৰ। এই কবিতাটোত মই বন্ধু হৰি বৰকাকতিৰ 'মন কাগজৰ নাও' শীৰ্ষক কাব্য-সংকলনৰ "চিনাকি চিনাকি গোন্ধ" পাই অভিভূত হওঁ। হয়তো মন কাগজৰ নাৱত যেতিয়া হৰি উঠিছিল- লগত মহিম বৰাও। কবিতাটোৱে বৰকাকতিৰ 'মন কাগজৰ নাৱ'ৰ প্ৰিয়াৰ চিঠি': 'কেতিয়াবা দুচকুত আমাৰ চিনাকি ছাঁয়া পৰি এটিবাৰ শিয়ঁৰি উঠিব মন-স্মৃতিৰ মামৰে ঢাকি থোৱা অভিজ্ঞতা বিদায়ী নিশাৰ, তাকো তুমি হেৰুৱাবা দেই? আৰু 'চিনাকি চিনাকি গোন্ধ'ৰ 'এক অভাৱনীয় আমন্ত্ৰণ' আৰু 'মোৰ বিগত যৌৱনৰ প্ৰেয়সীৰ প্ৰতি' লৈ মোৰ মনটো টানি নিয়ে।

এয়া হৰি বৰকাকতি ঃ

'মোৰ জীৱনৰ বিয়লি বেলাৰ মণিকোঠা
উজলাই আছে
সংগোপনে কেতিয়াবা চাবৰ কাৰণে।"

এয়া 'বালিচৰ', মহিম বৰাঃ

'সেই কথা স্মৃতি হ'ল দূৰ অতীতৰ
মই কিন্তু আজিও যে এটি বালিচৰ
একেটি আশাত
এদিন নাচিব তাত চিএঞৰি কঁপা
ঝাওবন হৈ
নখহি নখহি খহা কাঞ্চীপুৰী শাড়ীৰ আচল বেজৱাৰা ষ্টেচনৰ
ৰেচম পিছল চকু পাৰিজাত পাটনায়ক .............. .."

এয়া জানো হৰি বৰকাকতিৰেই 'কোনোবা শীতৰ এটা বগা সন্ধিয়াৰ 'মৰহি পৰা প্ৰাণৰ বিগত যৌৱনৰ' অনুৰনণ নহয় ?

মহিম বৰাৰ কাৰণে ৰেলৰ কম্পাৰ্টমেণ্টৰ ভিতৰৰ যাত্ৰীবোৰ ৰাতিৰ বন্দিনী। প্ৰত্যেকেই অচিনাকি। যেন একো একোটা বালিচৰ। কবিতাৰ অতীতৰ স্মৃতি ৰোমান্থনে শেষৰ স্তৱকত জীৱনানন্দ দাশৰ কবিতাৰ দৰে নৱ-চিত্ৰ কল্পৰ ব্যঞ্জনাৰ মাধ্যমেৰে বৰাই আমাক অভিভূত বিস্ময়ান্বিত কৰে। সেয়াই কবিৰ সাৰ্থকতা। কোনে পাহৰিব মহিম বৰাৰ 'ৰেচম পিছল চকু পাৰিজাত পাটনায়কৰ'। অন্ততঃ মই নোৱাৰোঁ। কেতিয়াও।

মহিম বৰাৰ কবিতাৰ জীৱন্ত চিত্ৰধৰ্মিতা, উপমাৰ অনিন্দ্যসুন্দৰ নিদৰ্শন আৰু হৰি বৰকাকতিৰ কবিতাৰ ইংগিতধৰ্মী ছেনছুৱাছনেছ (Sensuousness) সাংগীতিক লয় —এই আটাইখিনিকেই পাওঁ তেওঁৰ 'তোমাৰ কবিতা পঢ়ি, কবিতাটোত ক'ত পাম এনেকুৱা উপমা ঃ

"পাখি মেলা সন্ধিয়াই কলৰ থোকত গৈ
হাঁহি হাঁহি কথমপি কলৰ ধৰিলে।"
আৰু কণ কণ মেখেলিৰ পাতলিৰ বা-ত
জিকাৰি জিকাৰি নাচে কেতুৰিৰ থোৰ
ফুটুকা-টুকুকী প্ৰেমে বাছে জিক্‌মিক্‌
মন-চেলেঙত।"

মহিম বৰাই তেওঁৰ মানসী প্ৰতিমাক আমাক শব্দেৰে আঁকি দেখুৱায় ঃ
"ৰ'দালি তোমাৰ স্তনৰ স্পৰ্শেৰে
যৌৱন আমাৰ উদ্ধাৰ কৰা
অকাল কালৰ কৰাল গ্ৰাসৰ পৰা
যুগ-পিতৃৰ একান্ত বাধ্য আমি

ৰাজ-সিংহাসন ৰাজদণ্ডলৈ

আমি যে মাথোন পুৰু

আমি যে মাথোন পুৰু।"

এই কবিতাটোত যিমান বিলাক উল্লেখ-উদ্ধৃতি আছে তাৰ একোটা টোকা দিয়া হ'লে আমাৰ দৰে সাধাৰণ পাঠক বৰাৰ প্ৰতি কৃতজ্ঞ হ'লোহেঁতেন।

"পুবাৰ ৰ'দালি কণৰ

কেঁচা হালধীয়া গা-ৰ

উমেৰে কোমল আৰু গন্ধেৰে পিছল

আৰু স্বপ্নেৰে বিহ্বল" — তেনেধৰণৰ স্বপ্নেৰে বন্দৰে বন্দৰে ঘূৰা জাহাজৰ সদাগৰ মহিম বৰাও আছিল। ব্যৰ্থ প্ৰেমত তেওঁ প্ৰয়োগ কৰদলৈৰ দৰে 'অঘৰী'।

'ক'ৰবাত জুই লাগিছে', পুৰুৰ প্ৰাৰ্থনা - ৰদালিলৈ' 'মই বিচৰা চিঠিখন' — 'ৰামধেনু' যুগৰ সেই সময়ৰ জীৱনৰ প্ৰতিচ্ছবি দেখোঁ। দুয়োটা কবিতাই চীনা— আক্ৰমণৰ পিছত লিখা। যুদ্ধোত্তৰ পটভূমিত লিখা এনে ধৰণৰ কবিতা দুটা পঢ়িছিলো লক্ষহীৰা দাসৰ 'অ' আমাৰ দেশৰ মাটি", প্ৰসন্ন লাল, নজৰুল ইছলামী তৰংগত লিখা। মহিম বৰাৰ কবিতা দুটা প্ৰতীকৰ ব্যঞ্জনাৰে সমৃদ্ধ য'ত আছে — পুৰু-যযাতি শ্ৰী বৎসৰ উল্লেখ। সেই কাৰণে কবিতা দুটাৰ আকৰ্ষণ অন্য এক তৰংগৰ। সেই ধৰণৰ একে অনুভূতিকে প্ৰকাশ কৰা দেখোঁ কেশৱ মহন্তৰ 'দিশ ধৱলী বৰণ'ৰ ওলায়ে দেখিলো, 'আমি যে ফাগু", হিংসাৰ চিক্‌মিক'ত।

ভৱলী পৰাৰ আবেলি। পাঁচটা সৰু স্তৱকৰ কবিতা। য'ত অনন্যসুন্দৰ, অভিনৱ মৌলিক চিত্ৰকল্পৰ মাধ্যমেৰে বৰাই তেওঁৰ অন্তৰৰ অনুভূতি প্ৰকাশ কৰিছে ঃ

ভৰলুত পাতি থোৱা ঘাট-জালখনত

বেলিটোৱে ওলোমা বাদুলি দি

আমালৈকে চাই আছিল।" — এই চিৰকল্পটো টি.ই হিউমৰ (T.E. Hulme) ৰ পা হাৰৰ সিপাৰৰ ৰঙামুৱা খেতিয়কটোৰ দৰে অচহৰা। মহিম বৰাৰ পুঠিমাছৰ জাকটোৱে ফুলজাৰীৰৰ দৰে জপিয়ায়। সময়ৰ হেকেওৰ কাঁটাডাল বালিমাহীৰ ফিচ্ছা যেন শেষৰ স্তৱকত কবি আৰু প্ৰেমিকাৰ মিলন দেখুৱাইছে - অদ্ভুত ব্যঞ্জনাৰে ঃ

"সেই দিগন্ত বিয়পা আবেলিৰ বুকুত

হেৰাই গলোঁ আমি।

যেতিয়া দুয়োকে দুয়ো বিচাৰি পালোঁ।

মই হ'লো তুমি আৰু তুমি হ'লা নৈ।"

'মই বিচৰা চিঠিখন 'অতি মৰ্মস্পৰ্শী। তেনেই সাধাৰণ আটায়ে বুজি পোৱা কথাৰে — দুই এটা আটায়ে জনা ইংৰাজী শব্দেৰে কবিয়ে তেওঁৰ প্ৰত্যাশা অপেক্ষা আৰু মণিৰাম পিয়নৰ চকুৰ ৰহস্য কুটিল হাঁহিৰেঃ

"তুমি যি বিচৰা চিঠি, সেই চিঠি আজিলৈকে
ক'তো লিখা নাই।
খিড়িকী কাষত বহি লাহি দুটি আঙুলিৰে
ওঁঠত কামুৰি লৈ নাহৰৰ এটি কুঁহিপাত
কোনো অচিনাই'

সেই চিঠি কাকো দিয়া নাই।" — এই কবিতাটোৰ সম্পূৰ্ণ বিপৰীত ব্যঞ্জনাৰ কবিতা এটা পঢ়িছিলো — বাংলা কবি খালেদা আদিব চৌধুৰীৰ 'অভিমানী খাম'। প্ৰেমিকৰ চিঠিবোৰত চিঠিয়েই নাই। একোটা একো নথকা অভিমানেৰে ভৰা খামহে আছে। ভিতৰত লিখা চিঠি নেপাই কবিয়ে কয়ঃ

"তোমালোকে যুঁজে যুঁজে ফিৰে আছে বিদীৰ্ণ ভালোবাসা
খাম খুলে দেখি চোখ জোড়া ঠিক আছে
অথচ য়ামনি তোমাৰ কাছে বলে তুমি
লাখিদেৰ ডানা হ'তে খড়কুটো ছিড়ে ফেলো।"

নিৰ্মলপ্ৰভা বৰদলৈয়ে ছয় ঋতুৰ বৰ্ণনা কৰিছে তেওঁৰ 'সুন্দীৰ্ঘ দীন আৰু ঋতু'ত'- - অসহ্যসুন্দৰ চিত্ৰকল্পেৰে বাৰটা পৃষ্ঠাৰ সৰু সৰু স্তৱকতৰ মহিম বৰাই মাত্ৰ ১২ টা লাইনত সীতাক জীৱ-জগত, জড় -জগতৰ প্ৰতীক স্বৰূপে কল্পনাৰ মাধ্যমেৰে অসীম অনন্ত-অনাদি ৰক্ষৰ চিৰপৰিৱৰ্ত্ত মানা মৃত্যুহীন ৰূপৰ বৰ্ণনা কৰিছে অতি ক্ষুদ্ৰ পৰিসত শব্দৰ সংযত আৰু মিতব্যয়ী প্ৰকাশেৰে। কালিদাসৰ কুমাৰ সম্ভৱ, ঋতুসংহাৰ আৰু ভৱভুতিৰ উত্তৰ -ৰাম চৰিতৰ প্ৰতিধ্বনিৰে এই ক্ষুদ্ৰ কবিতাটি যে সঁচাকৈয়ে অতি উচ্চ মানৰ তাত মোৰ কোনো সন্দেহ নাই।

ডাণ্টে- বিয়েত্ৰিচৰ 'ভিটা-নৱতা' (Vita-nuova) ৰ তেওঁলোকৰ অপ্ৰকাশিত প্ৰেমৰ কথা মহিম বাৰাই মাত্ৰ - ১১ টা লাইনতে কৈ অসম্ভৱক সম্ভৱ কৰিছে। কবিতাটোত ডাণ্টেই বিয়েত্ৰিচৰ ৯/১০ বছৰ বয়সত আবেলিৰ পাৰ্কত বিয়েত্ৰিছ তেওঁৰ বান্ধীৰ লগত ফুৰিবলৈ যাওঁতে দেখাৰ কথা কৈছে। বৰাই তেওঁৰ মনৰ প্ৰতিক্ৰিয়া প্ৰকাশ কৰিছে এনেদৰেঃ

আবেলিৰ ৰংখিনি হঠাতেই হ'ল সেউজীয়া
সেউজীয়া চাদৰৰ বা-ত

মন মোৰ নীলা হ'ল সেউজী সাপৰ দংশনত'।

কবিৰ অসামান্য প্ৰতিভাৰ

'দুৰণিৰ পথাৰেদি সৰ্পিল গতিৰে অহা

গুণ গুণ বেদনাৰ এটি বনগীত

দুচকুৰ শিকলিত হঠাতেই বান্ধ খাই

হ'ল বিয়েত্ৰিচ'

মন মোৰ নীলা হ'ল সেউজীয়া সাপৰ বিষত।" কি অপূৰ্ব ব্যঞ্জনা। কি অনিন্দ্যসুন্দৰ কল্পনাৰ নীলা বেদনাৰ মুমূৰ্ষ প্ৰকাশ।

বিয়েত্ৰিচৰ কাৰবাৰ লগত বিয়া গৈ গৈছিল। তেওঁৰ মৃত্যুৰ পিছত ডাণ্টেই কৈছিল, "যেতিয়া মই মোৰ আত্মাৰ প্ৰথম আনন্দৰ মুৰ্ত্তিক হেৰুৱালো, তেতিয়া মোৰ হৃদয় যে বিষাদেৰে থকা সৰকা হ'ল তাৰ কোনো সান্ত্বনা নাছিল।" আৰু সেয়েই জীৱন্ত হৈ উঠিছে মহিম বৰাৰ কবিতাত –

"মন মোৰ নীলা হ'ল সেউজীয়া সাপৰ বিষত।" বিয়েত্ৰিচ মহিম বৰাৰ মাতে ডাণ্টেৰ জীৱনৰ গুণ গুণ বেদনাৰ এটি বৰগীত।

বৰাৰ 'তেজিমলা' মাত্ৰ ৬ লাইনৰ কবিতা। নৱকান্ত বৰুৱাৰো একে নামৰ সুন্দৰ কবিতা এটা পঢ়িছিলো। ছটা স্তৱকৰ। মহিম বৰাই তেওঁৰ তেজীমলাত কাহিনীৰ পাতল আৱৰণী অন্তৰেই নাই। এতিয়াৰ সামাজিক-ৰাজনৈতিক জীৱন ধাৰাৰ পৰিবেশত মানুহবোৰ পশুৰ দৰে উলংগ। নৱকান্তই সেয়ে তেওঁৰ আত্ম-অনুশোচনা প্ৰকাশ কৰিছে কোনো খেদ নোহোৱাকৈ ঃ

"ঈৰ্ষা আমাৰ তোমাৰ প্ৰেমেৰে

কৰা আৰু কুৎসিত,

ঘিণ কৰি মৰো

দাপোণৰ নিজ ছায়াত বীভৎসতা।'

বৰাৰ 'এই নদী অৰুন্ধতী' শীৰ্ষক কবিতাটো দেখিবলৈ মোৰ প্ৰতি প্ৰিয় কবিতা দুটালৈ মনত পৰি গৈছিল। এটা নৱকান্ত বৰুৱাৰ আৰু আনটো বুদ্ধদেৱ বসুৰ 'দময়ন্তী'ৰ 'সাগৰ-দোলা' ঃ

এয়া নৱকান্ত ঃ বাৰিষাৰ ৰাতি তোমাৰ কৰিক

মনত পৰেনে অৰুন্ধতী

সেমেকা পোহৰে জাগৰ ৰাতি

মনত পৰেনে অৰুন্ধতী?'

'ছোটো ঘৰখানি মনে কি পড়ে
সুৰংগমা ?
মনে কি পড়ে ? মনে কি পড়ে
জানালায় নীলা আকাশ ঝড়ে
সাগৰ-দোলা
সাৰা দিনৰাত ঢেউবোৰ তোড়ে
নাগৰ-দোলা............... ।

এয়া মহিম বৰা ঃ

'মনত পৰেনে
পৰেনে মনত
শিপ্ৰাৰ পাৰৰ যেতন কুঞ্জৰ ছায়া - ঘন
এটি স্মৃতি
মনত পৰেনে অৰুন্ধতী ?
বন-ৰেণুৰ কামোদ ৰাগত
মন্থন বিহুলা .............
সেই নদী, সেই নাৰী - তুমি অৰুন্ধতী।'

বৰাৰ এই কবিতাটোৱে আপোনাৰ মনটোক টানি লৈ যাব হিলাৰী বেলক (Hillary Belloc) ৰ "Do you remember an Inn Miranda আৰু ৰবীন্দ্ৰ নাথৰ 'অৰাপৰতন' লৈ। মহিম বৰাৰ অৰুন্ধতী নাৰীৰেই প্ৰতীক যাব বহুতো নাম, যি চিৰপ্ৰবাহিনী - যাৰ প্ৰবাহৰ মাজে মাজে কবিৰ কল্পনাৰ বালিচৰ -

"মানসৰ মোহনাত স্তৰে স্তৰে মোৰ
গঢ়ি যায় স্মৃতি চৰ বহু বাসনাৰ।

কপিলমুনিৰ ক্ৰোধত ভস্মীভুত হোৱা সগৰ বংশৰ উদ্ধাৰ সম্ভৱ হৈছিল বিষ্ণুৰ ভৰিৰ আঙুলিৰ পৰা নিৰ্গত হোৱা প্ৰবাহিত গংগাৰ জলৰাশিৰ সৈতে সংসৰ্গ বা স্নানৰ দ্বাৰা বিগত প্ৰাণৰ শৰীৰৰ অস্থি, চৰ্ম্ম, স্নায়ুৰ পুনৰ জাগৰণ বা উত্থান সম্ভৱ গংগাৰ জলৰাশিৰ স্পৰ্শত। অন্য অৰ্থত নদী - নাৰী সমৰ্থক ঃ

"ময়ে এই তম্মৰূপ
যুগে যুগে নতুন মৃত্যুৰে ...."

এই নদী অৰুন্ধতী-নাৰী ,যাৰ সংস্পৰ্শত দেহত পুলক কামনা-বাসনা সঞ্চাৰিত

হৈ নৱজীৱনৰ অংকুৰৰ উদগম ঘটে, নৱকান্ত, বুদ্ধদেৱৰ অৰুন্ধতী-সুৰংগমাই যদি কবি দুজনৰ ব্যক্তিগত দৈহিক তাড়না, বাসনা, কামনাৰ সোঁৱৰণি আনে -মহিম বৰাৰ অৰুন্ধতীয়ে সেই সোঁৱৰণিৰ চিৰন্তন শাশ্বত অশৰীৰ ৰূপ ধাৰন কৰিছে চিৰপ্ৰবাহমান জননীৰ, মাতৃৰ, নাৰীৰ আৰু প্ৰণয়িনীৰ।

"হস্পিটেল" শীৰ্ষক কবিতাটোও অসম্ভৱ সুন্দৰ। নামকৰণত 'হস্পিটেল' আৰু তাৰে বিষয় বস্তুক আধাৰ কৰি যে কবিতাৰ সৃষ্টি সম্ভৱ তাকেই প্ৰমাণ কৰি দেখুৱালে মহিম বৰাই। বৰাৰ কবিতাত প্ৰচ্ছন্নভাৱে হ'লেও নগৰকেন্দ্ৰীক যান্ত্ৰিক। সভ্যতাৰ অভিঘাত বৰ্তমান জীৱনৰ ক্লান্তি আৰু নিৰাশা, আত্ম বিৰোধ আৰু অনিকেত (rootless) মনোভাৱ বিশ্বৰ বিভিন্ন সংস্কৃতি আৰু ঐতিহ্যৰ পৰিগ্ৰহণ, ফ্ৰয়দীয় মনোবিজ্ঞানৰ প্ৰভাৱ, আধুনিক পদাৰ্থবিজ্ঞানীৰ প্ৰভাৱ, মাৰ্ক্সীয় দৰ্শন, মননশীল, প্ৰতিষ্ঠিত মূল্যবোধৰ প্ৰতি সন্দেহ আৰু সংশয়। দেহজ বাসনাৰ তাড়নাৰ অনুভূতিক স্বীকৃতি দিয়া আৰু প্ৰেমৰ আৱৰণী লৈ হ'লেও শৰীৰী ৰূপৰ বন্দনা কৰা, ভগবান, আৰু প্ৰথাগত নীতিধৰ্মৰ প্ৰতি অবিশ্বাস, এইবোৰ ভাবৰ লগে লগে শৈলীৰ সম্বন্ধ আৰু কাব্যৰ প্ৰকৰণকে ধৰি বহুতো পৰিবৰ্তন ঘটিছে। মই উল্লেখ কৰা কথাখিনি বৰাৰ বাহিৰেও চল্লিছ পঞ্চাছ-ষাঠিৰ দশকৰ বহুতো কবিৰ ক্ষেত্ৰত প্ৰযোজ্য। 'হস্পিটেল'ৰ কথা ক'বলৈ গৈ মই হয়তো বহুতো আবোল তাবোল বকিলো।

বৰাই লিখিছেঃ "এয়ে হস্পিটেলৰ, জন্ম-সদন  
মৃত্যুৰো আছে য'ত ত্ৰান  
পৰিত্ৰাণ নাই যে জন্মৰ।

কবিতাটোৰ দ্বিতীয় স্তৱকটোত কবিযে বিচাৰি ফুৰিছ সৌন্দৰ্যৰ উহ। মানুহৰ, নৰ-নাৰীৰ। বৰাৰ সন্ধানৰ ব্যস্ততাৰ বুদ্ধদেৱ বসুক দেখিবলৈ পাওঁঃ নতুন ননীৰ মত তনু তব' জানি তাৰ ভিত্তিমূলে ৰহিয়াহে কুৎসিৎ কংকলে —

(ওগো কংকাবতী)

মৃত-পীত বৰ্ণ-তাৰ, খড়িৰ মৰণ শাদা শুষ্ক অস্থিশ্ৰেণী জানি, সে কিসেৰ মূৰ্ত্তি। নিঃশব্দ, বীভৎস এক ৰুক্ষহাসি-নিদাৰুণ দন্তহীন বিভীষিকা।'

সেয়েহে বৰাৰ নিৰ্মোহ উপলব্ধি ঃ

— 'তথাপিও বিজ্ঞান নাৰ্ভাচ  
নাৰ্ভাচ চাৰ্জন আৰু হস্পিটেল ষ্টাফ  
শক্তিশালী লেপতো পেথালজিষ্টৰ  
ক'তো ধৰা নপৰিল প্ৰেমৰ ভাইৰাচ।"

মহিম বৰাৰ কবিতাত অমিয় চক্ৰবৰ্ত্তীৰ কবিতাৰ দৰেই প্ৰথম দৃষ্টিত এক সহজ, সৰল আৰু অনাড়ম্বৰ প্ৰকাশ ভংগীৰ প্ৰচেষ্টা দেখোঁ যিথিনি দেখি মোৰ আচৰিত হোৱাৰ পাল। কিন্তু অলপ ভাবি চালেই দেখা পাওঁ যে এই শব্দৰ সমদল সৃষ্টি কৰি কবিয়ে অসাধ্য সাধন কৰিছে। আজিৰ যুগৰ কবিতাৰ প্ৰায় আটাইবোৰ গুণকেই এওঁৰ কবিতাত পাব। মিতব্যয়িতা, উল্লম্ফা, শব্দৰ অৰ্থৰ বিপৰ্য্যয়, আন ভাষাৰ সদায়েই ব্যৱহাৰ হৈ থকা শব্দৰ যুক্তিসংগত প্ৰয়োগ ; দেৱকান্ত বৰুৱা বা ব্ৰাউনিঙৰ প্ৰয়োগ । বৰাৰ আংগিকৰ মহিমা অপাৰ। ইস্প্ৰেছনিষ্ট ধৰ্মী। আলোচিত কবিতাটোত বৰাই বিচিত্ৰ — বিভিন্ন বিৰোধী ভাৱনাক ওচৰা-ওচৰিকৈ ৰাখি, বহুতো বাক্যাংশ আৰু শব্দ ক সজাই পৰাই তুলিছে। 'জৰা-সজা চীজ''ৰ উল্লেখ লক্ষণীয় —

—'জীৱন ৰহস্য পাহি পাহ পাহ হৈ
উদঙাই ধৰা দিলে সপূৰ্ণ নিজক,
সৌন্দৰ্য্যৰ উহ্ ক'ত, ক'ত আকাষ'ণ,
মাথে হাড়, মাথো ছাল, মাথে মাংস, সিৰা
স্নায়ু চে'ল কোষ নাড়ী ভুৰু
জীৱনৰ প্ৰয়োজন অলপ চেলাইন আৰু অক্সিজেন
কেই চিচি ৰক্ত ঋণ কোনোবা গ্ৰুপৰ....'

হালখাটা' কবিতাটোৰ নামটোও আচহুৱা। তথাপি এই আঁঠ লাইনৰ ভিতৰত কবিয়ে এটা দিনৰ ভিতৰত শূন্য তহবিল আৰু দিনান্তৰ অৱসাদ কিনাৰ কথা কৈছে। ষষ্ঠ, সপ্তম লাইন কেইটাই টি.এছ. এলিয়টৰ বিশ্ববিখ্যাত পংক্তি এটা লৈ মনত পেলায়। 'কমলা-কুৱৰী' কবিতাটোত বৰাই ব্যংগ বিদ্ৰুপৰ সুৰত অতীজৰ 'কমলা কুৱৰী' আৰু আজিৰ তেল-সভ্যতাই আমাৰ প্ৰকৃতিৰ নিৰ্বিচাৰ ধৰ্ষণ, প্ৰদুষণে বিষাক্ত কৰি তোলা আমাৰ এতিয়াৰ দেশখনৰ কথাকে কৈছে। প্ৰজাৰ বিননি শুনিব কোনে ? অন্ধ-বধিৰ ৰজাই ?

'মৰানগৰ'ৰ প্ৰথম স্তৱকৰ চিত্ৰকল্পই নৱকান্তৰ মহানগৰীৰ ৰঙা নীলা, শেঁতা মুখ হেনা, মধুমালা আৰু অলকানন্দালৈ মোক মনত পেলায় দিয়ে। বৰাই আধুনিক সভ্যতাই কোঙা কৰা চব প্ৰেতত্মাৰ জুমে আড্ডা দিয়ে চিনেমা হলৰ সন্মুখত। এইখন আজিৰ জীয়া মানুহৰ দেশ নহয়। কবি হয়তো জীয়াই আছিল কিন্তু প্ৰেতাত্মা, শৱ সমদল দেখি

"কপনি উঠিল মোৰ
পিন্ধি লৈ নিজে এটি মৃতদেহ মই
শৱদল যাত্ৰী মযো
মহানগৰৰ।"

বৰাৰ কবিতাৰ চিত্ৰধৰ্মিতা, ভাৱধৰ্মিতা আৰু সংগীত ধৰ্মিতাৰ পূৰ্ণ সমন্বয় শলাগিবলগীয়া। যোৱা দুটা দশকত আমাৰ অসমখন সমগ্ৰ ৰাজ্যখনে মৰা নগৰ নহয় মৰা-ৰাজ্যলৈ মৰাৰ মাজত পৰিণত হ'ল। মহিম বৰাৰ দুৰদৃষ্টিত সেই মৰা-নগৰ মৰা ৰাজ্যখনৰ প্ৰতিচ্ছবি ১৯৬৮ চনতেই প্ৰতিবিম্বিত হৈছিল। এই কবিতাটোৰ ভাৱাৰ্থ এলিটৰ প্ৰিলিউদ্ (Prelude)ৰ পিল্ল কবিয়ে চাৰিওফালে দেখিছে- ধৰ্ম ধ্বজীৰ ভণ্ডামি, নকলী প্ৰগতিৰ ছবি অৰ্থহীন অবক্ষয়ী আভিজাত্যৰ অহংকাৰ, শ্ৰেণী বৈষম্য আৰু শোষণৰ নঙঠা ৰূপ।

এই প্ৰেম-এই মৃত্যু কবিতাটোত প্ৰেম আৰু মৃত্যু ব্যাখ্য কৰিছে। কবিতাটোৰ অপূৰ্ব শব্দ, চয়ন, লয় আৰু তলৰ মাধ্যমেৰে ঃ -

প্ৰেম আৰু মৃত্যু মাথো বিভাজন ব্যৰ্থ এটি নাম
স্বৰূপ বিহীনঃ
তোমাৰ প্ৰেমৰ ছাঁই আৱৰিছে য'ত দিন
মই মুক্ত চিৰ জ্যোতিষ্মান,
প্ৰেমৰেই পূৰ্ণ গ্ৰাস - মই সুপ্ত অন্তৰ্জ্যোতি
মৃত্যু আৰু নাম।"
কবিতাটোৱে মোৰ বুদ্ধদেৱ বসু 'ক্ষণিকা'ৰ (বন্দীৰ বন্দনা)
কথা মনলৈ আনেঃ
'যতক্ষণ মৃত্যু মানজে শেষ নাহি হয়ে যায় জীৱনৰ সব সাহা — কাঁদা

ৰোমান্তিক কবিতাৰ প্ৰেমৰ যি আবেগ, উচ্ছ্বাস, জীৱনানন্দ দাসৰ কবিতাৰ দৰে মহিম বৰাৰ কাব্যত নাই। ৰবীন্দ্ৰ নাথে প্ৰিয়াৰ মৃত্যুত অনন্দ বিচ্ছেদৰ শূন্যতাত শূন্যৰ অৱস্থিতি দেখা নাই। কাৰণে কৈছে ঃ

"তবু শূন্য শূন্য লগ্ন। ব্যৰ্থময় অগ্নি বাষ্পে পূৰ্ণ সে গগন
একা একা সে অগ্নিতে
দীপ্ত গীতে
সৃষ্টি কৰি স্বপ্নেৰ ভুপন। (পূৰ্ণতা-পূৰবী)

মহিম বৰাৰ অনুভূতিৰ প্ৰকাশ জীৱনানন্দ দাশৰ দৰে যেন লাগে। বিচ্ছেদে পূৰ্ণতা নিদিয়ে। দেহ-মন আত্মা মাত্ৰ বিধ্বস্ত কৰে ঃ

"যদিও বীণাৰ মত বেজে উঠে হৃদয়েৰ বন
একবাৰ দুইবাৰ -জীৱনেৰ অধীৰ আঘাতে -

তবু,-প্রেম-তবু তাৰে ছিড়ে ' ফেঁড়ে' গিয়েছে কথন

তেমন ছিড়িতে পাৰে শুধু"

(প্রেম'-"ধুসৰ পাণ্ডুলিপি")

অমিয় চক্রবর্ত্তী দৰেই বৰাৰ উপমাবিলাক বাহিৰে দেখাত সাধাৰণ হ'লেও প্রকৃততে উজ্জ্বল, জটিল আৰু দুৰ-সন্নিবিষ্ট। এওঁৰ এইবোৰ চিত্র নহয়। চিন্তা। গভীৰ। মহিম বৰাৰ মৃত্যু চেতনাই ৰবীন্দ্র নাথৰ 'মৃত্যু'ৰ কথা মনলৈ আনে।

"জীৱন আমাৰ

এত ভালোবাসি ব'লে হয়েছে প্রত্যয়

মৃত্যুৰ এমনি ভালো বাসিব নিশ্চিয়।"

জীৱন - মৃত্যু সম্পর্কে মহিম বৰাৰ ভাব গীতাৰ 'বাসাংসি জীর্ণায়িৰ দৰেই। ৰবীন্দ নাথে তেওঁৰ 'মৃত্যু'ত কৈছেঃ

"মৃত্যুৰ প্রভাতে

সেই অচেনাৰ মুখ হেৰিবি আমাৰ

এত ভালোবাসি ব'লে হয়েছে প্রত্যয়

মৃত্যুৰে এমনি ভালো বাসিব নিশ্চয়।"

মহিম বৰাৰ জীৱন মৃত্যুৰ কথা 'এই প্রেম এই 'মৃত্যু'ত খোলাখুলিকৈ কৈছে ঃ

'প্রেম আৰু মৃত্যুৰ সংগ্রাম সৃষ্টিৰ চকৰি ঘূৰাই

সৃষ্টি কৰে নিৰন্তৰ এটি স্পন্দনৰ

নাম তাৰ প্রাণ, নাম তাৰ 'মই' - স্বপ্ননাভ

জীৱনানন্দ দাশৰ দৰেই মহিম বৰাই বিচ্ছেদক অনন্ত শূন্যতা বুলি নেভাবে।

'সুৰঞ্জনা....................

কিৰে এসো এই মাঠে, ঢেউয়ে

ফিৰে এসো হৃদয়ে আমাৰ ............" (আকাশলীনা)

মহিম বৰাই সেয়েহে বিলকেৰ দৰে অনুভৱ কৰিয়েই হয়তো কৈছেঃ

"সেয়ে আজি আঁতৰিছে ভ্রান্তি বিভ্রম

প্রেম আৰু মৃত্যু মাথো বিভাজন ব্যৰ্থ এটি নাম

স্বৰূপ বিহীন ...............

ঠিক তেনেদৰেই 'এটি হাঁহিৰ জন্ম'ত, সত্য আৰু বাস্তবৰ ৰূপায়ণ দেখোঁ বৰাৰ অনুপম কাব্যিক ৰূপায়ণৰ দক্ষতা, ৰচনা-শৈলীৰ স্বকীয় গৌৰৱৰ মোহন বৈভৱ। বিপৰীত-

ব্যঞ্জনাৰ শৈলীৰ বৰ্ত্তমানৰ ক্ষয়িষ্ণু সমাজ ব্যৱস্থাৰ ৰূপায়ণ কৰিছে এই কবিতাটোত। ছন্দৰ হিল্লোল, সাংগীতিক লয়ে পাঠকক বিস্ময়াভিভূত নকৰাকৈ নেথাকে। কবিতাৰ ভাৱৰাশিৰে বৰাই পাঠকৰ অন্তৰ, বোধি, বুদ্ধিক যুগপৎ আলোড়িত কৰিব পাৰিছে। এই সন্দৰ্ভত অমিয় চক্ৰৱৰ্ত্তী কাব্যেৰ ঝংকাৰ ও গদোৰ ভংগীৰ সাৰ্থক মিলন উল্লেখনীয়।

-'এই হাঁহি ময়ুৰী আমাৰ
তিল তিল বহু প্ৰতীক্ষৰ।"

'অনুবৰ' কবিৰ হতাশ, নিৰাশ, বিষাদৰ বিষন্ন বেদনাৰ মুমুৰ্ষ প্ৰকাশ

"আকাশত ৰং নাই, ৰং নাই বাহৰ পাতত
গন্ধহীন গুটিমালী গধুলি গোপাল
সন্মুখত বহি ৰ'ল নীৰস সন্ধিয়া এটি
ওপৰত বিধবা ক্ৰন্দনী
জীৱনৰ বালি চাপৰিত
মচা নাই মচা নাই-এটি বালিমাহী।"

'জন্মদিন', সেই-নৰ-নাৰীৰ জীৱনৰ প্ৰথম সংগীত নতুন জন্মৰ অংকুৰ

"সেই গীত, সেই ছন্দ, সেই স্বপ্ন মিলি ৰূপ ল'লে দুচকুত
তিলোত্তমা মোহনী কন্যাৰ
যাৰ

উৰন্ত আঁচল খেদি আজিও যে হোৱা নাই ক্লান্ত'। হৰেকৃষ্ণ ডেকাই ৰঙা- জিয়া'ৰ পাতনিত কোৱা কথাখিনিৰে মই সহমত। "ৰঙাজিয়া" কবিতাত দেখা পাওঁ এক ৰোমান্টিক অতীত প্ৰাতিক মানে গ্ৰহন কৰিব পৰা বিধৰ কবিতালৈ ৰূপান্তৰিত কৰিছে প্ৰাকৃতিক উপাদানৰ যথাৰ্থ ব্যৱহাৰে।" শেষৰ কবিতাটোত ছটা চিত্ৰকল্পৰ জৰিয়তে বৰাৰ শৈশৱ কৈশোৰ-যৌৱনৰ বিচাৰন ভুমিবোৰ চকুৰ আগতে দেখি থকা যেন লাগে।

"আজিও আমনি কৰে ৰঙা-জিয়াটোৱে মোৰ মনৰ পুঙাত
উৰিবনে সিও বাৰু ধোৱাৰ লগত সেই সন্ধিয়াত?"

ৰঙা-জিঁয়াৰ কবি মহিম বৰা অসমীয়া কাব্য-সাহিত্যত এক বিস্ময়কৰ প্ৰতিভা ৰূপে জীয়াই থাকিব-তাত সন্দেহ নাই। ✿✿

# সাহিত্যৰ সম্পৰ্কত ভিন্নজনৰ মত

(১) 'মাছ আৰু মানুহ' গল্পৰ ইলাষ্ট্ৰেটেড উইক্‌লিত প্ৰকাশিত ইংৰাজী অনুবাদ সম্পৰ্কত স্বৰ্গীয় হেম বৰুৱাদেৱে লিখা ব্যক্তিগত চিঠিৰ অংশ ঃ

.....:......... কোনো কোনোৱে কৈছে ঃ অসমীয়া গল্প আন ভাৰতীয় ভাষাৰ গল্পতকৈ বহুত আগবঢ়া ............. কেবল এজনী বিদেশী মানুহৰ চিঠি এখনেহে অন্য ধৰণেৰে মন্তব্য কৰিছে। তেওঁ লেখিছে ঃ Your translation is most builliant, but westtern reader might compare the 'Fish and the Man' unfavourably with Hemingway's "THE OLD MAN AND THE SEA" এই কথা পঢ়িহে মনটো সেমেকি আছে..........."

(২) সৰ্বসাধাৰণ, মধ্যবিত্ত, দুৰ্দশাগ্ৰস্ত জীৱন সংগ্ৰামী এদল চিনাকি চিনাকি নৰ-নাৰীৰ চৰিত্ৰ-কাহিনীয়েই গল্পবোৰৰ উপজীব্য। ঠায়ে ঠায়ে আঞ্চলিক প্ৰকাশ-ভঙ্গী আৰু আচহুৱা শব্দৰাজিৰ ব্যৱহাৰ আছে ; এইবোৰে পৰিবেশ স্পষ্ট আৰু জীৱন্ত কৰিলেও সৰ্বসাধাৰণ পাঠক-পাঠিকা পোনাছাটে ওজুটি খাই পৰিব পাৰে। পৰিবেশ আৰু বিষয়ৰ বিতং তথা সূক্ষম দৃষ্টিয়ে মানসিক প্ৰতিঘাত একোটা গল্পবোৰত জিলিকাই তুলিছে ; সৰল, সহজ, ঘৰুৱাভাৱে গল্পৰ কথা কাহিনী আগবাঢ়ি গৈছে - সেইবাবেই গল্পবোৰ পঢ়ি ভাল লাগে। আমাৰ বিচাৰত সাজ-সজ্জাই মনোৰম 'কাঠনিবাৰী ঘাট' সম সাময়িক অসমীয়া চুটি গল্পৰ এটি আগশাৰীৰ প্ৰতিনিধিত্বমূলক সংকলন।" —

"কাঠনিবাৰী ঘাট ঃ পৰিবেশৰ সুস্থ পৰ্য্যালোচনা"

ড° প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য

মনিদীপ, ১ ম বছৰ ১২ শ সংখ্যা

অক্টোবৰ, ১৯৬১

(৩) "এই যুগৰ অসমীয়া সাহিত্যও যিসকল গল্পকাৰে তেওঁলোকৰ সুৰুচিসম্পন্ন গল্পৰাজিৰ যোগে অসমীয়া সাহিত্যৰ এটি দিশৰ সৌষ্ঠৱ বৃদ্ধি কৰিছে, সেই সকলৰ মাজত মহিম বৰা এজন। একোটা সামাজিক সমস্যা বা একোটা জটিল চৰিত্ৰৰ বৈজ্ঞানিক বিশ্লেষণ আধুনিক গল্প সাহিত্যিক সকলে সাধাৰণতে মনযোগ দিয়া এই বিষয়বস্তু বোৰত মহিম বৰাক মনোনিবেশ কৰা দেখা নাযায়। অন্ততঃ সামাজিক সমস্যা এটি উত্থাপন অথবা চৰিত্ৰি এটিৰ বৈজ্ঞানীক বিশ্লেষণ— এয়েই বৰাৰ গল্পৰ প্ৰতিপাদ্য বিষয় নহয়। সজীৱ বৰ্ণনা আৰু চিত্ৰধৰ্মী কথন ভঙ্গীৰ মাজেদি বৰাই তেওঁৰ গল্পসমূহত একোটা সুখপাঠ্য কাহিনীৰ অৱতাৰনা কৰে। সেই কাহিনীতে হয়তো সমাজৰ কোনোটি সমস্যা বা কোনোটি দিশ বা কোনোটি চৰিত্ৰ ফুটি উঠে ; তথাপি লেখকৰ মূল উদ্দেশ্য নিৰ্হিত থাকে বৰ্ণনাৰ সজীৱতাত, কথনভঙ্গীৰ চিত্ৰধৰ্মিতাত। ইয়াৰ বাহিৰেও মহিম বৰাৰ গল্পৰ অন্য এটি বৈশিষ্ট্য হ'ল - তেওঁৰ কলা কুশলতাত।"

......................................

"অতি কম গল্প লিখিছে যদিও মহিম বৰা আধুনিক অসমীয়া গল্প সাহিত্যৰ এজন শীৰ্ষস্থানীয় গল্পকাৰ হিচাপে স্বীকৃতি পোৱাৰ যোগ্য। অৱশ্যে তেওঁৰ যি কম সংখ্যক গল্প, তাৰ মাজতেই তেওঁ যেনেকৈ অতি উচ্চ স্তৰৰ গল্প লিখিছে, তেনেকৈ নিতান্ত সাধাৰণ, নিম্ন স্তৰৰ গল্প কেতবোৰকো সৃষ্টি কৰিছে। তৃতীয় শ্ৰেণীৰ যাত্ৰী, 'কেঞা আঙুলি', 'ওচৰ ঘৰীয়া','দৈনন্দিন' আদি এই শ্ৰেণীৰ গল্প।'

—"সজীৱ বৰ্ণনা আৰু চিত্ৰধৰ্মী কথন ভংগী"

ড° গোবিন্দ প্ৰসাদ শৰ্মা

ৰামধেনু ১১ শ বছৰ, ৯ম ১০ম সংখ্যা,

ডিচেম্বৰ ১৯৬৫

(৪) "বৰাৰ কথনভঙ্গীত সদায়েই এবিধ প্ৰাণৱন্ততা বা উলাহ অনুভৱ কৰা যায়। এই ৰীতিয়ে অতি শয়োক্তিৰ পৰা জড় বস্তুৰ ব্যক্তিত্ব আৰোপ কৰা (Personification) প্ৰভৃতি নানা উপাদান সহজেই অঙ্গীভূত কৰিছে।

"ভূধৰ শইকীয়াই হোকাটো ভেজা দি লৈ তলমূৰ কৰি একান্তমনে হোপাত লাগিব। ............. তাৰ পাছত নাকে-মুখে ধোঁৱাবোৰ কলঘৰৰ চিম্‌নিৰ দৰে ওলাবলৈ আৰম্ভ কৰে।" (অপৰাজিতা)

"আনকি পিৰালি কাষত পাতি থোৱা, দা-কটাৰী ধৰাওঁতে অ'ত ত'ত ক্ষয় যোৱা শিলছটাও যেন কাৰবাৰ লখিমী হাতৰ পৰশত বিস্ময়কৰ ভাৱে সজীৱ হৈ উঠিছে।

শিলছটাই আমালৈ কেৰাহিকৈ চাই মিচিক্‌কৈ হাঁহি দিয়া মই নিজে দেখিলোঁ।"

(এচেৰেঙা স্মৃতিৰ জোনাক)

কিন্তু প্ৰায়ে দেখা যায়. হাস্যৰসাত্মক এনে বহু খুঁটি-নাটিৰ তলে তলে বৈ থকা ভাবৰাশি একান্তই দুখৰ ঃ "একো ৰসঃ করুণ এব" (ভৱভূতি)। "অপৰাজিত" আৰু 'চক্ৰবৎ' গল্প দুটি ইয়াৰ উদাহৰণ। এই প্ৰবন্ধৰ আগভাগতে আমি কৈ অহা দুবিধ চিত্ৰ কল্পৰ বিৰোধ সিবোৰৰ কেন্দ্ৰীয় ভাব বা গঠনৰ অন্তৰঙ্গ। এই গঠনৰ সৈতে আকৌ অঙ্গবিন্যাসৰ বিভিন্ন উপাদান (যেনে, বাক্যৰাজিৰ *tone*)ৰ সম্পৰ্ক একাধাৰে সংঘৰ্ষ আৰু সমন্বয়ৰ। কবিতাৰ ৰসগ্ৰাহী পাঠকৰ সহাঁৰিতহে এনে গল্পৰ জীৱন।"

— "গল্পকাৰ কবি"

ৰঞ্জিৎ কুমাৰ দেব গোস্বামী

প্ৰকাশ, দশম বছৰ ষষ্ঠ সংখ্যা, মাৰ্চ ১৯৮৫

(৫) "অসমীয়া সাহিত্যত সুপৰিচিত গল্পকাৰ, কবি শ্ৰীমহিম বৰাৰ সাহিত্য-সংস্কৃতি বিষয়ক তেৰটা প্ৰবন্ধৰ সংকলন 'চিন্তা বিচিত্ৰা' অসমীয়া চিন্তামূলক সাহিত্যত উল্লেখযোগ্য সংযোজন। প্ৰবন্ধসমূহৰ পৰিসৰ বিস্তৃত, আৰু ইয়াত লেখকৰ চিন্তা আৰু বিষয় বস্তুৰ যুক্তিনিৰ্ভৰ উপস্থাপন পৰিদৃশ্য হৈছে। অঙ্কীয়া নাটৰ বিষয়ে লিখা সুদীৰ্ঘ প্ৰবন্ধত অঙ্কীয়া নাট, ভাওনা আৰু চৰিত্ৰ-বিশ্লেষণৰ ক্ষেত্ৰত বহু সময়ত দেখা পোৱা চৰ্বিত-চৰ্বন, ধ্যান-ধাৰণা পৰিহাৰ কৰি লেখকে কেৱল অঙ্কীয়া নাটসমূহৰ অন্তৰঙ্গ প্ৰমাণ, চৰিত পুথিৰ সাক্ষ্য, ভাওনাৰ পৰম্পৰাগত কৌশল আৰু অসমৰ লোক-নাট্যানুষ্ঠানৰ উপকৰণ লৈ অঙ্কীয়া নাটৰ কলা-কৌশল বিশ্লেষণ কৰি ভালেখিনি নতুন তথ্য আগবঢ়াইছে। .......... প্ৰবন্ধ সংকলনটিৰ মাজেৰে লেখকৰ গভীৰ অধ্যয়ন আৰু কোনো কোনো বিষয় বস্তু সমাজতত্ত্বৰ দৃষ্টিৰে বিশ্লৱণ কৰাৰ প্ৰবনতা পৰিলক্ষিত হৈছে। ৰচয়িতাৰ লেখাৰ ৰীতি প্ৰাঞ্জল আৰু তেখেতৰ গল্পসমূহৰ দৰেই সুখপাঠ্য।"

— "চিন্তা - বিচিত্ৰা"

ড° নৰেন কলিতা

অসম সাহিত্য সভা পত্ৰিকা

৩৪ শ বছৰ, ৪ ৰ্থ সংখ্যা, ফেব্ৰুৱাৰী।

(৬) "তথাপি আমাৰ তৰুণ কবিসকলেও বৰাৰ পৰা ভালেমান কথা শিকিব পাৰে। হৰেকৃষ্ণ ডেকাই কৈছে — "আমাৰ পৰিচিত অথচ অবজ্ঞাত" থলুৱা প্ৰকৃতিৰ লগত

কবিৰ কল্পনাৰ ঘনিষ্ঠতাৰ কথা। ৰঘুনাথ চৌধুৰী বা পাৰ্বতিপ্ৰসাদৰ কবিতাত এই প্ৰকৃতি 'স্বমহিম্নি প্ৰতিষ্ঠাতা।" কিন্তু আধুনিক কবিসকসৰ সৰহভাগেই বিদেশী কবিৰ আংগিকৰ লগতে তেওঁলোকৰ আবেগ - অনুভূতিও হুবহু নকল কৰা বাদে সৰিয়হফুল আৰু বাৰিষাতকৈ আপেল আৰু বৰফ বেছি আমদানি হৈছিল কবিতাত। এতিয়া সেই ত্ৰুটি শুধৰাবৰ হৈছে। কবিতাক জীৱনৰ লগত অধিক নিবিড় কৰিবলৈ হ'লে অসমৰ মানুহৰ আবেগ - অনুভূতিৰে ৰঞ্জিত অসমৰ প্ৰাকৃতিক পৰিবেশক ন-কৈ চিনি ল'ব লাগিব। তাৰ লগৰীয়া হিচাপে থলুৱা ভাষা আৰু প্ৰকাশ-ভংগীৰ অনবদ্য সম্পদসমূহেৰে নিজৰ ভাষা সমৃদ্ধ কৰিব লাগিব। বৰাৰ ভাষাৰ এই স্বচ্ছন্দ প্ৰাণ-স্পন্দন আৰ্হি হিচাপে ল'ব পাৰিব জিজ্ঞাসু তৰুন মাত্ৰেই। উদাহৰণস্বৰূপে —

সফৰি -চকুৰ কেৰাহিৰে  
আমাকেই উভতি উভতি চাই  
ভৰলী গৈ আছিল।

................ বৰাৰ কবিতাৰ ওপৰত বিদেশী প্ৰভাৱ আছে নিশ্চয়। কিন্তু সেই প্ৰভাৱ পানীৰ ওপৰত তেল- ওপঙা দিয়া নাই, সম্পূৰ্ণ লীন গৈছে।"

—" ৰঙা জিয়া"  
ড° হীৰেন গোহাঁই  
মোৰ দেশ, তৃতীয় বছৰ  
১৭ শ - ১৮ শ সংখ্যা  
নৱেম্বৰ - ডিচেম্বৰ, ১৯৭৮

(৭) 'শ্ৰীবৰাৰ সত্তৰৰ দশকৰ উৎকৃষ্ট কবিতাটো হ'ল 'ৰঙা জিয়া' (১৯৭২)। এই কবিতাটোৱে গঠনগত আৰু আবেগিক দিশত ৰোমাণ্টিকতাক আশ্ৰয় কৰা দেখা যায়। সেই সূত্ৰতে ইয়াত অতীত প্ৰীতিৰ ভাৱটো ঘনীভূত হৈ ৰৈছে। কিন্তু এই অতীত-প্ৰীতি মাত্ৰ নষ্টালজিয়া বোধতে কেন্দ্ৰীভূত হোৱা নাই। প্ৰধানতৈ, স্মৃতি আৰু মানুহৰ মাজত গঢ়ি উঠা দূৰত্বৰ effect টোৱেহে কবিতাটোত প্ৰাধান্য লাভ কৰিছে।

প্ৰকৃতিৰ কেতবোৰ বিশেষ ৰূপৰ মাজেদিয়েই কবিয়ে তেওঁৰ ব্যক্তিগত অভিজ্ঞতা কিছুমান এনেভাবে চিত্ৰিত আৰু ৰূপায়িত কৰিছে যে সিবিলাকৰ অৰ্থব্যঞ্জনা আৰু সৌন্দৰ্য্যই সংবেদনশীল পাঠকৰ আবেগ-অনুভূতিত দীৰ্ঘস্থায়ী আলোড়ন সৃষ্টি কৰিব পাৰে। অৱশ্যে উপৰোক্ত চাৰিটা কবিতাৰ (পুখুৰী, মাছ, ভৰালী পাৰৰ আবেলি, ৰঙা জিঁয়া) বাহিৰে বৰাৰ আনবোৰ কবিতাৰ তেনে সামৰ্থ্য (Capability) নাই। বিষয়বস্তু আৰু ভাবৰ দিশতো

বৰাৰ কবিতা বৈচিত্ৰধৰ্মী নহয়। আনহাতে ভাবৰ ইতিবাচক ভূমিকা (affirmative role) নথকাটো এইবোৰ কবিতাৰ অন্যতম ব্যৰ্থতা। তথাপি তেওঁৰ সাৰ্থক কবিতাকেইটা আধুনিক অসমীয়া কবিতাৰ এটা বিশেষ দিশত স্মৰণীয় হৈ থাকিব।

—— "আধুনিক কবিতাৰ এটা অৰ্থপূৰ্ণ ৰূপ"

ধনী বৰা

সংজ্ঞা, ৪ৰ্থ বছৰ ২ য় সংখ্যা

জুলাই ডিচেম্বৰ - ১৯৭৮

"ৰাতি ফুলা ফুল'ত কুৰূপা ছোৱালীৰ বিয়াৰ সমস্যা আমাৰ সমাজত কিমান জটিল, তাৰ উপলব্ধি আছে। এই সমস্যাটোও সমাজ-ব্যৱস্থাৰ লগত জড়িত। মেক্সিম গোৰ্কীয়ে কৈছিল ঃ The writer must evaluate women not merely as a source of physiological enjoyment, but as true ecomrades and help-mates in the difficult business of living." তিৰোতাক আমি সম মৰ্যদাৰ আসন দিয়া নাই। আচল কেৰোনটো তাতেই। মাওঁ-চে-টুঙে নাৰীক 'অৰ্ধাকাশ' বুলি আখ্যা দিছিল। কিন্তু আমাৰ দেশত? এইখন দেশত পৰিবেশ এনেকুৱা যে নাৰী পুৰুষৰ হাতৰ পুতলা হৈয়ে থাকিব, উপভোগৰ সামগ্ৰী হৈয়ে ৰ'ব। গল্পটোত বৰাৰ সহানুভূতি বিৰিঙিছে যদিও সমস্যাটো যে এটা আৰ্থ-সামাজিক সমস্যা সেইটো স্পষ্ট হোৱা নাই।"

............ স্বীকাৰ কৰিব লাগিব, খ্যাতিমান গল্পকাৰ মহিম বৰাৰ গল্প লিখাত হাত আছে, উৎকণ্ঠাৰ সৃষ্টি কৰি পাঠকক শেষলৈকে লৈ যোৱাৰ ক্ষমতা আছে, ভাষাতো, বিশেষকৈ জঁতুৱা ঠাঁচৰ, উপযুক্ত প্ৰয়োগতো দক্ষতা আছে; তদুপৰি তেওঁ নিম্ন মধ্যবিত্ত আৰু অন্যান্য সাধাৰণ মানুহৰ দুখ দৈন্যৰ প্ৰতিও সচেতন আৰু সহানুভূতিশীল ; কিন্তু বিষয়বস্তু বাস্তৱৰ উপৰি ভগাতে সীমাবদ্ধ থকাত বৰাৰ সমকালীন বাস্তৱজীৱন ভাগ সম্পৰ্কে গভীৰ আৰু বিজ্ঞানসম্মত দৃষ্টিৰ অভাৱ পৰিলক্ষিত হয়।"

— ৰাতি ফুলা ফুল।

নলিনীধৰ ভট্টাচাৰ্য

প্ৰকাশ, তৃতীয় বছৰ

১২ শ সংখ্যা, ছেপ্তেম্বৰ, ১৯৭৮

(৯) "সামাজিক সমস্যাবোৰৰ প্ৰতি শ্ৰী বৰা যে সচেতন 'ৰাতি ফুলা ফুল' পঢ়ি তাক অনুভৱ কৰা যায়। বাস্তৱ সমাজখন শ্ৰীবৰাই চাবলৈ ইচ্ছা কৰিছে, চাইছে, কিন্তু সমস্যাবোৰৰ ভিতৰলৈ যোৱাৰ কথা শ্ৰীবৰাই চিন্তা কৰা নাই। এই সমস্যাবোৰ আমাৰ

এই সমাজখনতেই সমাধান কৰিব লাগিব— তাক স্বীকাৰ কৰিবই লাগিব তাক শ্ৰীবৰাই ভবা নাই। সেয়ে শ্ৰীবৰাই প্ৰত্যেকটো গল্পতে আশাবাদী সামৰণি মাৰিব-পৰা নাই। সমস্যাগ্ৰস্ত প্ৰতিটো চৰিত্ৰই হয়তো সমস্যা সমাধানৰ বাবে আদৰ্শকে ত্যাগ কৰিছে, বা নিষ্ক্ৰিয় হৈ বহি আছে, নাইবা পলায়নবাদী মনোভাব গ্ৰহণ কৰিছে। শ্ৰীবৰাই যদি সমাজখনক কিছু গভীৰভাৱে চাবলৈ চেষ্টা কৰিলেহেঁতেন,. তেনেহ'লে তেনেকুৱা নিৰাশাবাদী ভূমিকা গ্ৰহণ নকৰিলোহেঁতেন। সমাজৰ প্ৰতি যে সাহিত্যিকৰ কৰ্ত্তব্য আছে বা থকাটো উচিত, সেই কথাটো অস্বীকাৰ নকৰিলে আমি আনন্দিত হ'ম।"

— "দৃষ্টিৰ অগভীৰতা"

উৎপল দত্ত

সাপ্তাহিক জনমভূমি, ছেপ্তেম্বৰ ১৯৭৮

(১০) "ঘনীভূত বাতাবৰণ সৃষ্টি, সজীৱ জীৱন্ত চৰিত্ৰ অংকন, কাহিনী আৰু পৰিস্থিতি ৰূপায়ন আদি যি বিলাক উপাদানৰ সমন্বয়ত আৰু উপস্থিতিত একোটা গল্প সাৰ্থক কলা-সৃষ্টিৰ পৰ্য্যায়লৈ উঠে, তেনে সকলো বৈশিষ্ট্য মহিম বৰাৰ গল্পত বিদ্যমান। মাথোন কেইটামান ইঙ্গিত আৰু যাদুকৰী আচোঁৰৰ সহায়ত একো একোটা চৰিত্ৰক হৃদয় মনৰ স্পন্দন আৰু স্বতন্ত্ৰ ব্যক্তিত্বৰে আমাৰ চকুৰ আগত তুলি ধৰিব পৰাৰ ক্ষমতাত মহিম বৰাৰ জুটী পোৱা টান। 'কাঠনিবাৰী ঘাট'ৰ আন সকলো বিশেষত্ব পাহৰি গ'লেও তাত লগ পোৱা চৰিত্ৰ কেইটাক পাহৰিব নোৱাৰি। তাৰ গেলামালৰ দোকানী, চাহবাগিচাৰ মহৰী বোট জাহাজত লগ পোৱা আজি বাদে কাইলৈ কপালৰ সেন্দুৰ মচিবলগীয়া ছোৱালীজনী, ভগা চাইকেল এখনকে সম্বল কৰি জীৱনৰ প্ৰত্যাশাত ওলোৱা হৰিনাথ, আই ডি ভূধৰ শইকীয়া আদি তেজ-মঙহেৰে গঢ়া জীৱন্ত সাধাৰণ মানুহবোৰক বৰাই অমৰ আৰু অতিস্মৰণীয় কৰি তুলিছে। ভাষা, প্ৰকাশভঙ্গী, জীৱন দৃষ্টি, কলা-কুশল, অন্তৰ্নিহিত ৰস আৰু আবেদন সকলো পিনৰ পৰা চমৎকাৰিত্বৰ স্বাক্ষৰ বহন কৰা 'কাঠনিবাৰী ঘাট'ৰ চুটিগল্প বাৰটা অসমীয়া গল্প সাহিত্যলৈ মহিম বৰাৰ অনুপম অৰিহণা।"

— 'নতুন সোৱাদেৰে সুৱদি'

মুনিন বৰুৱা টকী

আকাশ বানী, গুৱাহাটী

২৫ ডিচেম্বৰ, ১৯৬১

(১১) কিছুমান সমালোচকে মহিম বৰাৰ গল্পক উচ্চ শ্ৰেণীৰ গল্প বুলিবলৈ টান

পাইছে। কিয়নো তেওঁৰ গল্পত মানৱ-সমাজৰ সমস্যাৰ গভীৰলৈ যোৱাৰ কোনো প্ৰচেষ্টা নাই, আৰু তাৰ কোনো সমাধানৰ ইঙ্গিতো নাই। কথাষাৰ কোৱা হৈছে তেওঁৰ আগৰ গল্প সংকলন 'কাঠনিবাৰী ঘাট' ৰ গল্প সমালোচনা প্ৰসঙ্গত। ইয়াৰ প্ৰত্যুত্তৰ স্বৰূপে আমি ক'ব খোজোঁ যে আকৃতিৰ ফালৰ পৰা চুটি গল্পৰ এটা সীমাবদ্ধতা আছে; ইয়াৰ পৰিধি ঠেক বুলি সকলোৱে জানে। গতিকে এনে ক্ষেত্ৰত গল্পলেখক এজনে যি কোনো সমস্যাৰ কেৱল উত্থাপন নাইবা ইঙ্গিতহে কৰিব পাৰে। সমাজ সমস্যাৰ বিশ্লেষণাদি কৰি তাৰ গভীৰলৈ যোৱা উপন্যাসত হে সম্ভৱ। দ্বিতীয়তে, কোনো সমস্যাৰেই সমাধান দিয়াটো লেখক এজনৰ নাইবা শিল্পীৰ অৱশ্যে কৰ্ত্তব্য নহয়। বিখ্যাত গল্পলেখক মপাচাঁৰ অনেক গল্পত নৰ-নাৰীৰ মনস্তত্বৰ কিছুমান অন্ধ আবেগৰ প্ৰকাশ মাথোন দেখুওৱা হৈছে। শিল্পী এজনে সমাজ-সংস্কাৰকৰ মনোভাব লৈ সমস্যাৰ সমাধান বিচৰা নিজৰ কৰ্ত্তব্য বুলি নাভাবিবও পাৰে। এই দৃষ্টি-ভংগীৰ পৰা বিচাৰ কৰি চালে দেখা যায় যে মহিম বৰাৰ গল্পত জীৱনৰ বিচিত্ৰ সমস্যাৰ পৰা বহুতো ঈঙ্গিত কৰা হৈছে; আৰু প্ৰায় গল্পৰ বিশেষ গুন হৈছে মানৱতাবোধ। মানৱ-সমাজৰ ভিন ভিন ক্ষেত্ৰত মানুহে বহুতো বিপৰ্যয়ৰ সম্মুখীন হৈয়ো যিদৰে আপোন মনুষ্যত্বৰ গৌৰৱ ৰক্ষা কৰি চলিছে, লেখকে তাৰেই জয়গান গাইছে গল্পবোৰৰ মাজেদি। পাঠকসকলে বৰাৰ প্ৰায় গল্পতে এই ধৰণৰ 'মহৎ' গুণৰ পৰিচয় পাব বুলি আমি কব পাৰো।"

— 'বহুভুজী ত্ৰিভুজ'

ইমদাদ উল্লাহ

অসমীয়া, প্ৰথম বছৰ চতুৰ্থ সংখ্যা

আগষ্ট ১৯৮৬

(১২) 'আবুৰ' মহিম বৰাৰ শ্ৰেষ্ঠ গল্পসমূহৰ অন্যতম। তথাকথিত পশ্চিমীয়া অপসংস্কৃতিক দুই-এজন সমালোচকে কোবামতে ইয়াত ব্যঙ্গ কৰা নাই, স্পষ্ট ভাষাৰে প্ৰত্যাহ্বান জনোৱা হৈছে। বাৰীখনৰ বেলিকা প্ৰয়োজন হোৱা দৰেই আমাৰ ব্যক্তিগত তথা সমাজ-জীৱনটো সকলোৱে আবুৰ বিচাৰে। কিন্তু অপসংস্কৃতিয়ে আমাৰ সমাজখনৰ ৰূপটো ঘিণ লগাকৈ নাঙঠ কৰি দেখুৱাইছে। এই নগ্নতা, এই আবুৰ হীনতা প্ৰকাশ পাইছে সৰস্বতী পূজাৰ গোসাঁনীৰ ৰূপত, বিহুৰ নামত মাইকত হোৱা অশ্লীল চিএৰ-বাখৰত, ছোৱালীবিলাকৰ গা-দেখুওৱা সাজ-পাৰত, বাটে-পথে ফটুৱাইতৰ অভইচ্ মাত কথাত, ককাঠাকুৰৰ ফ্ৰক-পৰিহিতা, হাড়লৈকে দেখা শাৰী-পৰিহিতা" গাভৰু নাতিনীয়েক ছন্দিতাৰ দেহত, ছন্দিতাইতে পঢ়িবলৈ অনা ইংৰাজী আলোচনীবোৰত। এই অপসংস্কৃতি, এই নগ্নতা

বোধ কৰিবলৈ বৰঠাকুৰ বদ্ধ পৰিকৰ। কিন্তু তেওঁৰ লগত সমাজখনৰ বাকীসকল থিয় হোৱাহি নাই, তেওঁৰ দৰে বাকীসকল সক্রিয় হৈ উঠা নাই। ধ্যান-ধাৰণা একে হোৱা সত্ত্বেও, সদায় একেলগে ফুৰা-চকা কৰা সত্ত্বেও বৰঠাকুৰ সহধৰ্মিনী আৰু বন্ধু কাকতীও এক নিৰাপদ দূৰত্বৰ পৰা সমালোচনা কৰিয়েই ক্ষান্ত আছে, নাইবা উদাসীন হৈ আছে। বৰঠাকুৰৰ বাহিৰে সমাজখনৰ বাকীসকলে নীৰৱে এই স্বেচ্ছাচাৰিতা সহ্য কৰিছে।"

'আবুৰ'

শ্রী যোগেন্দ্র নাৰায়ণ ভূঞা

সপ্তাহিক জনমভূমি,

১৮ অক্টোবৰ, ১৯৭৮

(১৩) " অনেকেই ক 'বলৈ প্রয়াস পাব পাৰে — 'কাঠনিবাৰী ঘাট'ৰ গল্পকেইটাৰ মাজত থকা প্রকৃতি আৰু গাঁৱৰ জীৱনৰ পটভূমি আৰু কাহিনীৰ সুখ-দুখৰ ব্যঞ্জনাময় চিত্র 'ৰাতি ফুলা ফুল'ত ম্লান দীপ্ত হৈছে নেকি ? প্রশ্ন হ'ব পাৰে — প্রবোধৰ দৰে আদর্শবাদী ডেকা এটাই তাৰ আদর্শৰ প্রতিকূলে গৈ অর্থ আৰু সম্পদৰ বিনিময়ত বিয়া কৰাবলৈ সম্মত হোৱাটো এটা প্রগতি বিৰোধী কাম হোৱা নাইনে ? এই সন্দেহৰ উত্তৰ বিচাৰিলে দেখা যাব — গল্পকাৰ বৰাই তেওঁৰ গল্পৰ পটভূমি সলনি কৰিছে, আৰু গ্ৰাম্য জীৱনৰ সুখ-দুখৰ পৰা তেওঁ পেটি বুর্জোৱা নাগৰিক জীৱনৰ দ্বন্দ্বলৈ দৃষ্টিপাত কৰিছে। এই দ্বন্দ্বক তেওঁ অকলশৰীয়াকৈ চোৱা নাই ; চাইছে পুঁজিবাদৰ ব্যথিত আক্রান্ত আমাৰ সমগ্র সমাজ জীৱনৰ আদর্শ ভ্রষ্ট ৰূপৰ পটভূমিত থিয় কৰাই। তেওঁ দেখিছে - সুযোগ সন্ধানী মধ্যবিত্তকে কেবল নহয়, সমাজৰ সকলো তৰপৰ জীৱনকে অর্থ-লালসাৰ জিভাই চেলেকিবলৈ ধৰিছে। তাৰে মাজত যদি প্রবোধৰ দৰে দুই এটি স্থিৰ হৈ থাকিব খোজেও, সিও কেবল আত্ম সন্মান ৰক্ষাৰ স্বার্থত ; আদর্শৰ সততাৰ স্বার্থত নহয়। অর্থনৈতিক ভেটিয়েই যদি সমাজৰ চৰিত্ৰৰ নির্ণায়ক হয়, আমাৰ বৰ্ত্তমান অর্থনৈতিক ভেটিয়েই আমাৰ সমাজৰ এই অর্থ গৃধ্নুতাৰো ঘাই কাৰণ।"

— "নিৰুপয়মা জীৱনৰ আতি"

ড° নগেন শইকীয়া

অসম সাহিত্য সভা পত্রিকা

৩৫ শ বছৰ, ৩ য় সংখ্যা নৱেম্বৰ ১৯৭৮

(১৪) "মহিম বৰা 'কাঠনিবাৰী ঘাট' নামৰ গল্পটো মই পঢ়িছে , তেওঁ নিশ্চয়

লেখকজনৰ কল্পনা - প্ৰচুৰ্য্যৰ সোৱাদ পাইছে। প্ৰকৃততে এই মজাৰ গল্পৰটোৱেই মহিম বৰাৰ লগত অসমীয়া পঢুৱৈৰ এক মধুৰ সম্বন্ধ গঢ়ি তোলাত সহায় কৰিলে। অনেকে লেখজনৰ গল্প ৰচনাৰ ক্ষমতা দেখি স্তম্ভিত আৰু চমকিত হৈ উঠিছিল। তেতিয়াৰ পৰাই মাহিম বৰাই গল্প লেখক স্বৰূপে অসমীয়া সাহিত্যত প্ৰতিষ্ঠা লাভ কৰি আহিছে। আজি কালি তেওঁ অৱশ্যে উপন্যাসো কেইখনমান লিখি উলিয়াইছে ; তাৰ ভিতৰত ‘হেৰোৱা দিগন্তৰ মায়া’ আৰু ‘পুতলা ঘৰ’ উল্লেখযোগ্য। প্ৰথমখন ১৯৭৩ চনত আৰু দ্বিতীয়খন দ্বিতীয়খন ১৯৭১ চনত প্ৰকাশ হৈছিল। সম্ভৱতঃ হেৰোৱা দিগন্তৰ মায়া’ উপন্যাস আগতে লিখা হৈছিল যদিও ছপাৰ ক্ষেত্ৰত কিছু অসুবিধাৰ বাবে পলমকৈ প্ৰকাশ কৰা হৈছিল। এই দুয়োখন উপন্যাসতে বৰাই অল্পবিত্ত আৰু মধ্যবিত্ত সমাজৰ শিক্ষিত আৰু অল্প শিক্ষিত লোকৰ সাধাৰণ জীৱন-ধাৰণৰ চিত্ৰ আঙ্কিত কৰিছে। উপন্যাসৰ ঘটনাৰ বেদনা-বিধুৰ কৰোঁতে লেখকে অনুভূতিৰ আশ্ৰয় লৈছে। সৰল আবেগপূৰ্ণ ভাষাৰে হৃদয়ৰ বাতৰি ব্যক্ত কৰিছে। কেতিয়াবা আকৌ অতিৰঞ্জিত ৰূপৰেখাৰে নিজক সাঙুৰি -আজুৰি ব্যঙ্গ - কৌতুক অথবা বক্ৰোক্তি ঢালি দিছে। এনে কৰোঁতে অৱশ্যে বৰাই জীৱনৰ নৈৰাশ্য আৰু নিস্ফলতা, শাৰীৰিক পীড়া আৰু মানসিক উদ্বেগ, ক্ষয়ক্ষতি সকলো স্বীকাৰ কৰি ঘটনাৰ অৱস্থা নতুন দৃষ্টিভঙ্গীৰে দাঙি ধৰিবলৈ এক অৰ্থপূৰ্ণ চেষ্টা কৰিছে। উপন্যাস দুখনৰ বিষয়বস্তু গল্পৰ দৰে আগবাঢ়িছে, কোনো ব্যাপকতাৰ মাজলৈ টানি ঘটনাক নিয়া আগ্ৰহ পৰিলক্ষিত হোৱা নাই। চৰিত্ৰৰ মাজেদি এফালে বেদনাৰ হতাশাময় সংঘাত ; আনফালে সুবিচাৰ আৰু দায়িত্ববোধৰ মানসিক উদ্বেগ। সাংবিধানেৰে এই দুই দিশ পৰিবেশন কৰি বৰাই উপন্যাস দুখন ৰসাল কৰি তুলিছে।’

— ‘মহিম বৰা উপন্যাস’

শ্ৰী ৰাম গোস্বামী

মোৰ দেশ, ১৯ শ - ২১ শ সংখ্যা

চতুৰ্থ বছৰ, জানুৱাৰী - মাৰ্চ, ১৯৭৯

# (খ) জীৱন সম্পৰ্কত

১) 'তেওঁৰ এখন গল্পৰ কিতাপ 'কাঠনিবাৰী ঘাট'ৰ বিষয়ে মোৰ মত ব্যক্ত কৰিছিলোঁ আৰু তেওঁ বোধকৰোঁ সেইখিনি ক'ৰবাত প্ৰকাশো কৰিছিল। তেওঁৰ চুটি গল্প বিলাক সাধাৰণতে নিম্ন মধ্যবিত্ত জীৱনৰ অভিজ্ঞতাৰ ওপৰত লিখা। বহুতে আমাৰ সাহিত্য মাষ্টৰ অধ্যাপকৰ সাহিত্য বুলি অলপ ইতিকিং কৰে ; তেওঁলোক পণ্ডিত মানুহ, জীৱনৰ লগত সম্পৰ্ক কম। কিন্তু এইটো সম্পূৰ্ণ সত্য নহয়। মহিম বৰাই দুখনমান উপন্যাস আৰু ভালেখিনি কবিতাও লিখিছে, আৰু সেইবোৰে জন সমাজত সমাদৰো পাইছে। শাৰীৰিক স্বাস্থ্য বিষয়ত তেওঁ সবল নহয়, কিন্তু মনৰ শক্তি আছে। চেপা - খুন্দাৰ মাজেদি অনেক সময়ত সাহিত্যৰ ৰস ওলায়। আজি দুই - চাৰিবছৰ তেওঁৰ লেখা বৰকৈ দেখা নাই। আশা কৰোঁ, তেওঁৰ জীৱনৰ এই নতুন অধ্যায়ত তেওঁৰ লেখনী আকৌ সক্ৰিয় হ'ব। সভাপতি ৰূপেও তেওঁ অসমীয়া সমাজত জ্ঞান-বিস্তাৰৰ কাৰণে চেষ্টা কৰিব বুলি মোৰ বিশ্বাস। চৰিত্ৰৱান জাতিৰ ক্ষেত্ৰত সাহিত্যয়েই সেই জ্যোতি। জ্ঞান-বিজ্ঞানৰ প্ৰসাৰৰ ওপৰতহে সবল সাহিত্যৰ সৃষ্টি হয়। নহ'লে সাহিত্য নিস্তেজ আৰু নিশকতীয়া হৈ থাকে।

'মহিম বৰাক আশীৰ্বাদ'

যজ্ঞেশ্বৰ শৰ্মা

২) 'মোৰ দৰে যিসকলে বৰা ডাঙৰীয়াক দীৰ্ঘ কাল ধৰি ওচৰৰ পৰা পাইছে, তেওঁলোকে তেওঁৰ প্ৰাণখোলা হাঁহি, বিৰল সৰলতা, সাহিত্যিক ঐকান্তিকতা, ন-পুৰণি সাহিত্য সম্বন্ধে ব্যাপক জ্ঞান ইত্যাদি গুণৰ দ্বাৰা নিশ্চয় পুলক অনুভৱ নকৰাকৈ থকা নাই। গল্প হওক প্ৰবন্ধ উপন্যাস হওক (তেওঁ কবিতা কেনেকৈ লিখে নাজানো), তেওঁৰ সাহিত্য - সৃষ্টিৰ কাম আনন্দজনক হ'লেও অত্যন্ত কষ্টসাধ্য- একৰকমে কৃচ্ছ্ৰসাধনেই নহয় — এনে এবিধ আখৰৰ লেখা পুনৰ ৰুপী কৰিব- এইবোৰ কৰি থাকোঁতে কিমান চাহ - চুৰট খোঁৱা হৈ উৰি যাব (আজিকালি চিগাৰেট এৰিলে বোলে), কিমান ৰূপ ভাল

চাহ লাগিব, তাৰ হিচাপ সহনশীল বসুমতীস্বৰূপ শ্ৰীমতী দীপ্তি বৰাইহে জানে (আমাৰ ঘৰত কেতিয়াবা চাহ একাপত মুখ দিলেই কৈ দিয়ে যে চাহকাপ ভাল হোৱা নাই)। আমি নগাঁও আৰু গুৱাহাটীত পৰস্পৰৰ আলহী হওঁ ঃ তেওঁৰ খোৱাত বিশেষ ৰাপ নাই, মই কিন্তু শ্ৰীমতী বৰাৰ ৰন্ধা বৰ তৃপ্তিৰে খাওঁ। এই যে চাহ বেয়া হৈছে বুলি কোৱাৰ কথা কলোঁ, তেনেকৈ তেওঁ ৰাজহুৱা জীৱনতো স্পষ্ট বক্তা হৈ আহিছে। তাৰ পৰা তেওঁৰ কিছু ক্ষতি হৈছে - যেনেই লাগে (আমাৰ ঘৰত অৱশ্যে হোৱা নাই - মানুহজনক সকলোৱে ভালদৰে জানে কাৰণে)। এবাৰ তেওঁ নিজেই কৈছিল, এখন ৰাজহুৱা সভাত হেনো কৈ থৈ আহিল যে আপোনালোকে ভাবেনেকি এই জেলজেলীয়া গামাচোখনৰ কাৰণেহে মই আপোনালোকৰ মাজলৈ আহিছোঁ? আৰু কিবা কিবি। এতিযা ভাবক, এনে কথা শুনিলে ৰাইজে কি দৰে ল'ব? কিন্তু বৰাদেৱৰ দেশপ্ৰেম, ভাষাপ্ৰীতি, সামাজিক সচেতনতাত সন্দেহ কৰিবলগীয়া একো নাই।"

'মাননীয় বন্ধু' — যোগেশ দাস

৩) " প্ৰচাৰ বিমুখ মহিম বৰাৰ স্বকীয় প্ৰতিভাৰ কাৰণেই তেওঁৰ লেখা আজি অসমৰ বাহিৰতো সমাদৃত হৈছে। বিভিন্ন ভাৰতীয় ভাষালৈ তেওঁৰ গল্প আদিৰ অনুবাদ হৈছে। নেচনেল বুকট্ৰাষ্টে তেওঁৰ 'কাঠনিবাৰী ঘাট' গল্প সংকলন মাৰাঠী, বাংলা আদি ভাষালৈ অনুবাদ কৰাইছে।

অসমীয়া সাহিত্যৰ সৰ্বাংগীন উন্নতি হোৱাটোকে তেওঁ মনে - প্ৰাণে কামনা কৰে। সেই আদৰ্শকে সৰোগত কৰি অসমীয়া সাহিত্যৰ বিভিন্ন দিশত হাত দি তেওঁ সাহিত্যৰ ভঁৰাল চহকী কৰিছে। অসম সাহিত্য সভাৰ লগতো তেওঁ কেতিয়াবাৰে পৰা জড়িত আছে। অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহক সদস্যৰ উপৰি গোলাঘাটত অনুষ্ঠিত সাহিত্য সভাৰ হীৰক জয়ন্তী অধিবেশন (১৯৭৮) ৰ কবি সন্মিলনৰ তেওঁ সভাপতি আছিল। নগাঁৱত অনুষ্ঠিত হোৱা সপ্তবিংশ অধিবেশনৰ (১৯৫৯) অভ্যৰ্থনা সমিতিৰ সহকাৰী সম্পাদকৰ দায়িত্ব তেওঁ বহন কৰিছিল। ১৯৮৫ চনৰ পৰা ১৯৮৭ চনলৈকে তেওঁ নগাঁও জিলা সাহিত্য সভাৰ সভাপতিৰ পদত থাকি অনুষ্ঠানটোক গতিশীল কৰি তোলাত অগ্ৰণী ভূমিকা লয়। এনে এগৰাকী ভাষা-সাহিত্য-সংস্কৃতিৰ নিষ্ঠাবান সাধকক অসমৰ ৰাইজে অসম সাহিত্য সভাৰ সভাপতিৰ পদত বৰণ কৰি উপযুক্ত সন্মান প্ৰদৰ্শন কৰিছে।"

— 'মহিম বৰা ঃ জীৱনটো আৰু কামবোৰ'

উপেন্দ্ৰ বৰকটকী

৪) পান-তামোল. চূণ-চাধা, চিগাৰেট, চাহ যাৰ দৈনন্দিন জীৱনৰ লগত অবিচ্ছিন্নভাবে একালত জড়িত হৈ আছিল (এতিয়া হেনো সেই বিলাকৰ পৰা সন্ন্যাস লৈছে, গৃহিনীৰ পৰা পোৱা শেহতীয়া বাতৰি মতে) পাত ল লাহীকৈ মুখত খোলোচা হাঁহি এটা লৈ ফুৰা খৰাং আড়ম্বৰহীন শুকান সেই মানুহজনেই মহিম বৰা। তিনি দশকৰো ওপৰ চাকৰি কালত ভিতৰত নানান সৰু বৰ ঘটনা ঘটি গ'ল। তেখেতৰ ব্যক্তিগত জীৱনৰ খুটি নাটিৰ কথা মনত পৰে যিবিলাক লৈ বহুত ৰসিকতা কৰা হৈছিল। লোকৰ হহুঁৱাৰ পৰা তেওঁৰ কথা-বতৰা আৰু তেওঁ কেতিয়াবা ক'ব নোৱাৰাকৈয়ে কৰা কাম-কাজে হাঁহিৰ খোৰক যোগায়। সাধাৰণতে কবি-সাহিত্যিক বুলিলে যি ছবি ভাঁহি উঠে, যেনে- গহীন-গম্ভীৰ, কথা জুখি মাখি কোৱা, পঢ়া-শুনা কৰা কোঠা বেলেগ, ভাবুক লগা মুখৰ প্ৰতিকৃতি ইত্যাদি ইত্যাদি - এনেবিলাক বৈশিষ্ট্য বৰাৰ গাত নাই। কাজেই মানুহৰ ভাব হয় এওঁ লিখা-পঢ়া কেনেকৈ কৰে। এজনে এবাৰ মোক সুধিছিল - 'এই মহিম বৰাক সাহিত্যিক সাহিত্যিক নালাগে দেখোন আমাৰ নিচিনাই হাঁহে, মাতে, কথা কয়।' ময়ো উত্তৰ দিলোঁ —'ময়েই একো ত-ভ নাপাওঁ, আপুনিনো কি পাব।"

— 'খুটি - নাটি'

ললিত শইকীয়া

৫) "গাড়ী নহ'লে বৰা ছাৰ সেইবোৰ সভালৈ নাযায়। কিন্তু অসমৰ অস্তিত্ব ৰক্ষা আন্দোলনৰ ছবছৰীয়া কালছোৱাত বৰা ছাৰে জাতীয় জীৱনৰ স্বাৰ্থত কিমানখন সভালৈ চাইকেল চলাই গৈছিল, বাছত থিয় হৈ বা ওলমি গৈছিল, নিজৰ জেপৰ ধনেৰে ৰিক্সা ভাড়া কৰি গৈছিল, তাৰ হিচাপ আন ঠাইত নাথাকিলেও আমাৰ কেইজনমানৰ হাতত আছে। অসম সাহিত্য সভাৰ শাখা একোটাৰ আৰ্থিক স্বচ্ছলতা কিমান, বৰা ছাৰে জানে। গতিকে সাহিত্য সভাৰ অনুষ্ঠানলৈ অসুখীয়া গাৰেও চাইকেল চলাই হ'লেও যাবই। চাহ বাগিচাৰ ৰাইজে, চৰ অঞ্চলৰ ৰাইজে, জনজাতীয় ৰাইজে যেতিয়াই য'লৈকে নিমন্ত্ৰণ কৰিছে, ত'তেই বৰা ছাৰ উপস্থিত। সেই সকলৰ অনুভূতিত তেখেতে কেতিয়াও আঘাত দিব নোৱাৰে। অসমৰ বৃহত্তৰ স্বাৰ্থত বৰা ছাৰ সদায়ে উদ্যোগী সদায় নিৰোগী।"

— 'বৰা ছাৰৰ কথা'

যোগেন্দ্ৰ নাৰায়ণ ভূঞা

# মানুহৰ অন্তৰে অন্তৰে

- বিউটি ৰহমান

*(শ্ৰীযুত মহিম বৰা সমীপেষু)*

অগনন জনৰ মাজৰ প্ৰকাশৰ অনুভুতি তুমি/
তোমাৰ অনুভৱে আঁকে হাঁহি আৰু কান্দোনৰ
ছবি/উজ্জ্বল নক্ষত্ৰ তুমি জননীৰ সাহিত্যৰ
আকাশত/কাহিনী তোমাৰ,
শব্দ তোমাৰ আজি আমাৰ গতি/
উচ্ছৃংখল জীৱনৰ অদ্ভুত কোলাহলৰ
মাজতো, জীৱনৰ হৃদযৰ চিঞৰাহী
আজি শ্ৰোতাস্বিনী হৈ বৈ আহে
মানুহৰ অন্তৰে অন্তৰে/
ভেদি যায় প্ৰাণ, আনি দিয়ে
সুন্দৰ দিনৰ সন্ধান/
অগনন জনৰ মাজত
তুমি অনুভূতি/
হাঁহি আৰু কান্দোনৰ অলেখ ছবি।।

---

*(কলংপাৰত প্ৰকাশিত)*

# উচ্ছাকাংক্ষা

শ্ৰীজ্যোতিষ্মান গোস্বামী

*(বৰা ছাৰক উপলব্ধি কৰি)*

আকাশত উৰি ফুৰা ঈগলটো দেখি
মোৰো মন যায় তাৰ দৰে
বহু ওপৰলৈ উৰিবলৈ
দেশ-বিদেশ ভ্ৰমিবলৈ,
আৰু .............।
কিন্তু, কিন্তু মই কি?
মই যে এটা সাধাৰণ ঘৰচিৰিকা
মোৰ তাৰ দৰে নাই দুবাহুত বল,
নাই বৃহৎ ডেউকা আৰু ...............।
তথাপি মোৰ আছে
উচ্চ অভিলাষ .........।
এক সুউচ্চ উচ্চাকাংক্ষা ..........।
মোৰ মন যায় তাৰ দৰে
আকাশৰ বহু ওপৰত বিচৰণ কৰি .........
আৰু আছে এই
সোণোৱালী শস্যশ্যামলা
পৃথিৱীখন চোৱাৰ
এক ৰূপালী উচ্ছাকাংক্ষা।

---

(প্ৰথম প্ৰকাশ)

# গল্পৰ সফুঁৰা

বন্ধুবৰ মহিম বৰাৰ পবিত্ৰ জন্মৰ দিনা
- বিদ্যাকান্ত হাজৰিকা

বংশবৰ, কানাইবৰ, মকৰাবৰ
হাটবৰৰ হাট,
বৰভাগ , সৰুভাগ
চিতিয়াল, দিছিয়াল
বৰপেটা, সৰুপেটা
শাকমুঠাও তাত,
সবেত্ত মিলি কলীয়াবৰৰ পাট
হাটবৰৰ হাট।
পঁইতা খোৱা ভোগৰোৱতীৰ ভাত।
তাতে ৰাম তামুলী বৰাৰ ঘৰ,
আজি পুৱতীৰ দোকমোকতে
চন্দ্ৰা আইয়ে পালে পুত্ৰ বৰ।
দাঁত কটা হ কলা,
আঁখি ৰঙা, পচলা
সোন্দৰ, বৰিগাওঁ নাহৰ, চেলেং
খৰণ্ডিৰ আই
সকলোৰে ৰং,
হাতীচোং কুঁজিদাহৰ বিয়নীও তাতে থাওক
কাঁহৰ বাতিটো বজালে ধং ধং
বাঁহৰ চেঁচুৰে নাইটো কাটি
ৰঙতে কৰিলে চং।
জামুগুৰি হাটত

দীপ্তি উপজিবৰ নৌ,
বুঢ়ী মাকৰ গাটো জানো
কেনেখন কৰে
থৌকি বাথৌ
লুইতৰ সিপাৰে ত্ৰিশুল ধাৰীৰ
শিলৰ ঘোবাত
টকালি পাৰিছে শিলঘৰীয়া ৰৌ।
চি পহাৰ বেজিনী আইয়ে আইয়ে বোলে
গজেনৰ পোৱে ৰাইজৰ
আশীষ পাব
সৰ্বসুলক্ষণ,
বট তলীয়ালনী আইয়ে বোলে
শিশুটিৰ জাং পাং ভাল
অতপা যশ বৈ বৈ, যাব
সৰ্বতি কাল।
শ্ৰৱনীৰ পদ্ম গোঁসাইয়ে
কোষ্ঠি কৰিলে —
চন্দ্ৰাৰ পীড়াইহে মাজে মধ্যে
লগাব জঞ্জাল।
সি যি কি নহওক
পুত্ৰৰ মহিমা দেখি
তেওঁৰ নাম মহিম
থোৱাই ভাল।

প্ৰথম প্ৰকাশ (বিঃ দ্ৰঃ হাজৰিকা ইতিমধ্যে স্বৰ্গগামী হৈছে)

# মাননীয় বৰাদেৱলৈ

শ্ৰীলাৱন্য মহন্ত

হে কবি —

আমি আজি সহযাত্ৰী একেটি ডবাৰ
জীৱনৰ বহু পথ আগুৱাবা তুমি
সংসাৰৰ যন্ত্ৰণাত জৰ্জৰিত হোৱা
আমি যাত্ৰী একেটি পথৰ।
সীমাহীন এই পথ
শেষ হ'ব এই যাত্ৰা সাগৰ পাৰত।
ৰক্তিম আভাৰে উজ্বলোৱা পথ
আকাশৰ ৰঙীন বৰণ,

হে কবি,

হওঁক উদ্ভাসিত তোমাৰ জীৱন পথ।
বহু যাত্ৰী আহে আৰু যায় —
কিন্তু তুমি যে বেলেগ আনৰ পৰা
(কাৰণ) তুমি কবি, কল্পনা তোমাৰ সহচাৰী,
সাৰ্থক জীৱনৰ প্ৰেৰণা দায়িনী।

হে কবি,

সাগৰৰ দৰে মন তোমাৰ
চিৰকাল জ্যোতিষ্মান হৈ ৰওক
অতীত ৰোমন্থন কৰি
নকৰিবা ম্লান সেই অন্তৰৰ জ্যোতি,

গাই যোৱা , চিৰ সুন্দৰৰ চিৰসেউজীয়া গান।

জীৱনৰ বিয়লি বেলাত।

জীয়াই থকাৰ আশা

লাহে লাহে ক্ষীণ হৈ

আহিব যেতিয়া

নিৰৱ নিজান ঘৰত

অকলে নিৰলে বহি

হেঁপাহেৰে শুনি যাম --

তুমি লিখা গীতবোৰ

শুনি যাম আমি,

তুমি লিখা কবিতাই

বেদনাৰে ৰোঙা হোৱা দিনক

আলফুলে কোচত তুলি ল'ব,

প্ৰেৰণা, শান্তিৰ উৎস হৈ ৰ'ব।

হে কবি,

গাই যোৱা, গাই যোৱা

অবিৰাম আনন্দৰ গান --

তাতে শান্তি পাম

তাতে পাম পৰম সত্তাৰ সন্ধান

হে কবি, তুমি যে মহান।

---

(প্ৰথম প্ৰকাশ)

# কি নাম দিম

- জুৰি মনি গোস্বামী

মহিম নাম সদৃশ মহিমামণ্ডিত তুমি।
তোমাক কি বুলি প্ৰণাম কৰিম,
কাব্যকাৰ, গল্পকাৰ, প্ৰবন্ধকাৰ নে আন কিবা?
নহয়, নহয় ! তুমি, তুমি সাহিত্যিক।

পূবৰ, পশ্চিমৰ, উত্তৰৰ নে দক্ষিণৰ?
হয়। তুমি সৰ্বব্যাপি প্ৰকাশিত।
তুমি লাস্যময়ী, হাস্যময়ী, প্ৰহেলিকাময়ী।
মোৰ ধাৰণা শুদ্ধনে? সঁচাকৈ সৰ্বস্বীকৃত?
প্ৰত্যেক মানুহেই তোমাক জানে,
অকল সাহিত্যিক বুলি নহয় –
তেন্তে কি বুলি - - - ?
কি বুলি তুমি জ্ঞাত ?
মহৰ্ষি নাইবা মহান পুৰুষ বুলিলেও ভুল হ'ব।
হে মহিমাময়ী
হে সৰ্বগুণাকৰ
তোমাক নমস্কাৰ।।

---

(প্ৰথম প্ৰকাশ)

## খোজনীয়া

■ গজেন মিলি

এখন খালি মোনা লৈ ফুৰিছোঁ
হেঁপাহ আছে বুকুভৰা
আছেনে হৃদয় তোৰ
আবৰণ খুলি দিব পৰা।

## চিৰন্তন

■ মিতালী দাস

এটা ম্ল'গানৰ পিছে পিছে
সি গুছি গ'ল।
তেতিয়াৰে পৰা
চিনাকী নৈখন
এজনী কেতেকী হৈ মোৰ বুকুত বিনায়
বোপাই অ'
তোৰ জোলোঙাত নিছনে
নিচুকণি গীতটো?

# অসম সাহিত্য সভালৈ বৰাদেৱৰ নতুন অৱদান

**সমন্বয় স্থাপনত ঃ**

অসম সাহিত্য সভাৰ সভাপতি হৈয়েই 'ভাষা সমন্বয় মঞ্চ' গঠন কৰি বড়ো সাহিত্য সভা, তিৱা, মিছিং আৰু টাই সাহিত্য সভাৰ সভাপতি, সম্পাদকসকলক একগোট কৰি অসমৰ ইমূৰৰ পৰা সিমূৰলৈ শান্তি সম্প্ৰীতিৰ বাণী প্ৰচাৰ কৰিছিল। সেই সময়ত বড়ো আন্দোলন অতি তীব্ৰ হৈ পৰিছিল আৰু বড়োসকলৰ দুটা ভাগৰ মাজত আত্মঘাটী সংঘৰ্ষ আৰম্ভ হৈছিল। এই দীঘলীয়া ভ্ৰমনত তেতিয়াৰ মুখ্যমন্ত্ৰী মাননীয় শ্ৰীযুত প্ৰফুল্ল কুমাৰ মহন্তই প্ৰয়োজনীয় সহায় সহযোগিতা আগবঢ়াইছিল। তাৰোপৰি সেই সময়ত মনিপুৰ চৰকাৰৰ আহ্বান ক্ৰমে এই দলটোৱে ইম্ফললৈ গৈ তিনি-চাৰি ঠাইত সভা সমিতি পাতিছিল (মনিপুৰী সাহিত্যিক সকলৰ সহযোগত। সেইদৰে নাগালেণ্ডৰ কহিমা, ডিমাপুৰত সভা পাতিছিল। (নাগালেণ্ড চৰকাৰৰ আমন্ত্ৰণ ক্ৰমে)। সেই সময়তে কোঁচবিহাৰলৈ গৈ সাহিত্য সভাৰ যোগেদি কোঁচ বিহাৰত সাহিত্য সংস্কৃতিক অনুষ্ঠানৰ প্ৰদৰ্শনী ব্যৱস্থা কাৰিছিল। অসমৰ চৰ অঞ্চলত কোনো সভাপতিয়ে ভ্ৰমণকৰি ৰাতি যাপন কৰা নাছিল। কিন্তু এই ভাষা সমন্বয় মঞ্চৰ যোগেদি মহিম বৰাদেৱে চৰ অঞ্চলত সভা সমিতি পাতি ৰাতি যাপন কৰি আহিছিল। সেইদৰে অসমৰ মাজুলীটো তেখেতৰ আগলৈকে কোনো সভাপতিয়ে ৰাতি থাকি সভা সমিতি পতা নাছিল। তেখেতেই প্ৰথম তাত কেইবাখনো সভা সমিতি আৰু আলোচনা চক্ৰ পাতি জেংৰাইমুখ সাহিত্য সভা ভ্ৰমনৰ ভেঁটি স্থাপন কৰি আহিছিল। স্বৰ্গীয় পণ্ডিত ৰজনীকান্ত দেৱ শৰ্মা, শ্ৰদ্ধেয় ড° মুকুন্দ মাধৱ শৰ্মা এই যাত্ৰাত তেখেতৰ সহযোগী আছিল। কোঁচ বিহাৰ পৰা মনিপুৰলৈকে এঘাৰ দিন ধৰি এই দলটোৱে দীঘলীয়া ভ্ৰমন কৰিছিল আৰু এই দলত বড়ো সাহিত্য সভাৰ কাৰ্য্য-নিৰ্বাহকৰ সদস্যা শ্ৰদ্ধেয়া শ্ৰীযুতা চম্পাৱতী খেৰকটাৰী আৰু অসম সাহিত্য সভাৰ কাৰ্যনিৰ্বাহকৰ সদস্যা শ্ৰীযুতা সুপ্ৰভা দাসৰ উপৰিও সভাপতি, সম্পাদক দুয়োজনৰে পৰিবাৰ লগত আছিল। শতৰূপা হাজৰিকা তেখেতৰ ভাগিনো লগত আছিল।

এবছৰীয়া কাৰ্যকাল অন্তপৰাৰ পাছটো শ্ৰদ্ধেয় নৱকান্ত বৰুৱা দেৱৰ লগত বিভিন্ন সভা সমিতিত তেখেতৰ আহ্বান ক্ৰমে যোগ দিবলগীয়া হৈছিল।

**বহল অসমীয়া অভিধান ৰচনাৰ প্ৰচেষ্টা ঃ**

তেখেতৰ সভাপতিত্বত কাৰ্যনিৰ্বাহিকে এই অভিধান ৰচনাৰ প্ৰস্তাৱ দান কৰে আৰু তেখেতক মুখ্য সম্পাদক পাতে। তেতিয়াৰ মুখ্যমন্ত্ৰী মহন্তই এই মহৎকাৰ্য আৰম্ভ কৰিবলৈ তেখেতৰ ব্যক্তিগত পুঁজিৰ পৰা পঞ্চাশ হাজাৰ অনুদান আগবঢ়ায়। সেইসময়তে তেখেতে কাম আৰম্ভ কৰে আৰু শ্ৰদ্ধেয় ৰজনীকান্ত দেৱে শৰ্মা আৰু ড° মুকুন্দ মাধৱ শৰ্মা, প্ৰধান সম্পাদক সতীশ চন্দ্ৰ চৌধুৰী আৰু ড° ৰামচৰণ ঠাকুৰীয়াক লৈ অভিধানৰ কাম শুভাৰম্ভ কৰে। প্ৰথম আখৰটো শৰ্মাদেৱৰ হতুৱাই লিখোৱা হয়। এই অভিধানত প্ৰতিটো অসমীয়া শব্দৰ বুৎপত্তি পদ, বচন, লিংগ, ঘৰুৱা ব্যৱহাৰ আৰু প্ৰতিশব্দ দিয়াৰ ব্যৱস্থা ৰখা হৈছিল আৰু প্ৰয়োজন মতে চিত্ৰ দিয়াৰ ব্যৱস্থা ৰাখিছিল। তাৰোপৰি প্ৰতিটো শব্দৰ বড়ো, টিৱা, কাৰ্বি, মিচিং, টাই, হিন্দী, ইংৰাজী প্ৰতিশব্দ দিয়াৰ ব্যৱস্থা কৰা হৈছিল। দুখৰ বিষয় তেখেতৰ কাৰ্যকাল শেষ হোৱাৰ লগে লগেই (এবছৰীয়া কাৰ্যকাল) এই কামৰো অন্ত পৰিল। কিন্তু সাহিত্য সভাই তেখেতক এতিয়াও মুখ্য সম্পাদকৰ পদৰ পৰা আনুষ্ঠানিকভাৱে অব্যাহতি দিয়া নাই।

................................

# মহিম বৰাৰ গ্ৰন্থপঞ্জী

**(ক) গল্প সংকলন ঃ**

(১) কাঠনিবৰী ঘাট (১৯৬১)

(২) দেহা গৰকা প্ৰেম (১৯৬৭)

(৩) মই পিপলি আৰু পূজা (১৯৬৭)

(৪) বহুভুজী ত্ৰিভূজ (১৯৬৭)

(৫) এখন নদীৰ মৃত্যু (১৯৭২)

(৬) ৰাতি ফুলা ফুল (১৯৭৭)

(৭) বৰযাত্ৰী (১৯৮০)

(৮) মোৰ প্ৰিয় গল্প (১৯৮৭)

**(খ) প্ৰবন্ধ সংকলন ঃ**

(১) চিন্তা বিচিত্ৰা (১৯৮৯)

(২) সাহিত্য বিচিত্ৰা

**(গ) শিশু সাহিত্য ঃ**

(১) বত্ৰিশ পুতলাৰ সাধু (১৯৭৬)

(২) তেজীমলা আৰু চিণ্ডাৰেলা (প্ৰকাশৰ পথত)

**(ঘ) লাহতী ৰচনা ঃ**

(১) মোমাইৰ পদুলীত বান্ধিলো ঘোঁৰা (১৯৬৭)

**(ঙ) উপন্যাস ঃ**

(১) হেৰোৱা দিগন্তৰ মায়া (১৯৭২)

(২) এধানী মাহীৰ হাঁহি (২০০১)

**(চ) উপন্যাসিকা ঃ**

(১) পুতলাঘৰ (১৯৭৩)

**(ছ) সম্পদনা ঃ**

(১) শংকৰদেৱৰ নাট (১৯৮৯)

**(জ) জীৱনী ঃ**

(১) ৰাজা ৰামামোহন ৰায় (অনুবাদ)

**(ঝ) বৰা ছাৰৰ আনে সম্পাদনা কৰা গ্ৰন্থ ঃ**

(১) গল্প সমগ্ৰ (ড° হীৰেন গোহাঁই, ২০০৪, বনলতা, ২ য় প্ৰকাশ)

(২) সৃষ্টি আৰু প্ৰেৰণা (ত্ৰিদিৱ গোস্বামী/ৰক্তাভজ্যোতি বৰা,২০০৪, ষ্টুডেন্ট ষ্টৰচ্‌, ১ ম প্ৰকাশ, অপ্ৰকাশিত আৰু অসংকলিত ৰচনা সংকলন)

(৩) ৰচনা সমগ্ৰ (জীৱন নৰহ, প্ৰকাশৰ পথত )

**(ঞ) অনাঁতাৰ যোগে প্ৰচাৰিত নাট ঃ**

(১) লাৰু গোপালৰ প্ৰেম

(২) লাৰু গোপালৰ বিবাহ

(৩) লাৰু গোপালৰ ঘৰ-সংসাৰ

(৪) পদুম কুঁৱৰী (১৯৫১)

(৫) নিৰ্মল ভকত (১৯৫১)

(৬) পঞ্চশৰ

(৭) গৰখীয়া ভীম (১৯৫১) ভীমচৰিতৰ আধাৰত)

(৮) তিনিৰ তিনি গ'ল

*(এই নাটক সমূহৰ বেছি কেইখনেই বৰ্ত্তমান নাট্যকাৰৰ হাতত নাই।)*

**গল্প সংকলন ঃ**

(১) কাঠনীবাৰী ঘাট ঃ (১৯৬১)

প্ৰথম প্ৰকাশ - ১৯৬১ প্ৰকাশক - সাঁচিপাত, শ্বিলং ;

২ য় প্ৰকাশ - ১৯৬৭ প্ৰঃ সুন্দৰম্ জামুগুৰিহাট, দৰং (বৰ্ত্তমান শোণিতপুৰ)

৩ য় প্ৰকাশ - ১৯৮১, প্ৰঃ পূৰ্বশ্ৰী প্ৰকাশন, যোৰহাট

৪ ৰ্থ প্ৰকাশ - ১৯৮৯ প্ৰঃ পকেট বুক ষ্টল, গুৱাহাটী।

৫ ম প্ৰকাশ - ২০০০ ষ্টুডেন্ট ষ্টৰচ, গুৱাহাটী।

**কবিতা সংকলন ঃ**

(১) ৰঙা জিয়া (১৯৭৮)

প্ৰথম প্ৰকাশ - ১৯৭৮, ৪ মাৰ্চ, গুৱাহাটী বুক ষ্টল, শিলপুখুৰী

২ য় প্ৰকাশ - ১৯৮৯, পকেট বুক চেন্টাৰ, গুৱাহাটী

৩ য় প্ৰকাশ - ২০০০ | চান্তিকাল প্ৰকাশন, নগাওঁ

৪ ৰ্থ প্ৰকাশ - ২০০২ |

**গল্প সংকলন ঃ**

বৰযাত্ৰী (১৯৮০)

প্ৰথম প্ৰকাশ - ১৯৮০, অধ্যয়ন প্ৰকাশন, হয়বৰগাঁও নগাঁও।

২ য় প্ৰকাশ - ১৯৮৯, পকেট বুক চেণ্টাৰ, পল্টন বজাৰ

৩ য় প্ৰকাশ - ২০০৪, ধেমাজি বুক ষ্টল, ধেমাজি।

**শিশু সাহিত্য ঃ**

বত্ৰিশ পুতলাৰ সাধু - (১৯৭৬)

প্ৰথম প্ৰকাশ - ১৯৭৬, অসম প্ৰকাশন পৰিষদ

২ য় প্ৰকাশ - ১৯৮১,

৩ য় প্ৰকাশ - ১৯৮৭,

৪ ৰ্থ প্ৰকাশ - ১৯৮৯,

৫ ম প্ৰকাশ - ১৯৯০,

৬ ষ্ঠ প্ৰকাশ - ১৯৯২,

৭ ম প্ৰকাশ - ১৯৯৯,

৮ ম প্ৰকাশ - ২০০৩,

**প্ৰবন্ধ সংকলন ঃ (১৯৭৫)**

চিন্তা বিচিত্ৰা - ১৯৭৫

প্ৰথম প্ৰকাশ - ১৯৭৫, শ্ৰীযুত মহিম বৰা, নগাঁও

২ য় প্ৰকাশ - ১৯৮৯, সুৰেন্দ্ৰ নাথ বৰা, ৰত্নাসন প্ৰকাশন

সাহিত্য বিচিত্ৰা (ৰূমীৰূপক) নগাঁও

**লাহৃতী ৰচনা ঃ**

মোমাইৰ পদূলীত বান্ধিলো ঘোঁৰা ঃ (১৯৬৭)

প্ৰথম প্ৰকাশ - ১৯৬৭, গ্ৰন্থ বিপনী, নগাঁও

২ য় প্ৰকাশ - ১৯৮৯, ৰূমী ৰূপক, নগাঁও

**আত্মজীৱনী ঃ (শৈশৱ সোঁৱৰণ)**

পাখি লগা দিন (১৯৮৯), 'মইনা', ডিম্বেশ্বৰ মহন্ত

**গল্প, সংকলন ঃ এখন নদীৰ মৃত্যু ঃ (১৯৭২)**

প্ৰথম প্ৰকাশ - ১৯৭২, বানী প্ৰকাশ, গুৱাহাটী

২ য় প্ৰকাশ - ১৯৮৯, ৰূমী ৰূপক, নগাঁও

**মই, পিপলি আৰু পূজা ঃ (১৯৬৭)**

প্ৰথম প্ৰকাশ - ১৯৬৭,

২ য় প্ৰকাশ - ১৯৮৯, পকেট বুক চেণ্টাৰ

উপন্যাস ঃ

হেৰোৱা দিগন্তৰ মায়া (১৯৭৩)

প্ৰথম প্ৰকাশ - ১৯৭৩, গুৱাহাটী বুক ষ্টল

২ য় প্ৰকাশ -

৩ য় প্ৰকাশ -১৯৮৭, মিত্ৰ এজেঞ্চি এণ্ড কোং তিনিচুকীয়া

৪ ৰ্থ প্ৰকাশ -২০০৪, ধেমাজি বুক ষ্টল, ধেমাজি

**গল্প সংকলন ঃ (১৯৮৯)**

মোৰ প্ৰিয় গল্প

**প্ৰথম প্ৰকাশ** -১৯৮৭, ভাৰতী প্ৰকাশন

২ য় প্ৰকাশ -২০০৪, ধেমাজি বুক ষ্টল, ধেমাজি

**উপন্যাস ঃ**

এধানি মাহীৰ হাঁহি (১৯৯৮)

প্ৰথম প্ৰকাশ - ১৯৯৮, জানাল এম্পৰিয়াম, নলবাৰী

২ য় প্ৰকাশ - ২০০১,

**উপন্যাসিকা ঃ**

পুতলা ঘৰ (১৯৭৩)

প্ৰথম প্ৰকাশ ১৯৭৩

**গল্প সংকলন ঃ**

বহুভূজী ত্ৰিভূজ (১৯৬৭)

প্ৰথম প্ৰকাশ - ১৯৬৭, গ্ৰন্থ বিপনী সাহিত্য প্ৰকাশ, নগাঁও

২য় প্ৰকাশ - জ্ঞানপীঠ বুক এজেঞ্চি, গুৱাহাটী- ১

**সম্পাদনা ঃ**

শ্ৰী শ্ৰী শঙ্কৰদেৱৰ নাট (১৯৮৯)

প্ৰথম প্ৰকাশ - ১৯৮৯, অসম প্ৰকাশন পৰিষদ, গুৱাহাটী -

**অনুবাদ ঃ**

ৰাজা ৰামমোহন ৰায় (১৯৮৪)

প্ৰথম প্ৰকাশ - ১৯৮৯, সাহিত্য অকাডেমি

**বৰাদেৱৰ অন্যান্য ভাষালৈ অনুদিত গ্ৰন্থসমূহ আৰু ৰচনা সমূহ ঃ**

(ক)

(১) কাঠনিবাৰী ঘাট ঃ National Book Trust, New Delhi

বাংলা ঃ ১ম প্ৰকাশ।

হিন্দী ঃ ১ম প্ৰকাশ।

মাৰাঠী ঃ ৪ৰ্থ প্ৰকাশ।

(২) এধানী মাহীৰ হাঁহি - নেপালী ভাষাত চোৰা চোৰাকৈ প্ৰকাশ হৈছে।

(খ) অনুদিত ৰচনা

(১) তিনিৰ তিনি গ'ল - ইংৰাজী, হিন্দী

(২) কেঁএৱা আঙুলি - বাংলা

(৩) এখন নদীৰ মৃত্যু - হিন্দী, কানাড়া

(৪) অডিচন - ইংৰাজী

(৫) হৰা জিকাৰ খেল - ইংৰাজী

(৬) পুখুৰী - গুজৰাটী, হিন্দী, ইংৰাজী

(৭) মাছ - ইংৰাজী

(৮) ৰঙা জিঁয়া - বাংলা

(৯) এই নদী অৰুন্ধতি - বাংলা, উৰিয়া

বিঃ দ্ৰ ঃ ওপৰত উল্লেখিত অনুবাদ সমূহৰ উপৰিও বৰাদেৱৰ কেইবাটাও গল্প আৰু কবিতা বঙালী আৰু ইংৰাজী ভাষালৈ অনুবাদ হৈছে। এই সম্পাদকেও তেখেতৰ 'চিন্তা-বিচিত্ৰা'ৰ ৬ টা প্ৰবন্ধ ইংৰাজীলৈ অনুবাদ কৰি শেষ কৰিছে।



# জড়িত থকা অনুষ্ঠানসমূহ

১) অসম সাহিত্য সভা

২) নগাওঁ জিলা সাহিত্য সভা

৩) সাহিত্য একাডেমী (প্ৰাক্তন সদস্য)

৪) নগাওঁ কলেজ

৫) এ ডি পি কলেজ

৬) হাটবৰ অৰুণ সেৱা সমিতি

৭) কনকলতা পুথি-ভৰাঁল

৮) কলিযাবৰ ছোৱলী হাইস্কুল

৯) নগাওঁ ছোৱালী হাইস্কুল

১০) নগাওঁ ছোৱালী মহাবিদ্যালয়

১১) গুৱাহাটী বিশ্ববিদ্যালযৰ অসমীয়া ভাষাৰ Syllabus কমিটি।

ক) অসম সাহিত্য সভাৰ ডুমডুমা অধিবেশন (১৯৮৯)

সভাপতি ঃ শ্ৰীমহিম বৰা

সম্পাদক ঃ সতীশ চৌধাৰী

